# অসমৰ চাহ জনগোষ্ঠী : জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা



সম্পাদক

পৱিত্ৰ বৰবৰা

দেবেন তাছা

# অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা

সম্পাদক ঃ
পৱিত্ৰ বৰবৰা
দেবেন তাছা

অসম সাহিত্য সভা

AXOMAR CHA JANAGHOSTHI : JIBON AARU SANSKRITIR RUPREKHA, A collection of articles Edited by Pabitra Borbora, Deben Tasa & Published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhawan, Jorhat-1, Price Rs. 110.00 only

---

প্ৰকাশক ঃ
**পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

সম্পাদক ঃ
পৱিত্ৰ বৰবৰা
দেবেন তাছা



বেটুপাত ঃ ৰণজিত গগৈ
অলংকৰণ ঃ উজ্জ্বল পাওগাম
অক্ষৰ বিন্যাস ঃ ঋতুপৰ্ণা গোস্বামী, ধ্ৰুবজ্যোতি বৰদলৈ, প্ৰসেনজিৎ গগৈ

প্ৰকাশ কাল ঃ
২৪ ডিচেম্বৰ, ২০১০ খ্ৰীষ্টাব্দ

মূল্যঃ ১১০.০০ টকা

মুদ্ৰণঃ
শব্দ প্ৰকাশ
থানাৰোড, যোৰহাট-১
ম'বাইল- ৯৮৫৪০২১৪৬৫

## সম্পাদনা সমিতি ঃ

**সভাপতি ঃ** সুশীল কুৰ্মী
**সম্পাদকঃ** পৱিত্ৰ বৰবৰা
দেবেন তাছা
**সদস্য ঃ** প্ৰহ্লাদ চন্দ্ৰ তাছা
হেমেন চন্দ্ৰ হাজৰিকা
সোমেশ্বৰ বাঢ়ৈ

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ নিয়মাৱলী মৰ্মে সভাই অসমীয়া ভাষা-সাহিত্যৰ উপৰি থলুৱা ভাষা, সাহিত্য, সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাৰ বাবে কাম কৰি আহিছে। সভাৰ ২০০৯-১১ বৰ্ষৰ কাৰ্যনিৰ্বাহক সমিতিৰ দিনত সভাৰ মাননীয় সভাপতি **পদ্মশ্ৰী ৰংবং তেৰাংদেৰৰ** নেতৃত্বত অসমৰ থলুৱা জনগোষ্ঠীসমূহক সভাৰ লগত ঘনিষ্ঠভাবে সম্পৰ্কিত কৰাৰ অৰ্থে সদ্ভাৱনা যাত্ৰা কৰি অসমৰ বিভিন্ন স্থানত জনগোষ্ঠীয় সন্মিলন অনুষ্ঠিত কৰা হয়। অন্যহাতে থলুৱা জনগোষ্ঠীসমূহৰ ভাষা, সাহিত্য, সংস্কৃতি সম্পৰ্কত গৱেষণা কৰাৰ বাট সুচল কৰাৰ অৰ্থে সভাৰ অসম তত্ব গৱেষণা সংস্থানৰ অধীনত কেইবাটিও জনগোষ্ঠীয় গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠাৰ কাম সম্পন্ন  কৰা হয়। অসমৰ জাতীয় জীৱনৰ এক বৃহৎ অবিচ্ছেদ্য অঙ্গ চাহ জনগোষ্ঠীৰ ক্ষেত্ৰত গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠা, চাহ -কোষ আৰু সংশ্লিষ্ট গ্ৰন্থ প্ৰকাশ, আলোচনা সত্ৰ অনুষ্ঠিত কৰাকে ধৰি ভালেসংখ্যক আঁচনি লৈ কামসমূহ সম্পন্ন কৰাৰ প্ৰচেষ্টা অব্যাহত ৰখা হৈছে। আঁচনি অনুসৰিয়েই সভাৰ চাহ বাগিচা উপ- সমিতিৰ উদ্যোগত অসমৰ  চাহ জনগোষ্ঠীৰ জীৱন আৰু সংস্কৃতিৰ দিশ সামৰি এখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ সাহিত্যিক সুশীল কুৰ্মীক সভাপতি, সভাৰ চাহ বাগিচা উপ সমতিৰ প্ৰাক্তন আহ্বায়ক দেবেন তাছা আৰু বৰ্তমানৰ আহ্বায়ক পৱিত্ৰ বৰবৰাক সম্পাদকৰ দায়িত্ব দি সম্পাদনা সমিতি এখন গঠন কৰা হয়। সম্পাদনা সমিতিখনে এই গ্ৰন্থখনৰ কাম সম্পূৰ্ণ কৰি প্ৰকাশৰ বাবে আমাৰ হাতত তুলি দিছে। সম্পাদনা সমিতিখনক এই খিনিতে ধন্যবাদ জনালোঁ। এই গ্ৰন্থখন সম্পাদনা সমিতিৰ সিদ্ধান্ত অনুযায়ীয়েই '**অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা**' নামকৰণেৰে প্ৰকাশ কৰা হ'ল। গ্ৰন্থখনে সহৃদয় পাঠক সমাজৰ পৰা সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

দিনাংক - ২০ ডিচেম্বৰ, ২০১০ খ্ৰীষ্টাব্দ
প্ৰধান কাৰ্যালয়, চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ১

**পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সম্পাদনাৰ মেজৰ পৰা

অসমৰ অন্যতম অধিবাসী অসমীয়া জাতিৰ অবিচ্ছেদ্য অঙ্গ চাহ জনগোষ্ঠীয় লোকৰ জীৱন বিষয়ৰে এখনি গ্ৰন্থ প্ৰকাশৰ পৰিকল্পনা কৰা হৈছিল অসম সাহিত্য সভাৰ ২০০৭-০৯ বৰ্ষৰ কাৰ্যনিৰ্বাহকৰ দিনত। সেই বৰ্ষৰ চাহ বাগিচা উপ সমিতিয়ে এই কাম হাতত লৈছিল যদিও বিশেষ কাৰিকৰী কাৰণত হৈ নুঠিল। অসম সাহিত্য সভাৰ বৰ্তমানৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাংদেৱ আৰু প্ৰধান সম্পাদক ড° পৰমান্দ ৰাজবংশীয়ে এই কথা জানিব পাৰি পূৰ্বৰ বৰ্ষৰ এই গ্ৰন্থ প্ৰকাশৰ পৰিকল্পনা কাৰ্যকৰী কৰাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰে আৰু সভাৰ বৰ্তমান বৰ্ষৰ চাহ বাগিচা উপ সমিতিয়েও উক্ত গ্ৰন্থখন প্ৰকাশৰ কথাটো কাৰ্যকৰী কৰাৰ উদ্দেশ্যে সভালৈ প্ৰস্তাৱ আগবঢ়ায়। মাননীয় সভাপতি আৰু প্ৰধান সম্পাদকে এই গ্ৰন্থ প্ৰকাশৰ উদ্দেশ্য আগত ৰাখি অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ অনুমোদন সাপেক্ষে এখন সম্পাদনা সমিতি গঠন কৰি দিয়ে।

অসমৰ চাহ জনগোষ্ঠীয় লোকৰ জীৱন বিষয়ক এই গ্ৰন্থখনৰ সম্পাদনা সমিতিৰ প্ৰথম বৈঠকতে গ্ৰন্থখন কেনে ধৰণেৰে সজোৱা হ'ব গ্ৰন্থখনত কি কি বিষয় সন্নিবিষ্ট হ'ব, কেনে ধৰণৰ লেখক-লেখিকাৰ পৰা প্ৰবন্ধ সংগ্ৰহ কৰিব  এই আটাইবোৰ দিশ খৰচি মাৰি আলোচনা কৰাৰ পাচত নিৰ্বাচিত বিষয়ৰ সম্পৰ্কত প্ৰবন্ধ বিচাৰি অনতিপলমে লেখক-লেখিকাসকললৈ চিঠি প্ৰেৰণ কৰা হয়। প্ৰায় চল্লিশ গৰাকী লেখক-লেখিকালৈ প্ৰবন্ধ বিচাৰি চিঠি পঠিওৱাৰ পাচত চৌত্ৰিশ গৰাকীৰ পৰা প্ৰবন্ধ পোৱা হ'ল। অৱশ্যে লেখক-লেখিকাৰ ইচ্ছা অনুসৰি দুই এটা প্ৰবন্ধৰ বিষয় অদল-বদল কৰিব লগা হোৱাত প্ৰবন্ধসমূহ পোৱাত কিছু পলম হৈছিল। প্ৰবন্ধসমূহ পোৱাৰ পাচত সম্পাদনা সমিতিৰ ইচ্ছা অনুসৰি ডি টি পি কৰাৰ আগতে সম্পাদনা কৰাৰ কাম হাতত লোৱা হয়। সম্পাদনা, বৰ্ণ শুদ্ধি আৰু সন্নিবিষ্ট তথ্যসমূহৰ শুদ্ধা শুদ্ধ নিৰূপণ কৰাৰ পাচত এই গ্ৰন্থখনৰ ডি. টি. পি. ৰ কাম প্ৰধান সম্পাদকৰ নিৰ্দেশ অনুসৰি সভাৰ কেন্দ্ৰীয় কাৰ্যালয়তে কৰা হয়। দুই চাৰিটা প্ৰবন্ধৰ ডি. টি. পি. ৰ কাম  সভাৰ ডিব্ৰুগড় আঞ্চলিক কাৰ্যালয়তো কৰা হয়। ডি. টি. পি. কৰাৰ পাচত এই গ্ৰন্থৰ প্ৰবন্ধসমূহৰ আখৰ-জোঁটনি, সন্নিবিষ্ট তথ্য আদি সম্পাদনা সমিতৰি বৈঠক অনুষ্ঠিত কৰি পুনৰ নিৰীক্ষণো কৰা হয়। গ্ৰন্থখন মুদ্ৰণ কৰিব পৰা হৈ উঠাৰ বিষয়টো প্ৰধান সম্পাদকক জনোৱাত তেখেতে

যোৰহাটৰ শব্দ প্ৰকাশৰ লগত কথা পাতি মুদ্ৰণৰ ব্যৱস্থাৰ বাবে তালৈ প্ৰেৰণ কৰাৰ নিৰ্দেশ দিয়ে। বিশেষভাৱে উল্লেখযোগ্য কথা যে গ্ৰন্থখন প্ৰকাশৰ বাবে সিদ্ধান্ত কৰাৰ দিনৰে পৰা অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক গৰাকীয়ে কাম-কাজৰ অগ্ৰগতিৰ বিষয়ে প্ৰতি মুহূৰ্ততে খবৰ লৈছিল আৰু কাম আগবঢ়াবলৈ তাগিদাও দি আছিল। গ্ৰন্থখন সম্পাদনা কৰি উলিওৱাত আমি কিমানদূৰ সফল হৈছো নাজানোঁ। যি কি নহওক অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক মহোদয়ৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলতেই যে এই গ্ৰন্থখনিৰ সম্পাদনা কৰি উলিওৱাব পৰা হ'ল সেয়া অনস্বীকাৰ্য।

প্ৰধান সম্পাদকৰ অনুপ্ৰেৰণা আৰু সম্পাদনা সমিতিৰ সভাপতি আৰু সম্পাদনা সহযোগীসকলৰ সক্ৰিয় সহযোগিতাৰ বাবে এন এটা গুৰুত্বপূৰ্ণ কাম সমাধা কৰাত সফল হ'ব পাৰিলোঁ। এই ক্ষেত্ৰত আমি প্ৰধান সম্পাদক ড° পৰমানন্দ ৰজবংশীৰ শলাগ ল'লোঁ। সম্পাদনা সমিতিৰ সভাপতি আৰু সদস্যসকলৰ দিহা-পৰমাৰ্শ আৰু সক্ৰিয় সহযোগিতাৰ বাবে তেখেতসকলক ধন্যবাদ জ্ঞাপন কৰিলোঁ। আমাৰ অনুৰোধ ৰক্ষা কৰি যিসকল সদাশয় লেখক-লেখিকাই তেখেতসকলৰ মূল্যৱান লেখা আগবঢ়াই আমাৰ এই কাম সফল কৰি তুলিলে তেখেতসকললৈয়ো আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালোঁ। এই গ্ৰন্থখনলৈ আমাৰ অনুৰোধত আৰু দুই -চাৰিজন লেখকে প্ৰবন্ধ পঠিয়াইছিল যদিও কিছু কাৰিকৰী কাৰণত প্ৰকাশ কৰিব নোৱাৰি দুখিত। তেখেতসকলৰ ওচৰত মাৰ্জনা বিচাৰি ভৱিষ্যতলৈ তেখেতসকলৰ পৰা সহযোগিতা পোৱাৰ আশা কৰা হ'ল। গ্ৰন্থখনৰ ডি. টি. পি., মুদ্ৰণ, অলংকৰণ, বেটুপাত অঙ্কন আদিৰ দিশসমূহৰ লগত জড়িত ব্যক্তি আৰু প্ৰতিষ্ঠানৰ নাম যথাস্থানত উল্লেখ কৰা হৈছে। সেই ব্যক্তিসকল আৰু প্ৰতিষ্ঠানৰ শলাগ ল'লোঁ।

গ্ৰন্থ এখনত ক্ৰুটী থকা স্বাভাৱিক...

দিনাংক - ২৪ ডিচেম্বৰ, ২০১০ খ্ৰীষ্টাব্দ
প্ৰধান কাৰ্যালয়
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট - ১
অসম সাহিত্য সভা।

পৱিত্ৰ বৰবৰা
দেবেন তাছা
সম্পাদক

## সূচীপত্ৰ ঃ

### অসমৰ চাহ জনগোষ্ঠীয় বৰেণ্য সাহিত্যিক ঃ


❖চাহ জনগোষ্ঠীৰ লোকসাহিত্য-সংস্কৃতিৰ অন্বেষক মেঘৰাজ কৰ্মকাৰ — নোমল চন্দ্ৰ গগৈ/১১
❖সাহিত্যিক পেঞ্চনাৰ নাৰায়ণ ঘাটোৱাৰৰ জীৱন আৰু কৃতি — বিপিন দত্ত/১৭
❖ দেউৰাম তাছাৰ সাহিত্য-কৰ্ম ঃ এক সমীক্ষা — হেম নাৰায়ণ দত্ত/২৪


### সমাজ ঃ


❖স্বাধীনতা আন্দোলনত চাহ জনগোষ্ঠীৰ অৱদান- — গণেশ চন্দ্ৰ কুৰ্মি/৩৫
❖চাহ জনগোষ্ঠীয় লোকজীৱনত ধৰ্ম, বিশ্বাস আৰু পৰম্পৰা ঃ এক তাত্ত্বিক বিশ্লেষণ — দেবেন তাছা/৫২
❖চাহ বাগিচাৰ নাৰী ঃ অতীত আৰু বৰ্তমান — হেমপ্ৰভা তাছা/৬৬
❖অসমৰ চাহ জনগোষ্ঠীয় সমাজত বিবাহ পদ্ধতি — ৰেখা তাছা/৭২
❖শ্ৰীমন্ত শংকৰদেৱে প্ৰতিষ্ঠা কৰা অসমৰ সমাজ আৰু আজিৰ অসমৰ সমাজত চাহ জনগোষ্ঠীৰ লোকসকলৰ স্থান — পৱিত্ৰ বৰবৰা/৮৯
❖ডাইনী সন্দেহত হত্যাৰ বিভীষিকা — বিপিনচন্দ্ৰ মাহাতো/৯৫
❖অসমীয়া সমাজত চাহ জনগোষ্ঠীৰ স্থিতি — সুশীল চুঁড়ী/১০০
❖চাহ বাগিচাৰ পাৰিপাৰ্শ্বিকতাত নাৰীৰ ভূমিকা — ৰেণু গোৱালা/১০৬
❖প্ৰাক্তন চাহ শ্ৰমিকসকলৰ কিছু সমস্যা — ৰঞ্জিতা বণিয়া/১১৩
❖চাহ জনগোষ্ঠীৰ নাৰী স্বতন্ত্ৰতা — ড° অঞ্জলি কৰ্মকাৰ ঘাটোৱাৰ/১২৪
❖স্বাস্থ্য সচেতনতা আৰু চাহ শ্ৰমিক সমাজ — গুণীন চন্দ্ৰ দাস/১২৯


### সংস্কৃতি ঃ


❖চাহ জনগোষ্ঠীৰ ঋতুকালীন পূজা পাৰ্বণৰ ৰেঙণি — সুশীল কুৰ্মী/১৪১
❖অসমৰ চাহ জনগোষ্ঠীৰ লোকগীতৰ কাব্যিক সৌন্দৰ্য — দিলেশ্বৰ তাঁতী/১৫৭

❖চাহ জনগোষ্ঠীয় লোকসাহিত্যৰ ৰূপৰেখা
প্ৰহ্লাদ চন্দ্ৰ তাছা/১৭০
❖অসমৰ চাহ জনগোষ্ঠীয় লোক-উছৱৰ উৎস ডিম্বেশ্বৰ তাছা/১৭৭
❖চাহ জনগোষ্ঠীৰ নিচুকনি গীত (ছেন্না খেলা) পদুমী গাজল/১৯৩
❖চাহ জনগোষ্ঠীয় লোকশিল্প আৰু ইয়াৰ প্ৰয়োজনীয়তা শিৱপ্ৰসাদ মাৰাৱ/২০২
❖চাহ জনগোষ্ঠীৰ গহনা-গাঁঠৰিৰ কিছু আভাস নিবেদিতা তাঁতী বাঢ়ৈ/২০৬

## সাহিত্য ঃ

❖অসম সাহিত্য সভা আৰু অসমৰ চাহ জনগোষ্ঠী বিনন্দ বৰুৱা/২১৩
❖অসমীয়া উপন্যাসত চাহ জনগোষ্ঠীৰ জীৱনৰ চিত্ৰ ড° মানিক শইকীয়া/২২৪
❖অসমীয়া গল্প সাহিত্যলৈ চাহ-জনগোষ্ঠীয় গল্পকাৰৰ অৱদান থানেশ্বৰী গঞ্জু /২৩৯
❖অসমীয়া সাহিত্যলৈ চাহ জনগোষ্ঠী লেখক-লেখিকাৰ অৱদান অনিতা কুৰ্মী/২৪৯

## অৰ্থনীতি ঃ

❖অসমত চাহশিল্পৰ গুৰি কথা দণ্ডেশ্বৰ শইকীয়া /২৫৭
❖অসমৰ অৰ্থনীতিত চাহ শিল্পৰ অৱদান দীনেশ্বৰ তাছা/২৬৫
❖অসমৰ চাহ জনগোষ্ঠীৰ উত্তৰণত
❖অৰ্থনৈতিক অৱস্থাৰ ভূমিকা ড° লিখনেশ্বৰ ঘাটোৱাৰ/২৮৭
❖অসমৰ চাহ জনগোষ্ঠীয় লোকৰ সঞ্চয়ৰ দিশত এক অৱলোকন ড° শেৱালি কুৰ্মী/২৯৫

## শিক্ষা ঃ

❖অসমৰ চাহ বাগিচাৰ শিক্ষা নীতি আৰু ইয়াৰ প্ৰসাৰ পৃথিৱী মাঝি/৩০১
❖অসমৰ চাহ জনগোষ্ঠী সমাজত শিক্ষাৰ প্ৰসাৰ মানিকলাল মাহাত্ত্ব/৩১১
❖আধুনিক বিশ্ব আৰু চাহ জনগোষ্ঠীয় ছাত্ৰ-ছাত্ৰী কামাখ্যা প্ৰসাদ তাছা /৩১৬
❖বাগিচা অঞ্চলত সাক্ষৰতা আন্দোলন অশ্বিনী কুমাৰ তাছা/৩২০
❖চাহ শ্ৰমিক সমাজত শিশুৰ শিক্ষাত মাতৃৰ ভূমিকা সুশীলা ৰাজবংশী/৩২৬

# অসমৰ চাহ জনগোষ্ঠীয় বৰেণ্য সাহিত্যিক

# চাহ জনগোষ্ঠীৰ লোকসাহিত্য-সংস্কৃতিৰ অন্বেষক মেঘৰাজ কৰ্মকাৰ

নোমল চন্দ্ৰ গগৈ

একোটা জাতিৰ বিভিন্ন চিন্তা-চেতনাৰ প্ৰতিফলন ঘটে সেই জাতিৰ লোক সাহিত্য আৰু সংস্কৃতিৰ মাজত। জাতীয় জীৱনৰ ভৰাসুঁতিৰ মাজেদি এনে লোক সাহিত্য আৰু সংস্কৃতি যুগ যুগ ধৰি নিজৰ মাজত পৰম্পৰাগতভাৱে নিজা ৰূপত প্ৰাণৱন্ত হৈ আহিছে। লোক সংস্কৃতিৰ এই ধাৰাটোৰ মাজত নিহিত হৈ আছে কৰ্মমুখি জীৱনৰ সৰল ভাৱধাৰাৰ এক আকৰ্ষণীয় প্ৰতিফলন। লোক সংস্কৃতিৰ বৈশিষ্ট্যও হয়তো এইখিনিতেই যে ই সৰ্বসাধাৰণৰ জীৱন চেতনাক শুদ্ধভাৱে চিত্ৰিত কৰিব পাৰে। বিভিন্ন জনগোষ্ঠীৰ লোকসাহিত্য আৰু সংস্কৃতিৰ ইতিহাসো এই দিশেৰেই ধাৱমান। অনেক পৰম্পৰা আৰু লোকাচাৰেৰে পৰিপূৰ্ণ চাহ জনগোষ্ঠীৰ জীৱন আৰু সংস্কৃতি এক বৈচিত্ৰ্যপূৰ্ণ সংস্কৃতি। কৰ্মই তেওঁলোকৰ জীৱন আৰু শ্ৰমেই তেওঁলোকৰ জীৱন যাত্ৰাৰ সাৰথি। এনে ব্যস্ততাপূৰ্ণ জীৱনৰ অৰ্থনৈতিক হেঁচা-ঠেলাৰ মাজতো প্ৰাণ পাই উঠিছে তেওঁলোকৰ জীৱনৰ জনবিশ্বাসী জনশ্ৰুতিসমূহ। এনে বিভিন্ন ধৰণৰ পৰম্পৰা আৰু জনবিশ্বাসক দোহাৰি তেওঁলোকৰ মাজত নিয়মীয়াভাৱে প্ৰচলিত হৈ অহা বিভিন্ন ‘পৰৱ’ আৰু উৎসৱসমূহ তেওঁলোকৰ কৰ্ম ব্যস্ত আৰু খাটিখোৱা জীৱনবোৰৰ এক অনন্য জিলিঙনি। চাহ জনগোষ্ঠীৰ জীৱন আৰু বিশ্বাসৰ লগত জড়িত আৰু বিভিন্ন বতৰত উদ্‌যাপিত এনে উসৱ-পাৰ্বণসমূহ এতিয়া আৰু সেই ছোটনাগপুৰ, সিংভুম, ৰাঁচী আদি জিলাৰ একেচেতিয়া সংস্কৃতি হৈ থকা নাই। অসমৰ বায়ু-পানী আৰু

ভাষা-সংস্কৃতিৰ লগত ৰজিতা খাই পৰা এই উসৰসমূহে অসমত বসবাস কৰিবলৈ লোৱা চাহ জনগোষ্ঠীটোৰ অনেক ধৰণৰ সাংস্কৃতিক তাৎপৰ্য বহন কৰি আহিছে।

এই জীৱন সম্বলিত ভাষা-সংস্কৃতিক বহল অসমীয়া সাহিত্য-সংস্কৃতি জগতখনৰ সৈতে চিনাকি কৰি দিয়াৰ উদ্দেশ্যে যি কেইগৰাকী চাহ জনগোষ্ঠীৰ সাহিত্য সেৱক আৰু লেখক-লেখিকাই প্ৰকৃতাৰ্থত এনে চিন্তা-চৰ্চাত আত্মনিয়োগ কৰাৰ উপৰিও নিজা সংস্কৃতিক শুদ্ধৰূপত বিশ্লেষণ কৰি আহিছে— সেইসকলৰ ভিতৰত নীৰৱ চিন্তাবিদ, লোক সাহিত্যৰ অন্বেষক আৰু বিশিষ্ট লেখক জনগোষ্ঠীটোৰ 'পিতামহ' স্বৰূপ মেঘৰাজ কৰ্মকাৰদেৱ অন্যতম আৰু এই দিশত বাটকটীয়া।

মেঘৰাজ কৰ্মকাৰৰ জীৱনেই কৰ্ম আৰু তেওঁৰ উৎকৰ্ষিত কৰ্মসমূহেই সুস্থ আৰু উন্নতকামী চিন্তা-চেতনাৰ প্ৰতিফলন। জৰ্জৰিত জীৱনৰ হেঁচা-ঠেলাত পেপুৰা লগা চাহ জনগোষ্ঠীৰ অন্যান্য দহজনৰ দৰে তেখেতৰ চিন্তাসমূহ কেৱল ভাত-কাপোৰ অথবা বৈষয়িক চিন্তাৰ মাজতেই সীমাবদ্ধ নাছিল। তেখেতৰ ঘৰুৱা অৱস্থা ঠেক, মন কিন্তু বহল। জন্মস্থান জামিৰা চাহ বাগিচাৰ গাতে লাগি থকা সেই অঞ্চলৰ মজলীয়া বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা শেষ কৰি হাইস্কুলীয়া শিক্ষা ল'বলৈ চাইকেলেৰে অহা-যোৱা কৰিছিল ডিব্ৰুগড়ৰ তেতিয়াৰ জৰ্জ ইন্সটিটিউচনলৈ। সৃষ্টিমুখি চিন্তাসমূহ কলমৰ যোগেদি দাঙি ধৰিবলৈ প্ৰেৰণা পাইছিল সেইখন হাইস্কুলৰ ছাত্ৰ হিচাপে, সেই স্কুলৰ মুখপত্ৰ 'জ্যোতি'ৰ প্ৰথম সংখ্যাৰ সম্পাদক হিচাপে। এয়াই কৰ্মকাৰদেৱৰ লেখক জীৱনৰ আৰম্ভণি, নিজৰ চিন্তাক নিজে ফঁহিয়াই চোৱাৰ পটভূমি।

দুখ-ভাগৰক প্ৰশ্ৰয় নিদিয়া কৰ্মকাৰ জামিৰা চাহ বাগিচাৰ পৰা ডিব্ৰুগড়লৈ হাইস্কুলীয়া শিক্ষা ল'বলৈ চাইকেলেৰে যি আৰম্ভ কৰিলে—সেই চাইকেল যাত্ৰাৰ যেন বিৰাম নাই। ১৯৪৭ চনত বৰবৰুৱা ৰামেশ্বৰ উচ্চ মাধ্যমিক বিদ্যালয়ত কাৰ্যালয় সহকাৰী ৰূপে চাকৰি জীৱন আৰম্ভ কৰি তাতেই পিছলৈ হিন্দী শিক্ষক ৰূপে পদোন্নতি পোৱালৈকে আৰু তাৰে পৰা অৱসৰ গ্ৰহণ কৰা পৰ্যন্ত জামিৰাৰ পৰা চাইকেলেৰেই অহা-যোৱা কৰিলে। ইয়াৰ মাজতেই অনুসন্ধিৎসু মনৰ প্ৰেৰণাত বিভিন্ন ঠাইলৈ লোক সাহিত্যৰ সমল বিচাৰি ফুৰা যাত্ৰাবোৰ আছেই। বয়স বঢ়াৰ লগে লগে বাঢ়িছে ব্যস্ততাও। এইয়া সৃষ্টিমুখি ব্যস্ততা, লিখনিৰ ব্যস্ততা। বয়সত হাত কঁপিছে, কিন্তু লিখনি থমকি ৰোৱা নাই। মেঘৰাজ কৰ্মকাৰ প্ৰায় ওৰেটো



জীৱন চাহ জনগোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ উন্নয়নৰ স্বাৰ্থতেই উচৰ্গা কৰিছিল। তেওঁৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতাতেই 'অসম চাহ মজদুৰ সাহিত্য-সংস্কৃতিৰ পৰিষদ' নামৰ চাহ জনগোষ্ঠীৰ কল্যাণকামী সংস্থাটোৰ জন্ম। এই সংস্থাৰ তেওঁ প্ৰতিষ্ঠাপক সভাপতি। প্ৰতিজন চাহ জনগোষ্ঠীৰ লোকেই তেওঁৰ এই আদৰ্শত অনুপ্ৰাণিত হৈছিল— 'আসাম হাম্নিকে লাগে, হাম্নি আসাম কে'। এইটো তেওঁৰ কবিতাৰ ভাষা হ'লেও এইয়া যেন চাহ জনগোষ্ঠীৰ প্ৰতিজন অসমপ্ৰেমী লোকৰে মনৰ ভাষা। 'কল্পনাক বাস্তৱ ৰূপ দিয়া দৃঢ়প্ৰতিজ্ঞ কৰ্মী গঢ়ি তুলিব লাগিব চাহ মজদুৰ সমাজে। এই সমাজত আজি উপদেষ্টাৰ আৱশ্যক নাই। আছে আদৰ্শকৰ্মীৰ।' এই আহ্বান আৰু অনুভৱ মেঘৰাজ কৰ্মকাৰদেৱৰ।

বিভিন্ন ৰাজনৈতিক মতাদৰ্শৰ পৰা নিজকে যথেষ্ট নিলগাই ৰাখি চাহ জনগোষ্ঠীটোৰ সাহিত্য-সংস্কৃতিৰ পুৰণি উৎস বিচাৰি বিভিন্ন ঠাইত ঘূৰি ফুৰিছিল। আহৰণ কৰিছিল লোক সাহিত্য-সংস্কৃতিৰ অনেক সম্পদ আৰু সমল। এইবোৰৰ ফলতে তেওঁ লিখি উলিয়াইছিল জনশ্ৰুতি আৰু জনবিশ্বাসৰ সম্পৰ্কত আধাৰিত কেইবাখনো গ্ৰন্থ। এইবোৰৰ অন্যতম 'পানকে ডাটি', 'কৰম একাদশী', 'সহৰাই পৰৱ', 'দশভূজা দুৰ্গামাতা', যৌৱনেৰে ভালমন্দ', 'সতী টুসুমনি', 'গোপীন বন্দনা' আদি। এই কেইখন পুথি চাহ জনগোষ্ঠীৰ লোক কৃষ্টিৰ এক অন্যতম সংৰক্ষণ আৰু বিশ্লেষণ বুলি ক'ব পাৰি। তেওঁৰ কবিতাৰ পুথি 'খেলিমেলি'ত কবিৰ ব্যক্তিগত চিন্তাৰ বিভিন্ন খলকনি দেখা যায়। ভাদ মাহৰ শুক্লাপঞ্চমীৰ পৰা একাদশী তিথিলৈকে চাহ জনগোষ্ঠীয়ে পালন কৰা 'কৰম পৰৱ'ৰ তাৎপৰ্যই সুকীয়া। এই পৰৱ 'কৰ্মক ধৰ্ম হিচাপে পালন কৰা' পৰৱ। এই পৰৱ পালনৰ ইতিহাস আছে। নামে-গুণে 'কৰম গোসাঁইক' সন্তুষ্ট কৰিব পৰাতেই তেওঁলোকৰ বছৰটোৰ সাৰ্থকতা। কাম কৰি থাকিব পৰাকৈ এটা সুস্থ জীৱনৰ অধিকাৰী হ'বলৈ প্ৰাৰ্থনা জনোৱা হয় কৰম দেৱতাক। পূজা কৰা হয় কৰম বৃক্ষক। এই কৰম গোসাঁই পূজাৰ নামসমূহ সংগ্ৰহ আৰু উচিত বিশ্লেষণ কৰি কৰ্মকাৰে 'কৰম একাদশী' পুথিখনৰ গুৰুত্ব আৰু বঢ়াইছে। লোকবিশ্বাসৰ গাত আউজি ৰচনা কৰা তেখেতৰ অন্য এক পুথি 'দশভূজা দুৰ্গামাতা'ৰ মাজতো জনগোষ্ঠীটোৰ সুকীয়া ধৰ্মীয় চিন্তা-চেতনা অনুভৱ কৰিব পাৰি। হিন্দু ধৰ্মীয় বিশ্বাসত দুৰ্গামাতাৰ স্থান আৰু জনজীৱনত দেৱীৰ অনেক মহত্ব আৰু গুৰুত্ব আছে। এই মহত্ব যেন চাহ জনগোষ্ঠীৰ লোকসকলে আৰু সুকীয়াভাৱে অনুভৱ কৰি আহিছে। কৰ্মকাৰে

এই চিন্তাকৰ্মৰ বিষয়টো অধিক সজাগতাৰে দাঙি ধৰিছে। 'মাতৃৰূপেন সংস্থিতা' দুৰ্গামাতাই এক সাত্বিক জীৱন-যাপনৰ ক্ষেত্ৰত কেনেকৈ চাহ মজদুৰসকলৰ সহায়ক হৈ আহিছে সেইখিনি কথা পুথিখনৰ শেহৰ ফালে 'চাহ মজদুৰ ভাইকে ৱাস্তে' শীৰ্ষক সংযোজিত লিখনিটোৰ যোগেদি চাহ মজদুৰসকলৰ ভাষাতেই ব্যক্ত কৰি মজদুৰ সমাজত দেৱী আৰাধনা আৰু শক্তি পূজাৰ গুৰুত্ব বঢ়াইছে। কাৰণ তেখেতৰ দৃষ্টিত ***'চা মজদুৰ সমাজে নাৰী জাতিকে ওপৰে এই ৰকম জোৰ-জুলুম, অন্যায়-অবিচাৰ চলল খাতিৰেই ওসৰ আইজ এতনা নীচে গিৰল আহে। এই সমাজটাকে ওপৰ উঠাইক একটাই উপায় আছে ওটা লাগে বেটী ছোৱাসৰকে শিক্ষিত কৰা'***—দুৰ্গামাতাৰ আশীৰ্বাদ আৰু তেওঁক আৰাধনাৰ অবিহনে যেন এইবোৰ সাধনাৰ সুফল সম্ভৱ নহয়। পুথিখন সৰু হ'লেও জনবিশ্বাসক গুৰুত্ব দিয়াৰ সমান্তৰালভাৱে লেখকৰ সামাজিক উৎকৰ্ষিত মনৰ চিন্তা-চেতনাও প্ৰকাশ পাইছে। কৰ্মকাৰৰ চিন্তাশীল আৰু অধ্যয়নপুষ্ট জীৱনৰ অন্যতম স্বাক্ষৰ বহন কৰা পুথিখন হৈছে 'শালুক বচন।' যাৰ অৰ্থ হৈছে—'মিহি ভাষাৰ অৰ্থপূৰ্ণ বচন'। যিবোৰ বচনে সামৰি লৈছে চাহ জনগোষ্ঠীটোৰ বৈচিত্ৰ্যপূৰ্ণ সাংস্কৃতিক উপাদানবোৰ। পুথিখনত সন্নিৱিষ্ট চাহ জনগোষ্ঠীৰ 'বচন'সমূহ অসমীয়া প্ৰবাদ বাক্য আৰু প্ৰবচনসমূহৰ কাষ চপা। অৰ্থ একে নহ'লেও একেই চহা জীৱনৰ উৰ্বৰা পটভূমিত গজালি মেলা—সৰল শব্দৰ জটিল অৰ্থ। ১৯০৭ টা 'বচন'ৰ সমষ্টি 'শালুক বচন।' লেখকে প্ৰতিটোৰে অসমীয়া ভাবপূৰ্ণ অৰ্থ সন্নিৱিষ্ট কৰি পুথিখনৰ আৰু জনগোষ্ঠীটোৰ লৌকিক সাহিত্য-সংস্কৃতিক অসমীয়া সাহিত্য-সংস্কৃতিৰ ওচৰ চপাই অসমীয়া ভাষা-সাহিত্য বিকাশত নিজৰ দায়বদ্ধতাক বজাই ৰাখিছে। পুথিখনত গৱেষণালব্ধ তত্ত্বগধুৰ গভীৰ চিন্তা-চৰ্চাৰ উপৰি বিজ্ঞ সমাজৰ অনেক অনুসন্ধিৎসু মনক বিভিন্ন সমল যোগান ধৰিব পৰা উপাদান সন্নিৱিষ্ট হৈ আছে। এই দিশৰ পৰা 'শালুক বচন' অসমীয়া লোক সাহিত্যত এক অন্যতম সংযোজন। ১৯৮৪ চনত প্ৰকাশিত এই পুথিখনৰ সন্দৰ্ভত সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতি ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, লোক সাহিত্যৰ গৱেষক ড° লীলা গগৈ, সেই সময়ৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়া, শিক্ষাবিদ, কথা সাহিত্যিক আব্দুছ ছাত্তাৰ, বিশিষ্ট কবি, সমালোচক ড° মহেন্দ্ৰ বৰা আদিয়ে অনেক তত্ত্বপূৰ্ণ মন্তব্য আগবঢ়াই পুথিখনৰ বিষয়বস্তুৰ গুৰুত্ব বঢ়াই তোলাৰ উপৰি লেখক মেঘৰাজ কৰ্মকাৰৰ সাহিত্য সাধনা,



অভিজ্ঞতালব্ধ সাহিত্যিক জীৱনক অধিক বিকশাই তুলিছে। পৈণত জীৱনৰ পুৰঠ চিন্তা চেতনাৰ থুপাকলি স্বৰূপ এইখন পুথিয়ে কৰ্মকাৰৰ সাহিত্যিক জীৱনক যেন নতুন আৰু সন্মানীয় ৰূপত প্ৰতিষ্ঠা কৰিলে। 'খেলিমেলি'ৰ কবিতা পুথিখনৰ মাজত থকা তেওঁৰ খেলি মেলি জীৱনৰ অবিস্মৰণীয় খেলিমেলিবোৰ যেন এইখন পুথিত জোঁৱাৰ ভাটাৰ পিছত ক্ষান্ত পৰা সাগৰৰ দৰে শান্ত আৰু গম্ভীৰ হ'ল।

১৯৮১-৮২ চনত অসম সাহিত্য সভাই কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকত মেঘৰাজ কৰ্মকাৰক স্থান দি তেওঁৰ সাহিত্যিক জীৱনক ৰাজ্যিক মৰ্যাদা প্ৰদান কৰিলে। ১৯৮৬ চনত সেই সময়ত অবিভক্ত ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ সন্মানীয় সভাপতিৰ পদ অলংকৃত কৰাৰ সুযোগ দি জাতি-বৰ্ণ নিৰ্বিশেষে অসমীয়া সাহিত্যপ্ৰেমীসকলে তেওঁৰ সাহিত্য সাধনাক যি সন্মান জনালে সেই সন্মানে তেওঁক কেৱল চাহ জনগোষ্ঠীটোৰ অগ্ৰণী সাহিত্যিক ৰূপেই নহয় অসমীয়া ভাষা সাহিত্যৰো এগৰাকী প্ৰকৃত সেৱক আৰু পৈণত লেখক হিচাপে স্বীকৃতি প্ৰদান কৰিলে। ভাষা সাহিত্যৰ সংহতিৰ বেদীত এই দিশত তেওঁ বিৰল প্ৰতিভাৰূপে চিহ্নিত হ'ব। ইয়াৰোপৰি অসম চৰকাৰে তেওঁৰ আজন্ম সাহিত্য সাধনাৰ সন্মানৰূপে তেওঁলৈ যি সাহিত্যিক পেন্সন আগবঢ়ালে—সি কেৱল চৰকাৰী স্বীকৃতিয়েই নহয়, ৰাইজৰো স্বীকৃতি, পাঠক সমাজৰ স্বীকৃতি আৰু চাহ জনগোষ্ঠী সমাজৰ নমস্য স্বীকৃতি; যদিও স্বীকৃতিৰ আশাত তেওঁৰ সৃষ্টিসমূহ আবদ্ধ নহয়। কৰ্মকাৰেই চাহ মজদুৰ সমাজৰ প্ৰথম সাহিত্যিক পেন্সনেৰে চৰকাৰী সন্মান লাভ কৰোঁতা। ঠিকেই, তেওঁ সমস্যাৰে জৰ্জৰিত চাহ জনগোষ্ঠীৰ জীৱনবোৰৰ প্ৰতি বিগলিত হৃদয়ে সাহিত্যৰ সমল বিচাৰি পাইছিল জনগোষ্ঠীটোৰ সমাজ জীৱনৰ মাজত। এক কথাত জনগোষ্ঠীটোৰ প্ৰতি তেওঁৰ দায়বদ্ধতাক জীৱনৰ ব্ৰত হিচাপে লৈছিল। অসমীয়া ভাষা-সাহিত্যক যদি অসমত বসবাস কৰা প্ৰতিটো জনগোষ্ঠীৰেই উমৈহতীয়া ভাব বিকাশৰ থলি বুলি গণ্য কৰা হয়— তেন্তে চাহ জনগোষ্ঠীৰ লোক- কৃষ্টিৰ অমূল্য সম্পদসমূহ ৰক্ষা কৰি ৰচনা কৰা কৰ্মকাৰৰ প্ৰতিটো লিখনিয়েই অসমীয়া সাহিত্য-সংস্কৃতিৰো অমূল্য সম্পদ। অসমীয়া সাহিত্যলৈ আগবঢ়োৱা এনে আপুৰুগীয়া সমল সমৃদ্ধ লিখনিসমূহৰ বাবে মেঘৰাজ কৰ্মকাৰ অসমীয়া ভাষা-সাহিত্যৰ এক অনন্য প্ৰতিভাৰ নিদৰ্শন।

সকলো সময়তে নিয়মানুবৰ্তিতা মানি চলা, বয়সক সেও নামানি বিভিন্ন লিখনিৰে নিজৰ মন আৰু চিন্তাক সতেজ কৰি ৰখা, সকলো লিখনি তথা প্ৰকাশিত

পুথিতে নিজৰ অনুসন্ধিৎসু আৰু তত্বদৰ্শী ভাৱাবেগ বজাই ৰখা আৰু স্বাভাৱিকভাৱেই অমায়িক মেঘৰাজ কৰ্মকাৰৰ জীৱনাদৰ্শ কেৱল চাহ জনগোষ্ঠীৰ লেখক-লেখিকা আৰু উত্তৰ পুৰুষৰ বাবেই নহয়, অসমীয়া সাহিত্য-সংস্কৃতি চৰ্চা আৰু সাধনাৰ সৈতে জড়িত হৈ পৰা প্ৰতিগৰাকী নবীন-প্ৰবীণৰে এক অনন্য প্ৰেৰণা স্বৰূপ। নিজৰ বাবে একো নাৰাখি দহজনৰ বাবে চিন্তা কৰিয়েই সমগ্ৰ জীৱন অতিবাহিত কৰা এইগৰাকী আদৰণীয় সাহিত্যিকৰ প্ৰকাশিত পুথিসমূহৰ উপৰি বিভিন্ন কাকত-আলোচনীত সিঁচৰতি হৈ থকা লিখনিসমূহ একত্ৰিতে থূপাই 'ৰচনাৱলী'ৰূপে প্ৰকাশ কৰাৰ মহান কৰ্তব্য কেৱল চাহ জনগোষ্ঠীৰে নহয়, অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানৰো। এইক্ষেত্ৰত চাহ জনগোষ্ঠী সমাজৰ নবীন চাম লেখক-লেখিকাৰো বহু কৰণীয় আছে। তেতিয়াহে 'পিতামহ'লৈ উচিত আৰু প্ৰকৃত সন্মান আগবঢ়োৱা হ'ব। ■



# সাহিত্যিক পেঞ্চনাৰ নাৰায়ণ ঘাটোৱাৰৰ জীৱন আৰু কৃতি

বিপিন দত্ত

'মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ
আমি কৰিব পাৰো জীৱন গঢ়িত।
অভিনয় শেষ হ'লে আয়ু বেলি মাৰ গ'লে
থৈ যাব পাৰোঁ খোজ সময় বালিত।'

নাৰায়ণ ঘাটোৱাৰে নিজৰ কৃতকৰ্মৰ যোগেদি সময়ৰ বালিত খোজ থৈ যোৱা কথাটোত কাৰো দ্বিমত থাকিব নোৱাৰে। চাহ গনগোষ্ঠীৰ এইজনা মহান সাহিত্যিকে জীৱনৰ সময়বোৰ বিভিন্ন কৰ্মৰ মাজেদি অতিবাহিত কৰি অসমীয়া সমাজ জীৱনলৈ যি অৰিহণা আগবঢ়াই থৈ গ'ল সেয়া পিছৰ চাম পুৰুষৰ বাবে আদৰ্শ স্বৰূপ হৈ ৰ'ব।

চাবুৱা আৰু টেঙাখাতৰ প্ৰায় সোঁ মাজতে অৱস্থিত ৰংচঙী গাঁৱত ঘাটোৱাৰ পৰিয়ালৰ প্ৰকৃত বাসস্থান। জনা যায় যে চাবুৱা চাহ বাগিচাৰ এসময়ৰ মেনেজাৰ মিঃ হিল চাহাবে ৰংচঙী গাঁৱৰ এই মাটিডোখৰ ৰায় ঘাটোৱাৰ পৰিয়াল নামে খ্যাত এই পৰিয়ালটিক দানসূত্ৰে আগবঢ়াইছিল। সেই পৰিয়ালৰে ধনীয়া ঘাটোৱাৰৰ জ্যেষ্ঠ পুত্ৰ পূৰণ ঘাটোৱাৰ আৰু দুৰ্গে ঘাটোৱাৰৰ ঔৰসত ১৯৪১ চনৰ ২৭ আগষ্ট তাৰিখত নাৰায়ণ ঘাটোৱাৰদেৱৰ জন্ম হৈছিল। সেই গাঁৱতে ডাঙৰ-দীঘল হৈ শিক্ষা জীৱনৰ পাতনি মেলিছিল ৰংচঙী প্ৰাথমিক বিদ্যালয়ত। প্ৰাথমিক শিক্ষা সাং কৰি তেখেতে টেঙাখাত উচ্চ মাধ্যমিক (বৰ্তমান উচ্চতৰ)

বিদ্যালয়ত নাম ভৰ্তি কৰে। ছাত্ৰ অৱস্থাৰ পৰাই ঘাটোৱাৰ অতি মেধা আৰু তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। সেই সময়ৰ টেঙাখাত উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক উমাকান্ত দাসে ঘাটোৱাৰৰ মেধা গুণৰ কথা স্বীকাৰ কৰি গৈছে। ইংৰাজী বিষয়ত থকা তেওঁৰ দখল লগতে বিদ্যালয়ৰ সভা-সমিতি বিলাকত ইংৰাজীত দিয়া সলসলীয়া ভাষণে সকলো ছাত্ৰ-ছাত্ৰীকে মুগ্ধ কৰিছিল। টেঙাখাত উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত ডিব্ৰুগড় হনুমান বক্স কানৈ মহাবিদ্যালয়ত নামভৰ্তি কৰে। এই সময়ৰ পৰাই তেওঁৰ সাহিত্যিক জীৱনৰ পাতনি মেলা বুলিব পাৰি। ডিব্ৰুগড় হনুমান বক্স কানৈ মহাবিদ্যালয়ৰ পৰা স্নাতক হৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া বিভাগত নাম ভৰ্তি কৰে। অসমীয়া বিভাগত স্নাতকোত্তৰ মহলাৰ প্ৰাৰম্ভিক শ্ৰেণীৰ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত বিভিন্ন অসুবিধা আৰু আৰ্থিক দীনতাৰ বাবে শিক্ষা জীৱন ইমানতে সামৰণি মাৰিব লগা হয়।

শিক্ষা জীৱন সমাপ্ত হোৱাৰ পিছত ঘাটোৱাৰে নৱ প্ৰতিষ্ঠিত ৰংচঙী সৌমাৰপীঠ উচ্চ ইংৰাজী বিদ্যালয় ১৯৬৫ চনৰ ১জুন তাৰিখে সহকাৰী শিক্ষক হিচাপে যোগদান কৰে। কিছু দিন শিক্ষকতা কৰাৰ পাছত এই কামৰ পৰা অব্যাহতি লৈ বিভিন্ন সামাজিক কামত মনোনিৱেশ কৰে।

ট্ৰেড ইউনিয়নৰ কৰ্মী হিচাপে তেওঁ প্ৰায় বাৰ বছৰৰ অভিজ্ঞতা লাভ কৰিছিল। এইখিনি সময়তে তেওঁ নিৰ্দলীয় প্ৰাৰ্থী হিচাপে অসম বিধান সভা নিৰ্বাচনত এবাৰ প্ৰতিদ্বন্দ্বিতা কৰিছিল। ১৯৭০ চনত ঘাটোৱাৰে প্ৰত্যক্ষভাৱে অসম চাহ মজদুৰ সংঘৰ লগত জড়িত হোৱাৰ আগতে চাবুৱাৰ অসম বিদ্যাপীঠ উচ্চ মাধ্যমিক (বৰ্তমান উচ্চতৰ মাধ্যমিক) বিদ্যালয়তো কিছু দিন শিক্ষকতা কৰিছিল। তেওঁৰ চাবুৱাত নিগাজীকৈ বসবাস কৰিবলৈ লয়। ১৯৬৬ চনত চাবুৱা শাখা সাহিত্য সভা গঠন হয় আৰু সেই শাখাৰ তেওঁৰ প্ৰতিষ্ঠাপক সম্পাদক হোৱাৰ লগতে অসম সাহিত্য সভাৰ লগত প্ৰত্যক্ষভাৱে জড়িত হৈ পৰে। ১৯৬৬ চনৰ পৰা কেইবা বছৰো তেওঁৰ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য মনোনীত হৈছিল। তাৰ পিছতে ১৯৭০ চনৰ পৰা উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্ববৃহৎ শ্ৰম সংগঠন অসম চাহ মজদুৰ সংঘৰ লগত জড়িত হৈ পৰে! ট্ৰেড ইউনিয়নৰ কৰ্মী হিচাপে এই শ্ৰম সংঘৰ লগত জড়িত হৈ প্ৰায় ১২ বছৰ কাল চাহ শ্ৰমিকসকলৰ কল্যাণৰ বাবে কাম কৰিছিল। তেওঁৰ অসম চাহ মজদুৰ সংঘৰ টিংৰাই শাখাৰ প্ৰথমে সহকাৰী সম্পাদক আৰু পিছলৈ সম্পাদক হয়গৈ।



১৯৮১ চনত তেখেতে এই কামৰ পৰা অব্যাহতি লয়।

১৯৮১ চনৰ পৰা ১৯৮৯ চন মানলৈকে তেওঁৰ ডুমডুমাৰ ওচৰৰ বৰডুবি উচ্চ মাধ্যমিক বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে কাম কৰিছিল। ১৯৮১ চনত বৰডুবি চাহ বাগিছাত এখনি আলোচনা চক্ৰ হৈছিল আৰু ১৯৮৭ চনত ডুমডুমাত সদৌ অসম অন্যান্য পিছপৰা শ্ৰেণীৰ সন্মিলন অনুষ্ঠিত হৈছিল আৰু দুয়োটা অনুষ্ঠান উপলক্ষে প্ৰকাশ কৰি উলিওৱা স্মৃতিগ্ৰন্থ দুখনৰ সম্পাদনাৰ দায়িত্ব তেওঁৰ বহন কৰিছিল।

আৰ্থিক দৈন্য এইজনা সাহিত্য সাধকৰ চিৰ লগৰী আছিল। বিশেষকৈ আশীৰ দশকৰ শেষৰ ফালে তেওঁক আৰ্থিক সমস্যাই জুৰুলা কৰিছিল। ১৯৯১ চনত অসম চৰকাৰে তেওঁৰ সাহিত্য কৰ্মৰ স্বীকৃতি দি সাহিত্য পেঞ্চনটি আগবঢ়োৱাত কিছু হ'লেও সকাহ পাইছিল। সাহিত্যিক পেঞ্চন লাভ কৰাৰ পিছত তেওঁ নিজকে বিশেষভাৱে ক'তো জড়িত নকৰি ঘৰতে থাকি সাহিত্য সাধনা কৰিছিল। সভা-সমিতিলৈ বুলি য'লৈকে মাতে তেওঁ গৈছিল আৰু যেয়ে যেনেকৈ বিচাৰে তেনেকৈ সকলোকে প্ৰবন্ধ-পাতি লিখি দিছিল। এইবোৰৰ মাজত ব্যস্ত থাকিও তেওঁ অন্য বহুখিনি আঁচনি হাতত লৈছিল। এই সময়ছোৱাত তেওঁ শিৱসাগৰ আৰু গোলাঘাটৰ পৰা প্ৰকাশ পোৱা 'সেউজ পুত্ৰ' নামৰ আলোচনীখনত নিজৰ আত্মজীৱনী খণ্ড খণ্ডকৈ প্ৰকাশ কৰাৰ কাম হাতত লৈছিল। 'অস্তগামী সূৰুযৰ কাঁচিয়লি ৰ'দ' নাম দি প্ৰকাশ কৰা আত্মজীৱনীৰ কেইটামান খণ্ড প্ৰকাশ পোৱাৰ পাছত আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ যোৱাত এই কামো তেওঁৰ আধৰুৱা হৈ ৰ'ল। এই সময়ছোৱাত তেওঁ ডিব্ৰুগড়ৰ কেইটামান প্ৰকাশন গোষ্ঠীৰ লগত জড়িত হৈছিল।

তেখেতে 'নতুন দৈনিক' কাকতত চাহ শ্ৰমিক জনগোষ্ঠীৰ লোকগীত 'ঝুমুইৰ গীত' সম্পৰ্কে কেইবাটাও তত্ত্বগধুৰ প্ৰবন্ধ লিখি অসমীয়া পাঠক সমাজৰ লগত পৰিচিত হৈ পৰে। এই লেখনিসমূহৰ যোগেদি তেখেতে চাহ জনগোষ্ঠীটোৰ ঝুমুইৰ গীত সম্পৰ্কে জনগোষ্ঠীটোৰ সাংস্কৃতিক জীৱনৰ এটি সম্যক জ্ঞান অন্য জনগোষ্ঠীৰ আগত দাঙি ধৰিবলৈ সক্ষম হৈছিল আৰু চাহ জনগোষ্ঠীৰ বিষয়ে জানিবলৈ সুবিধা কৰি দিছিল। সেই তেতিয়াৰ পৰা মৃত্যুৰ সময়লৈকে প্ৰায় তিনিশতকৈয়ো অধিক প্ৰবন্ধ লিখি এজন যোগ্য প্ৰবন্ধকাৰ হিচাপে নিজৰ প্ৰতিভাৰ পৰিচয় ৰাখি থৈ গৈছে। তেওঁৰ এই প্ৰবন্ধসমূহ বিভিন্ন বাতৰি কাকত, আলোচনী আদিত সিঁচৰতি হৈ আছে। এইবিলাক সংগ্ৰহ কৰি

সংৰক্ষণ কৰা অতি দৰকাৰ। এটা সূক্ষ্ম অধ্যয়নৰত অনুসন্ধিৎসু আৰু অভিজ্ঞতাপুষ্ট মন নহ'লে ইমান প্ৰবন্ধ পাতি লিখা-মেলা কৰাতো সম্ভৱ নহয়। কষ্ট সাধ্য এনে কাম সকলোৰে বাবে সম্ভৱ নহয়। তেওঁক বুজিবলৈ হ'লে এই প্ৰবন্ধসমূহ অধ্যয়নৰ প্ৰয়োজন অতি বেছি।

চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতি, লোক গাঁথা, গীত-মাতৰ সম্পৰ্কত তেওঁৰ জ্ঞানৰ বিশালতা সহজে অনুমেয়। তেওঁৰ লিখনিসমূহ যে চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ ওপৰতে সীমাৱদ্ধ আছিল তেনে নহয়, তেওঁ বিশাল অসমীয়া সংস্কৃতিৰ সম্পৰ্কত সূক্ষ্ম অধ্যয়ন কৰিছিল আৰু সেই সম্পৰ্কেও ভালেমান লিখনিৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। তেওঁ যেনেকৈ ঝুমুইৰ গীতৰ লগতে টুচু, কৰম আদি চাহ জনগোষ্ঠীয় বিভিন্ন পৰৱ আদিৰ সম্পৰ্কত কৰ্তৃত্বপূৰ্ণ আৰু তথ্যভিত্তিক লেখা আগবঢ়াইছিল তেনেকৈ সমান দক্ষতাৰে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱকে আদি কৰি পৰৱৰ্তী গুৰুসকলৰ সম্পৰ্কতো, আৰু তেওঁলোকে অসমীয়া সমাজ জীৱন তথা অসমীয়া জাতি গঠনত আগবঢ়াই যোৱা যাউতিযুগীয়া অৱদানৰ সম্পৰ্কতো লিখিছিল। অসমৰ ধৰ্মীয় তথা কলা-কৃষ্টি, সাহিত্য-সংস্কৃতিৰ লগতে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ অন্যান্য আৰু একক অসমীয়া জাতীয় উসৱ বিহু সংস্কৃতিৰ সম্পৰ্কতো তেওঁ কলম চলাইছিল। লগতে শ্ৰমিকসকলৰ জীৱন গাঁথা তথা চাহ শ্ৰমিকৰ ওপৰত প্ৰযোজ্য হোৱা শ্ৰমিক আইনৰ দিশতো তেওঁ কলম চলিছিল। তেওঁৰ লিখনি যে বিশেষ সীমাৰ ভিতৰত আৱদ্ধ আছিল এনে নহয়, প্ৰয়োজনত সকলো বিষয়ৰ ওপৰত নিষ্ঠা সহকাৰে লিখনি আগবঢ়াই গৈছে।

নাৰায়ণ ঘাটোৱাৰৰ জীৱনৰ কীৰ্তিস্মম্ভ স্বৰূপ প্ৰকাশিত দুখনি গ্ৰন্থ হ'ল—(১) ঝুমুইৰ গীতৰ মাজেদি বনুৱা জীৱনত এভুমুকি আৰু (২) বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি। কলেবৰত সৰু যদিও দুয়োখন গ্ৰন্থই অসমীয়া সাহিত্যৰ অমূল্য সম্পদ হিচাপে পৰিগণিত হৈছে। বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি গ্ৰন্থখনি অসম সাহিত্য সভাৰ বৰপথাৰ শাখা সাহিত্য সভাই প্ৰকাশ কৰি উলিয়াইছিল। চাহ জনগোষ্ঠীটোক অন্য গোষ্ঠীসমূহৰ লগত পৰিচয় কৰাই দিয়াত এইদুখন কিতাপৰ অৱদান অপৰিসীম। তেখেতৰ অন্য লিখনি বাদ দিলেও এই দুখন কিতাপেই তেওঁক মূল্যায়ন কৰিবৰ বাবে যথেষ্ট।

নাৰায়ণ ঘাটোৱাৰৰ জীৱনৰ আন এটা দিশ হ'ল আলোচনী আৰু স্মৃতিগ্ৰন্থ সম্পাদনা কৰি এটা অভিলেখ গঢ়ি গৈছে বুলি ক'লেও বঢ়াই কোৱা নহ'ব। সদৌ অসম চাহ জনজাতি চাত্ৰ সন্থাৰ মুখপত্ৰ 'সেউজী পাতৰ' তেওঁ



প্ৰতিষ্ঠাপক সম্পাদক আছিল। ১৯৬৩ চনৰ পৰা ১৯৬৬ চনলৈকে একেৰাহে তিনিবছৰ কাল এই বছৰেকীয়া মুখপত্ৰখনৰ সম্পাদনা কৰিছিল। উল্লেখযোগ্য যে অসমীয়া সাহিত্য জগতত সুপৰিচিত বহু চাহ জনজাতিৰ লেখকে প্ৰথমে সেউজী পাততে অনুশীলন আৰম্ভ কৰিছিল। তেওঁ সম্পাদনা কৰা আনখন আলোচনী হ'ল চাবুৱাৰ পৰা প্ৰকাশিত 'প্ৰতিকাৰ'। আলোচনীখন বেছি দিন স্থায়ী নহ'ল। তদুপৰি বিভিন্ন উপলক্ষে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থসমূহ—হাঁসলী, জিন্দেগানী, মাদল, শিৰিশ, কেঁচাসোণ, এটি কলি দুটি পাত আদি তেওঁ সম্পাদনা কৰি সফলতাৰ স্বাক্ষৰ এৰি থৈ গৈছে। আনহাতে অসম সাহিত্য সভাৰ লগত সম্পৰ্ক থকা স্মৃতিগ্ৰন্থ যেনে— ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ চাবুৱা অধিৱেশনৰ স্মৃতিগ্ৰন্থ, [illegible]ড়বি চাহ বাগিচাত অনুষ্ঠিত কৰা আলোচনা চক্ৰৰ স্মৃতিগ্ৰন্থ, ডিব্ৰুগড় জি[illegible] সাহিত্য পৰিষদৰ লেখক শিবিৰৰ স্মৃতিগ্ৰন্থ, সদৌ অসম অন্যান্য পিছপৰা শ্ৰে[illegible]ৰ সন্মিলনৰ ডুমডুমা অধিৱেশনৰ স্মৃতিগ্ৰন্থ আদি মুঠতে দহখন মান স্মৃতিগ্ৰন্থ, দুখন আলোচনী সম্পাদনা কৰি তেখেতে প্ৰচুৰ অভিজ্ঞতা অৰ্জন কৰিছিল আৰু লগতে সাহিত্যিক জীৱনৰ ভেঁটিও সুদৃঢ় কৰিছিল। 'মজদুৰ' নামৰ কাকতখনৰ সহকাৰী সম্পাদক আছিল আৰু এইদৰে তেখেত কাকতখনৰ যোগেদি সংবাদ পত্ৰৰ জগতখনৰ লগতো জড়িত হৈ পৰিছিল আৰু সাংবাদিক হিচাপে অভিজ্ঞতা অৰ্জন কৰাৰ সুযোগ গ্ৰহণ কৰিছিল।

নাৰায়ণ ঘাটোৱাৰৰ আন এটি দিশ হ'ল—সুদীৰ্ঘ কাল ধৰি আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ জৰিয়তে চাহ শ্ৰমিকৰ আচৰ অনুষ্ঠান বা অন্যান্য অনুষ্ঠানত বহুতো কথিকা, সংগীতালেখ্য, আলোচনা-চক্ৰ আদি প্ৰচাৰ কৰিছিল। কথিকাসমূহত শিক্ষা-সংস্কৃতি, পূজা-পাৰ্বণ আদি অনেক বিষয় ঠাই পাইছে। তত্ত্বগধুৰ, তথ্যসমৃদ্ধ তথা প্ৰাঞ্জল ভাষাৰে পৰিপুষ্ট কথিকাসমূহ সংগ্ৰহ হ'লে ভাল হয়। কেৱল নিজেই নহয়, আনকো বিভিন্ন কাৰ্যসূচী আকাশবাণীৰ যোগেদি প্ৰচাৰ কৰিবৰ বাবে উৎসাহ যোগাইছিল নতুবা আকাশবাণীৰ লগত যোগাযোগ কৰি দিছিল।

ৰংচণ্ডীৰ সোণোৱাল-কছাৰী গাঁৱৰ মাজত ডাঙৰ-দীঘল হোৱা ঘাটোৱাৰদেৱে পাচতহে চাহ শ্ৰমিক সমাজখন ওচৰৰ পৰা দেখিছিল। দুটা বিপৰীত পৰিৱেশেৰে সমৃদ্ধ হৈ পুষ্ট হোৱাৰ বাবেই তেওঁ সমন্বয়ৰ কথা সদায় দোহাৰিছিল। তেওঁ ব্যৱহাৰত অমায়িক, স্বভাৱত ধীৰ, স্থিৰ, নম্ৰ আৰু বৰ ভদ্ৰ আছিল। অতি সাধাৰণ জীৱন-

যাপনেৰে উচ্চ চিন্তা কৰা বিৰল চৰিত্ৰৰ ঘাটোৱাৰে সকলোৰে পৰা আদৰ লাভ কৰিব পৰা ব্যক্তিৰূপে পৰিচিত আছিল। সাহিত্যৰ ৰস আস্বাদন কৰিবলৈ গৈ তেখেতে ইংৰাজী, হিন্দী বা অন্য যি সাহিত্যই নহওক তাৰ পৰা জ্ঞান অৰ্জন কৰিছিল, যাৰ ফলস্বৰূপে বহুতো মূল্যৱান প্ৰবন্ধ-পাতি তেওঁৰ কাপৰ মাজেদি প্ৰকাশ পাইছিল। অসমৰ শ্ৰমিক সমাজখনৰ প্ৰতি, বিশেষকৈ চাহ শ্ৰমিক সমাজখনৰ প্ৰতি তেওঁৰ হৃদয়ত দৰদ আছিল। অন্তৰদৃষ্টিৰে শ্ৰমিকৰ সমস্যাসমূহ তেওঁ উপলব্ধি কৰিব পাৰিছিল আৰু সেই সমূহ নিৰাময়ৰ বাবে হয়তো উপায়ৰ চিন্তা কৰিছিল। বৃটিছসকলে মাতি আনি অসমৰ চাহবাগিচাসমূহত স্থাপন কৰা এই সমাজখন শিক্ষা-দীক্ষা, অৰ্থনীতি, স্বাস্থ্য, স্বভাৱ-চৰিত্ৰ আদি এশ এবুৰি সমস্যাৰে জৰ্জৰিত সমাজখন তেতিয়াৰে পৰা এতিয়ালৈকে শোষণৰ বলি হৈ আহিছে। স্বাধীন চৰকাৰেও এইসকলৰ বিশেষ এটা পৰিৱৰ্তন আনিব পৰা নাই। দুশ বছৰীয়া এই সমস্যাসমূহৰ পৰা পৰিত্ৰাণ পাবৰ বাবে উপায় নাপাই যেন গহ্বৰৰ ভিতৰত ঘূৰি ফুৰিছে। ঘাটোৱাৰে লিখনিসমূহত চাহ শ্ৰমিক সমাজখনে নিজৰ প্ৰতিবিম্ব দেখা পাইছিল। লিখনিসমূহে সমাজখনক নিজকে চিনি পোৱাৰ লগতে আনকো চিনি পাবলৈ সুবিধা কৰি দিলে। তেওঁৰ মতে চাহ শ্ৰমিকসকল অসমীয়া অন্য সম্প্ৰদায়সমূহৰ দৰেই অসমীয়া আৰু অসমীয়া ভাষা তেওঁলোকৰ মাতৃভাষা। তেওঁ সদায় সমন্বয়ৰ কথাহে কৈছিল, শান্তিৰ পোষকতা কৰিছিল। লিখনিসমূহৰ মাজেদি কোনোধৰণৰ আন্দোলন বা তেনে ধৰণৰ আদৰ্শৰে সমাজখনক প্ৰভাৱান্বিত কৰিবলৈ চেষ্টা কৰা নাছিল। তথাপি চাহ শ্ৰমিক সমাজখনে তেওঁৰ লিখনিত যেন কিবা এটা ৰেঙণি দেখা পাইছিল। সেয়ে তেওঁক চাহ শ্ৰমিক সমাজখনে 'হামদেৰ তাৰা' উপাধিৰে বিভূষিত কৰিছিল। বহুধা বিভক্ত ব্যক্তিত্বৰ ঘাটোৱাৰৰ জীৱন কালত বহুতো সভা-সমিতিলৈ বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰিত হৈছিল, বহুতো ঠাইত সম্বৰ্ধিত হৈছিল আৰু বহুতো বহু বহু অনুষ্ঠানৰ সদস্য নিৰ্বাচিত হৈছিল। প্ৰচাৰ বিমুখ, কোনো বিতৰ্কৰ মাজত সোমাই পৰিব নোখোজা, অলপতে সন্তুষ্ট থকা, সকলোকে হাঁহিমুখে সম্ভাষণ জনোৱা, কোনো সমস্যাকে সমস্যা বুলি জ্ঞান নকৰা এইজন ব্যক্তিৰ কিন্তু সমাজখনৰ ওপৰত গভীৰ আস্থা আছিল। এই স্বভাৱটোৰ বাবেই তেওঁৰ মনত কোনো গোষ্ঠীগতভাবে ঠাই নাপাইছিল। সকলো মিলি-জুলি থকাতো তেওঁ বিচাৰিছিল।

বহুতো গুণেৰে সমৃদ্ধ এইজনা মহান ব্যক্তিয়ে ইহসংসাৰত পৰিবাৰ, তিনিগৰাকী কন্যা আৰু এটি পুত্ৰ সন্তান এৰি থৈ ইং ২৫/৭/২০০৪ তাৰিখ দেওবাৰে নিশা ১০-৩০ বজাত হৃদৰোগত আক্ৰান্ত হৈ বৈকুণ্ঠ ধামলৈ গতি কৰে। ইমান সোনকালে এইজন



ব্যক্তিক হেৰুৱাব লাগিব বুলি চাবুৱাবাসী তথা অসমবাসীয়ে হয়তো কল্পনাও কৰা নাছিল। চাহ শ্ৰমিক সমাজৰ 'হামদেৰ তাৰা'ৰ জীৱন বন্তি চিৰকাললৈ নিৰ্বাপিত হ'ল। তেওঁ আজি আমাৰ মাজত নাই, কিন্তু তেওঁ সদায় জীয়াই থাকিব তেওঁৰ লিখনিসমূহৰ মাজত, আমাৰ হৃদয়ৰ মাজত।■

# দেউৰাম তাছাৰ সাহিত্য-কৰ্ম ঃ এক সমীক্ষা

হেম নাৰায়ণ দত্ত

বৰ্তমান অসমৰ এক বৃহৎ অংশত বিস্তৃত হৈ থকা চাহ বাগিচাৰ লোকসকলে তুলনামূলকভাৱে নিৰক্ষৰ হৈ আছে বুলি ক'লেও বঢ়াই কোৱা নহ'ব। এই নিৰক্ষৰ লোকসকলৰ মাজৰ পৰাই অসম সাহিত্য সভাৰ দৰে এক বৃহৎ অনুষ্ঠানৰ প্ৰতিনিধিত্ব কৰিব পৰা যোগ্যতা অৰ্জন কৰিছিল দেউৰাম তাছাই। চাহ বাগানৰ লোকসকলৰ মাজত প্ৰচলিত 'বাগানীয়া ভাষা'ৰ চাৰি বেৰৰ পৰা ওলাই আহি অসমীয়া সাহিত্য চৰ্চাত মনোনিৱেশ কৰিছিল এইজন লোকে। সৰুৰে পৰা বাগানিয়া ভাষাতে কথা-বতৰা পাতি ডাঙৰ-দীঘল হোৱা সত্বেও তেখেতে নিভাঁজ অসমীয়াত কথা ক'ব পাৰিছিল আৰু সেইমতে ব্যাকৰণসিদ্ধভাৱে লিখিবও পাৰিছিল। অসমীয়া ভাষাত তেওঁ যিখিনি অৱদান দি গ'ল সেই ৰচনাসমূহ বৰ্তমান অসমীয়া ভাষাৰ লেখত ল'বলগীয়া সম্ভাৰ হিচাপে পৰিগণিত হৈছে। তেওঁৰ ৰচনা আৰু স্বভাৱসুলভ সামাজিক কৰ্মৰ মাজেদি তেওঁ অসমীয়া সমাজ তথা সাহিত্য জগতৰ এজন সমন্বয়ৰক্ষী হিচাপে চিৰদিন প্ৰতিবিম্বিত হৈ ৰ'ব। দেউৰাম তাছা প্ৰকৃততে অসমীয়া সমাজ তথা চাহ বাগিচাৰ অসমীয়া সমাজৰ মাজত থকা 'ব্যৱধান' নামৰ সুঁতিটোৰ এডাল মজবুত সাঁকো আছিল।

অসমৰ বহুগোষ্ঠীয় সমাজখনৰ সৰ্বাঙ্গীন উন্নয়নৰ বাবে চাহ বাগিচাৰ অনগ্ৰসৰ মানুহখিনিৰ শ্ৰমৰ কিমান প্ৰয়োজন আছে সেই কথা দেউৰাম তাছাই ভালদৰে উপলব্ধি কৰিছিল আৰু এই সম্পৰ্কে লিখা-মেলা কৰাৰো প্ৰয়োজনীয়তা বোধ কৰিছিল।



এই প্ৰবন্ধটিৰ যোগেদি দেউৰাম তাছাৰ সাহিত্য কৰ্মৰ এটি থূল-মূল আভাস দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। এক ব্যতিক্ৰম পৰিৱেশৰ মাজত দেউৰাম তাছাৰ ৰচনাৱলীৰ সৃষ্টি হৈছে। এই ৰচনাৱলীৰ মাজেদি তেওঁ অসমীয়া সংস্কৃতিৰ প্ৰধান সুঁতিটোৰ লগত চাহ বাগিচাৰ বৰ্ণাঢ্য সংস্কৃতিও যে সংমিশ্ৰণ হৈ আছে সেই কথা প্ৰতীয়মান কৰিবলৈ চেষ্টা কৰিছিল। দেউৰাম তাছাৰ 'চাহ বাগিচাৰ সংস্কৃতি' নামৰ যিলানি প্ৰবন্ধ সাপ্তাহিক জনমভূমিত প্ৰকাশ কৰিছিল তাৰ মাজতেই তেওঁৰ এই প্ৰচেষ্টা আৰু উদ্দেশ্য পৰিস্ফুট হয়।

দেউৰাম তাছাৰ প্ৰথম কবিতা 'ঈশ্বৰ'। এই কবিতাটি তেওঁৰ ৰচনাৱলীত সন্নিৱিষ্ট হোৱা নাই যদিও কবিতাটি প্ৰথম কবিতা হিচাপেই সন্নিৱিষ্ট হ'ব লাগিছিল। কাৰণ ল'ৰা কালত ৰচনা কৰা হ'লেও এই কবিতাটি তেওঁৰ কাব্য জীৱনৰ প্ৰথম ফচল। ঠিক তেনেকৈ তেওঁৰ প্ৰথম গল্প 'মেকুৰীৰ তপস্যা'ও ৰচনাৱলীত সন্নিৱিষ্ট নহ'ল। যি কি নহওক, দেউৰাম তাছাৰ ৰচনাৱলীত চকু ফুৰালে দেখা যায় যে নাটকৰ বাদে তেওঁ সাহিত্যৰ কেউটা দিশতে হাত দিছিল। তেওঁৰ সাহিত্য গ্ৰন্থসমূহ হ'ল— ১. চাহ বাগিচাৰ মাজত প্ৰচলিত সাধু, ২. চাহ বাগিচাৰ পূজা-পৰ্ব্ব, ৩. চাহ বাগিচাৰ জাতি জনজাতি, ৪. চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ, ৫. চাহ বাগিচাৰ ভঙ্গনী কহনী (সাঁথৰ), ৬. চাহ বাগিচাৰ কুইজ, ৭. চাহ বাগিচাৰ পুৰাণ কাব্য, ৮. প্ৰবন্ধ মালা, ৯. চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্য সম্ভাৰ।

মুখে মুখে চলি অহা প্ৰচলিত সাধুবিলাকৰ সেই জাতি বা সমাজ সম্পৰ্কে বহু কথা জানিব পাৰি। প্ৰচলিত নীতি নিয়ম, লোকগীত, লোক সংস্কৃতি, মানুহৰ বৌদ্ধিক চিন্তাধাৰা, ব্যৱহাৰিক সম্পদ, কৃষিশিল্প ইত্যাদি সকলো দিশৰ এখনি চিত্ৰ, সাধুকথা বা প্ৰচলিত প্ৰবাদৰ জৰিয়তে পাঠকৰ দৃষ্টিলৈ আহে। চাহ বাগিচাৰ মাজত প্ৰচলিত মাথো দহোটি সাধু তাছাই লিপিবদ্ধ কৰিছে। তেওঁ লিখামতে এই সাধুবিলাক বয়সস্থ তিৰোতাৰ মুখৰ পৰা সংগ্ৰহ কৰা হৈছিল আৰু মৌলিকতা যাতে অটুট থাকে তাৰ প্ৰতি যত্ন লোৱা হৈছিল। 'কাটালৰ জীয়েক' নামৰ সাধুটিত এজনী টেঙৰ ছোৱালীৰ চিত্ৰ অংকন কৰা হৈছে। 'কাটাল' মানে কটোৱাল। কটোৱালৰ জীয়েকে ৰজাৰ ল'ৰাৰ মাৰ-কিল খোৱাত সন্মতি প্ৰকাশ কৰিও বিয়া হোৱাৰ পাছত কেনেকৈ ৰজাৰ ল'ৰাক বশলৈ আনিলে আৰু সজ মানুহলৈ পৰিণত কৰিলে তাৰেই এটা সুন্দৰ সাধু।

'কেকোঁৰাৰ জন্মকথা' সাধুটিত বেউলা লক্ষীন্দৰৰ কাহিনীৰ সম্পূৰ্ণ

মিল আছে। এজনী ৰাক্ষসীয়ে 'মৰিচ'ৰ (এটা চৰিত্ৰ) অপকাৰ সাধিবলৈ আহোতে ৰাক্ষসীৰ মূৰটো ছিগি পৰি কেকোঁৰালৈ ৰূপান্তৰিত হ'ল।

সাধুকথাত অবাস্তৱ অলৌকিক কথাও সন্নিৱিষ্ট হয়। তথাপি সাধুবোৰ মনোৰম আৰু আকৰ্ষণীয়। সাধু কওঁতাৰ চাতুৰ্যইও বহুক্ষেত্ৰত শ্ৰোতাৰ মনত প্ৰভাৱ বিস্তাৰ কৰে। একেজনী চিলনীৰ কণীৰ পৰা মানুহ, ম'হ আৰু শহাৰ জন্ম, মানুহতকৈ ম'হৰ বুদ্ধিৰ বিচক্ষণতা, পৰীৰ সৈতে মানুহৰ বিবাদ ইত্যাদি কল্পনাপ্ৰসূত ঘটনাৰাজিৰে সমৃদ্ধ হ'লেও 'সাতপৰী' এটি আকৰ্ষণীয় সাধু।

আমি আটাইবোৰ সাধুৰ ক্ষেত্ৰত আলোচনা আগনবঢ়াই কেৱল নামকেইটা উল্লেখ কৰিলো। কাটালৰ জীয়েক, কেকোঁৰাৰ জন্মকথা, সাতপৰী, অন্দা, আনাৰ ৰাণী, ছাঁহৰাৱতী, বিকাল দৰ্শন, ৰাজপুত্ৰ আৰু সাপৰ আঙঠি, দুই ঠগ, অহংকাৰী বোৱাৰী— এই দহটি সাধুৰে সমৃদ্ধ 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু'। কিতাপখনি ৰচনা কৰোতে চাহ জনগোষ্ঠীৰ লেখক হিচাপে দেউৰাম তাছাই বহুতো চাহ বাগিচাত প্ৰচলিত শব্দ ব্যৱহাৰ কৰিছে। এই কাৰ্যই চাহ বাগিচাৰ পঢ়ুৱৈৰ বাবে পুথিখন বেছি মনোগ্ৰাহী হৈছে আৰু এই মানুহখিনিৰ বেছি অভ্যন্তৰলৈ সোমাই গৈছে। পুথিখনৰ প্ৰকাশভংগীয়ে শুদ্ধ অসমীয়া লিখা লেখক আৰু চাহ জনগোষ্ঠীৰ লেখকৰ মাজত এক স্পষ্ট পাৰ্থক্য আনি দিছে। এই পাৰ্থক্যই তাছাৰ লেখাখিনিক চাহ বাগিচাৰ পঢ়ুৱৈৰ বেছি আপোন কৰি তুলিছে। কিছুমান শব্দ যেনে, দেহৰী ওপৰে (দুৱাৰ দলি), সীতাপাটি (অলংকাৰ), জুই তাপাতে (হাত সেকা), সুৰদাৰ কূড় (শ্মশান), লেংটা (উলংগ), কাঁইকটাই (কুলকুলোৱা), লুক-লুকানি (লুকাভাকু), ফতকালে (জগালে) ইত্যাদি শব্দ চাহ বাগিচাৰ প্ৰচলিত শব্দ। মুঠতে সাধুকেইটিত যি বৰ্ণনা চিহ্নিত হৈছে সেয়া আকৰ্ষণীয় হৈছে আৰু কওঁতাৰো নিজস্ব বুদ্ধিমত্তা প্ৰতিফলিত হৈছে।

দেউৰাম তাছাৰ "চাহ বাগিচাৰ পূজা-পৰ্ব্ব" এখন অনন্য গ্ৰন্থ। "সাপ্তাহিক জনমভূমি" কাকতত চাহ বাগিচাৰ সংস্কৃতি সম্পৰ্কে লিখা এলানি প্ৰবন্ধৰ গ্ৰন্থৰূপেই হ'ল "চাহ বাগিচাৰ পূজা-পৰ্ব্ব"। এই পুথিত চাহ বাগিচাত প্ৰচলিত বিভিন্ন পূজা-পাৰ্বণৰ বিস্তৃত বৰ্ণনা দাঙি ধৰা হৈছে। লগতে এই পূজা-পাৰ্বনবিলাকৰ বিভিন্ন সম্প্ৰদায় বা জাতিগোষ্ঠীৰ লগত সম্পৰ্ক, বাস্তৱৰ লগত ইয়াৰ সংগতি ইত্যাদি সন্দৰ্ভত ব্যাখ্যা আগবঢ়োৱা হৈছে। সহজ দৃষ্টিত এই কাম



সহজ যেন লাগিলেও বাস্তৱতে তেওঁ কিমান কষ্টৰ মাজেদি এইখিনি সংগ্ৰহ কৰিছিল আৰু ইয়াৰ তাৎপৰ্য বিচাৰ কৰোতে কিমান কষ্ট কৰিব লগা হৈছিল সেই কথা প্ৰত্যেকগৰাকী প্ৰবন্ধকাৰে নিশ্চয় বুজি পায়। কিছুমান পূজাৰ লগতে একো একোটি আখ্যান জড়িত হৈ থাকে। সেই আখ্যানসমূহ কোনো অভিজ্ঞ ব্যক্তিৰ পৰা সংগ্ৰহ কৰাটোও এটা জটিল কাম। 'কৰম পূজা'ৰ লগত সংগতি থকা অযোধ্যাৰ 'ধৰমা-কৰমা'ৰ আখ্যানৰ বাবে লেখকে কষ্ট স্বীকাৰ কৰিব লগা হৈছে। এনে বহুতো আখ্যান এই পূজা-পৰ্ব্ববিলাকৰ লগত সম্পৰ্কিত।

অসমত প্ৰচলিত মাঘ বিহুৰ দৰেই টুচু পূজা বা পুষ পৰৱ চাহ জনগোষ্ঠীয় লোকসকলে পালন কৰে। এই পূজাত ডেকা-গাভৰুসকলে বাগানৰ ভিতৰত বা বস্তি এলেকাত মেজি পোৱাৰ ব্যৱস্থা কৰে। তেনেদৰে 'গৰয়া পূজা' বা 'সাঁহৰাই পূজা' কাতি মাহত পালন কৰে। ইয়াৰ উদ্দেশ্য হ'ল গো-সেৱা। পূজাৰ অন্তত অসমীয়াৰ গৰু বিহুৰ দৰেই গৰুক গা ধোৱাই নতুন পঘাৰে বান্ধে আৰু ন-ধানৰ কপালি লগাই চৰাবলৈ নিয়ে।

'ফুছপুলী সা'ৰ পূজাও নামনি অসমত প্ৰচলিত মহোহো উছৱৰ সম পৰ্যায়ৰ। ঠিক তেনেকৈ 'চাৰুল পূজা' চ'ত মাহত অনুষ্ঠিত হয়। ব'হাগ বিহুত নাচ-গান কৰাৰ দৰেই চাৰুল পূজাতো নাচ-গান কৰে। 'সাৰ্বজনীন দুৰ্গা পূজা'ভাগ প্ৰায় বাগানতে অনুষ্ঠিত হয়। কালী পূজাও বাগানসমূহত ঠাই বিশেষে অনুষ্ঠিত কৰা হয়। এই পূজাৰ আলম লৈ বহুতো বেজ-চিকিৎসকে বহুতো অঘটন ঘটোৱাও দেখা যায়। দেউৰাম তাছা ৰচনাৱলীত ঠাই পোৱা পূজা-পৰ্ব্বসমূহ হ'ল— কৰম পূজা, পুষ পৰৱ বা টুচু পূজা, গৰয়াই বা সাঁহৰাই পূজা, গ্ৰাম পূজা, ফুছপুলী, ঘাৰ পূজা, বৰা পাহাৰী পূজা, বীৰ পূজা, চাৰুল পূজা, ফুৰাল বাগদেই পূজা, সূৰ্যাহী পূজা, ক্ষেত পূজা, প্ৰথম মাঘ অনুষ্ঠান, দুৰ্গা পূজা, মনসা পূজা, মংলা পূজা, কালী পূজা, ধৰস পূজা, ফাগুৱা পৰৱ, দেৱালী উছৱ, কুকুৰা যুঁজ। প্ৰথম মাঘৰ অনুষ্ঠানৰ অন্তৰ্গত কেইবাটাও অনুষ্ঠান আছে। যেনে— আখাইন যাত্ৰা, ইংখুৰ পূজা, চুল্‌হা ধূলা পূজা, নাক-কাণ বিন্ধোৱা উছৱ, ডেহ্ৰী পূজা ইত্যাদি।

কালী পূজা ৰাতিৰ ভিতৰতে অনুষ্ঠিত হয়। কালীৰ প্ৰচণ্ড ৰূপৰ বাবে এই পূজাত যাতে কোনো হাই-উৰুমি নহয় তাৰ বাবে সকলো সাৱধান হয় আৰু চাকি-বন্তি জ্বলায়। ফাগুৱা, কুকুৰা যুঁজ ইত্যাদিক পৰৱ আখ্যা দিয়া হৈছে। ইয়াৰ

বাদেও লেখকে শাস্ত্ৰাচাৰ পদ্ধতিৰ অন্তৰ্গত কিছু পূজা-পাৰ্বনৰ উল্লেখ কৰিছে। যেনে— সত্য নাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, লক্ষ্মী পূজা, তুলসী পূজা, গণেশ পূজা, শীতলা পূজা, জন্মাষ্টমী পূজা, শিৱৰাত্ৰি ইত্যদি। ইয়াৰ বাহিৰেও সকলোৱে চকুত নপৰা দুই-এক অনুষ্ঠান কোনো কোনো জনগোষ্ঠীয়ে পালন কৰে। তেনে অনুষ্ঠানকো লেখকে নিজৰ লেখাৰ আওঁতালৈ আনিছে। যেনে— চাওঁতাল জনগোষ্ঠীয়ে পালন কৰা অযোধ্যা পূজা আৰু অযোধ্যাকেন্দ্ৰিক চিকাৰ, বেঝা-বিন্ধা উৎসৱ, ডান্টা নাচ, ৰিনঝিয়া, চাতা-পাতা পৱৰ, দূৰ্জাগীন (দুৰ্গা) আৰু চণ্ডীপূজা, বড়দেৱ পূজা ইত্যাদি। কয়াসকলৰ মেটৈতা দেয়াল, ওৰাংসকলৰ মাৰাংবুৰুৰ (চন্দ্ৰ) পূজা আৰু জনীচিকাৰ। জনীচিকাৰত পুৰুষৰ দৰে সাজ পিন্ধি মহিলাসকলে পোহনীয়া গাহৰি এটা এৰি দি চিকাৰ কৰে। চাওঁৰাসকলৰ গুৰব, বৰসকাম। ইয়াৰ বাহিৰেও ৰহৰ পূজা, কাঠ আলুৰ পূজা, আম পূজা আদি প্ৰচলিত পূজা আছে। পূজা অবিহনে এইবোৰ বস্তু খোৱাত কোনো কোনো সম্প্ৰদায়ৰ বাধা আছে। তেওঁ লিখিছে যে গংগাপূজাৰ দৰে পূজাও কৰা হয় যাতে বানপানীৰ সৃষ্টি নহয়।

ইয়াৰ বাহিৰেও কিছুমান বিধিৰ কথা তাছাই উল্লেখ কৰিছে। যেনে— নৱজাতকৰ বিধি পালন, মৃতকৰ সৎকাৰ পদ্ধতি, বিবাহ পদ্ধতি ইত্যদি। এইবিলাকৰ পৰা জাতিটোৰ কৃষ্টি-সংস্কৃতি সম্পৰ্কে স্পষ্ট আভাষ পোৱা যায়। চাহ বাগানৰ জনজাতিসকলৰ মাজত বোধহয় দেউৰাম তাছাই একমাত্ৰ ব্যক্তি যি এই বিধিসমূহৰ এক লিখিত ৰূপ দিলে। সকলো নীতি-নিয়ম, বিধি-বিধানৰ ক্ষেত্ৰত লিখিত ৰূপ অবিহনে মানুহ ভেদে বেলেগ বেলেগ হোৱাতো স্বাভাৱিক। গতিকে এটা নিৰ্দিষ্ট ৰূপ পৰিগ্ৰহ কৰি অহা এটা ৰীতিক স্থায়ীৰূপ দিয়ে একমাত্ৰ লিখিত মাধ্যমহে। অৱশ্যে বৰ্তমান কেমেৰাৰ মাধ্যমেৰেও এই কাম কৰিব পৰা হৈছে।

তাছাই এই পূজা-পৰৱ বিলাকত পৰিৱেশন কৰি অহা গীত-মাতবিলাকো সংগ্ৰহ কৰিছে। টুছু পূজাৰ গীত, কৰম পূজাৰ গীত ইত্যাদি লোকগীতবিলাক সংগ্ৰহ কৰি লিখিত ৰূপত পাঠকৰ আগলৈ উলিয়াই দি তেওঁ অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। ভৱিষ্যতে এইবিলাকে সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, লোকাচাৰ ইত্যাদি সম্পৰ্কে গৱেষণাৰ সমল নিশ্চয় হ'বগৈ পাৰে।

দেউৰাম তাছাই ৰচনা কৰা 'চাহ বাগিচাৰ জনজাতি' গ্ৰন্থখনি নৃতত্বৰ



ছাত্ৰৰ বাবে নিশ্চয় সহায়ক গ্ৰন্থ। অসমীয়া বৃহৎ জাতিটোৰ মাজত চাহ জনগোষ্ঠীৰ লোকসকলে এক সুকীয়া বৈশিষ্ট্যৰে খোপনি পুতি আছে যে সেই কথা কোৱাটো অনস্বীকাৰ্য। অসমীয়া জাতি গঠনত চাহ বাগিচাৰ লোকসকলৰ অভূতপূৰ্ব বৰঙণি আছে। অন্যান্য পুথিৰ দৰে চাহ বাগিচাৰ জনজাতি পুথিখনিও দেউৰাম তাছাই অশেষ পৰিশ্ৰম কৰি লিখি উলিয়াইছিল। বিভিন্ন সম্প্ৰদায়ৰ শ্ৰমিকসকল নিজৰ নিজৰ কলা-সংস্কৃতিৰে সু-সমৃদ্ধ। কিছুমান সমূহীয়া উছৱ, পূজা-পাৰ্বন, ৰীতি-নীতিক বাদ দি সকলো সম্প্ৰদায়ৰ নিজস্ব কৃষ্টি-সংস্কৃতি আছে।

১৯৭৮ চনৰ ১৬ মে' তাৰিখে অসম সাহিত্য সভাৰ তদানীন্তন প্ৰধান সম্পাদক ড° লীলা গগৈয়ে দেউৰাম তাছাক অনুৰোধ জনাইছিল কেইটামান প্ৰবন্ধ লিখি দিবৰ বাবে যাতে চাহ বাগিচাৰ ৰীতি-নীতি, সমাজ-ব্যৱস্থা সম্পৰ্কে সৰ্বসাধাৰণ লোক জ্ঞাত হয়। তাছাইও এই আহ্বানৰ প্ৰতি সঁহাৰি জনাই দায়িত্ব কান্ধ পাতি লয় আৰু লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ নিজৰ ভাষাতে ক'বলৈ গ'লে— 'চাহ বাগিচাৰ জাতি জনজাতিৰ বিষয়ে থুপতে পাব পৰা নিৰ্ভৰশীল কোনো পুথি-পাঁজি নথকাত অশেষ শ্ৰম আৰু অৰ্থ ব্যয় কৰি সময় আৰু সুযোগ বুজি দৰে ইঠাই-সিঠাই ঘূৰি ফুৰি ব্যক্তিগতভাৱে ভালে কিছুমান জাতিৰ সাংস্কৃতিক কৰ্মকাণ্ডৰ 'চলতি' ৰূপৰ লেছেৰি বুটলিহে পুথিখন যুগুতাই তুলিব পাৰিলো।' এই বক্তব্যৰ পৰা নিশ্চয় অনুমান কৰিব পাৰি যে পুথিখনৰ সৃষ্টিকৰ্মৰ লগত তেওঁৰ শাৰীৰিক আৰু মানসিক কষ্ট জড়িত হৈ আছে। অসম সাহিত্য সভাই আৰ্থিক দিশত তেওঁক সহায় কৰিছিল নে নাই জনা নাযায়। কিন্তু 'ডলাৰ বগৰী' হৈ বাগানে বাগানে ঘূৰি ফুৰিবলৈ অৰ্থৰ প্ৰভুত আৱশ্যকতা যে আছে সেয়া কোৱা উচিত।

'চাহ বাগিচাৰ জনজাতি' পুথিখনিত প্ৰায় পয়সত্তৰটা জনগোষ্ঠীৰ বৰ্ণনা আছে। এই জাতিগোষ্ঠীৰ আঁতিগুৰি বিচাৰি তেওঁ পূৰ্বে প্ৰকাশিত কিছুমান কিতাপৰো সহায় লৈছে। যেনে, সন্তোষ তপ্পৰ 'মুণ্ডা জাতিৰ আঁতিগুৰি', লক্ষীৰাম গৌড়েৰ 'গৌড়-ক্ষেত্ৰী বংশাৱলী', গণেশ চন্দ্ৰ কুৰ্মিৰ 'কুৰ্মী ক্ষত্ৰিয় জাতিৰ চমু পৰিচয়', নকুল চন্দ্ৰ ভূঞাৰ 'চাহ বাগিচাৰ বনুৱা', কৃষ্ণপদ মাহাত্ব আৰু যামিনীকান্ত মাহাত্বৰ 'ছোটনাগপুৰ কুৰ্মী জাতিৰ সংক্ষিপ্ত ইতিহাস', সুশীল কুৰ্মীৰ 'অসমীয়া চাহ মজদুৰ সম্প্ৰদায়', গোলাপ খাউণ্ডৰ 'চাহ বাগিচাৰ অসমীয়া' ইত্যাদি গ্ৰন্থ

উল্লেখযোগ্য।

চাহ বাগিচাৰ জাতি-জনজাতি পুথিত তাছাই বিভিন্ন জাতি জনগোষ্ঠীসমূহৰ পৰিচয় সহ নামবিলাক উল্লেখ কৰিছে। এই প্ৰতিটো জনগোষ্ঠীৰ আঁতিগুৰি বিচাৰি পাঠকৰ সন্মুখত উপস্থাপন কৰাটো কিমান কঠিন কাম সেই কথা নিশ্চয় ব্যক্ত কৰিব নালাগে। তাছাই নিজেও স্বীকাৰ কৰিছে যে কিছুমান জাতিগোষ্ঠী সম্পৰ্কে তথ্য তেওঁ কিছুমান অভিজ্ঞ ব্যক্তিৰ পৰা সংগ্ৰহ কৰিছে। গতিকে জাতিগোষ্ঠী সম্পৰ্কীয় এই পুথিৰ সমলসমূহক 'বুৰঞ্জী' বুলিব পৰা নাযায়।

পুথিখনিৰ পৰিশিষ্টত কেইটিমান বিধিৰ কথাও উল্লেখ কৰা হৈছে। যেনে— ঝুপা, শ্মশান কৰ্ম, ঘাট-উঠা, ছাঁহিৰ অনা, ছটী বা একৈশা, মাঁডুৰা, নাটুৱা নাচ, গুৰুমুখ, ছড়া আৰু মাড়ালী, আড়কাঠীয়া, গিৰমিটীয়া আদি।

চাহ বাগিচাৰ সমূহীয়া ভাষাটোৰ সৃষ্টি হৈছে মূলতঃ কেইবাটাও ভাষাৰ শব্দৰ সমাহাৰত। বিভিন্ন জনগোষ্ঠীৰ মানুহে আহি বিভিন্ন কথিত দোৱানেৰে একেখন মঞ্চত কাম কৰিব লগা হোৱা বাবে এক মিশ্ৰিত ভাষাৰ জন্ম হ'ল। সেই ভাষাৰ ওপৰত অসমীয়া ভাষাৰ প্ৰাদুৰ্ভাৱ বেছি হ'লেও হিন্দী, বঙালী, উৰিয়া, ভোজপুৰী আৰু দোৱানসমূহৰ পৰা শব্দ বহুলভাৱে ব্যৱহৃত হ'ল আৰু ইয়েই হ'ল 'বাগানীয়া ভাষা'। ঠাই বিশেষে এই বাগানীয়া ভাষাৰো তাৰতম্য আছে। কোনো কোনো ঠাইত অসমীয়া ভাষাকেই মাধ্যম হিচাপে ব্যৱহাৰ কৰা হয়। 'নিৰক্ষৰ মজদুৰৰ মুখত এনেদৰে ব্যৱহৃত অসমীয়া ভাষাই অপভ্ৰংশিক হিচাপে 'বাগানীয়া অসমীয়া'ৰ ৰূপ লোৱা পৰিলক্ষিত হৈছে'। দেউৰাম তাছাৰ এই মন্তব্য যথাৰ্থতেই প্ৰণিধানযোগ্য।

দেউৰাম তাছাৰ আন এখনি উল্লেখযোগ্য গ্ৰন্থ 'চাহ মজদুৰৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ'। এই গ্ৰন্থখনিত চাহ মজদুৰৰ মাজত প্ৰচলিত শব্দৰ অসমীয়া মান্যাৰ্থ প্ৰকাশ কৰা হৈছে। চাহ বাগিচাত প্ৰচলিত বহু শব্দৰ মাজৰ পৰা কিছুমান শব্দ বাচি লৈ সেই শব্দ সমূহৰ অসমীয়া ৰূপান্তৰ কৰিছে। শব্দকোষ বা অভিধানৰ আকৃতিত এই শব্দবোৰ সজোৱা হোৱা নাই। কিন্তু মানুহ এজনে সচৰাচৰ কিছুমান বস্তুৰ নাম জানিবৰ বাবে যেনেকৈ অন্য ভাষাৰ শব্দ পঢ়ে ঠিক তেনেদৰে চৰাইৰ নাম, জন্তুৰ নাম, কৃষি বিষয়ক বা শস্য বিষয়ক নাম ইত্যাদি একাদিক্ৰমে সজোৱা হৈছে। ইয়াৰ লগতে কিছুমান খণ্ডবাক্যও তেখেতে বাগানীয়া ভাষাত কোৱাৰ দৰে অসমীয়া ভাষাত মিল থকা খণ্ডবাক্য আৰু কিছুমান প্ৰবচনৰ অসমীয়া



ৰূপান্তৰ সাৱলীলভাৱে বাচি উলিয়াইছে। যেনে, 'অঝাৰ ঘৰে বঝা' (বেজৰ নাকত খৰ), 'অতি হাসি সৰ্বনাশী' (অতি চিৰি হতচিৰি), 'আগুন লাগিলে কুঁৱা কুঁড়া' (চোৰ গ'লে বুদ্ধি), 'আঘাল বগলী পুঠি তিতা' (অধিক মাছত বগলী কণা), 'উদ খাতে খুদ নাই, সাদী কৰতে লংকা যায়' (হাতত নাই কণটো বৰ সবাহলৈ মনটো) ইত্যাদি এই পুথিখনিত তাছাৰ পাণ্ডিত্য আৰু দুয়োটা ভাষাতে থকা দখলৰ কথা প্ৰকাশ্যেই প্ৰকাশ পাইছে।

'চাহ বাগিচাৰ ভাঙনী কহনী' পুথিখনিত দেউৰাম তাছাই চাহ বাগানত প্ৰচলিত সাঁথৰ সংগ্ৰহ কৰি যুগুতাইছে। সাঁথৰৰ পুথি অসমীয়া ভাষাত বহু থাকিলেও চাহ বাগিচাৰ সাঁথৰৰ পুথি বোধহয় তাছাই প্ৰথমে ৰচনা কৰিছিল আৰু প্ৰকাশৰ ক্ষেত্ৰত তেওঁৱেই বাটকটীয়া আছিল।

'চাহ বাগিচাৰ কুইজ' পুথিত তাছাই চাহ বাগান সম্পৰ্কীয় ভালেখিনি তথ্য দাঙি ধৰিছে। নিঃসন্দেহে এই পুথিয়ে ছাত্ৰ-ছাত্ৰী তথা জিজ্ঞাসুসকলক উপকৃত কৰিব। এই পুথিখনিৰ খণ্ড পাঁচটা। যেনে— চাহ বাগিচাৰ কিছু কথা, চাহ শ্ৰমিকৰ অসম আগমন, চাহ জনগোষ্ঠীৰ কিছু অনুষ্ঠান দাবী আৰু প্ৰতিফলন, চাহ জনগোষ্ঠীৰ পৰিচয় আৰু গ্ৰন্থ প্ৰকাশ, অন্যান্য। এই গ্ৰন্থখনিয়ে চাহ বাগিচা সম্পৰ্কে থোৰতে জানিবলগীয়া বহু তথ্যৰ সন্ধেদ দিছে।

'চাহ বাগিচাৰ পুৰাণ কাব্য' দেউৰাম তাছাৰ একমাত্ৰ কবিতা পুথি। এই পুথিত সন্নিবিষ্ট কবিতাখিনিৰ মূল বক্তব্য চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি সম্পৰ্কীয়। দেউৰাম তাছাৰ কবিতাসমূহত লিমাৰিকৰ গুণ আৰু আঙ্গিক বিৰাজমান। চাহ বাগান আৰু অসমীয়া সমাজত প্ৰচলিত ফকৰা-যোঁজনা, সাঁথৰ, মালিতা ইত্যাদিৰ আলমত ছন্দবদ্ধভাৱে ৰচিত হৈছে এই কবিতাখিনি। চাহ জনগোষ্ঠীৰ লেখক হিচাপে বাগানীয়া ভাষাৰ শব্দৰ বহুল প্ৰয়োগ হৈছে এই কবিতাখিনিত। চাহ বনুৱাৰ ক্ষোভ, বেদনা, ৰাগ-বিৰাগ, অন্যায়-অবিচাৰ, শোষণ-বঞ্চনা আৰু তেওঁলোকৰ বেদনাদায়ক ইতিহাসৰ কথা কবিতাখিনিত মূৰ্ত হৈ উঠিছে। কবিতাখিনি পঢ়িলেই এই কথাবোৰ পঢ়ুৱৈৰ মনত প্ৰতিফলিত হয়। 'বাগিচালৈ আহিছো' আৰু 'আহ্বান' এই কবিতা দুটি আনবোৰ কবিতাৰ লগত সম্পূৰ্ণ অমিল। কবিতাকেইটি কবি দেৱকান্ত বৰুৱা আৰু কবি কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাৰ অনুকৰণত ৰচিত হৈছে। তথাপি কবিতা কেইটিত কবিৰ কবিত্ব প্ৰতিভাৰ স্বাক্ষৰ আছে। শব্দশৈলী আৰু ভাবৰ প্ৰাধান্যতাই কবিতা দুটিক এক বিশেষ মাত্ৰা প্ৰদান

কৰিছে।

'খুটা ভাঙ্গলে চুড়পিবেক' এই কবিতাটিৰো এক বিশেষত্ব আছে। কবিতাটি সম্পূৰ্ণ বাগানীয়া ভাষাত ৰচিত। কেতিয়াবা যদি বাগানীয়া অসমীয়া দোৱানে ব্যাকৰণৰ ভিত্তিত 'ভাষা'ৰ ৰূপ পৰিগ্ৰহ কৰেগৈ তেন্তে এই কবিতাটি 'বাগানীয়া অসমীয়া ভাষা'ৰ প্ৰথম কবিতা হ'ব। এই কবিতাটিয়ে অত্যাধুনিক কবিতাৰ গুণাগুণ অটুট ৰাখিছে।

তাছাৰ ৰচনাৱলীৰ শেষ পৰ্যায়ত তেওঁৰ প্ৰৱন্ধাৱলীৰ সংযোজন হৈছে। কিতাপ আকাৰত প্ৰকাশ নহ'লেও এই প্ৰৱন্ধলানি বাতৰি কাকতত খণ্ড খণ্ডকৈ প্ৰকাশ হৈছিল। সন্দেহ নাই যে এই প্ৰৱন্ধলানিত চাহ-মজদুৰ সম্প্ৰদায়ৰ সকলো দিশৰে এখনি হুবহু প্ৰতিচ্ছবি দাঙি ধৰা হৈছে। গোন্ধৰটি প্ৰৱন্ধৰে ৰচনাৱলীৰ এই অংশ এখনি সুকীয়া গ্ৰন্থ প্ৰণয়ন কৰিব পৰাকৈ সু-সমৃদ্ধ। চাহ বাগিচাৰ বনুৱাৰ ধৰ্ম, নাৰী সমাজ, সংস্কৃতি, বাগানৰ নিয়োগ নীতি, লোকগীত ইত্যাদি সম্পৰ্কে এই প্ৰৱন্ধমালাত দেউৰাম তাছাৰ নিজস্ব অনুধাৱনৰ স্বাক্ষৰ আছে।

আমাৰ এই ক্ষুদ্ৰ প্ৰৱন্ধত দেউৰাম তাছাৰ সাহিত্য কৰ্ম সম্পৰ্কে লিখিবলৈ প্ৰয়াস কৰোতে ভুৰুকাত হাতী ভৰোৱাৰ দৰেহে হৈছে। তেওঁৰ ৰচনাৱলীৰ বিভিন্ন দিশ সম্পৰ্কে লিখাৰ যথেষ্ট অৱকাশ আছে। এই ৰচনাসমূহৰ মাজত নিবিড়ভাবে সোমালেহে তেওঁৰ পাণ্ডিত্যৰ আভাস পোৱা যায়। প্ৰয়োজনৰ তাগিদাতেই হওক বা নিজস্ব ইচ্ছাশক্তিৰ তাড়ণাতেই হওক, তেওঁৰ লেখাসমূহে চাহ বাগিচাৰ অসমীয়া লোকসকলৰ যে প্ৰভুত উপকাৰ সাধন কৰিলে সি নিসন্দেহে অনস্বীকাৰ্য। ■



# সমাজ

# স্বাধীনতা আন্দোলনত চাহ জনগোষ্ঠীৰ অৱদান

**গণেশ চন্দ্ৰ কুৰ্মি**

অসমত স্বাধীনতা আন্দোলনৰ প্ৰাবল্য ঘটা কালছোৱা হ'ল ১৯১৯-২০ চনৰ পৰা ১৯৪৭ চনলৈকে। এই খিনি সময়ত অসমৰ অন্যান্য জনগোষ্ঠীসকলৰ দৰেই চাহ জনগোষ্ঠীৰ লোকসকলেও দেশমাতৃৰ 'আজাদীৰ হকে লড়াই' কৰিছিল। কিন্তু দুখৰ বিষয় স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰি ইংৰাজ প্ৰশাসন যন্ত্ৰৰদ্বাৰা নানা প্ৰকাৰৰ জীয়াতু ভোগা, জেল-জৰিমনা ভৰা আৰু আনহে নালাগে প্ৰাণ পৰ্যন্ত বিসৰ্জন দিয়া বীৰ-বীৰাঙ্গনাসকলৰ প্ৰতি অসম বুৰঞ্জী প্ৰণেতাসকলৰ উদাসীনতা দৃষ্টিকটুভাৱেহে পৰিলক্ষিত হয়। ইয়াৰ ফলত বিষয় সন্দৰ্ভত প্ৰণিধানযোগ্য টোকা বা লেখা প্ৰস্তুত কৰিবলৈ যাওঁতে স্বৰাজোত্তৰ কালৰ লেখক-লেখিকাসকলে প্ৰকৃত তথ্যৰ অৱৰ্তমানত অ'ত-ত'ত সিঁচৰতি হৈ থকা সমলৰ ওপৰতে নিৰ্ভৰ কৰিব লগা হয়।

১৯৭২ চনত অসম চাহ মজদুৰ সংঘৰ মুখপত্ৰ 'চাহ মজদুৰ' আৰু তাৰ পিছত 'নীলাচল' নামৰ কাকতত লিখা আমাৰ নাতিদীৰ্ঘ প্ৰবন্ধত আলোচ্য বিষয়ৰ সম্পৰ্কত যে তথ্যপাতিৰ অভাৱ সেই কথা উনুকিওৱা হৈছিল। অসমৰ প্ৰথমগৰাকী শ্ৰমিক নেতা আৰু বিধায়ক প্ৰয়াত ছানু খেৰীয়াৰ স্মৃতিৰক্ষাৰ বাবে অসম চাহ মজদুৰ সংঘৰ গোলাঘাট শাখাৰ দ্বাৰা প্ৰকাশিত আৰু সাহিত্যিক চিদানন্দ শইকীয়াৰ দ্বাৰা সম্পাদিত 'প্ৰবীণ শ্ৰমিক নেতা ছানু খেৰীয়া' নামৰ স্মৃতিগ্ৰন্থৰ ১০৬ পৃষ্ঠাত খেৰীয়াদেৱৰে বৰপুত্ৰ অধ্যাপক অৰুণ খেৰীয়াই লিখা "স্বাধীনতা গণ আন্দোলনত চাহ বনুৱা" শীৰ্ষক প্ৰবন্ধৰ আৰম্ভণিতে খেদ প্ৰকাশ কৰি কৈছে যে, 'স্বাধীনতা আন্দোলনত চাহ মজদুৰসকলৰ অৰিহণা লেখত ল'বলগীয়া। স্বাধীনতাৰ পূৰ্বৱৰ্তী

কালছোৱাৰ পৰা আজি পৰ্যন্ত অসমত চাহ বনুৱা সমাজৰ ভূমিকাৰ বিষয়ে অসমৰ প্ৰত্যেকজন ৰাজনৈতিক সচেতন আৰু বুদ্ধিজীৱীৰ অবিদিত নহয়। চাহ মজদুৰে স্বাধীনতা আন্দোলনৰ প্ৰতি সেই সময়ত যি ভূমিকা গ্ৰহণ কৰিছিল সেই বিষয়ে সেই সময়ৰ বিপ্লৱী আৰু জাতীয়তাবাদী নেতাসকলৰ লিখনিত অ'ত-ত'ত সিঁচৰতি অৱস্থাত দুই-এটি কথা পোৱা যায়। নিৰক্ষৰ চাহ বনুৱাই চাহ-বাগিচাৰ লাইনত কঠোৰ শাসনৰ তলত দাসত্বৰ শিকলিৰ বান্ধোনত থাকিও জননী জন্মভূমিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাই নহয়, বহুতে তেওঁলোকৰ জীৱন বিসৰ্জন দিছিল।'

কিন্তু নিমাখিত খাটি খোৱা মেহনতী সাধাৰণ শ্ৰমিক শ্ৰেণীৰ লোক হোৱা বাবেই চাহ জনগোষ্ঠীৰ লোকসকলে ভাৰত মাতৃৰ স্বাধীনতাৰ হকে যুঁজ দি আত্মবলিদান দিয়াৰ পিছতো মধ্যবিত্ত অসমীয়া শ্ৰেণী স্বাৰ্থজড়িত ইতিহাসবিদৰ ওচৰত স্বাধীনতাৰ সময়ৰ কথা নকওঁৱেই আনহে নালাগে স্বাধীনতাৰ যুঁজত অসম আৰু অসমীয়াৰ অংশগ্ৰহণৰ পৰ্যালোচনা কৰি লিখা সাম্প্ৰতিক কালৰ গ্ৰন্থতো বিষয়ৰ ওপৰত চেলেকা-চুবিয়া তথ্যহে সন্নিৱিষ্ট কৰা দেখা যায়। এনে গ্ৰন্থৰ ভিতৰত ৰবীন কাকতিৰ 'গান্ধীজী, অসম আৰু অসমৰ চাহ মজদুৰ', শ্ৰমিকপ্ৰাণ অমিয় কুমাৰ দাসৰ 'জীৱন স্মৃতি', স্বৰ্ণ বৰুৱা গগৈৰ সম্পাদনাত প্ৰকাশ পোৱা 'লুইত পাৰৰ মহিলা স্বাধীনতা সংগ্ৰামীৰ জীৱন গাঁথা', লক্ষীনাথ তামুলীৰ 'ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান', প্ৰসেনজিৎ চৌধুৰীৰ 'অসমৰ চাহ বনুৱা আৰু উনৈশ শতিকাৰ বিদুৎ সমাজ', ই. এ. গেইটৰ '*A History of Assam*', এইচ. কে. বৰপূজাৰীৰ '*Political History of Assam*', পদ্মনাথ বৰঠাকুৰৰ 'স্বাধীনতা ৰণৰ সংস্পৰ্শত', লক্ষ্মীধৰ শৰ্মাৰ 'জীৱন স্মৃতি' ইত্যাদিৰ নাম উল্লেখ কৰিব পাৰি। ইয়াৰ বাহিৰেও লখিমপুৰ জিলাৰ সংগ্ৰামী টুনীৰাম হাজৰিকাৰ তালিকা, হেম বৰুৱাৰ 'বিয়াল্লিছৰ গণবিপ্লৱত অসম' নামৰ প্ৰবন্ধ, এম. ভি. ৰামানাৰাওৱে লিখা 'অসমৰ বিভিন্ন জিলাত হোৱা গুলী চালনা', দীপ্তি শৰ্মাৰ 'ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ মহিলা ছহিদ', গোলাঘাটৰ স্বাধীনতাৰ প্ৰখ্যাত সংগ্ৰামী শংকৰ বৰুৱাই প্ৰস্তুত কৰা 'স্বাধীনতাৰ যুঁজাৰুসকলৰ তালিকা' ইত্যাদিৰ পৰা স্বাধীনতা ৰণত অংশগ্ৰহণ কৰা মাত্ৰ কিছু সংখ্যক লোকৰ নামহে জানিব পৰা যায়। আনহাতে বিশেষকৈ উজনি অসম আৰু মধ্য অসমৰ চাহ শ্ৰমিকসকলে স্বাধীনতাৰ যুঁজত কিদৰে অংশগ্ৰহণ কৰিছিল



তাৰ সবিশেষ আজি আৰু পাবলৈ নাই। অসমৰ বিশাল সংখ্যক চাহ জনগোষ্ঠীৰ অগণন লোকে দেশৰ হকে ত্যাগ স্বীকাৰ কৰাৰ যথোপযুক্ত স্বীকৃতি লাভ কৰা দূৰৰে কথা সংগ্ৰামৰ ইতিহাসত তেওঁলোকৰ নাম পৰ্যন্ত নথিভুক্ত নহ'ল। এইক্ষেত্ৰত লক্ষীনাথ তামুলীয়ে আগবঢ়োৱা এটি উক্তিৰ উদ্ধৃতি দিয়া হ'ল– 'শোভাযাত্ৰাৰ সন্মুখত গৈ নিশ্চিত মৃত্যুকো উলংঘা কৰি আগুৱাই যোৱাৰ কাৰণেই বোধকৰো কনকলতা কেৱল ছহিদেই নহয় জাতীয় বীৰাঙ্গনাৰ সন্মানেৰেও বিভূষিতা হৈছিল। কিন্তু ঢেকিয়াজুলিৰ থুলেশ্বৰী, নুমলী নাথ আৰু খুহুলি নাথৰ নাম কেৱল ছহিদৰ তালিকাতে সীমাৱদ্ধ হৈ ৰ'ল। নুমলী-খুহুলীহঁত সাম্ৰাজ্যবাদী আসুৰিক শক্তিৰেই নহয়, স্বাধীনতা সংগ্ৰামৰ দেশীয় ঐতিহাসিকৰো অৱজ্ঞা-অবিচাৰৰ বলি হৈ ৰ'ল। কিন্তু নুমলী-খুহুলীহঁত যদি বিত্তবান অথবা সম্ভ্ৰান্ত পৰিয়ালৰ জীয়াৰী-বোৱাৰী হোৱাহেঁতেন?' বিত্তহীন সাধাৰণ শ্ৰেণীৰ অসমীয়াৰে যদি এই গতি হয়, তেতিয়াহ'লে যাৰ ছাঁ গচকিলেও জাতি যোৱাৰ ভয় থাকে তেনে চাহ-জনজাতিৰ লোকে স্বাধীনতাৰ যুঁজত কৰা আত্মত্যাগৰ উচিত মূল্য আৰু যথাযথ স্বীকৃতি প্ৰদান যে আঢ্যৱন্ত শ্ৰেণীৰ আন্দালনকাৰী আৰু ইতিহাসবিদ সকলে দিয়া নাই সেই কথা নিপাতনে সত্য বুলিয়েই ক'ব লাগিব। নহ'লেনো অসমৰ প্ৰথমগৰাকী ছহিদ মাংৰী ওৰাওঁ ওৰফে মালতী মেমে অসমীয়া জাতিৰ দ্বাৰাই অনাস্বীকৃতভাৱে পৰি ৰ'ব লগা হ'লেহেঁতেন নে? বিয়াল্লিছৰ গণ আন্দোলনত ঢেকিয়াজুলি থানাত পতাকা তুলিবলৈ যাওঁতে ছহিদ হোৱা দয়াল চন্দ্ৰ পাণিকা, মংগল কুৰ্মি বা কুৰ্কু আৰু মৃত্যুক জিনি স্বাধীনতাৰ হকে প্ৰাণ বিসৰ্জন দিয়া বেজা বৈষ্ণৱ ওৰফে বিজু বাউৰী, টেহলু ডাকৰালা আদি অনেকেই অসমীয়াৰ অৱজ্ঞা আৰু অবিচাৰৰ বলি হ'ব লগা হৈছে। সেয়ে আমি ভাবো যে স্বাধীনতাৰ ৰণত আগবঢ়োৱা চাহ জনগোষ্ঠীৰ লোকৰ অৱদানৰ সম্পৰ্কত নৱ মূল্যাংকন হোৱাটো স্বাভাৱিকতে প্ৰয়োজন।

আচলতে চাহ মজদুৰসকল হ'ল নিৰ্মম শোষণ-যন্ত্ৰণাৰ বলি হোৱা নিপীড়িত শ্ৰেণীৰ নিশকতীয়া লোক। এনে শ্ৰেণীৰ লোকৰ মাজতেই সাধাৰণতে বিপ্লৱৰ বীজ নিহিত হৈ থাকে। ফৰাচী বিপ্লৱ, ৰুচিয়াৰ বলচেভিক বিপ্লৱ আদি সকলোবোৰ গণ বিপ্লৱৰ গুৰি কাৰণ হ'ল অত্যাচাৰ-অনাচাৰ আৰু শোষণ-নিষ্পেষণৰ জ্বালা-যান্ত্ৰণাৰ বহিঃপ্ৰকাশ মাথোন। অৰ্ধমৃত, অৰ্ধ ফাটেকিয়াল চাহ জনজাতিৰ গাতো বিপ্লৱৰ বীজ গিজগিজাই আছিল। মাথোন সুযোগৰ বাবে

যেন তেওঁলোকে অপেক্ষা কৰি আছিল। সেয়ে বহু সময়ত তেওঁলোকে শক্তিশালী চাহাবৰো বিৰোধিতা কৰিছিল। অসমৰ লেফটেনেন্ট গভৰ্ণৰ মিঃ ফুল্লাৰ (১৯০২-০৬) চাহাবৰ উক্তি এইক্ষেত্ৰত প্ৰণিধানযোগ্য। তেওঁ লিখিছিল যে, *'There was bound to be some revolts, and on badly managed gardens riots were not very frequent. They sometimes ended in the burning of manager's bunglow.'*। প্ৰৱঞ্চিত আৰু প্ৰপীড়িত চাহ শ্ৰমিকসকলৰ দুৰৱস্থাৰ কথা বংগদেশৰ বিপিন চন্দ্ৰ পালৰ উক্তিত কিদৰে প্ৰকাশ পাইছে চোৱা যাওক– *'Thus began the tale of woe and wisery of the Assam tea plantation labourers who found to their sorrow.......... Threw them from frying pan of their traditional rural poverty into the fire of misery and exploitation of indentured labour.'* সেয়ে পৰাধীনতাৰ বন্ধনমুক্ত হ'বলৈ যেতিয়াই তেওঁলোকে অকণমান সুবিধা আৰু সুযোগ পাইছিল তেতিয়াই তেওঁলোক শোষক শ্ৰেণীৰ বিৰুদ্ধে জাঙুৰ খাই উঠিছিল। তেওঁলোকৰ তেজৰ ধমনীত থকা এই বৈপ্লৱিক স্বভাৱ আৰু স্বাধীনতাৰ তীব্ৰ লিপ্সাই তেওঁলোকক যুগে যুগে ৰক্তস্নাত বিপ্লৱৰ মুখামুখি কৰাইছে। চাহজনগোষ্ঠীসকলৰ স্বাভাৱিক বৈশিষ্ট্যই হ'ল মুক্ত আকাশৰ বিহঙ্গমৰ দৰেই নিজৰ জগতত বিচৰণ কৰা। সেই কাৰণে যেতিয়াই কোনো বহিঃশত্ৰুৱে তেওঁলোকক পদানত কৰিবলৈ অথবা স্বাধীনতা হৰণ কৰিবলৈ চেষ্টা চলাইছে তেতিয়াই তেওঁলোকে বিপ্লৱ কৰি আহিছে। ইতিহাস হ'ল ইয়াৰ সাক্ষী। স্বাধীনতা অপহৰণকাৰী বৃটিছৰ বিৰুদ্ধে চাহ জনগোষ্ঠীৰ পূৰ্বপুৰুষ সকলে ভাৰতৰ বিভিন্ন ঠাইত বিভিন্ন সময়ত বিপ্লৱ সংঘটিত কৰিছে। বৃটিছৰ শাসন যন্ত্ৰক কঁপাই তোলা তেনে কেইটামান বিপ্লৱ হ'ল– ১. ৰাজমহল পাহাৰৰ বাসিন্দা যুঁজাৰু জাতি মালপাহৰিয়াৰ বিদ্ৰোহ (১৭৭৮), ২. ছোটনাগপুৰৰ হো বিলাকে কৰা কোল বিদ্ৰোহ (১৮৩১), ৩. সিধু কানুৰ বিখ্যাত চাওতালী বিদ্ৰোহ (১৮৫৫), ৪. চৰ্দাৰি লড়াই (১৮৮৭), ৫. বীৰচাৰ ওলগুলান অৰ্থাৎ মহাবিপ্লৱ (১৮৯৫-১৮৯০), ৬. উৰিষ্যাৰ কন্ধসকলৰ উত্থান (১৮৩৭-১৮৫৬), ৭. পালাকান্দিৰ শৱৰ বিদ্ৰোহ (১৮৫৫), ৮. উৰিষ্যাৰ কেওনঝাৰৰ ভূঞা আৰু জোৱাং বিদ্ৰোহ (১৮৬৭-৬৮ আৰু ১৮৯১-৯৩), ৯. সুকীয়া ৰাজ্যৰ বাবে ১৯২০ চনৰে পৰা চলাই অহা



ঝাড়খণ্ডৰ বিপ্লৱ আৰু ১৯১১ চনত গাণ্ডোৱানাত বিস্ফোৰিত হোৱা বস্তাৰৰ গণ্ড বিপ্লৱ তথা ১৯৪০ চনৰে পৰা আৰম্ভ হোৱা সুকীয়া ৰাজ্যৰ বাবে কৰা আন্দোলন, ১০. ছোটনাগপুৰৰ তামাৰ বিদ্ৰোহ, ১১. ছোটনাগপুৰৰ সকলো জনজাতিয়ে মিলি কৰা বিদ্ৰোহ (১৮০৭-০৮), ১২. খেড়ৱাড় উত্থান (১৮৩২-৩৩) ইত্যাদিৰ উপৰি সৰু-সুৰা অগণন বিপ্লৱৰ অগনিত পোৱা এইসকল লোকৰ বংশধৰ সকলেই 'চল মিনি আসাম যাব, গামছা বিচায়ে ভাত খাব' বুলি বুকুত আশা বান্ধি অসমলৈ আহি পুনৰ আঁখে ভজা উত্তপ্ত কেৰাহীৰ ওপৰত পৰি দিগ্‌বিদিক্ হেৰুৱাই পেলাইছিল। সেয়ে অসমৰ চাহ বাগিচাত স্বাধীনতাৰ আগতেও বিক্ষিপ্তভাৱে তেওঁলোকে অনেকবাৰ বিদ্ৰোহ কৰিছিল। পিছে শাসনৰ বাঘজৰী হাতত ৰখা বগা চামৰাৰ চাহাবহঁতে সেইবোৰ বিদ্ৰোহ অতিকে নিৰ্মম হাতেৰে মষিমূৰ কৰি পেলাইছিল। উনৈশ শতিকাৰ আগভাগতে এনেধৰণৰ শ্ৰমিক বিদ্ৰোহৰ অগনি জ্বলি উঠিছিল গোলাঘাটৰ নেঘেৰিটিং চাহ বাগিচাত। বিশ্বেশ্বৰ প্ৰসাদ দুবে নামৰ এজন বনুৱাই নেতৃত্ব লৈ কৰা আন্দোলনটো পুলিচ বাহিনীৰ সহায়ত সহজেই দমন কৰি দুবে আৰু আন দুজন শ্ৰমিকক তিনি মাহৰ জেইল আৰু বাকী কেইজনক জৰিমনা বিহা হৈছিল। সেইকালত চাহ বাগিচাৰ চাহাবসকলে নিজেও বিচাৰ কৰিব পাৰিছিল। আনহে নালাগে তেওঁলোকৰ মুখৰ কথাও আইনৰ সমানেই গুৰুত্ব লাভ কৰিছিল। চাহ খেতিয়কৰ ৰাজত্ব সম্পৰ্কে মহাত্মা গান্ধীয়ে ইয়ং ইণ্ডিয়া কাকতত লিখিছিল, 'সঁচাকৈয়ে ইয়াৰ (অসমৰ) মানুহে ভাবে যে চাহ খেতিয়কেই ৰাজত্ব কৰে। অৱশ্যে বৃটিছ গৰ্ভনমেন্ট আছে, কিন্তু আচল শক্তি চাহ খেতিয়কৰহে।'

কিন্তু এইটো হ'ল ১৯২০-২১ চনৰ কথা। ইয়াৰ আগডোখৰত চাহাবৰ যি দৌৰাত্ম্য চলিছিল সেই কথা ভাবিলেও গাৰ নোম ডাল ডাল হয়। সেইছোৱা সময়ত চাহাববিলাকে নিজকে একছত্ৰী শাসনকৰ্তা বুলি ভাবিছিল। বাগিচাৰ মহৰি, চৰ্দাৰ, চকীদাৰ আদি তেওঁলোকৰ শোষণতন্ত্ৰৰ হাতিয়াৰ স্বৰূপ আছিল। ১৮৮৬ চনৰ আগভাগতে সাধাৰণ ব্ৰাহ্ম সমাজৰ নেতা আৰু ইণ্ডিয়ান এছ'ছিয়েচনৰ সহকাৰী সম্পাদক দ্বাৰকানাথ গাঙ্গুলী চাহ বনুৱাৰ জীৱন সম্পৰ্কে তথ্যলাভ কৰিবলৈ অসমলৈ আহিছিল। তেওঁ "*The Bengalee*" আৰু সঞ্জীৱনীত চাহ বনুৱাৰ দুৰ্দশাপূৰ্ণ জীৱন সম্পৰ্কে কেইবাটাও প্ৰবন্ধ লিখি চাহাবহঁতৰ শোষণ-নিষ্পেষণৰ স্বৰূপ উদঙাই দিছিল। তেওঁ বাগিচাৰ চাহাবৰ ক্ষমতা সম্পৰ্কে

আগবঢ়োৱা মন্তব্য অতিকে তাৎপৰ্যপূৰ্ণ। তেওঁ কৈছিল– '*The Planters are the Lords of the vast wilderness of Assam, and the people treamble in fear of them*'। ঊনৈশ শতিকাৰ সত্তৰ দশকৰ শেষৰ ফালে অসমলৈ অহা ব্ৰাহ্ম সমাজৰ প্ৰচাৰক মানৰ দৰদী ৰামকুমাৰ বিদ্যাৰত্নই চাহ বনুৱাৰ জীৱনৰ আধাৰত 'কুলী কাহিনী' নামৰ এখন উপন্যাস লিখিছিল। ইয়াত বনুৱাৰ জীৱনৰ দুৰ্দশাৰ কথা কৈ অটাব নোৱাৰি। আনহে নালাগে, অসমৰ সেই সময়ৰ চীফ কমিছনাৰ চাৰ হেন্‌ৰী কটন (কটন মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা) চাহাবেও স্বীকাৰ কৰিছিল যে, 'চাৰি বছৰ কাম কৰাৰ পিছতো চাহ বাগিচাৰ কুলীক চুক্তি অনুযায়ী দৰমহা বঢ়াই দিয়া নহৈছিল। আনকি চৰকাৰে নিৰ্দ্ধাৰিত কৰি দামত চাউল বা বানচ ৰুগীয়া বা গৰ্ভৱতী শ্ৰমিকক দিয়া নহয়। আগধন নিলে সেয়া বানচ আৰু ৰোগীৰ পথ্যৰ বিপৰীতে অথবা পাছত পলাই গ'লে ধৰি আনোতে দিব লগা পুৰস্কাৰৰ নামত কাটি লোৱা হয়। সেয়ে তেওঁলোক বাগিচাৰ কামতে হাতে-ভৰিয়ে বান্ধ খাই থাকে। কেতিয়াবা গোটেই বছৰ কাম কৰিও কেই অনামানহে লাভ কৰে।'

কিন্তু উন্নাসিক আৰু চকু চৰহা স্বভাৱৰ 'মৌ' নামৰ কাকতৰ সম্পাদক বলিনাৰায়ণ বৰুৱাই চাহ-বনুৱাসকল খাই-বৈ মহা সুখত থকা বুলি 'মৌ'ৰ পাতত বৰ্ণনা কৰিছিল। চাহ-বাগিচাৰ প্ৰকৃত চিত্ৰৰ লগত কম-বেছি পৰিমাণে জ্ঞাত লক্ষ্মীনাথ বেজবৰুৱাই প্ৰথমতে ইয়াৰ তীব্ৰ বিৰোধিতা কৰিছিল যদিও শেষৰ ফালে তেওঁৰ বিৰোধিতাৰ চোক পাতলি গৈছিল। ইয়াৰ প্ৰকৃত কাৰণ আমাৰ বোধেৰে এয়ে যে চাহশ্ৰমিক জনগোষ্ঠীৰ লোকসকলক উচ্চ মধ্যবিত্ত শ্ৰেণীৰ লোকসকলে নিজৰ জাতি-দম্ভ আৰু শ্ৰেণী স্বাৰ্থৰ বাবে (যিহেতু বহুতো অসমীয়া মানুহও চাহ বাগিচাৰ মালিক আছিল) আনহে নালাগে মানৱতাৰ বাবে আপোন বুলি নহ'লেও মানুহ বুলি হয়তো ভাবিবলৈ টান পাইছিল। অসমীয়াৰ উচ্চবৰ্গৰ দাম্ভিকতা আৰু পৰশ্ৰীকতাৰ বহিঃপ্ৰকাশ ক্ষেত্ৰ বিশেষে আজিও পৰিস্ফুট হোৱা দেখা যায়। সেয়ে চাহ জনগোষ্ঠীয় লোকৰ বাবে দলীয় ৰাজনীতিত শীৰ্ষস্থানীয় পদবীয়েই হওক, মুখ্যমন্ত্ৰীৰ গাদীয়েই হওক অথবা আন যিকোনো নেতৃত্বস্থানীয় পদবীয়েও হওক চাহ জনজাতিৰ লোকৰ বাবে সুদূৰ পৰাহত হৈয়েই আছে। আমেৰিকা যুক্তৰাষ্ট্ৰত ক'লা চামৰাৰ বংশোদ্ভৱ বাৰাক হুছেইন ওবামাই পৰিৱৰ্তনকামী আৰু উদাৰপন্থী আমেৰিকান লোক থকা বাবেহে ৰাষ্ট্ৰপতিৰ দৰে



পৃথিৱীৰ ভিতৰতে সৰ্বোচ্চ ক্ষমতাৰ গাদী দখল কৰিবলৈ সক্ষম হৈছে। কিন্তু অসমত থকা সৰ্বোচ্চ ক্ষমতাৰ পদৰ গাদী দখল কৰিবলৈ চাহ জনজাতিৰ লোকে কেইপুৰুষ অতিক্ৰম কৰিব লাগিব তাৰ বিষয়ে অনুমান কৰা খুবেই মস্কিলৰ কথা।

যি কি নহওক, আমি মূল বিষয়লৈ ঘূৰি আহোঁ। শোষণ-নিষ্পেষণৰ বলি হোৱা চাহ জনগোষ্ঠীৰ বিভিন্ন ফৈদসমূহৰ এটা বৈপ্লৱিক সত্বা আগৰপৰাই থকা কথাটো আগতেই আলোচনা কৰা হৈছে। ওঠৰশ পঞ্চাশৰ দশকৰ পৰা ভাৰতবৰ্ষ স্বাধীন হোৱা অৰ্থাৎ ১৯৪৭ চনৰ ১৫ আগষ্টলৈকে অসমৰ চাহ শ্ৰমিকসকলৰ মাজত উদ্‌গীৰণ হোৱা জন বিস্ফুট অথবা বিক্ষোভ নিচেই কম নাছিল। ইংৰাজ অথবা দেশীয় চাহখেতিয়কে হওক কাৰো শোষণ-নিপীড়ণ তেওঁলোকে নিৰ্বিবাদে মানি লোৱা নাছিল। চাহ শ্ৰমিকসকলে সংঘটিত কৰা তেনে ধৰণৰ প্ৰধান প্ৰধান শ্ৰমিক আন্দোলনসমূহ হ'ল– ক) ১৯২৭ চনত উত্তৰ পাৰৰ ধেন্দাই, কছাৰীগাঁও, সোণাজুলি, জিঞ্জিয়া, বামগাঁও, আমিৰিবাৰী আদি চাহ বাগিচাত চৰকাৰ আৰু চাহ মালিকৰ বিৰুদ্ধে এলানি জঙ্গী আন্দোলন হৈছিল। খ) অসম কোম্পানীৰ চন্টক চাহ বাগিচাত হোৱা শ্ৰমিকৰ বিক্ষোভে ইমানেই ভয়ানক ৰূপ লৈছিল যে বাগিচাৰ চাহাবসকল বাগিচা এৰি পলাই ফুৰিব লগা হৈছিল। এই বিক্ষোভতে শ্ৰমিক নেতা বাংকুডু চাওঁৰাক তেনেই ওচৰৰ পৰা চাহাবে বন্দুকৰ সঙ্গীনেৰে হানি-খুচি বধ কৰিছিল আৰু তিনিকুৰিৰো অধিক শ্ৰমিকক কাৰাৰুদ্ধ কৰা হৈছিল। গ) ১৯২০ চনৰ ৬ ছেপ্টেম্বৰ তাৰিখে ডুমডুমা কোম্পানীৰ হাঁহচৰা বাগিচাৰ শ্ৰমিকসকলে ধৰ্মঘট কৰিছিল। সেই বছৰৰে ছেপ্টেম্বৰ মাহত ৰাইডাং বাগিচাৰ শ্ৰমিকসকলে কৰা ধৰ্মঘটত বিধি-পথালি দিয়া বাবে জামাদাৰ বাবু আৰু দুজন সহকাৰী মেনেজাৰক উত্তেজিত শ্ৰমিকসকলে প্ৰহাৰ কৰিছিল। ঘ) ডুমডুমাৰ পাভজান আৰু দৈদাম চাহ বাগিচাতো শ্ৰমিকৰ বিক্ষোভ হৈছিল। ঙ) ১৯২০ চনতে দৰং জিলাৰ মোনাবাৰী আৰু কাটনীবাৰী বাগিচাত শ্ৰমিকসকলে মজুৰী বৃদ্ধি আৰু প্ৰয়োজনীয় বস্ত্ৰ যোগানৰ দাবীত আন্দোলন চলাইছিল।

ইতিমধ্যে ভাৰতবৰ্ষৰ আজাদীৰ লড়াই আৰু মহাত্মা গান্ধীৰ বাণী চাহ শ্ৰমিকসকলৰ কৰ্ণগোচৰ হৈছিল। অসমীয়া গাঁৱলীয়া সমাজ আৰু চাহ বাগিচাৰ লাইনত বসবাস কৰা শ্ৰমিকসকলৰ মাজত সেইকালত একেবাৰেই যোগাযোগ নাছিল। ক'বলৈ গ'লে দুয়োখন সমাজৰ মাজত তেল-পানীৰ সম্পৰ্কহে আছিল। কুলী বঙালীক চুলে জাতি যোৱাৰ ভয় আছিল গাঁৱলীয়া সমাজখনৰ। একেদৰেই

আচমিয়াৰ ঘৰত খালে জাতি যাব বুলিও চাহ জনগোষ্ঠীৰ কিছুলোকে ভাৱ পোষণ কৰিছিল। জাতিৰ গৌৰৱ থকা লোক চাহ জনগোষ্ঠীৰ মাজতো তেনেই কম নাছিল। ঊনৈশ শতিকাত বংগ-বিহাৰত দুৰ্ভিক্ষ হোৱাত চৰকাৰে লংগৰ খানা নামৰ ৰাজহুৱা খানাৰ ব্যৱস্থা কৰিছিল দুৰ্ভিক্ষ পীড়িত লোকসকলৰ বাবে। ৰাজহুৱাভাবে ৰন্ধা এনে খানাৰ ৰান্ধনি আছিল পশ্চিমবংগৰ কৌলিন ব্ৰাহ্মণ শ্ৰেণীৰ লোক। কিন্তু ভোকত কাতৰ হোৱা সত্বেও জাতি যোৱাৰ ভয়ত কুৰ্মী আৰু চাওঁতাল সকলে লংগৰ খানা গ্ৰহণ কৰা নাছিল। ইয়াৰ বাদেও চাহশ্ৰমিক আৰু অসমীয়া দুয়োখন সমাজ ওচৰ চাপি অহাত ভাষাও এটা ডাঙৰ সমস্যা আছিল। দেওবৰীয়া হাট আৰু দৰমহা বজাৰৰ বাহিৰে দুয়োখন সমাজৰ মাজত ভাৱৰ আদান-প্ৰদান কৰিবলৈ আন কোনো পথ খোলা নাছিল। আনহে নালাগে গাঁৱত থকা বস্তিৰ চাহ শ্ৰমিকৰ লগতো চাহ বাগিচাৰ শ্ৰমিকসকলৰ যোগাযোগৰ পথ নাছিল। চাহ বাগিচাৰ ভিতৰ চ'ৰাৰ শ্ৰমিকসকলকো ভাগ ভাগ কৰি ৰখাৰ নিকপকপীয়া ব্যৱস্থা কৰা হৈছিল। '*Divide and Rule*' পলিচিৰ বাবে শ্ৰমিকসকল তেনেই ছেদেলি-ভেদেলি হৈ পৰিছিল। অসমৰ চাহ বাগিচাৰ ট্ৰেড ইউনিয়ন গঠন হোৱাৰ পিছৰ পৰাহে 'সংঘে শক্তি কলৌ যুগে' বুলি নেতাসকলে তেওঁলোকক ভাবিব পৰা নাছিল। ধৰ্মবিশ্বাস আৰু সামাজিক ৰীতি-নীতিও আগেয়ে দুয়োখন সমাজক বাধা দি আছিল। চাহ বাগিচাত অথবা বস্তিত নেতাৰ সংকট আৰু অসমীয়া গাঁৱলীয়া নেতাশ্ৰেণীৰ লোকৰ চাহ মজদুৰৰ প্ৰতি থকা অনীহা স্বভাৱ, ভয় আৰু শংকাই 'কমিউনিকেশ্যন গেপ'ৰ সৃষ্টি কৰিছিল। এনেধৰণৰ বিস্তৰ কাৰণত চাহ জনগোষ্ঠীৰ লোকে আন্দোলনটোত যিদৰে অংশগ্ৰহণ কৰিব লাগিছিল সেইদৰে কৰিব পৰা নাছিল। তথাপি ইমানবোৰ বাধাৰ প্ৰাচীৰ ভেদি আৰু চাহ কোম্পানীৰ লৌহ সদৃশ শাসন-শোষণ নেওচি যিমানখিনি আন্দোলন চলালে সেইখিনিও কোনো গুণেই কম বুলি ক'ব পৰা নাযায়।

১৯২১ চনৰ ৪ এপ্ৰিল তাৰিখে গুৱাহাটী নিবাসী কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ ঘৰত চল্লিশজন কংগ্ৰেছ নেতা আৰু কৰ্মীৰ উপস্থিতিত এখন সভা অনুষ্ঠিত হয়। অসমৰ বিভিন্ন জিলাৰ পৰা অহা এই কংগ্ৰেছী নেতাসকলে আলোচান কৰি অসম কংগ্ৰেছ কমিটি গঠন কৰে। কমিটিৰ সভাপতি আৰু সাধাৰণ সম্পাদক আছিল শিৱসাগৰৰ কুলধৰ চলিহা আৰু গুৱাহাটীৰ নবীন চন্দ্ৰ বৰদলৈ ডাঙৰীয়া। এইখন সভাতে মহাত্মা গান্ধীক নিমন্ত্ৰণ জনাই প্ৰস্তাৱ গ্ৰহণ কৰা হয়।



সেইমৰ্মে মহাত্মা গান্ধী অসমলৈ আহে আৰু গুৱাহাটীৰ জৰ্জ ফিল্ডৰ ৰাজহুৱা সভাত অসহযোগ আন্দোলন সম্পৰ্কে বক্তৃতা প্ৰদান কৰে। এই সভাতে বিলাতী বস্ত্ৰ বৰ্জন অথবা পোৰাৰ মহাযজ্ঞ অসমত আৰম্ভ কৰা হয়। মহাত্মা গান্ধীয়ে চাহ বাগিচাৰ চাহাবৰ প্ৰতিপত্তি আৰু শ্ৰমিকৰ দুৰৱস্থাৰ বিষয়ে জানিব বিচৰাত বৰদলৈদেৱে শ্ৰমিকৰ ওপৰত ইংৰাজ চাহ খেতিয়কসকলে নিৰ্বিবাদে চলাই অহা অত্যাচাৰ, শোষণ-নিপীড়ণৰ বিষয়ে বিতংভাৱে ব্যাখ্যা কৰি শুনায়। ইয়াৰ পিছদিনা অৰ্থাৎ ১২ আগষ্ট তাৰিখে মহাত্মা গান্ধী তেজপুৰলৈ যায় আৰু তেজপুৰৰ কাষতে থকা নুৰবাৰী চাহ বাগিচালৈ তেওঁক লৈ যোৱা হয়। নুৰবাৰীৰ সেই সময়ৰ নাম আছিল পৰুৱা চাহ বাগিচা। মহাত্মা গান্ধীক স্বচক্ষে চাবলৈ আৰু তেওঁৰ বক্তৃতা শুনিবলৈ চাহাবৰ বাধা আওকাণ কৰি পৰুৱা চাহ বাগিচাৰ উপৰি আন আন বহু বাগিচাৰ শ্ৰমিক আহি ভিৰ কৰিছিলহি। ইয়াৰ পিছত মহাত্মাজী নগাঁও, যোৰহাট আৰু ডিব্ৰুগড়লৈ গৈছিল। মহাত্মা গান্ধীক চাবলৈ ডিব্ৰুগড়তো বহু চাহ শ্ৰমিকৰ সমাবেশ ঘটিছিল। মহাত্মাজীৰ অসম আগমনে চাহ শ্ৰমিকৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিছিল। মহাত্মা গান্ধীক তেওঁলোকে কলি কালৰ ভগৱানৰ অৱতাৰ বুলি ভাবিছিল। আঁঠুৰ মূৰত চুৰিয়া পিন্ধা গান্ধীজীয়ে আমাৰ পৰাধীন দেশখনক আজাদ কৰিব, বগা চামৰাৰ চাহাবসকলক আমাৰ দেশৰ পৰা খেদি পঠিয়াব আৰু তেওঁলোকৰ জীৱনৰ পুঞ্জীভূত বেদনা বিদূৰ কৰি তেওঁলোকৰ অভিশপ্ত জীৱনত সুখ-স্বাচ্ছন্দ্য ফিৰাই আনিব বুলি চাহ শ্ৰমিকসকলৰ মাজত প্ৰত্যয় জন্মিছিল।

চাহ শ্ৰমিকসকলৰ মাজত এক প্ৰকাৰ নৱ জাগৰণ ঘটিছিল ১৯২১ চনত। তেজপুৰৰ ধেন্দাই আৰু কছাৰীবাৰী চাহ বাগিচাৰ কেইবাহাজাৰ চাহ শ্ৰমিকে নিজৰ প্ৰাপ্য আদায় আৰু জুলুমৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ওঠৰ মাইল খোজকাঢ়ি আহি তেজপুৰৰ সদৰ কাৰ্যালয়ত জিলাধিপতি মিঃ লেইনীক আপত্তি দিছিল। ঘাহীগাঁৱত কংগ্ৰেছে পতা ৰাজহুৱা সভাত অসমৰ ৰাজনীতিৰ গুৰি ব'ঠা ধৰা কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই দিয়া অসহযোগ আন্দোলনৰ বক্তৃতা শুনিবলৈ দলেবলে হেলেম চাহ বাগিচাৰ শ্ৰমিকসকল সভাস্থলীলৈ আহিছিল। আন্দোলনৰ কাৰ্যসূচীত যোগ দিবলৈ মুনিহ-তিৰোতা সকলো ওলাই অহাত তেওঁলোকক বুজাই-মেলি ঘৰলৈ ঘূৰাই পঠিওৱা হৈছিল। সোণাবাৰী আৰু কাটনীবাৰী চাহ বাগিচা তথা ডুমডুমাৰ কেইবাখনো চাহ বাগিচাত অসহযোগ আন্দোলন সফল কৰিবলৈ চাহ শ্ৰমিকসকলে কাম বন্ধ কৰিছিল। ১৯২১ চনৰ মে' মাহত কাছাৰ জিলাৰ

লঙ্গাইভেলীত থকা কেইবাখনো চাহ বাগিচাৰ শ্ৰমিকসকলে ধৰ্ম্মঘট কৰিছিল। তেওঁলোকৰ মূল দাবী যদিও দৰমহা বঢ়োৱা আৰু অন্যায়মূলক শাস্তিৰ বাবে ন্যায় বিচাৰ আছিল তথাপি তেওঁলোকে দেশৰ বাবে চলা স্বাধীনতা আন্দোলনো সমানেই চলাই গৈছিল। এই উপত্যকাৰ চাহ বাগিচাসমূহৰ পৰা প্ৰায় বাৰ-তেৰ হাজাৰ শ্ৰমিকে উচিত বিচাৰ নাপায় চাহ বাগিচা এৰি নিজৰ নিজৰ দেশলৈ প্ৰত্যাৱৰ্তন কৰিবলৈ ওলাই আহিছিল। চন্দ্ৰপুৰ নামৰ ৰেল ষ্টেচনত যাবলৈ বুলি ভোকে-লঘোণে ৰৈ থকা নিৰীহ চাহ শ্ৰমিকৰ ওপৰত পোটক তুলিবলৈ কোম্পানীৰ চাহাবে গোৰ্খা সেনাবাহিনীৰ আশ্ৰয় লয়। পুলিচ বাহিনীয়ে শ্ৰমিকসকলৰ ওপৰত অকথনীয় অত্যাচাৰ চলাই বহুতকে ঘুণীয়া কৰিছিল আৰু কিছুমানৰ মৃত্যুও হৈছিল। চান্দপুৰৰ এই নৰমেধ যজ্ঞক জালিয়ানওৱালাবাগৰ ক্ষুদ্ৰাকৃতিৰ গণ হত্যাকাণ্ড বুলি অভিহিত কৰিব পাৰি। সমগ্ৰ দেশতে এই অমানুষিক হত্যাকাণ্ডৰ বাবে প্ৰতিবাদ হৈছিল। অসম-বেঙ্গল ৰে'লৱে আৰু ষ্টিমাৰ নেভিগেশ্যনৰ কৰ্মচাৰীসকলে চান্দপুৰ ৰে'ল ষ্টেচনত চাহ শ্ৰমিকবৃন্দৰ ওপৰত কৰা নিৰ্মম অত্যাচাৰৰ প্ৰতিবাদত ১৯২১ চনৰ ২৪ মে' তাৰিখৰ পৰা ছেপ্টেম্বৰ মাহলৈকে হৰতাল পালন কৰিছিল। পশ্চিমবংগ আৰু ঢাকাৰ বাতৰি কাকতত ইয়াৰ তীব্ৰ প্ৰতিবাদ জনাই বাতৰি প্ৰকাশ পাইছিল। নবীন চন্দ্ৰ বৰদলৈয়েও আপত্তি দৰ্শাইছিল আৰু অসমৰ উকীল সন্থাই টকা-পইচা সংগ্ৰহ কৰি সাহায্য আগবঢ়াইছিল।

১৯২৭ চনত বৃটিছ পাৰ্লিয়ামেণ্টৰ সদস্য মিঃ পাৰ্শ্বেল আৰু ইংলণ্ডৰ 'নেশ্যনেল ইউনিয়ন'ৰ সাধাৰণ সম্পাদক মিঃ হেলিচ্ ৰেলচ্ অসমলৈ আহিছিল। অসমৰ চাহ শ্ৰমিকৰ ওপৰত কৰা অত্যাচাৰ-অনাচাৰ আৰু শোষণ-পীড়ণৰ বিষয়ে আৰু শ্ৰমিকসকলে কৰা বিক্ষোভৰ বিষয়ে জানিব পাৰিছিল। গুৱাহাটীৰ জৰ্জ কাৰ্জন হল (বৰ্তমানৰ নবীন চন্দ্ৰ বৰদলৈ)ত হোৱা সভাত দিয়া ভাষণত মি. পাৰ্শ্বেলে চাহ মালিকসকলক উদ্দেশ্য কৰি কৈছিল— 'যাৰ শ্ৰম আৰু ঘামৰ বিনিময়ত চাহ কোম্পানীসমূহ সমৃদ্ধিশালী হৈছে সেইসকলক হীনসূচক কুলী শব্দৰে বিভূষিত কৰা কদাপি উচিত নহয়।' শ্ৰমিকসকলে জাগি উঠি বিক্ষোভ প্ৰদৰ্শন কৰা সম্পৰ্কে তেওঁ কৈছিল, '*Men in the Tea Plantation is revolting. This is a good sign.*'

যি কি নহওক, চান্দপুৰৰ ভীতিবিহ্বল ঘটনাৰ প্ৰভাৱ কম-বেছি পৰিমাণে সমগ্ৰ অসমতে পৰিছিল। সেয়ে উত্তৰ লখিমপুৰ, শোণিতপুৰ, দৰং, নগাঁও,



গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, তিনিচুকীয়া আদি অসমৰ প্ৰায়বোৰ জিলাতে কোম্পানীৰ বিৰুদ্ধে বিভোক্ষ আৰু স্বাধীনতা আন্দোলনৰ জোঁৱাৰ উঠিছিল। কিন্তু কংগ্ৰেছ দলৰ লোকসকলে চাহ বাগিচাত যাতে জংগী আন্দোলন নহয় তাৰ বাবে ৰক্ষাকবচৰদৰেই কাম কৰিছিল। আনহে নালাগে মহাত্মা গান্ধীয়েও চাহ শ্ৰমিকসকলক আন্দোলনৰ কাৰ্যসূচীত যোগদান কৰাৰ পৰা বিৰত কৰি ৰাখিবলৈহে ইচ্ছা কৰিছিল। '*Young India*'ত সেয়ে মহাত্মা গান্ধীয়ে মত প্ৰকাশ কৰি কৈছিল— 'মই অসমৰ কোনো শ্ৰমিকক কেতিয়াও ধৰ্মঘট কৰিবলৈ কোৱা নাই। .......... আমাৰ অসহযোগ পুঁজি বা পুঁজিবাদৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। আমাৰ অসহযোগ কেৱল চৰকাৰী প্ৰশাসনৰ ক্ষেত্ৰতে সীমাৱদ্ধ।' একমাত্ৰ পৰুৱা চাহ বাগিচাৰ বাহিৰে গান্ধীজীয়ে অসমৰ আন কোনো শ্ৰমিকৰ সভাত যোগদান কৰা নাই। আনকি অসমৰ আন কোনো নামজ্বলা কংগ্ৰেছী নেতাই চাহ শ্ৰমিকৰ কোনো সভা-সমিতিত স্বাধীনতাৰ আন্দোলনত যোগদান কৰিবলৈ আহ্বান জনোৱা নাছিল। বৰং তেওঁলোকে নিজাববীয়াকৈ আহি আন্দোলনত যোগদান কৰিলেও বুজাই-বঢ়াই গুৰ-চিৰা খুৱাই তেওঁলোকক বাগিচালৈ ঘূৰাই পঠিওৱাৰ অনেক দৃষ্টান্ত থকা দেখা যায়। আনহে নালাগে ঢেকিয়াজুলিৰ ডিব্ৰু দৰং চাহ বাগিচাৰ অৰ্জুন ঘাটোৱাৰেতেজপুৰ জিলা কাৰাগাৰৰ ভিতৰত মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ জয়ধ্বনি দি কাৰাবৰণ কৰা ত্যাগী কংগ্ৰেছী হোৱা সত্বেও তেওঁৰ নিজৰ বাগিচাতে হওক কিম্বা আন কোনো বাগিচাতে হওক কংগ্ৰেছৰ সভা-সমিতি পাতিবলৈ দিয়া হোৱা নাছিল। মুঠতে চাহ বাগিচাৰ শ্ৰমিকসকলে দেশমাতৃৰ স্বাধীনতাৰ বাবে হোৱা গণ আন্দোলনত যোগদান কৰাটো কংগ্ৰেছৰ কাম্য নাছিল।

কিন্তু ইমানৰ পিছতো চাহ শ্ৰমিকসকলে স্বাধীনতাৰ ৰণৰ অংশীদাৰ হৈছিল। চাহ জনগোষ্ঠীৰ অকতুভয় বীৰ সেনানী যিসকলে আন্দোলনত অংশ লৈছিল, দেশমাতৃৰ হকে আত্মবলিদান দিছিল অথবা ত্যাগ স্বীকাৰ কৰিছিল সেই সকলৰ বিষয়ে চমুকৈ আলোচনা আগবঢ়োৱা হ'ল—

ভাৰত ত্যাগ আন্দোলনৰ সোণালী জয়ন্তীৰ ছহিদ তৰ্পণ উপলক্ষে জনসংযোগ, অসমে প্ৰকাশ কৰা 'বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনত অসমৰ ভূমিকা' শীৰ্ষক পুস্তিকাত উল্লিখিত চাহ জনগোষ্ঠীৰ আন্দোলনকাৰীসকল হ'ল যথাক্ৰমে মঙ্গল কুৰ্মী (কুৰ্কু) আৰু দয়াল পাণিকা। দুয়োজনেই ছহিদ হৈছিল। তদুপৰি গোৱৰ্ধন দাস, ৰামচৰণ গোৱালা আৰু ৰাম ভূঞাই গুলীৰ আঘাত

পাইছিল। পুস্তিকাখনত স্থান নোপোৱা আন বহুত চাহ-শ্ৰমিক লোক ঢেকিয়াজুলিৰ ঘটনাত আঘাতপ্ৰাপ্ত হৈছিল আৰু হাজাৰৰ সংখ্যাত উক্ত আন্দোলনত অংশগ্ৰহণ কৰা লোক পুলিচৰ মাৰৰ পৰা পলাই সাৰিছিল। অমিয় কুমাৰ দাসে কেঁহেৰুখুন্দা গাঁৱৰ গাঁওবুঢ়া প্ৰয়াত ৰূপলাল মাহত্বৰ ঘৰত প্ৰায়েই দলে বলে গৈ চাহ-জলপান খাইছিল। এইজন কংগ্ৰেছী গাঁওবুঢ়াই সদলবলে উক্ত পতাকা উত্তোলনৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰিছিল।

দয়াল চন্দ্ৰ পাণিকা সম্পৰ্কে পুস্তিকাখনত লিখিছে, 'পিছফালৰ পৰা মৰা গুলীত পাণিকা মাটিত বাগৰি পৰে।.......... পিছত দলঙৰ তলত লুকাই থকা গুণ্ডাৰ দল এটাই অমানুষিকভাবে তেওঁক শাৰীৰিক আঘাত কৰে আৰু তেতিয়া দয়াল চন্দ্ৰৰ মৃত্যু হয়. এনেদৰেই বৃটিছ চৰকাৰৰ পুলিচ আৰু দালালৰ হাতত পাণিকাই মৃত্যুবৰণ কৰিলে। তেওঁৰ দোষ আছিল তেওঁ দেশৰ মুক্তিৰ কাৰণে আন্দোলন কৰিছিল। তেনেদৰে আৰু এটি উজ্জ্বল তৰা উদ্ভাসিত হ'ল ভাৰতীয় জাতীয় আকাশত— যাৰ নাম যাউতিযুগীয়াকৈ জিলিকি থাকিল দয়াল চন্দ্ৰ পাণিকা ছহিদ হিচাপে।'

নাহৰবাৰী মৌজাৰ কমাৰপথাৰ গাঁৱৰ মঙ্গল কুৰ্মী (প্ৰকৃততে মঙ্গল কুৰ্কুহে হ'ব লাগে) সম্পৰ্কে লিখিছে, 'তেওঁ ঢেকিয়াজুলি থানাত জাতীয় পতাকা উত্তোলনৰ কাৰ্যসূচীত যোগ দিবলৈ গৈছিল। ঢেকিয়াজুলি থানাত পতাকা উত্তোলনৰ উদ্দেশ্যে শোভাযাত্ৰাত যাওঁতে নিৰ্দোষী লোকসকলৰ ওপৰত চলোৱা উৎপীড়ন দেখি তেওঁ অন্তৰ খঙত জ্বলি উঠিছিল। তাকে সহ্য কৰিব নোৱাৰি সকলো পাহৰি মঙ্গল কুৰ্মীয়ে পুলিচ বাহিনীৰ লগত যুঁজ দিবলৈ আগবাঢ়ি গৈছিল। এনেতে সন্মুখৰ পৰা অহা গুলীৰ আঘাতে বুকু ভেদ কৰে আৰু তেজেৰে তুমৰলি হয়। ইয়াৰ পাছতো কুৰ্মী আগবাঢ়ি যাবলৈ ধৰিছিল যদিও মাটিত বাগৰি পৰি মৃত্যু সাৱটি লগা হয়।'

মৃত্যুক জিনি অমৰ ছহিদৰ বুৰঞ্জীত নিজৰ নাম লিপিবদ্ধ কৰা তেজপুৰৰ লালমাটিৰ বাসিন্দা মাংৰী ওৰাওঁ ওৰফে মালতী মেমৰ কথা অসমৰ সকলোৱেই জানে। তেজপুৰৰ ওচৰৰে মিছামৰা চাহজীয়াৰী মাংৰীক বাগিচাৰে ইংৰাজ চাহাব এজনে বলপূৰ্বকভাবে বিয়া কৰাইছিল। এওঁৰ দুজন পুত্ৰও জন্মিছিল। পিছে মাতৃৰ বুকু শুদা কৰি দুয়োজন পুত্ৰক বিলাতত পঢ়িবৰ বাবে চাহাবজনে লৈ গৈছিল। ইয়াৰ পাছত মাংৰীয়ে আন এজন চাহাবৰ লগত ঘৰ কৰিব লগাত পৰিছিল।



সেইজন চাহাবো বিলাতলৈ গুচি যোৱাত মাংৰীৰ অৱস্থা কাহিল হৈ পৰে। কিয়নো খ্ৰীষ্টান চাহাবে বিয়া কৰোৱাৰ পাছত বাগিচাৰ মজদুৰ লাইনলৈ উভতি যোৱাৰ তেওঁৰ কোনো উপায় নাছিল। তেনে আপদ কালত নিজৰ পূৰ্বপতি ইংৰাজ চাহাবৰ বন্ধু ইণ্ডিয়ান ষ্টিমাৰ নেভিগেশ্যনৰ কৰ্মচাৰী এজন ইটালীয়ান চাহাবৰ ফুচুলনিত পৰি তেওঁৰ লগত ঘৰ কৰিবলৈ লয়। কিন্তু ইয়াতো মাংৰীৰ কপালত সৰহদিন সুখ আৰু শান্তিয়ে লগ নিদিলে। তেজপুৰৰ লালমাটিত থকা বঙলা আৰু কিছু টকা-সিকা দি এইজন চাহাবো ক'ৰবালৈ গুচি যায়গৈ। বহুত দিন বাট চাই থকাৰ পাছত মাংৰীৰ মগজুৱে কাম নকৰা হয় আৰু তেতিয়াৰ পৰাই তেওঁ এক উচ্ছৃংখল জীৱন যাপন কৰিবলৈ ধৰে।

১৯২১ চনৰ অহিংস অসহযোগ আন্দোলনৰ পৰিপ্ৰেক্ষিতত অসমত ঘাইকৈ কানি, মদ, ভাং আদি মাদক দ্ৰব্য বৰ্জন কৰাৰ আন্দোলনহে চলিছিল। সেয়ে মহম্মদ তৈয়বুল্লাই 'কাৰাগাৰ চিঠি' নামৰ আত্মজীৱনীত লিখিছিল যে, 'অসমৰ অসহযোগ আন্দোলনক যথাৰ্থতে কানি বিপ্লৱ বুলিব পাৰি'। সেয়ে বোধহয় মহাত্মা গান্ধীয়েও কৈছিল— 'অসমৰ পৰা কানি নাইকিয়া কৰি দিয়া, স্বৰাজ লাভ কৰিবা।' সেই কাৰণতে ১৯২১ চনত কানি নিবাৰণ কৰিবলৈ অসমত এক ব্যাপক আন্দোলন হৈছিল। উত্তৰ পাৰত এই আন্দোলনৰ গুৰি ধৰোতা আছিল স্বনামধন্য অমিয় কুমাৰ দাস। দাসে সদলবলে কানি নিবাৰণ আন্দোলন চলাই থাকোতে হাতত মদৰ বটল লৈ ঢলংপলংকৈ আহি থকা মাংৰীক লালমাটিৰ ওচৰতে লগ পায়। দাসদেৱৰ লগৰে বিখ্যাত আন্দোলনকাৰী লক্ষ্মীধৰ শৰ্মাই মাংৰীক 'মা' বুলি সম্বোধন কৰাত মাংৰীয়ে নিজৰ হৃত সম্বিৎ ঘূৰাই পায়। পুত্ৰ থাকিও নথকা হোৱা আৰু পতিৰ প্ৰতাৰণাৰ অন্তৰৰ গ্লানি আৰু দুখ-যান্ত্ৰণা তথা একাকীকত্ব পাহৰিবলৈ মদৰ আশ্ৰয় লোৱা মাংৰীৰ 'মা' শব্দ শুনাৰ লগে লগে তেওঁৰ হৃদয় পুনৰ মাতৃৰ মমতাৰে উপচি পৰে। হাতত থকা মদৰ বটল দলিয়াই তেওঁ আন্দোলনত যোগ দিয়ে। আন্দোলনকাৰী মহিলাসকলৰ আগশাৰীত থাকি তেওঁ জংগী আন্দোলন চলাই যাবলৈ ধৰে। চাহ জনগোষ্ঠীৰ এগৰাকী মহিলাই আগভাগ লৈ মাদকদ্ৰব্য আন্দোলন সৰহ দিন ধৰি চলাই যাবলৈ হ'লে চাহ বাগিচাসমূহত ইয়াৰ বিৰূপ প্ৰভাৱ সুদূৰ প্ৰসাৰী হ'ব। ফলত ইয়াৰ এক ব্যাপক ৰূপ ধাৰণ কৰাৰ আশংকাত ইংৰাজ চৰকাৰে মাংৰীৰ কণ্ঠৰোধ কৰিবলৈ সিদ্ধান্ত লয়। সেইমতে পুলিচ বাহিনীৰ দ্বাৰাই মালতীক হত্যা কৰোৱা হয়। এগৰাকী

আগৰণুৱা আন্দোলনকাৰী বজ্ৰকণ্ঠী চাহ মজদুৰ ললনাক এনেদৰেই চিৰদিনৰ বাবে নিস্তব্ধ কৰি পেলোৱা হ'ল। এই মাংৰী ওৰফে মালতী মেমেই হ'ল ভাৰতৰ স্বাধীনতা আন্দোলনত দেশৰ হকে প্ৰাণ বিসৰ্জন দিয়া প্ৰথমগৰাকী মহিলা ছহিদ। দুখ-দৈন্যৰ মাজত লালিত-পালিত আৰু বিদেশী চাহাবৰ দ্বাৰা লাঞ্ছিত-বঞ্চিত মালতীয়ে দেশৰ হকে আত্ম বলিদান দিও অসম চৰকাৰৰ দ্বাৰা অদ্য পৰিমিত যথাৰ্থভাবে স্বীকৃতি লাভ কৰিব পৰা নাই। চাহ জনগোষ্ঠীৰ দৰে অনগ্ৰসৰ শ্ৰেণীৰ লোকৰ প্ৰতি প্ৰদৰ্শন কৰি অহা অসমীয়া সুধীসমাজ আৰু অসম চৰকাৰৰ এনে অৱজ্ঞা আৰু অবিচাৰ নিশ্চিতভাবেই অশোভনীয় বুলি কোৱাৰ বাহিৰে আন গত্যন্তৰ নাই।

চাহ জনগোষ্ঠীৰ স্বাধীনতাৰ ৰণুৱাসকলৰ আটাইৰে জীৱন বৃতান্ত বৰ্ণনা কৰা এই ক্ষুদ্ৰ পৰিসৰত সম্ভৱপৰ নহয়। সেয়ে তেনে বীৰ-বীৰাঙ্গনাসকলৰ মাথো নামোল্লেখ আৰু দুই-এজনৰ চমু বিৱৰণীহে দাঙি ধৰা হ'ল। এম. ভি. ৰামানাৰাওৰ লেখনি আৰু সংগ্ৰামী টুনীৰাম হাজৰিকাৰ টোকা অনুযায়ী উত্তৰ পাৰৰ স্বাধীনতাৰ আন্দোলনত অংশগ্ৰহণ কৰাসকলৰ ভিতৰত উত্তৰ লখিমপুৰৰ গাজাধৰ কুৰ্মী, অৰ্জুন ঘাটোৱাৰ, মহাচল গড়, জগমোহন গড় আদিৰ নাম পোৱা যায়। ইয়াৰ বাহিৰেও মণিৰাম কামাৰ আৰু গুৰুচৰণ কুৰ্মীৰ নামও শুনা যায়।

দক্ষিণপাৰৰ আন্দোলনকাৰীৰ সংখ্যা বহু বেছি আছিল। ইয়াৰে সৰ্বাধিক সংখ্যক সংগ্ৰামী আছিল অবিভক্ত শিৱসাগৰ জিলাৰ। গোলাঘাটৰ সংগ্ৰামীসকলৰ ভিতৰত প্ৰথমেই নাম ল'ব লাগিব মহুৰা মৌজাৰ পাৰঘাটৰ অমৰ ছহিদ বেজা ওৰফে বিজু বৈষ্ণৱৰ (বিজু বাউৰি)। তেওঁ স্বাধীনতাৰ হকে যুঁজি যোৰহাটৰ জিলা কাৰাগাৰত শেষ নিশ্বাস ত্যাগ কৰিছিল। তেওঁৰ যোগ্য পত্নী বিদ্যাৱতী বৈষ্ণৱে শিলচৰৰ জিলা কাৰাগাৰত ছয়মাহ বন্দী জীৱন কটাইছিল। আনগৰাকী ছহিদ হ'ল গোলাঘাটৰ ঊষা চাহ বাগিচাৰ পিয়ন টেহলু। দৈনিক জনমভূমি কাকতৰ একালৰ সম্পাদক ত্ৰৈলোক্যনাথ শৰ্মাই টেহলুৰ বিষয়ে লিখা এটা প্ৰবন্ধ ১৯৭১ চনত আমাৰ দ্বাৰাই সম্পাদিত 'মাদল' নামৰ বাৰ্তালোচনীত প্ৰকাশ পাইছিল। চাহ বাগিচা আৰু গোলাঘাট চহৰৰ আন্দোলনকাৰীৰ মাজত খবৰ-বাতৰিৰ যোগান ধৰাই তেওঁৰ অপৰাধ আছিল আৰু তাৰবাবেই বাগিচাৰ মেনেজাৰে অমানুষিকভাবে শাৰীৰিক অত্যাচাৰ চলাই তেওঁক হত্যা কৰিছিল। টেহলুৱে নশ্বৰ দেহা ত্যাগ কৰিলে, কিন্তু তেওঁ চাহ জনগোষ্ঠীৰ মাজত চিৰদিনৰ বাবে অমৰ হৈ ৰ'ল।



গোলাঘাট জিলাৰ অন্যান্য আন্দোলনকাৰীসকল হ'ল যথাক্ৰমে বিদেশী কমাৰ, আনচা ভূঞা, ৰাধুমূড়া, গোবিন তাঁতী, ৰামচাই তুৰি, চকু মাঝি, বগাই বাউৰী, বাবুলাল কমাৰ, দীনবন্ধু তাঁতী, বালিয়া ভূঞা, এতোৱা ভূঞা, ভৰত তাঁতী, বৰমা মোদি, ৰাধু মোদি, ৰঘু মোদি, আব্দুল হামিদ, মহাবীৰ গোৱালা, চানতাৰা তাঁতী, কৰ্মদাস পাণিকা, মোহন পাণিকা, বুৰ্খা গড়, শুক্ৰা নাগবংশী, পৰৱৰ্তীকালত বিধায়ক হোৱা ছানু খেৰীয়া, তেওঁৰ পত্নী আৰতি খেৰীয়া আদি অনেক লোক জেল-জৰিমনা ভৰা আন্দোলনকাৰী আছিল।

নগাঁও জিলাৰ নবীন চন্দ্ৰ কৰণ আৰু চিকনী চাহ বাগিচাৰ মহাবীৰ কালিন্দী উভয়েই ৰাজনৈতিক পেঞ্চন লাভ কৰা আন্দোলনকাৰী। নগাঁও জিলাৰ আন কিছুমান আন্দোলনকাৰীৰ নাম আজিও উদ্ধাৰ কৰিব পৰা হোৱা নাই। অনুসন্ধান কৰিলে কামৰূপ আৰু গোৱালপৰা জিলাতো আন্দোলনকাৰীৰ সন্তেদ পোৱা যাব। অবিভক্ত কাছাৰ জিলাৰ সনৎ কুমাৰ অহিৰ আৰু ৰঘুনাথ ধোবিৰ নাম উল্লেখ কৰিব পৰা যায়।

শিৱসাগৰ জিলাৰ মুক্তি যুঁজাৰু চুনু ৰায় ঘাটোৱাৰ নাজিৰাৰ সমীপৰ চকীমুখৰ ফুলনিবাৰী গাঁৱৰ বাসিন্দা আছিল। তেওঁ দুবাৰো কৰায়ত্ত হৈ জেল হাজোতত বাস কৰিব লগাত পৰিছিল। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াই এইজনা সংগ্ৰামী পুৰুষৰ নামত চকীমুখৰ পৰা কচুটেকেলীলৈ যোৱা সাত কিলোমিটাৰ দৈৰ্ঘৰ পথছোৱা চুনু ৰায় ঘাটোৱাৰৰ নামত উছৰ্গা কৰি 'চুনু ৰায় ঘাটোৱাৰ' নামেৰে নামকৰণ কৰে। ইয়াৰ বাহিৰেও নাজিৰা অঞ্চলৰ আন কেইজনমান আন্দোলনকাৰী হ'ল তিলক খৰগবংশী, মাক্তা তাঁতী, বৰকু পাণিকা, খীৰধৰ ৰাজোৱাৰ, লেখিয়া ঘাটোৱাৰ, ধনঞ্জয় ৰাজোৱাৰ আৰু গুহি ভূমিজ। আকৌ আমাৰ বহুতৰে পৰিচিত মেকীপুৰ চাহ বাগিচাৰ (সেই সময়ৰ ১২-১৪ বছৰীয়া ল'ৰা) নীলেশ্বৰ চিক্ কংগ্ৰেছৰ সেৱাদলত ভৰ্তি হৈ দেশমাতৃৰ প্ৰতি সেৱা আগবঢ়াইছিল। মৰাণ, নাহৰকটীয়া, ডিব্ৰুগড়, তিনিচুকীয়া, ডুমডুমা আৰু মাৰ্ঘেৰিটাৰ কেইবাজনো আন্দোলনকাৰীৰ নাম সংগ্ৰহ কৰি ১৯৭৩ চনত অসম চাহ মজদুৰ সংঘৰ মুখপত্ৰ 'চাহ মজদুৰ' কাকতত আমাৰ এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। বৰ্তমান সেই লেখাটি আমাৰ হাতত মজুত নথকা বাবে সেইসকল আন্দোলনকাৰীৰ নাম ইয়াত সন্নিবিষ্ট কৰিব পৰা নহ'ল।

শেষত এটা কথা কওঁ, আজিৰ অসমত প্ৰকৃত অসমীয়া পাবলৈ নোহোৱা

হৈ আহিছে। আজিৰ অসমত আছে কেৱল সুকীয়া সুকীয়া অস্তিত্বধাৰী জনগোষ্ঠীহে। সেইকাৰণে আজিৰ অসমত স্বাধীনতা যুঁজৰ মহতী ভাবেৰে অনুপ্রাণিত হৈ দেশ আৰু জাতিৰ বাবে আত্ম বলিদান দিয়া আৰু ত্যাগ স্বীকাৰ কৰা বীৰ-বীৰাঙ্গনাৰ প্রাসংগিকতা বৰকৈ অনুভূত হয়। কিয়নো স্বাধীনতাৰ কালছোৱাত খিলঞ্জীয়া জাতিপুঞ্জৰ লোকে ইটোৱে সিটোৰ কাষ চাপি গৈছিল। ভাৰতৰ আন ঠাইতকৈয়ো অধিকভাৱে সাতামপুৰুষীয়া পুৰণিকলীয়া ৰীতি-নীতি ভৰিৰে মোহাৰি পেলাই বৰ অসমৰ জাতি গঠনৰ প্রক্রিয়া তৰান্বিত কৰিছিল। মহাত্মা গান্ধীৰ অস্পৃশ্যতা বৰ্জনৰ আহ্বান, জ্যোতি-বিষ্ণুৰ মৰ্মস্পৰ্শী ভাষাত গোৱা দেশপ্রেম আৰু একতাৰ জয়গানে মানুহক মানুহৰ তেনেই ওচৰ চপাই আনিছিল। জ্যোতিপ্ৰসাদে সমগ্ৰ চাহ-মজদুৰ ৰাইজক ভালপোৱা বুলি আন্তৰিকতাৰেই স্বীকাৰ কৰিছিল। কিন্তু দুখৰ বিষয় যে পৰৱৰ্তী কালত বৰঅসম ভাগ ভাগ হৈ সাতভনীৰ ৰাজ্য হৈ পৰিল। সেইদৰে একশ্ৰেণীৰ উচ্চবৰ্ণজাত লোকৰ জাতিদম্ভ আৰু ক্ষমতাৰ বাঘজৰী নিয়ন্ত্রণৰ নেৰানেপেৰা চেষ্টাই সেই ঐক্য সাধনৰ সজ প্রক্রিয়াটো থান-বান কৰি পেলাইছে। জনগোষ্ঠীয় সত্ত্বাসমূহৰ উত্থানৰ প্রয়োজন আছে। কিন্তু জনগোষ্ঠীয় স্বাৰ্থকেন্দ্রিক নেতা আৰু ৰাজনীতিবিদৰ গাদী দখলৰ কুচ-কাৱাজ আৰু আপোনপেটীয়া স্বভাৱটোৱে অসমৰ প্রতিষ্ঠিত ঐক্য-শান্তিৰ ভেঁটিত অহৰ্নিশে বজ্ৰাঘাত হানিব ধৰিছে। বাংলাদেশৰ পৰা আহিব ধৰা অবৈধ প্রব্রজনৰ নতুন কিন্তু ভয়ানক বিপদৰ আগমুহূৰ্তত অসমৰ বাসিন্দা সকলোৱে একগোট হৈ কাম কৰিব নোৱাৰিলে অথবা তাৰ প্রতিৰোধ কৰিব নোৱাৰিলে অসমীয়াৰ অস্তিত্ব আৰু অসমীয়া মানচিত্ৰৰ বিপৰ্যয় অৱশ্যসম্ভাৱী। অগ্নিগৰ্ভা অসমৰ এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আমি অসমৰ ঐক্য, শান্তি আৰু মৈত্রী প্রতিষ্ঠাৰ বাবে দেশৰ হকে আত্মবলিদান দিয়া সেইসকল ত্যাগী দেশপ্রেমিকৰ ভাবেৰে অনুপ্রাণিত হৈ কাম কৰাৰ প্রয়োজনীয়তা নুই কৰিব নোৱাৰি। আৰু এটা কথা যে দেশৰ হকে প্রাণ বিসৰ্জন দিয়া সেইসকল মহান দেশপ্রেমিকৰ স্মৃতিস্তম্ভ নিৰ্মাণ কৰাৰ আঁচনি অসম চৰকাৰে গ্ৰহণ কৰা নিতান্তই বাঞ্ছনীয়। জনগোষ্ঠীসমূহৰ মাজত জমায়িত ক্ষোভ প্ৰশমিত হোৱাত ই নিশ্চয় সহায়ক হ'ব আৰু উত্তৰ পুৰুষৰ বাবে অনুপ্রেৰণাৰ থল হিচাপেও বিবেচিত হ'ব। আমাৰ ৰাজ্যখনৰে সৰ্বশ্ৰেষ্ঠ অৰাজনৈতিক অনুষ্ঠান অসম সাহিত্য সভাই জনগোষ্ঠীয় বিষয়ত গুৰুত্ব সহকাৰে বিবেচনা কৰিব বুলি আশা কৰিলোঁ।



*'স্বাধীনতা ধন*
*নতুবা মৰণ,*
*লোহাৰ শিলেৰে*
*বান্ধি ল মন।*
*বজ্ৰ কণ্ঠে বিশ্বক শুনা*
*সত্যৰ জয়গান*
*বুকুৰ তেজেৰে ধুই দে আজি*
*ভাৰতৰ অপমান . . . . . !'*

— জ্যোতিপ্ৰসাদ আগৰৱালা। ■

# চাহ জনগোষ্ঠীয় লোকজীৱনত ধৰ্ম, বিশ্বাস আৰু পৰম্পৰা ঃ এক তাত্ত্বিক বিশ্লেষণ

দেবেন তাছা

পৰ্যবেক্ষণৰ পৰা দেখা যায় পৃথিৱীৰ প্ৰায় প্ৰতিটো জাতি-গোষ্ঠীৰ লোকেই নিজ নিজ ধৰ্ম, বিশ্বাস আৰু পৰম্পৰাসমূহ নিজস্বভাৱে পালন কৰি আহিছে। শিক্ষিত অশিক্ষিত, ধনী-দুখীয়া নিৰ্বিশেষে পৃথিৱীৰ মুঠ জনসংখ্যাৰ প্ৰায় ৯০ শতাংশ লোকেই এনেবোৰ বিশ্বাস, পৰম্পৰাৰ দ্বাৰা পৰিচালিত হৈ আহিছে। ভাৰতৰ অন্যান্য ৰাজ্যৰ লগতে অসমত বসবাস কৰা বৃহত্তৰ অসমীয়া জাতিৰ লোকসকলেও ইয়াৰ পৰা সাৰি যাব পৰা নাই। বৃহত্তৰ অসমীয়া জাতিৰ অন্যতম অংশীদাৰ চাহ জনগোষ্ঠীয় লোকসকলো ইয়াৰ ব্যতিক্ৰম নহয়।

অসমত যুগ যুগ ধৰি বসবাস কৰা এইসকল লোকেও নিজ নিজ ধৰ্ম আৰু সমাজ ব্যৱস্থাৰ ভিত্তিত বহুবোৰ বিশ্বাস আৰু পৰম্পৰাৰ দ্বাৰা বান্ধ খাই আছে। চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত প্ৰায় এশৰো অধিক জাতি, জনগোষ্ঠীৰ লোক থকা দেখা যায়। বহুদিন ধৰি একেলগে বসবাস কৰা বাবে এওঁলোকৰ প্ৰায়বিলাক ৰীতি-নীতি, বিশ্বাস, পৰম্পৰাৰ মিল দেখা যায়। এওঁলোকৰ মাজত হিন্দু, মুছলিম, খ্ৰীষ্টিয়ান আদি কৰি বিভিন্ন ধৰ্মৰ লোকো আছে যদিও পাৰ্থক্য বিচাৰি পোৱা টান। নিজ ধৰ্ম আৰু সমাজ ব্যৱস্থাৰ বিশ্বাস আৰু পৰম্পৰাই এওঁলোকৰ জীৱনত এনেভাবে প্ৰভাৱ বিস্তাৰ কৰি আহিছে যে এইবিলাকক বাদ দি তেওঁলোকৰ জীৱন এখোজো আগুৱাই যাব নোৱাৰে।



গাভৰু ছোৱালীৰ কন্যাকালৰ পৰা আৰম্ভ কৰি বিয়া তোলালৈকে, বৰ বিয়াত দৰা-কন্যা নোওৱা ধোওৱাৰ পৰা বিয়া সম্পন্ন নোহোৱালৈকে। বিয়াত নিমন্ত্ৰিত অতিথিক খোৱা বোৱাৰ ব্যৱস্থা কৰাৰ পৰা আৰম্ভ কৰি জ্ঞাতি কুটুম্বক খুওৱালৈকে, খোবা-খুবুণীৰ পৰা আৰম্ভ কৰি বিবাহিত নাৰীয়ে গৰ্ভধাৰণ কৰালৈকে, দহ মাহ গৰ্ভত ধাৰণ কৰি সন্তান জন্ম দি কেঁচুৱা ডাঙৰ দীঘল কৰালৈকে কতবোৰ যে নীতি নিয়ম মানি চলিব নালাগে এই কথা ভাৱিলে তবধ মানিব লাগে। ঠিক সেইদৰে মৃত লোকক ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈ উলিয়াই অনাৰ পৰা শ্মশান ঘাটলৈ নিয়ালৈকে, শ্মশানত খৰি দিয়াৰ পৰা মৃতকৰ কৃত-কৰ্ম কৰালৈকে অসমৰ সকলো লোকৰ সমাজত বহুবোৰ আচাৰ অনুষ্ঠান কৰিব লগা হয়। এইবিলাকৰ উপৰি দৈনন্দিন জীৱনতো বহুবোৰ নীতি নিয়ম মানি কৰ্ম কৰিব লগা হয়। আহাৰ-বিহাৰ খোৱা-বোৱা, হাল জোৰা, ভুঁই ৰোৱা, ন-ধান কটা, ঘৰলৈ লক্ষ্মী অনা, ন-খোৱা, ঘৰ সজা, ঘৰ লোৱা আদি কৰি সপোন-দিঠক আদি সকলোতে কেৱল নিয়ম আৰু নিয়ম। এই বিশ্বাসসমূহে লোক-জীৱনক এনেভাৱে প্ৰভাৱান্বিত কৰি আহিছে যে, এইবোৰক বাদ দি তেওঁলোক এখোজো আগবাঢ়িব নোৱাৰে।

লোক জীৱনত ইমান এটা গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰা এই বিশ্বাস, পৰম্পৰা প্ৰকৃততে কিনো? সমাজ জীৱনত ইয়াৰ ইমান গুৰুত্বই বা কিয়? এই প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ হ'লে আমি আগুৱাই যাব লাগিব বহু হাজাৰ বছৰ পুৰণি আদিম মানুহৰ সেই দিনটোলৈ। মানুহ যেতিয়া অঘৰী আছিল বন্য জীৱ জন্তুৰ দৰে মুকলি আকাশৰ তলত অথবা গিৰি গুহাত বাস কৰিছিল। মানুহে যেতিয়া কাপোৰ পিন্ধিব নাজানিছিল। কেৱল বন্য জন্তুৰ চিকাৰ কৰিয়েই জীৱন নিৰ্বাহ কৰিছিল। ক্ষুধাৰ তাড়নাত পৰি মানুহে চিকাৰ কৰিবলৈ লৈছিল। কেঁচা মঙহ খাই খাই এদিন যেতিয়া মঙহ পুৰি খাবলৈ জুইৰ আৱিষ্কাৰ কৰিলে তেতিয়াৰ পৰা মানুহৰ জীৱনৰ গতিপথ সলনি হৈ পৰিল। সেই দিন ধৰি মানুহে খেতি বাতি কৰাকে আদি কৰি অন্যান্য বহু ন ন আৱিষ্কাৰেৰে চমক সৃষ্টি কৰিব ধৰিলে। অধিক শস্য উৎপাদন, শস্যৰ ৰক্ষণা-বেক্ষণ আদিৰ বাবে আদিম মানৱে সাপ, গছ, পৃথিৱী আদি কৰি বিভিন্ন দেৱ-দেৱীৰ পূজা কৰিবলৈ ল'লে আৰু এনেকৈয়ে তন্ত্ৰ-মন্ত্ৰৰ সৃষ্টি হ'ল। এনে কৰোতে কাকতালীয়ভাবে কোনোবা এবছৰ মাৰি-মৰক, অতিবৃষ্টি, অনাবৃষ্টি নহৈ যেতিয়া শস্য নদন-বদন হৈ পৰিল। তেতিয়া

তেওঁলোকৰ ধাৰণা হ'ল যে এনেকৈ পূজা-পাতল কৰিলে কোনোবা এক অদৃষ্ট শক্তিয়ে তেওঁলোকক সহায় কৰে। তেতিয়াৰ পৰাই আদিম মানুহৰ মাজত তন্ত্র-মন্ত্র আদি কৰি নানান ধৰণৰ দেৱ-দেৱীৰ পূজা-পাতলৰ প্ৰচলন হ'ব ধৰিলে। আদিম মানুহৰ মাজত পূজা-পাতল আৰু তন্ত্র-মন্ত্রৰ ওপৰত এনেকৈয়ে বিশ্বাস গাঢ় হৈ পৰিল। এনে বদ্ধমূল ধাৰণাই কালক্ৰমত বিশ্বাসৰ ৰূপ ল'লে। একে সময়তে বেমাৰ-আজাৰৰ পৰা পৰিত্ৰাণ বিচাৰি দেৱ-দেৱীৰ পূৰ্জা-অৰ্চনা কৰিবলৈ লোৱাত জৰা-ফুকা, তন্ত্র-মন্ত্র, যাদু-বিদ্যা আদিৰ প্ৰচলন হ'ল। দেৱতাৰ সন্তুষ্টিৰ অৰ্থে বলি বিধান আদিৰ প্ৰচলন হোৱাত ইয়েই এক অন্ধ বিশ্বাসৰ জন্ম দিলে। এনেবোৰ অন্ধবিশ্বাস বংশানুক্ৰমে সমাজত চলিবলৈ লোৱাত ইয়েই এক পৰম্পৰাৰ ৰূপ পৰিগ্ৰহ কৰিলে। গতিকে, চমুকৈ বিশ্বাস-অন্ধবিশ্বাস তথা পৰম্পৰাৰ সূত্ৰপাত এনেকৈয়ে ঘটিল বুলি ক'ব পৰা যায়।

অসমীয়া ভাষাত বিশ্বাসৰ অৰ্থ বৰ ব্যাপক। বিশ্বাসৰ ইংৰাজী প্ৰতিশব্দ হৈছে *Faith* যাৰ আভিধানিক অৰ্থ হৈছে প্ৰত্যয় অথবা গভীৰ আস্থা, (হেমকোষ পৃঃ ৭২৭) যাক আমি ক'ব পাৰো পৱিত্ৰ ভক্তি ভাৱেৰে সিক্ত। দ্বিতীয় বিধক ইংৰাজীত *Belief* বুলি কোৱা হয়। ইয়াৰ অসমীয়া আভিধানিক অৰ্থ হৈছে বিশ্বাস কৰা বা পতিয়ন যোৱা। ইয়াৰ প্ৰথম বিধক আমি ধৰ্মীয় বিশ্বাস বুলি ক'ব পাৰো। কাৰণ এই বিশ্বাস মানুহৰ মগজুত এক বদ্ধমূল ধাৰণা হিচাবে বহি লৈছে। সদৰ্থক দিশ থকা ধাৰণাসমূহক বিশ্বাস বুলি কোৱাৰ বিপৰীতে নেতিবাচক অৰ্থাৎ নঞাৰ্থক ধাৰণাসমূহক অন্ধবিশ্বাস বুলি ক'ব পৰা যায়। প্ৰগতিৰ বিপৰীতে মানৱ সমাজক ভুৱা আৰু ৰক্ষণশীল ব্যৱস্থাৰ মাজত আবদ্ধ কৰি ৰাখিব বিচৰা কাৰ্যক অন্ধবিশ্বাস অথবা কু-সংস্কাৰ বুলি ক'ব পাৰি। অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ প্ৰভাৱে সমাজ আৰু সংস্কৃতিৰ ধাৰাত আঘাত হানে। ইয়াক সমাজৰ পৰা ইমান সহজে আঁতৰ কৰিব পৰা নাযায়। দ্বিতীয় বিধক সামাজিক বন্ধন বুলি ক'ব পৰা যায়। ই ইমান জোৰদাৰ নহয়। সাধাৰণতে দেখা যায় প্ৰথম বিধ বিশ্বাস ধৰ্মীয় গুৰু যাজক, মোল্লা আদিয়ে ওপৰৰ পৰা জাপি দিয়া এক ধাৰণা। বাকীবিলাক ব্যক্তিৰ চেতনাত আপোনা আপুনি গঢ় লৈ উঠে। বিশ্বাসক ধৰ্মীয় আধাৰ বুলিও ক'ব পৰা যায়। কাৰণ বিশ্বাসৰ ওপৰত ভিত্তি কৰিয়েই সকলোবিলাক ধৰ্ম বৰ্তি আছে। বিশ্বাস অবিহনে ধৰ্মৰ মূল্য নাথাকে। ধৰ্মীয় বিশ্বাসৰ বাদে বাকীবোৰক আমি সামাজিক বান্ধোন বা বিশ্বাস বুলি ক'ব পাৰো। এই বিশ্বাস বা অন্ধ বিশ্বাস যেতিয়া যুগ যুগ



ধৰি বংশানুক্ৰমিকভাৱে অথবা পুৰুষাণুক্ৰমে চলি থাকে তাকে পৰম্পৰা বুলি কোৱা হয়। পৰম্পৰাৰ অভিধানিক অৰ্থ হৈছে-অবিচ্ছেদ্য ধাৰা, অনুক্ৰম, বংশানুক্ৰমিকভাৱে, পুৰুষানুক্ৰমে (হেম কোষ পৃঃ ৫৯৬)।

ওপৰৰ আলোচনাৰ পৰা এই কথা প্ৰতীয়মান হ'ল যে বিশ্বাস হৈছে এক আপেক্ষিক কিন্তু বদ্ধমূল ধাৰণা যাক ইংৰাজীত *"Impression"* বা *"Mentl retention"* বুলি কোৱা হয়। বিশ্বাস বা ধাৰণাৰ লগত বাস্তৱ *(real)*-ৰ পাৰ্থক্য এইখিনিতেই। বিশ্বাস বা ধাৰণাক বহুলাংশে বাস্তৱ ভিত্তি নথকা এক অনুমান বুলি কোৱাৰ বিপৰীতে বিজ্ঞানক সঠিক, যথাৰ্থ বুলি ক'ব পৰা যায়। বাস্তৱ হৈছে প্ৰকৃত *(real)* যাৰ নিৰ্দিষ্ট আকাৰ, আকৃতি আৰু আয়তন আছে যাক আমি চকুৰে দেখো, হাতেৰে চুই চাব পাৰো, গোন্ধ ল'ব পাৰো। কিন্তু বিশ্বাসৰ তেনে কোনো আকৃতি বা আয়তন নাই। ইয়াক আমি চকুৰে নেদেখো, হাতেৰে চুই চাব নোৱাৰো, আনকি গন্ধও ল'ব নোৱাৰো। সেই কাৰণে দেখা যায় বিশ্বাস কিছু ক্ষেত্ৰত সঠিক যথাৰ্থ আৰু কিছু ক্ষেত্ৰত সঠিক বা যথাৰ্থ নহয়। ইয়াত সত্যৰ হীনদেঢ়ি দেখা যায়। গতিকে বিজ্ঞানক বাস্তৱ বুলিলে বিশ্বাসক অবৈজ্ঞানিক ধাৰণা বুলি ক'ব পৰা যায়। এই ক্ষেত্ৰত ঈশ্বৰ বিশ্বাসো এক ধাৰণাহে। অৱশ্যে বদ্ধমূল। বিশ্বাসৰো তেনে কোনো মূল্য নাই এনে কথা ক'ব নোৱাৰি। গভীৰ বিশ্বাসৰ বলত আজিও মানুহে এনে কিছুমান অলৌকিক কাৰ্য সাধিত কৰিছে যাক দেখি বিজ্ঞানেও হয়তো তবধ মানিছে। এই প্ৰসঙ্গত চাহ বাগিচা অঞ্চলত পালন কৰা গ্ৰাম পূজা, মনসা পূজা, সৰ্বমঙ্গলা পূজাৰ লগতে নগৰ অঞ্চলত হিন্দুস্থানী সমাজে পালন কৰা ষঠ পূজাৰ কথা ক'ব পাৰি। এইসমূহ পূজাত ভক্তসকলে জিভা, পেট, পিঠিত ডাঙৰ ডাঙৰ বৰশী লগাই, তৰোৱালেৰে গাত ঘাপ মাৰি, গজাল মৰা পীৰাত বহি কোঁচত দুই তিনিজন লোক বহুৱাই লৈ ঝুলনা খেলা দৃশ্য দেখিলে তবধ নামানি নোৱাৰি। কিহৰ বলত এই সকল ভক্তই এই কাৰ্য কৰিবলৈ সক্ষম হৈছে? এই বিষয়ে কিন্তু বিজ্ঞানে আজিও ব্যাখ্যা দিব পৰা নাই। আমাৰ ধাৰণা ভক্তসকলৰ অন্তৰত থকা গভীৰ বিশ্বাসৰ বাবেই এনে কৰিবলৈ সক্ষম হৈছে। গতিকে এই কথাও ক'ব পাৰি নেকি যে গভীৰ বিশ্বাসৰ দ্বাৰা অসাধ্য সাধনো কৰিব পাৰি। য'ত বিজ্ঞানেও হাৰ মানে। এই ক্ষেত্ৰত বৈজ্ঞানিকসকলৰ মতামত আহ্বান কৰা হ'ল। বিজ্ঞানে 'টেষ্ট টিউব বেবী'ৰ জন্ম দিলেও, মানৱ ক্ল'ন আৱিষ্কাৰ কৰিব পাৰিলেও জীৱ *(life)* আৰু আত্মা *(soul)*-

ৰ বিষয়ে একো ক'ব পৰা নাই অথবা ক'বলৈ সক্ষম হোৱা নাই। বিজ্ঞানৰ সীমাবদ্ধতাও এইখিনিতে। এইখিনিতে বিশ্বাসেও খোপনি পুতিবলৈ সক্ষম হৈছে। একেদৰে বিশ্বাসৰ দ্বাৰা নিয়ন্ত্ৰিত লোকসকলেও বিশ্বাস কৰা বিষয়বোৰ কোনো ধৰণৰ সাক্ষ্য প্ৰমাণ দাঙি ধৰিবলৈ সক্ষম হোৱা নাই। গতিকে ই মাথোঁ বিশ্বাসৰ আধাৰতেই চলি আহিছে। তথাপি দেখা যায় পৃথিৱীৰ মুঠ জনসংখ্যাৰ এক বুজন সংখ্যকেই এই বিশ্বাসকেই খামুচি ধৰি জীৱন অতিবাহিত কৰি আহিছে। এনে এক পৰিস্থিতিত জনসাধাৰণো বিপাঙত পৰিছে। তেওঁলোকেও ভাবিব নোৱৰা হৈছে কোনটো বাটেৰে তেওঁলোকে আগবাঢ়িব ? কোনটোক খামুচি ধৰিব ? বিজ্ঞান নে বিশ্বাসক ? সাধাৰণতে সমাজৰ অশিক্ষিত নিৰক্ষৰ লোকসকলেই এনেবিলাক বিশ্বাস, অন্ধ বিশ্বাসৰ দ্বাৰা বেছিকৈ পীড়িত হয় যদিও সমাজৰ শিক্ষিত চামেও ইয়াৰ কবলৰ পৰা সম্পূৰ্ণৰূপে বাচি থাকিব পৰা নাই। আনহে নালাগে বিশ্বৰ আটাইতকৈ উচ্চ শিক্ষিত লোকৰ দেশ বুলি গৌৰৱ কৰা ইউৰোপৰ বিজ্ঞানৰ চৰম শিখৰত পৰ্দাপণ কৰা আমেৰিকাবাসীও এই ধাৰণাৰ পৰা মুক্ত হ'ব পৰা নাই। আজিও ইউৰোপৰ বহুলোকে এতিয়াও বিপদ বিঘিনিৰ পৰা ৰক্ষা পাবলৈ ডিঙিত ক্ৰুছ পৰিধান কৰে। ভাৰতবৰ্ষৰ লোকসকলৰ দৰে তেওঁলোকেও ভূত অথবা ছয়তানৰ অস্তিত্ব অনুভৱ কৰে। আৰু তাৰ পৰা বাচি থাকিবৰ বাবে এনে ধৰণৰ বিভিন্ন উপায় অৱলম্বন কৰে। এই ক্ষেত্ৰত ধৰ্ময়ো যথেষ্ট অৰিহণা যোগায়। ধৰ্ম আৰু বিশ্বাসৰ ওচৰ সম্বন্ধ আছে। বিশ্বাসৰ ওপৰত ভিত্তি কৰিয়েই ধৰ্মৰ উৎপত্তি হৈছে। কাৰণ ধৰ্মতকৈ বিশ্বাসৰ ধাৰণা আগতে জাগ্ৰত হৈছে। দেখা যায় ধৰ্মৰ বহুবোৰ নীতি-নিয়ম নজনাকৈ মানুহে ধৰ্ম পালন কৰে। ফলত বহুবোৰ অন্ধবিশ্বাসৰ জন্ম লৈছে। ধৰ্মৰ নামত মানুহে জীৱ হত্যা কৰিছে। অথচ সেই মানুহেই 'জীৱ হত্যা মহাপাপ', 'অহিংসাই পৰম ধৰ্ম', বুলি স্বীকাৰ কৰি আহিছে। জীৱ হত্যাৰ দৰে পাপ কাম কৰি পুণ্য অৰ্জন কৰিব পাৰি জানো ? বিষয়টোৰ ওপৰত পুনৰ্বিবেচনা হোৱা দৰকাৰ। প্ৰখ্যাত বিজ্ঞানী আলফ্ৰেড আইনষ্টাইনৰ মতে ধৰ্ম আৰু বিজ্ঞানৰ ওচৰ সম্বন্ধ আছে। 'ধৰ্ম অবিহনে বিজ্ঞান পঙ্গু বিজ্ঞান অবিহনে ধৰ্ম অন্ধ।' গতিকে ধৰ্ম আৰু বিজ্ঞানক ইটোক সিটোৰ পৰিপূৰক বুলি কব পৰা যায়।

তথাপি দেখা যায় বিজ্ঞানৰ উৎকৰ্য সাধনৰ লগে লগে ধৰ্ম বিশ্বাস আৰু বিজ্ঞানৰ মাজত এক বিৰোধ চিন্তা ধাৰাৰ উদ্ৰেক হয়। বিজ্ঞানৰ উৎকৰ্য সাধন হোৱাৰ আগলৈকে বিশ্বাস আৰু ধৰ্মই আছিল সৰ্বস্ব। বিজ্ঞানে প্ৰতিটো কথা



যুক্তি আৰু তথ্যৰ আধাৰত বিচাৰ বিশ্লেষণ কৰিব লোৱাৰে পৰা ধৰ্ম আৰু বিশ্বাস আৰু বিজ্ঞানৰ মাজত এক দ্বন্দ্ব সৃষ্টি হয়। যুক্তি প্ৰমাণ নথকা কোনো এটা বিশ্বাসকে মান্যতা প্ৰদান কৰিবলৈ বিজ্ঞান ৰাজী নহয়। ফলস্বৰূপে বিশ্বাস ধৰ্ম আৰু বিজ্ঞানৰ মাজত দ্বন্দ্ব আৰু বিৰোধ প্ৰকট ৰূপত ধৰা দিলে। বিজ্ঞানে আন কি প্ৰমাণ নথকা হেতুকে ভগৱানৰ অস্তিত্বকো ওলাই কৰে।

ধৰ্মৰ বিষয়ে আমি ইতিমধ্যেই উনুকিয়াই আহিছোঁ। ধৰ্মৰ আধাৰ হৈছে বিশ্বাস। বিশ্বাস অবিহনে ধৰ্ম অৰ্থহীন। কথাতে কয়- "বিশ্বাসে মিলয় হৰি/তৰ্কে বহুদূৰ।" বৰ্তমান বিজ্ঞান উৎকৰ্ষৰ চৰম সীমাত। পৃথিৱীৰ কথা বাদেই বৰ্তমান বিজ্ঞানে বিশ্ব বহ্মাণ্ডৰ ৰহস্য ভেদ কৰি চন্দ্ৰ, মংগল গ্ৰহতো বসতি স্থাপনৰ বাবে প্ৰচেষ্টা চলাই আছে। তেনে বিজ্ঞানেও কিন্তু জীৱন বিষয়ক বহু ক্ষেত্ৰত সিদ্ধান্ত দিব পৰা নাই। হৃদয় *(Heart)* শব্দটি কেৱল তেজ পৰিশোধন কৰা যন্ত্ৰতেই সীমাবদ্ধ নহয়। ইয়াক মানুহৰ অন্তৰ এই অৰ্থতো ব্যৱহাৰ কৰা হয়। হৃদয়, মৰম, চেনেহ, দয়া-মমতা, অনুকম্পা, অনুভৱ, অনুভূতি, ঈশ্বৰ আৰু আত্মা এই বিষয়বোৰৰ ওপৰত বিজ্ঞানৰ একো সূত্ৰ নাই। কাৰণ এইবিলাক অনুভৱৰ আহিলা। বিজ্ঞানে ইয়াক দেখা নাপালেও ইয়াৰ অৱস্থিতি কিন্তু অনুভৱ কৰে। বিজ্ঞানৰ এলজেব্ৰা বা জ্যামিতিৰ সূত্ৰৰ দৰে এবিলাকক সীমাবদ্ধ কৰিব নোৱাৰি। এই ক্ষেত্ৰত নিউটনৰ তিনিওটা সূত্ৰ অচল। চকুৰে নেদেখা বিষয়বিলাকত আকাৰ-আকৃতিৰ স্থিতি দেখা নাপালেও ইয়াৰ ক্ৰিয়া আৰু প্ৰভাৱ আমি অনুভৱ কৰো। এনে এক অৱস্থাত আমি ক'ব পাৰো নেকি যে বিজ্ঞানে মানি নল'লেও উল্লিখিত বিষয়বোৰৰ দৰে ঈশ্বৰও বিদ্যমান। যি অব্যক্ত নিৰাকাৰ। যাৰ প্ৰভাৱ অনুভৱ কৰা যায়, কিন্তু স্থিতি দেখা পোৱা নাযায়। কেই মিনিটমানৰ আগলৈকে চলাফিৰা, মাতবোল কৰি থকা মানুহ এজন হঠাৎ জঠৰ হৈ পৰে, মাতবোল নোহোৱা হৈ পৰে অথচ দেখা যায় পূৰ্বৰ দৰে মানুহজনৰ চকু-মুখ,নাক-কাণ, হাত-ভৰি সকলো ঠিকেই আছে। তেন্তে কিহৰ অভাৱ ঘটিল। কিহৰ অভাৱত সকলো অংগ-প্ৰত্যংগ ঠিকে-ঠাকে থকাৰ পিচতো মানুহ এজনৰ এনে অৱস্থাপ্ৰাপ্ত হ'ল। এই বস্তুটোকেই জীৱাত্মা বা আত্মা বুলি ক'ব পৰা যায় নেকি ? শৰীৰ আৰু আত্মাৰ এক ওচৰ সমন্ধ আছে। প্ৰতিটো ধৰ্মই আত্মাৰ অৱস্থিতি বিশ্বাস কৰা বিপৰীতে বিজ্ঞানে ইয়াৰ বিৰোধিতা কৰি আহিছে। ধৰ্মৰ মতবাদ মতে আত্মা অবিনশ্বৰ। জীৱ আৰু আত্মাৰ সম্বন্ধ চিৰাচৰিত। এই কথা বিজ্ঞানে নামানিলেও পৃথিৱী জুৰি ধৰ্মৰ

অনুগামী সকলো লোকেই বিশ্বাস কৰি আহিছে। পৃথিৱীৰ বিভিন্ন ঠাইত প্লেনচেটৰ জৰিয়তে বিখ্যাত মনিষী সকলৰ আত্মাৰ লগত ভাৱ বিনিময় কৰাৰ কথা আমি বিভিন্ন মাধ্যমত পঢ়িবলৈ পাওঁ। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ হোৱাইট হাউচত মৃতকৰ আত্মাই মুক্তভাৱে বিচৰণ কৰি ফুৰা বাতৰিয়ে সমগ্ৰ বিশ্বতে চাঞ্চল্যৰ সৃষ্টি কৰিছিল। আমেৰিকাৰ ৰাষ্ট্ৰপতি জন আব্ৰাহিম লিংকনৰ আত্মাৰ সৈতে বহু লোক মুখামুখি হোৱা কথা ব্যক্ত কৰি গৈছে। এনে বিলাক দিশলৈ চাই মনত প্ৰশ্ন জাগে প্ৰকৃততে মৃত্যুৱে জীৱৰ শেষ পৰিণতি নহয় নেকি? অতৃপ্ত আত্মাই এতিয়াও বিননি তোলে নেকি? উল্লেখ্য যে খ্ৰীষ্টীয়ান সকলে যিচুক ক্ৰচ বিদ্ধ কৰা দিন শুক্ৰবাৰে আৰু যিচুৰ আত্মা পৰমত্মাৰ লগত মিলন হোৱাৰ দিন দেওবাৰৰ দিনা ভগৱান যীশুৰ মহাপৰিনিৰ্বাণ উপলক্ষে গীৰ্জাত প্ৰাৰ্থনা কৰে। আনকি মুছলমান সকলেও চয়তানৰ অৱস্থিতি উপলব্ধি কৰি হজৰ সময়ত চৌদি আৰৱত এক শিলাখণ্ডলৈ শিলগুটি নিক্ষেপ কৰি আহিছে।

বিজ্ঞানৰ চৰম উৎকৰ্ষ সাধনৰ দিনতো এনে বিলাক ৰহস্য উদঘাটন বিজ্ঞানে কিন্তু কৰিব পৰা নাই । বিজ্ঞানৰ সীমাবদ্ধতাও এইখিনিতে। পৃথিৱীৰ সৰ্বোচ্চ গিৰি শৃংগৰ উচ্চতাৰও সীমা আছে। অসীম বুলি ক'লেও মহা সমুদ্ৰৰও সীমাবদ্ধতা আছে। সীমা নাই বিশ্বাসৰ, সীমা নাই ঈশ্বৰৰ। বিজ্ঞানে এই ক্ষেত্ৰত পথ-প্ৰদৰ্শনৰ ভূমিকা ল'ব পাৰিলেহেঁতেন যদিও ধৰ্ম আৰু ঈশ্বৰ অস্তিত্ব আৰু যুক্তি-যুক্তাৰ প্ৰশ্ন তোলাত ধৰ্মাশ্ৰয়ী সৰ্বসাধাৰণ লোকসকল বিজ্ঞানৰ প্ৰতি বিৰূপ ভাৱ পোষণ কৰিবলৈ ল'লে। অতি সাম্প্ৰতিকভাৱে যোৱা মাৰ্চ মাহত (২০১০ চনৰ) টি ভি চেনেলৰ যোগে প্ৰচাৰিত হোৱা জাপানৰ অলৌকিক কৰ্মকাণ্ড সমূহ সমগ্ৰ বিশ্বৰ কোটি কোটি জনতাই দেখি নিশ্চয় তবধ নমনাকৈ থাকিব পৰা নাই। একেলগে প্ৰায় শতাধিক ব্যক্তিয়ে নিজৰ মুখমণ্ডল, জিভা, পিঠি আদিত প্ৰায় ৩-৪ চুতাৰ ব'ডৰ দৰে জোঙা শলাৰে দুয়োখন গাল ইপাৰ সিপাৰকৈ সী দিয়া, একেদৰে জিভাৰ ইপাৰ সিপাৰ হোৱাকৈ তেনে জাতীয় শলাৰে সী লৈ পদযাত্ৰাত ভাগ লোৱা তাৰ মাজতে দুই একে দীঘল তৰোৱালেৰে উদং পিঠিত দুই হাতেৰে ধৰি সমস্ত শক্তিৰে ঘাপ মাৰি (পিঠি কাটি তেজ বৈ যোৱাকৈ) সমদলত অংশ লোৱা কাৰ্যই নিশ্চয় সমগ্ৰ বিশ্বকে নিৰ্বাক কৰি তুলিছে। একেদৰে অন্ধ্ৰপ্ৰদেশৰ কোনোবা এখন জিলাত মস্ত খাল একোটাত দাউ দাউকৈ জ্বলি থকা অঙঠাৰ ওপৰেদি পাৰ হৈ যোৱা দৃশ্য প্ৰত্যক্ষ কৰি মানুহ বিস্ময়াবিভূত নোহোৱাকৈ থাকিব



পৰা নাই। সাধাৰণ মানুহৰ পক্ষে প্ৰায় অসম্ভৱ যেন লগা এনেবোৰ অলৌকিক কাৰ্য বাৰু মানুহে কেনেদৰে কিহৰ বলত কৰিব পাৰিছে? এনেবোৰ অসাধ্য সাধনৰ ৰহস্যৰ বিষয়ে বিজ্ঞানীসকল কিন্তু নিমাত। এনে এক প্ৰেক্ষাপটত জনতাই কৰে বা কি? ইয়াৰ সমাধান বিজ্ঞানে দাঙি ধৰিব পাৰিবনে? অৱশ্যে এই কথাও ঠিক যে মানুহৰ অগাধ বিশ্বাস আৰু ধৰ্ম ভীৰুতাৰ সুযোগ লৈ এচাম ধুৰন্ধৰ লোকে নিজৰ ব্যৱসায় চলাই নিয়াত সফল হ'ব পাৰিছে। ইয়াৰ জ্বলন্ত উদাহৰণ হৈছে যোৱা ৫ এপ্ৰিলত (২০১০ চন) তাৰিখে নগাঁৱৰ মৰিগাঁও নামৰ এখন ঠাইত এহাল পতি-পত্নী (পত্নী গৰাকী মৃত অৱস্থাৰ ভাও জুৰি) মৃত ব্যক্তিক নাম কীৰ্তনৰ দ্বাৰা জীয়াই তুলিব বুলি প্ৰচাৰ চলাই তিনিদিনলৈকে নাম কীৰ্তন গোৱাই মানুহক বুৰ্বক বনাই ৰাখিবলৈ সমৰ্থ হৈছিল। তাৰো কিছুদিনৰ আগতে ২০০৯ চনত কোনোবা এগৰাকী গাভৰুৰ গাত গোঁসানী লম্ভিছে আৰু তেওঁ ব্ৰহ্মপুত্ৰৰ ওপৰেদি খোজ কাঢ়ি যাব বুলি প্ৰচাৰ কৰি মানুহৰ পৰা পূজা পাতল খাই সাক্ষাৎ গোঁসানী হৈ পৰিছিল। আজিকালি প্ৰায়েই যি কোনো মহিলাৰ গাত গোঁসানী লম্ভা কথা শুনিবলৈ পোৱা যায়। ভাৰতীয় মানুহৰ সৰলতাৰ সুযোগ লৈ ২০০৫-০৬ চনত এক বিশেষ ৰাজনৈতিক দলৰ কোনোবা ধূৰন্ধৰ লোকে গণেশৰ মূৰ্তিয়ে গাখীৰ খাইছে বুলিও প্ৰচাৰ কৰি মানুহবোৰক বুৰ্বক সজাইছিল। মুঠ কথা উল্লিখিত অলৌকিক কাৰ্যবোৰৰ উৎঘাটন কৰাত বিজ্ঞান বিফল হোৱাৰ বাবেই এনেবোৰ ঘটনাৰ প্ৰাদুৰ্ভাৱ ঘটিছে বুলি ক'ব পৰা যায়। গতিকে বৈজ্ঞানিকসকলে অকল এইবোৰক অন্ধবিশ্বাস বুলি দায় সাৰিলেই নহ'ব। এনেবোৰ ঘটনা তথা অলৌকিক কাৰ্যৰ অন্তৰ্নিহিত ৰহস্য উদঘাটন কৰি ৰাইজৰ আগত ব্যাখ্যা দাঙি ধৰিব পাৰিব লাগিব। অন্যথা কেৱল মুখেৰে সকলোবোৰ অন্ধবিশ্বাস বুলি কৈ থাকিলেই জনসাধাৰণে মানিবলৈ টান পাব। বিজ্ঞানে নিজেও তথ্য প্ৰমাণ ৰহিত কোনো কথা বিশ্বাস নকৰে। গতিকে এইবোৰ ঘটনাক তথ্য প্ৰমাণ সহকাৰে উদাহৰণ দাঙি ধৰি সত্য প্ৰতিষ্ঠা কৰিব নোৱাৰিলে মানুহে অলৌকিক শক্তিক বিশ্বাস নকৰাকৈ থকাৰ উপায় নাই। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি বহু শতিকাজুৰি ত্ৰাসৰ সৃষ্টি কৰা "বাৰ্মুদা ত্ৰিভুজ" যাক মৃত্যু গহ্বৰ বুলিও কোৱা হয় সেইবিষয়েও বিজ্ঞানীসকলে আজিকোপতি বিশেষ একো এটা সমাধানৰ সূত্ৰ উলিয়াব পৰা নাই। আনকি এই ৰহস্যৰ অন্তৰ্নিহিত কাৰণ সম্পৰ্কেও বিজ্ঞান নিমাত। ফলত মানুহে ইয়াক এক অলৌকিক কাৰ্য বুলি ভাৱিবলৈ বাধ্য হৈছে। ঠিক সেইদৰে

বাতৰি কাকতৰ পৃষ্ঠাত প্ৰকাশ পোৱা ৰহস্যময় ঘটনাবোৰৰ কথা ক'ব পাৰি। একেটা ঘৰতে একাদিক্ৰমে এটা এটাকৈ ৯-১০ জনলোক কিয় কি কাৰণত আত্মহত্যা কৰিব লগা হ'ল মানুহ-দুনুহ নথকা অৱস্থাত কল-কাৰখানাৰ মেচিনবোৰ কেনেকৈ চলে এই ঘটনাবোৰৰ বিষয়েও বিজ্ঞানীসকলে একো তথ্য দাঙি ধৰিব নোৱাৰিলে। এনে এক অৱস্থাত এনেবিলাক কাৰ্যত কোনো প্ৰেতাত্মা জড়িত আছে বুলি জনসাধাৰণে নাভাবি অন্য কি বুলি ভাৱিব? বিজ্ঞানৰ এনেবিলাক বিফলতাৰ কাৰণেই মানুহে অলৌকিক বা অতিলৌকিক কাৰ্যত বিশ্বাস কৰিবলৈ বাধ্য হৈছে। একেসময়তে কিন্তু মানৱদেহৰ কৃত্ৰিম কোষ সৃষ্টি কৰি গোটেই বিশ্বক চমকিত কৰিবলৈ বিজ্ঞানীসকল পিছপৰি থকা নাই। ন ন আবিষ্কাৰত বিজ্ঞান সফল হ'লেও পূৰ্বৰ পৰা ঘটি অহা অলৌকিক ঘটনাবোৰৰ ৰহস্য উদ্‌ঘাটনত বিজ্ঞান সম্পূৰ্ণৰূপে বিফল হৈছে বুলিয়েই ক'ব পাৰি।

অসমত বসবাস কৰা লোকসকলেও এনে বহুবোৰ বিশ্বাস আৰু পৰম্পৰাৰ দ্বাৰা পৰিচালিত হ'ব লগা হৈছে। কেঁচুৱা জন্ম হোৱাৰ পৰা আৰম্ভ কৰি মৃতকৰ শৱ দাহ বা পোতালৈকে চৰু কেৰাহী পেলোৱাৰ পৰা আৰম্ভ কৰি কানি কাপোৰ ধোৱা, ঘৰ-দুৱাৰ মঁচা আদি বহুতো নীতি নিয়ম নিজস্বভাৱে পালন কৰিব লগা হয়। কন্যা গাভৰু হ'লে জাতি গোষ্ঠীভেদে বেলেগ কৰ্ম কৰিলেও পুৰুষৰ দৃষ্টিৰ পৰা কিছুদিন আঁতৰত ৰখা প্ৰথা সকলো জাতি গোষ্ঠীৰ লোকেই মানি চলি আহিছে। বিয়াৰ সময়তো নিজ নিজ প্ৰথাৰে সকলো লোকেই দৰা কইনা আদৰা, বিয়া সমাপন হোৱাৰ পিচত কইনা বিদায় দিয়া খোবা খোবি আদি নিয়মবোৰ প্ৰায় একেদৰে পালন কৰি আহিছে। তদুপৰি নাৰী গৰ্ভৱতী হ'লে পালন কৰিবলগীয়া নিয়ম বিলাকো প্ৰায় একেই। যেনে- গধুৰ বস্তু নদঙা, গধুৰ কাম বন নকৰা, ঢেকি আদি নিদিয়া, নিজান পৰত নৈৰ ঘাটলৈ অকলে নোযোৱা, গ্ৰহণ আদি লাগিলে বস্তু আদি নকটা, সেই ঘৰত জীৱ বধ নকৰা, আদি বহুবোৰ নিয়ম পালন কৰা হয়। ঠিক একেদৰে কেঁচুৱা জন্ম হোৱাৰ পিচতো নামকৰণ, অন্নপ্ৰাসন, পূজা আদি কৰি বহু কৰ্ম কৰা হয়। এইবিলাকৰ বাদেও ঘৰ সজা, ঘৰ লোৱা গোহালি বন্ধা, নতুন গৰু ছাগলী আদি কিনি অনা বা বেচিবলৈ নিয়া জীৱ জন্তুৰ ক্ষেত্ৰতো বহুবোৰ নিয়ম নীতি পালন কৰা হয়। একেদৰে ঘৰত ফেঁচা, হুদু, শগুণ আদি পৰা, ঘৰৰ বিতৰলৈ ফেঁচা বাদুলি সোমাই যোৱা, গাত শগুণ বা কাউৰীয়ে হগা (শৌচ কৰা), কুকুৰ মেকুৰী আদিয়ে কন্দা, কুকুৰ, মেকুৰীয়ে



চোতালত আঁচোৰা, গাঁত খন্দা, আগ ৰাতি কুকুৰাই ডাক দিয়া, ফেউৰাই মতা, কাউৰীয়ে ৰমলিয়ালে, ফেঁচাই নিউ নিউ শব্দ কৰিলে অমঙ্গল হয় বুলি জনবিশ্বাস চলি আহিছে।

এনেবোৰ বিশ্বাস আৰু পৰম্পৰা ওপৰত ভিত্তি কৰি বহুবোৰ বিধি *(mores)* আৰু নিষেধাজ্ঞাৰো *(taboo)* প্ৰচলন হৈ আহিছে। এনেবহুবোৰ বিধি নিষেধ (উচিত অনুচিত) ৰ দ্বাৰা অসমীয়া সমাজ পৰিচালিত হৈ আহিছে। এনেবিলাক পায় নাপায়ৰ এক সুকীয়া স্থান আছে। এনেবিলাক পায় নাপায় উচিত বা অনুচিতক লৈ তেওঁলোকৰ সমাজ জীৱন শৃংখলিত। তথাপি দেখা যায় এনে কঠোৰ নিয়ম নীতিৰ মাজত থাকিও তেওঁলোকে কিন্তু অসুবিধা পোৱা যেন অনুমান নহয়। অৱশ্যে এইবিলাকৰো সমাজভেদে দুই একৰ মাজত কিছু পাৰ্থক্য দেখা যায়।

অসমত বসবাস কৰা প্ৰতিটো জাতি-গোষ্ঠীৰ বিশ্বাস পৰম্পৰা বিধি-নিষেধ আদি দিশসমূহ আলোচনা কৰিবলৈ এই সীমিত পৰিসৰত মুঠেই সম্ভৱ নহয়। গতিকে অসমৰ অন্যতম অধিবাসী চাহ জনগোষ্ঠীৰ লোকসকলক আধাৰ হিচাপে লৈ আমি এই আলোচনাৰ সামৰণি মাৰিব খুজিছোঁ। আমাৰ ধাৰণা শতাধিক জাতিগোষ্ঠীৰে গঠিত আৰু ইয়াৰ প্ৰায় বিলাক জাতিগোষ্ঠীৰ লোকৰ প্ৰায় বিলাকৰে বিশ্বাস পৰম্পৰাবোৰ প্ৰায় একেই। এই চাহ জনগোষ্ঠীটোৰ বিশেষত্ব এইটোৱেই যে, প্ৰায় এশৰো অধিক জাতি, উপজাতি লগ হৈ গঠিত হৈছে বৃহৎ চাহ জনগোষ্ঠী আৰু এই বিশাল অবয়ৱেৰে সংশ্লেষিত হৈছে বৃত্তৰ অসমীয়া জাতিৰ ভেটি। মূল অসমীয়া ভাষীসকলৰ লগত চাহ জনগোষ্ঠীয় লোকসকলৰ প্ৰায়বিলাক বিশ্বাস পৰম্পৰাৰ মাজত মিল থকা দেখা যায়। গতিকে আমাৰ এই আলোচনাত এই চাহ জনগোষ্ঠীৰ লোক পৰম্পৰাৰ মাজত অসমীয়া জাতিৰ জাতীয় বিশ্বাস আৰু পৰম্পৰাৰো এক প্ৰতিচ্ছবি বিচাৰি পোৱা যাব।

ওপৰত উনুকিয়াই অহা বিধি-নিষেধবোৰৰ উপৰি চাহ জনগোষ্ঠীয় সমাজত প্ৰচলিত বিধি নিষেধবোৰ হৈছে তিৰোতা মানুহ বৰকৈ হাটে-বজাৰে ঘূৰি ফুৰিব নাপায়, উচ্চস্বৰত কথা ক'ব নাপায়, ঢেকঢেকাই হাঁহিব নাপায়, ৰাতি যেতিয়াই তেতিয়াই ওলাই যাব নাপায়, হাল চুব নাপায়, গৰুৰ পঘা দেই যাব নাপায়, গিৰীয়েক তথা অন্য মান্যৱন্ত লোকৰ নাম কাঢ়িব নাপায়, বিবাহিত তিৰোতাই মান্যৱন্তলোকৰ আগত ওৰণি নোলোৱাকৈ ওলাব নাপায়, বিধবা

তিৰোতাই ৰঙীণ কাপোৰ পিন্ধিব নাপায়, শিৰত সেন্দূৰ ল'ব নাপায়, চুলি মেলি ফুৰিব নাপায়, দাঁতেৰে আঙুলিৰ আগ চিঙিব নাপায়, ভৰিৰ নখেৰে মাটি আঁচুৰিব নাপায়, লৰা ঢপৰা কৰি মানুহৰ আগেদি পাৰ হৈ যাব নাপায়, ৰজঃস্বলা নাৰীয়ে ৪-৭ দিনলৈ ৰন্ধা-বঢ়া কৰিব নাপায়, সেই কেইদিন দূৰলৈকো যাব নাপায়, গাভৰু ছোৱালীৰ শিৰত কোনো মতা মানুহে সেন্দূৰ লগাব নাপায় ইত্যাদি। তিৰোতাৰ বাদেও কিছুমান বিধি নিষেধ উমৈহতীয়াভাৱে মানি চলিব লগা হয়। যেনে বাৰিষা নৈৰ দাঁতিত ঠিয় হৈ থাকিব নাপায়, বৰকৈ বিজুলি ঢেৰেকণিৰে বৰষুণ দিলে ডাঙৰ গছৰ তলত ৰ'ব নাপায়, হাতত কাঁহৰ-বাটি বাচন লৈ বাহিৰলৈ ওলাব নাপায়, ভৰ বাৰিষা নদীলৈ অকলে যাব নাপায়, ডলা কূলা আদি গুৰিয়াব নাপায়, কাঁহি বাটি আদি বাজিব নাপায়, বাহিৰৰ পৰা আহিলে ভৰি নোধোৱাকৈ ভিতৰলৈ সোমাব নাপায়, শ্মশান ঘাট, মৃতকৰ ঘৰ, কেঁচুৱা জন্ম হোৱা ঘৰলৈ গ'লে গা নোধোৱাকৈ ভিতৰলৈ সোমাব নাপায়, শনিবাৰে আৰু ৰাতি নতুন কানি-কাপোৰ পিন্ধিব নাপায়, ওচৰ চুবুৰীয়াৰ ঘৰলৈ পিছফালেদি যাব নাপায়, গৃহস্থই গম নোপোৱাকৈ মনে মনে গুচিও আহিব নাপায়, জ্যেষ্ঠজনৰ কান্ধত হাত থ'ব নাপায়, গাখীৰ, লোহা, কণী চুৰ কৰিব নাপায়, মেকুৰি মাৰিব নাপায়, ৰাতি সাপ, হাতী হালধি, বেজী আদিৰ নাম ল'ব নাপায়, ৰাতি অকলে ঘৰৰ বাজ ওলাব নাপায়, সন্ধিয়া লাগিলে ডুলিৰ পৰা ধান উলিয়াব নাপায়, ঘৰ চোতাল সাৰিব নাপায়, ঘৰৰ বেৰত বা চোতালত এঙাৰেৰে আঁচ টানিব নাপায়, সমাজত খাবলৈ বহিলে আগতিয়াকৈ অকলে উঠি যাব নাপায়, গৰম ভাত ফুঁৱাই খাব নাপায়, তিৰোতাৰ মেলি থোৱা কাপোৰৰ তলেদি সৰকি যাব নাপায়, ৰাতি তিতা খাব নাপায়, শুই থকা কেঁচুৱাক অকলে এৰি থৈ যাব নাপায়, শুই থকা কেঁচুৱাক বেৰি কুৰি বহিব নাপায়, কেঁচুৱাক কেতিয়াও উত্তৰ মুৱাকৈ শুৱাব নাপায়, গোবধ, তিৰী বধ কৰিব নাপায়, এনেকৈ চালে দেখা যায় শতাধিক বাধা নিষেধৰ মাজত থাকি তেওঁলোকে জীৱন নিৰ্বাহ কৰিব লাগে। অৱশ্যে ইমানবিলাক বাধা নিষেধ আৰোপিত হৈ থাকিলেও তেওঁলোকৰ জীৱন যাত্ৰাত কোনোদিন আউল লগা দেখা নাযায়। এই বাধা নিষেধবোৰৰ আটাইবিলাককে অন্ধবিশ্বাস বুলি ক'ব নোৱাৰি। ইয়াৰ কিছুমান বৈজ্ঞানিক ভিত্তি থকা যেন অনুমান হয়।

এনেকৈ চালে দেখা যায় সমাজত কৰিবলগীয়া কামৰ ক্ষেত্ৰত যেনেকৈ বাধা নিষেধ আৰোপ কৰা হৈছে, ঠিক তেনেকৈ পালন কৰিবলগীয়া নিয়ম



বিলাকৰো কিছু বিধিবিধান বান্ধি দিয়া হৈছে। যেনে জ্যেষ্ঠজনক পূজা পাৰ্বন, বিহু সংক্ৰান্তিত সেৱা সৎকাৰ কৰা, সমাজ বহি থাকিলে তাৰ মাজেদি পাৰ হৈ যাবলৈ হ'লে সোঁহাতখন আগবঢ়াই আগলৈ হাউলি পাৰ হৈ যোৱা, ভোজত বহিলে সকলো একেলগে উঠা, মৃতকৰ উদ্দেশ্য ভাতকে আদি কৰি সকলো দ্ৰব্য আগ কৰাৰ পিছতহে খোৱা, মৃতকৰ পছন্দৰ বস্তু মূৰৰ শিতানত থৈ অহা ৰাতি চৰু হাড়ী সম্পূৰ্ণ উদং কৰি নৰখা, শ্মশান ঘাটলৈ যোৱা সকলো লোকে কানি-কাপোৰ তিয়াই তিতা বস্ত্ৰৰে ঘূৰি আহি ঘৰত ধৰি থোৱা জুইৰে ভৰি সেকি, মুখত নিম পাত দিয়া, গাত নিম পানী চটিওৱা, মৃতকৰ শৱ উঠাই নিয়াৰ লগে লগে ঘৰৰ কানি-কাপোৰ, চৰু-হাড়ী ধুই পেলোৱা ঘৰ-চোতাল আদি গোবৰ পানীৰে মঁচা, নাতি নাতিনীক নেওচা দিওৱা, আদি বহুবোৰ নীতি-নিয়ম মানি কাৰ্য কৰে। এইবিলাকৰ বৈজ্ঞানিক ভিত্তি কিবা আছে নে নাই জনা নাযায় যদিও পৰম নিষ্ঠাৰে পালন কৰে তেওঁলোকে।

সকলোবোৰ বিশ্বাস পৰম্পৰা হানিকাৰক নহয় যদিও ইয়াৰ মাজত বহুতো হানিকাৰক অন্ধবিশ্বাসো সোমাই পৰিছে। এনেবোৰ অন্ধবিশ্বাসে সমাজৰ যথেষ্ট ক্ষতি কৰি আহিছে যদিও শিক্ষা হীনতা আৰু সচেতনতাৰ অভাৱত এইবিলাকৰ পৰা ওলাই আহিব পৰা নাই এইসকল লোক। এনেবিলাক অন্ধবিশ্বাসৰ ভিতৰত (১) বেজ জ্ঞানী (অঝা গুণীয়া) লগাই জৰা ফুকা কৰা। ঘৰৰ কাৰোবাৰ জ্বৰ বেমাৰ হলেই পোনচাটেই গৈ বাগিচাত থকা তেনে বেজক মাতি আনি জৰা ফুকা কৰাত লাগি যায়। সৰু সুৰা বেমাৰৰ কথাতো বাদেই ডায়েৰীয়া, জণ্ডিচ, মেলেৰিয়া আদি ভয়ানক সংক্ৰামক ৰোগতো এনেদৰে জৰা ফুকা কৰি থাকোতে ৰোগীৰ অৱস্থা শোচনীয় হৈ পৰে। শেষ সময়ত ডাক্তৰৰ ওচৰলৈ নিয়ে যদিও ৰোগীক বচাব পৰা নাযায়। অৱশ্যে কেতিয়াবা সাধাৰণ ধৰণৰ জ্বৰ কাঁহ হ'লে দৰৱ নোখোৱাকৈ থাকিলেও আপোনা আপুনি জ্বৰ ভাল হোৱা দেখা যায়। এনে ক্ষেত্ৰত অশিক্ষিত লোকসকলে ভাৱে যে বেজে জাৰি-ফুকি দিলতেই বেমাৰ ভাল হ'ল। এই বিলাক কাৰণতো তেওঁলাকৰ এক বদ্ধমূল ধাৰণাৰ সৃষ্টি হৈছে। এই সকলোবোৰৰ পৰা পৰিত্ৰাণৰ উপায় একমাত্ৰ শিক্ষা আৰু সজাগতা। গতিকে, এইসকলৰ মাজত শিক্ষাৰ প্ৰসাৰ অত্যন্ত জৰুৰী হৈ পৰিছে। বহু বিলাক বাগিচাত এনেধৰণৰ অন্ধবিশ্বাসৰ বলি হৈ আওমৰণে মৰি আছে এইসকল লোক। দ্বিতীয়বিধ ব্যাধি হল তন্ত্ৰ মন্ত্ৰৰ বলত ভূত খেদোৱা প্ৰথা। যাদু মন্ত্ৰ কৰি মানুহৰ তেজ শুহি

খোৱা, ডাইনী হৈ মানুহক হত্যা কৰা আদি হৰেক ৰকমৰ অন্ধবিশ্বাসৰ বলি হৈ বহু নিৰ্দোষী লোককো ডাইনী সজাই হত্যা কৰা হৈছে। অৱশ্যে এইবিলাকে অকল চাহ সমাজকে গ্ৰাস কৰিছে এনে নহয়, গাঁৱৰ নিৰক্ষৰ হোজা খেতিয়কসকলো ইয়াৰ দ্বাৰা বিধ্বস্ত হৈছে। তৃতীয়তে অশিক্ষিত এইসকল লোকৰ বিশ্বাস মতে সন্তান জন্ম দিয়াৰ একমাত্ৰ অধিকাৰী হ'ল ভগৱান। তেওঁলোকৰ ইয়াত কৰিবলগীয়া একো নাই। এনে বিশ্বাসত বন্দী হৈ প্ৰতিটো পৰিয়ালতে ৬-৭ টাকৈ সন্তান জন্ম দি খাবলৈ পিন্ধিবলৈ দিব নোৱাৰাৰ লগতে শিক্ষা আদিৰ পৰাও বঞ্চিত কৰিছে তেওঁলোকৰ সতি-সন্ততিক। চতুৰ্থতে ৰোগ-ব্যাধি আদিৰ পৰা পৰিত্ৰাণ বিচাৰি তেওঁলোকে পূজা কৰে অসংখ্য দেৱ-দেৱীৰ। ফলত খৰছ হয় অযথা বহু ধন টকা পইচা। দেৱ-দেৱীৰ বাদেও এওঁলোকে পূজা কৰে অসংখ্য অপদেৱতাৰ। এইবিলাকৰ পৰা লাভতো নহয় বৰঞ্চ ক্ষতি হয় বহুতো। পঞ্চমতে তেওঁলোকৰ মাজত আৰু এটা বদ্ধমূল ভুল ধাৰণা হৈছে, যে বেটী ছেন্না (ছোৱালী) মাত্ৰকে লোকৰ চুলহা ফুকা। অৰ্থাৎ ছোৱালী মাত্ৰেই লোকৰ ঘৰৰ চুলা জ্বলোৱা। বাগিচাত জন্ম হোৱা প্ৰতিটো সন্তানেই যেন বাগিচাত কাম কৰিবই লাগিব এনে ভাব আছিল। বোধকৰো সেই কাৰণেই অতীজত কেচুৱা জন্ম হ'লে বাগিচা অঞ্চলত সোধে কোড়মৰা নে পাত তোলা। তাৰমানে শ্ৰমিকৰ ঘৰত জন্ম হোৱা বাবে প্ৰতিটো সন্তানেই হয় কোৰ মাৰিব লাগিব নহয় পাত চিঙিব লাগিব। সৌভাগ্যৱশতঃ বৰ্তমান এই ধাৰণাৰ পৰিৱৰ্তন ঘটিছে। এতিয়া শ্ৰমিকৰ ল'ৰা ছোৱালীয়েও পঢ়িবলৈ লৈছে। যি কম সংখ্যক ল'ৰা ছোৱালী পঢ়িবলৈ শিকিছে *প্ৰায় বিলাকেই কিবা নহয় কিবা* এটা সৃষ্টি কৰি অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবলৈ যত্নপৰ হৈছে। ই সমগ্ৰ অসমবাসীৰ বাবেই গৌৰৱৰ কাৰণ।

বিজ্ঞানৰ সূত্ৰ মতে তথ্য প্ৰমাণ নথকা সকলো কথাই অ- বৈজ্ঞানিক। যদি সেয়ে হয় তেন্তে ক'ব লাগিব ইউৰোপ, আমেৰিকা, আৰৱ, পাকিস্তান, বাংলাদেশ, ভাৰত আদি কৰি কোনো এখন দেশেই এই অন্ধবিশ্বাসৰ পৰা মুক্ত নহয়। কাৰণ প্ৰাৰ্থনা কৰিলে মৃতকৰ আত্মাই সদগতি পায় বুলি বিশ্বাস কৰিয়েই হিন্দু, মুছলিম, খ্ৰীষ্টীয়ান আদি ধৰ্মীয় লোকসকলে মৃতকৰ সদগতি কামনা কৰি প্ৰাৰ্থনা কৰে। কিন্তু বাস্তৱত মৃত ব্যক্তিৰ আত্মাই সদগতি পাই নে নেপায় সেই কথা কোনেও নাজানে। ইয়াৰ কোনো তথ্য অথবা প্ৰামাণো পোৱা নাযায়। সেইদৰে শিখ, বৌদ্ধ, জৈন ধৰ্মীয় লোকৰ কথা ক'ব পাৰি। জৈন ধৰ্মৰ



লোকসকলেও বিভিন্ন ধৰণৰ দেৱ দেৱীৰ ফটোক পূজা কৰে, শিখ সকলেও গুৰু নানকৰ সমাধিত, মুছলিম সকলে পীৰ মহম্মদ সমাধিত সেৱা সৎকাৰ কৰে। একেদৰে বৌদ্ধ ধৰ্মীয় লোক সকলেও বুদ্ধদেৱৰ মূৰ্তি পূজা কৰে। খ্ৰীষ্টীয়ানসকলেও যিচুৰ, মৰিয়মৰ ফটো বা মূৰ্তিত পূজা কৰে। তেওঁলোকে কাঠ বা ধাতুৰে নিৰ্মিত ক্ৰুচ পৱিত্ৰ জ্ঞান কৰি ধাৰণ কৰে। হিন্দুসকলেও তীৰ্থ ভ্ৰমণ কৰাৰ দৰে মুছলিমসকলেও হজ কৰে। এনেদৰে চালে দেখা যায় পৃথিৱীৰ কোনো এটা জাতি গোষ্ঠীৰ লোকেই ইয়াৰ পৰা মুক্ত নহয়। এই বিশ্বাস পৰম্পৰা সমূহে মানৱ মনত এনে দৰে গভীৰ ৰেখাপাত কৰিছে যে, ইয়াক এৰি তেওঁলোকে জীয়াই থাকিবই নোৱাৰে। সেই কাৰণেই যুগ যুগ ধৰি এনেবোৰ বিশ্বাস পৰম্পৰা তথা অন্ধবিশ্বাসসমূহ সমূলঞ্চে নাইকিয়া কৰিব পৰা হোৱা নাই আৰু বোধকৰো কৰিব পৰা নহ'বও। অৱশ্যে সেই কথা সময়েহে নিৰূপণ কৰিব। সময়ে নিজৰ সুবিধামতে সকলো গঢ়ি পিটি ঠিক কৰি ল'ব।■

গ্ৰন্থ টীকা ঃ


১। অসমৰ লোক সাহিত্য - শশী শৰ্মা।

২। অসমৰ লোক সংস্কৃতি- নিৰ্মলপ্ৰভা বৰদলৈ।

৩। ঈশ্বৰৰ অনুসন্ধানত (জ্ঞান-বিজ্ঞান ভিত্তিক আধ্যাত্মিক আলোচনী), জানুৱাৰী ২০০৭, মানসেৱা উত্থান সমিতি, নিউ দিল্লী -২৬।

# চাহ বাগিচাৰ নাৰী ঃ অতীত আৰু বৰ্তমান

**হেমপ্ৰভা তাছা**

সভ্যতাৰ পোহৰ পৰাৰ আগতে সমাজত নাৰীৰ বিশেষ স্থান নাছিল। তেওঁলোকে সমাজত নিজৰ স্থান সম্পৰ্কে বুজ লোৱাৰ জ্ঞানকণো তেওঁলোকৰ মাজত নাছিল। প্ৰাচীন কালত ৰজা-মহাৰজাসকলৰ বাবে নাৰী কেৱল ভোগৰ সামগ্ৰী হিচাপে ব্যৱহৃত হৈছিল। জীৱনৰ বেছিভাগ সময় ঘৰৰ চাৰিবেৰৰ মাজতে কটাব লগা হৈছিল। আনহে নালাগে তেওঁলোকৰ হৃদয়ৰ বতৰা ল'বলৈও কাৰো অৱকাশ নাছিল। তেওঁলোকে নিজৰ সুখ-দুখ, হাঁহি-কান্দোন আদি সকলো নিৰলে পাৰ কৰিছিল। কেৱল গৃহিণী, মাতৃ, বাই-ভনী, আইতা ইত্যাদি ৰূপেহে পৰিচিতা হৈ আছিল। কোনো সামাজিক অনুষ্ঠানত তেওঁলোকে মুকলিমুৰীয়াকৈ সহযোগ কৰিব নোৱাৰিছিল। আনুষ্ঠানিক শিক্ষাতো দূৰৰে কথা সেই সময়ত তেওঁলোকৰ বাবে ঘৰুৱা শিক্ষা গ্ৰহণ কৰাটোও দুৰ্লভ আছিল। আনহে নালাগে তেওঁলোকে দেহৰ সৌন্দৰ্যও প্ৰকাশ কৰিব নোৱাৰিছিল। 'হৰিণাৰ মাংসই বৈৰী' হোৱাৰ দৰে নাৰীসকল ধুনীয়া হ'লে অতি সহজে পুৰুষৰ চকুত পৰিছিল। গতিকে তেওঁলোকৰ বাবে সৌন্দৰ্য আছিল শত্ৰু। সেয়েহে তেওঁলোকৰ একাংশক গালে-মুখে আঁকি দিয়া হৈছিল। ইয়াকে গদনা লোৱা বুলি কোৱা হৈছিল। এইদৰে গদনা ল'লে নাৰীগৰাকী দেখিবলৈ আপচু হয় আৰু পুৰুষৰ কু-দৃষ্টিৰ পৰা বাচি থাকিব পাৰে। সেয়েহে প্ৰায়বিলাক নাৰীয়ে গালে-মুখে আঁক-বাক কৰি লৈছিল। পৰিস্থিতিয়ে তেওঁলোকক এনে কৰিবলৈ বাধ্য কৰিছিল।



আনহে নালাগে তেওঁলোকে ৰক্ষা পাবৰ বাবে কোনোধৰণৰ প্ৰসাধন সামগ্ৰী ব্যৱহাৰ কৰা নাছিল। ঘৰৰ ভিতৰৰ পৰা তেওঁলোকে বাহিৰলৈ ওলাবলৈ সংকোচবোধ কৰিছিল। কেৱল বাগানৰ কামলৈ যায় আৰু বাকী সময়চোৱা ঘৰৰ ভিতৰতে সোমাই থাকে। ইংৰাজ চাহাবসকললৈকো তেওঁলোকে ভয় কৰিছিল। যিহেতু সেই সময়ত বাগিচাবিলাকত জনসংখ্যা তেনেই নগণ্য আছিল। খুউব কম সংখ্যক শ্ৰমিকে বাগানৰ কাম কৰিব লগা হৈছিল। অৱশ্যে বাগিচাৰ মাটি কালিও সীমিত আছিল। সেয়েহে কম সংখ্যক শ্ৰমিকে সকলোধৰণৰ কাম কৰিব লগা হৈছিল। সীমিত পৰিৱেশত বসবাস কৰিব লগা হোৱাত একেখন বাগিচাৰ শ্ৰমিকসকলৰ মাজত চিনা-পৰিচয়ো কম আছিল। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত বাগিচাৰ পৰিস্থিতি অতি ভয়ানক হৈ পৰিছিল। স্বাধীনতা আন্দোলনৰ সময়তো চাহ জনগোষ্ঠীয় নাৰীসকলো শোষণ আৰু নিৰ্যাতনৰ বলি হ'ব লগা হৈছিল। তেতিয়া চাহ জনগোষ্ঠীয় নাৰীসকলে নিজক ৰক্ষা কৰাৰ লগতে নিজৰ কন্যা সন্তানটিক সুৰক্ষা দিয়াটো এটা সমস্যা হৈ পৰিছিল। এই সমস্যাৰ পৰা ৰক্ষা পাবৰ বাবে তেওঁলোকে কন্যা সন্তানটিক অতি কম বয়সতে বিয়া দিয়াৰ ব্যৱস্থা কৰিছিল। এই বাল্যবিবাহ প্ৰথা বহুদিনলৈকে চাহ জনগোষ্ঠীয় সমাজত প্ৰচলিত হৈ আছিল। অৱশ্যে এতিয়া এই বাল্য বিবাহ প্ৰথা সম্পূৰ্ণ দূৰ হৈছে বুলি ক'ব পাৰি।

অসমৰ চাহ জনগোষ্ঠীয় নাৰীসকলে অতীজৰে পৰা চাহ বাগিচাত কাম কৰিয়ে জীৱন নিৰ্বাহ কৰি আহিছে। স্বাধীনতাৰ পূৰ্বে ইংৰাজৰ অধীনত থকাৰ সময়ত তেওঁলোকে এক প্ৰকাৰে বন্দী জীৱন যাপন কৰিছিল। ঘৰুৱা কাম-কাজ কৰাৰ উপৰি সন্তান জন্ম দিয়া, লালন-পালন কৰা আদি কাম নাৰীগৰাকীৰ ওপৰতে ন্যস্ত কৰা হৈছিল। এই সকলোবোৰ কাম কৰিও নাৰীসকলে পুৰুষৰ সমানে চাহ বাগিচাত শ্ৰমদান কৰি জীৱিকা নিৰ্বাহ কৰাটো কিমান কষ্টকৰ সেইকথা সহজে অনুমান কৰিব পাৰি।

চাহ শ্ৰমিক নাৰীসকলৰ আক্ষৰিক জ্ঞান নাছিল যদিও তেওঁলোকৰ সংস্কৃতিৰ ভঁৰালটো অতিকৈ চহকী আছিল। তেওঁলোকে বিয়া-বাৰু, সকাম আৰু অন্যান্য সামাজিক অনুষ্ঠান আদি পতাত আগ-ভাগ লৈছিল। এনেবোৰ কামত

অংশ গ্ৰহণ কৰি নিজেও উৎফুল্লিত হৈছিল আৰু আনকো আনন্দ দিব পাৰিছিল। পৰৱবিলাকত তেওঁলোকে নৃত্য-গীত কৰি নিজৰ মনৰ দুখ-বেদনা উজাৰি দি কেতিয়াবা কান্দোনত ভাগি পৰা দেখা গৈছিল। এইদৰে তেওঁলোকে মনৰ বেদনা পাতল কৰিছিল। তেওঁলোকে বাহিৰা জগতখনৰ বিষয়ে একেবাৰে অজ্ঞাত আছিল। তেওঁলোকে পুৱাতে বাগিচাৰ কামলৈ ওলাই যায় আৰু গধূলি ঘৰত সোমায়। এখন খিৰিকী আৰু এখন দৰ্জা থকা দুটা কোঠালিৰ ঘৰটোৰ চাৰিবেৰৰ মাজতে তেওঁলোকৰ জীৱন। চকু মেলি যিমান দূৰলৈকে দেখে সেইখনেই তেওঁলোকৰ পৃথিৱী। কু-সংস্কাৰ আৰু অন্ধবিশ্বাসে ছানি ধৰা সমাজখনত নাৰীসকলে এক প্ৰকাৰে বন্দী জীৱন যাপন কৰিছিল বুলি ক'ব পাৰি। তেওঁলোকৰ সাজ-পোছাক বুলিবলৈ এখন ক'লা মেখেলা আৰু এখনি ঠেক চুটি চাদৰ। এসময়ত ক'লা মেখেলাখন তেওঁলোক ইউনিফৰ্ম আছিল। বাগানৰ কামলৈ গ'লে ক'লা মেখেলা পিন্ধাটো নিয়মত পৰিণত হৈছিল। ৰ'দ-বৰষুণ বুলি কোনো কথা নাছিল। কাম আৰু কেৱল কাম। তেওঁলোকে অভাৱ-অভিযোগ প্ৰকাশ কৰিব নাজানিছিল। আনে যিদৰে পৰিচালনা কৰিছিল তাকে মানি লৈছিল। এইদৰেই তেওঁলোকৰ জীৱন নাটৰ সামৰণি পৰিছিল।

চাহ বাগিচাত কাম কৰিবলৈ অনা হৈছিল বাবেই অন্য কথা ভাবিবলৈ তেওঁলোকৰ অৱকাশ নাছিল বা ভাবিবলৈ সুযোগ দিয়া নাছিল। কেৱল কাম কৰাৰ বাবেই যেন তেওঁলোকৰ জীৱন। কামৰ মাজেদিয়েই সময় বাগৰিল, দিন বাগৰিল। মহাত্মা গান্ধীৰ নেতৃত্বত দেশে স্বাধীনতা লাভ কৰিলে। লাহে লাহে চাহ জনগোষ্ঠীৰ সমাজলৈ নতুন দিনৰ পোহৰ নামি আহিল। আইন-কানুন সলনি হ'ল। তেওঁলোকে মুকলিমূৰীয়াকৈ সমাজত বিচৰণ কৰিব পৰা হ'ল। প্ৰায়বিলাক বাগানতে একোখন প্ৰাথমিক বিদ্যালয় আইন অনুসৰি পতা হ'ল। সেইবিলাকত চাহ শ্ৰমিকৰ ল'ৰা-ছোৱালীবিলাকক পঢ়ুওৱাৰ বাবে চাহ বাগিচা কৰ্তৃপক্ষই শিক্ষক নিয়োগ কৰিলে; কিন্তু তেতিয়াও সেই বিদ্যালয়বিলাকত পঢ়িবৰ বাবে ছোৱালীতকৈ ল'ৰাবিলাককহে বিদ্যালয়লৈ পঠোৱাত বেছি গুৰুত্ব দিয়া হৈছিল। অৱশ্যে এইকথা সঁচা যে তাৰ মাজতে কিছু সংখ্যক লোকে নিজৰ নিজৰ ছোৱালীবিলাকক বিদ্যালয়লৈ পঠাইছিল। কুৰি শতিকাৰ সত্তৰ দশকৰ পিছৰ পৰাহে



চাহ বাগিচা নাৰী শিক্ষাৰ ওপৰত অধিক গুৰুত্ব দিয়া দেখা যায়। ইয়াৰ আগছোৱা সময়ত চাহ বাগিচা দুই-এগৰাকী নাৰীয়ে অৱশ্যে নিজৰ চেষ্টাৰ ফলতে হওক বা সচেতন অভিভাৱকৰ চেষ্টাৰ ফলতে হওক শিক্ষা-দীক্ষালৈ নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।

বৰ্তমান সময়ত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতিৰ লগে লগে চাহ জনগোষ্ঠীয় নাৰী সমাজকো নতুন দিনৰ পোহৰে আলোকিত কৰি তুলিছে। নানা বিষয়ৰ শিক্ষা-দীক্ষা গ্ৰহণ কৰি নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। নাৰীসকল শিক্ষিতা হৈ পুৰুষৰ সতে সমানে ফেৰ মাৰিব পৰা হৈছে। তেওঁলোক শিক্ষিতা হোৱাৰ লগে লগে ঘৰ-সংসাৰ কৰি বাগানৰ চাৰিবেৰৰ ভিতৰৰ পৰা ওলাই আহি বস্তি বা নগৰ-চহৰ অঞ্চলত বসবাস কৰি নিজৰ নিজৰ সন্তানসকলক প্ৰগতিৰ পথত আগুৱাই নিব পৰা হৈছে। আজি চাহ জনগোষ্ঠীৰ নাৰীয়ে ৰাজনৈতিক, সামাজিক, আৰ্থিক, বিজ্ঞান, কাৰিকৰী বিদ্যা, প্ৰযুক্তি বিদ্যা আদি সকলো দিশতে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

চাহ জনগোষ্ঠীয় নাৰী সমাজৰ বহুতো লেখিকা, শিল্পী আদিয়ে আত্মপ্ৰকাশ কৰিছে। লেখিকাসকলে চিৰ চেনেহী অসমীয়া ভাষাতে গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। শিল্পীসকলে নিজৰ জনগোষ্ঠীয় কলা-সংস্কৃতিৰ উপৰি সত্ৰীয়া নৃত্য, বিহু নৃত্য আদিৰ প্ৰশিক্ষণ গ্ৰহণ কৰি নিজকে সমাজত প্ৰতিষ্ঠাও কৰিবলৈ সক্ষম হৈছে। চাহ জনগোষ্ঠীয় নাৰীসকল ৰাজনৈতিক দিশতো পিছ পৰি থকা নাই। চাহ জনগোষ্ঠীৰ প্ৰথম গৰাকী মহিলা বিধায়িকা ৰূপম কুৰ্মীয়ে অসমৰ কেবিনেট মন্ত্ৰীৰ পদ অলংকৃত কৰি বহুতো কাম কৰি গ'ল। তেখেতৰ আদৰ্শ চাহ জনগোষ্ঠীয় নাৰীসকলৰ বাবে অনুকৰণীয়। ইয়াৰ উপৰি বহুতো চাহ জনগোষ্ঠীয় নাৰীয়ে গাঁও পঞ্চায়তৰ সদস্যা, সভানেত্ৰীৰ আসন লাভ কৰিবলৈ সক্ষম হৈছে। তদুপৰি জিলা পৰিষদৰ সদস্যা আৰু সভানেত্ৰীৰ দায়িত্বও সফলতাৰে পালন কৰিব পাৰিছে।

বৰ্তমান চাহ জনগোষ্ঠীয় বহুতো শিক্ষিতা নাৰীয়ে স্কুল-কলেজৰ

শিক্ষয়িত্ৰী হিচাপে আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত অন্য চাকৰি কৰি নাৰী সৰলীকৰণৰ দৃষ্টান্ত দাঙি ধৰিছে। চাহ জনগোষ্ঠীয় যিসকল নাৰী বস্তি অঞ্চলত বাস কৰিছে সেইসকল নাৰীয়ে, চাহ বাগিচাৰ নাৰীসকলতকৈ শিক্ষা-দীক্ষাত বেছি আগবঢ়া বুলি ক'ব পাৰি। শ্ৰমিক লাইনবিলাকত এতিয়াও শিক্ষাৰ পোহৰ সঠিকভাৱে পৰা নাই বুলি ক'ব পাৰি। পৰিৱেশৰ অভাৱৰ বাবেই হওক বা নিজৰ আওকণীয়া মনোভাৱৰ বাবেই হওক তেওঁলোকে এতিয়াও শিক্ষাৰ মূল উদ্দেশ্য বুজি পোৱা নাই যেন লাগে।

বস্তি অঞ্চলৰ চাহ জনগোষ্ঠীয় নাৰীসকলে শিক্ষাৰ তাৎপৰ্য বুজি পোৱা হেতুকে তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকক উচিত শিক্ষা-দীক্ষা দি উপযুক্ত নাগৰিক হিচাপে গঢ়ি তুলিব পাৰিছে। তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকক অন্য সমাজৰ লগত তুলনা কৰিব পৰা হৈছে। সাহিত্য, সংগীত, নৃত্য, কলা, অভিনয়, শিল্প, কলা, ক্ৰীড়া জগতত সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। চাহ জনগোষ্ঠীয় বহু কেইগৰাকী নাৰী শিল্পীয়ে দূৰদৰ্শন আৰু অনাতাঁৰ কেন্দ্ৰৰ যোগে কথিকা, সংগীত, নাট পৰিৱেশন কৰি পৰিচিত হৈছে। আজি কালি চাহ জনগোষ্ঠীয় ছোৱালীবিলাকে বিহু গীত আৰু নৃত্য পৰিৱেশন কৰি প্ৰশংসিত হৈছে।

খেলা-ধূলাৰ ক্ষেত্ৰতো চাহ জনগোষ্ঠীয় নাৰীসকল পিছ পৰি থকা নাই। হকী, ফুটবলৰ পৰা আদি কৰি ক্ৰিকেটলৈকে দেশৰ বিভিন্ন ঠাইত অংশ গ্ৰহণ কৰি সুনাম কঢ়িয়াই আনিবলৈ সক্ষম হৈছে।

আজি চাহ জনগোষ্ঠীয় নাৰীয়ে উচিত কথাত মাত মাতিবলৈ কুণ্ঠাবোধ নকৰে। তেওঁলোকে যিকোনো দাবীৰ বাবে পুৰুষৰ সমানে আন্দোলনত অংশ গ্ৰহণ কৰি আহিছে। অৱশ্যে আমাৰ দেশৰ স্বাধীনতা আন্দোলনতো চাহ জনগোষ্ঠীয় নাৰীয়ে অংশ গ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত মালতী মেমৰ নামটো চিৰ স্মৰণীয় হৈ ৰ'ল। আৰু কিমান গৰাকী নাৰীয়ে মালতী মেমৰ সৈতে সহযোগ কৰিছিল সেইকথা আমাৰ বাবে অজ্ঞাত হৈ ৰ'ল। চাহ জনগোষ্ঠীয় নাৰীসকলে বহু ঘাত-প্ৰতিঘাতৰ মাজেদি নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

বহুতো নাৰীয়ে বেপাৰ-বাণিজ্য কৰি পৰিয়াল পোহ-পাল দিছে। কিছু সংখ্যক নাৰীয়ে নিটিং-কাটিং, কাপোৰ বোৱা, উলৰ সাজ-পোছাক তৈয়াৰ কৰি



জীৱিকা নিৰ্বাহ কৰিছে। আজি চাহ জনগোষ্ঠীয় নাৰীয়ে মুকলিমুৰীয়াকৈ নিজৰ প্ৰতিভা বিকাশ কৰিবলৈ সক্ষম হৈছে। ভাল-বেয়া, উচিত-অনুচিত বিচাৰ কৰি তেওঁলোকে নিজৰ জীৱনৰ পথত আগবাঢ়ি গৈছে। ■

# অসমৰ চাহ জনগোষ্ঠীয় সমাজত বিবাহ পদ্ধতি

ৰেখা তাছা

বিবাহ মানেই হৈছে এটা সাৰ্বজনীন সামাজিক প্ৰথা। পৃথিৱীৰ যিকোনো মানৱ সমাজতেই এই প্ৰথা বিদ্যমান। সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক যিকোনো কাৰণতে বিবাহ পদ্ধতিৰ ভিন্নতা থাকিব পাৰে। যি উদ্দেশ্যক লৈ এই প্ৰথাৰ অৱতাৰণ বা বিকশিত ৰূপ সেয়া মূলতঃ প্ৰতি সমাজতেই একেটা উদ্দেশ্যক লৈয়েই সৃষ্টি আৰু বিবাহ কাৰ্য সমাধাও কৰা হয় একেটা উদ্দেশ্যক লৈয়ে। এনে সমাজৰ তালিকাত চাহ জনগোষ্ঠীৰ সমাজখনো ব্যতিক্ৰম নহয়। সাধাৰণতে পৰিয়াল সংৰক্ষণ কৰিবলৈকে স্ত্ৰী-পুৰুষৰ স্থায়ী আৰু নিয়মীয়া শাৰীৰিক সম্বন্ধ ৰখাৰ বিধি ব্যৱস্থাই হৈছে বিবাহ।

চাহ জনগোষ্ঠীৰ বাবে বিবাহ এটা ধৰ্মীয় সংস্কাৰ আৰু ধৰ্মীয় অনুষ্ঠানো। বিবাহপাশত আৱদ্ধ হোৱা চাহ নাৰী-পুৰুষক বিধিবদ্ধভাৱেই সামাজিক স্বীকৃতি দিয়া হয়। বিবাহৰ পাছত তেওঁলোকে ধৰ্মকাৰ্য পালন কৰা, পুত্ৰ সন্তান জন্ম দিয়া, শাৰীৰিক প্ৰয়োজন পূৰণ কৰা আদি কামতো আত্মনিয়োগৰ দ্বাৰা নিজকে পুষ্ট কৰি তুলিব পৰাত বাধা নাথাকে। ই কোনো সামাজিক চুক্তি নহয়। চাহ সম্প্ৰদায়ৰ বাবে বিবাহৰ পূৰ্ণতাৰ বাবে কেতবোৰ ধৰ্মীয় বিধি-নিয়ম পালনৰো প্ৰয়োজনীয়তা আছে। যেনে— হোম, যজ্ঞ, পাণিগ্ৰহণ, সপ্তপদী গমনৰ দৰে নিয়ম পালন, কন্যা দান ইত্যাদিও।

কিন্তু এটা কথা ঠিক যে অসমৰ চাহ জনগোষ্ঠীৰ বিবাহ পদ্ধতিৰ বিষয়ে সবিশেষভাৱে লিখাটোও কঠিন কাম। এই কঠিনতা এইবাবেই যে ভাৰতৰ



কেউফালৰ পৰা অসম ভূমিত প্ৰৱেশ কৰা চাহজনগোষ্ঠীৰ লোকসকল বিভিন্ন ভাষা-ভাষীৰ হোৱাৰ উপৰি বহু জাতি-উপজাতিৰ সংমিশ্ৰণেৰে গঠিত। বহু সংমিশ্ৰিত গোষ্ঠীৰ হোৱা বাবেই বিবাহ পদ্ধতিৰ দৰে অনুষ্ঠানৰ ৰীতি-নীতি, পূজা-পাতল, খোৱা-বোৱা, আচাৰ-ৰীতি, খেল-গোত্ৰ, সমাজ-গাঁথনি, বিশ্বাস-জনবিশ্বাস, ভাষা-উপভাষা, শৰ-সৎকাৰ, জাতিগত সমন্বয় আদিৰো বৈশিষ্ট্য বিভিন্নতৰ হোৱাত বহুতে মূলৰ পৰা ফালৰি কাটি সত্যটোকো ঢাকি ৰখাৰ সাধাৰণ প্ৰয়াস কৰা দেখা যায়। সেয়ে চাহ জনগোষ্ঠীৰ দৰে বিশাল গোষ্ঠীটোৰ বিবাহ পদ্ধতি বা যিকোনো প্ৰকৃত আভাস দাঙি ধৰাটো কঠিন। অৱশ্যে সাধাৰণভাৱে অসমৰ চাহ জনগোষ্ঠীটোৰ যি মিশ্ৰিত পদ্ধতি সেইখিনিৰহে আভাস দাঙি ধৰিব পৰা যায়।

আনবিলাক সমাজৰ দৰে চাহ জনগোষ্ঠীৰ বিয়াৰ সময়ত ছোৱালীৰ অভিভাৱকক গা-ধন দিয়াৰ প্ৰথাৰ প্ৰচলন নাই। কিন্তু এটা কথা ক'বই লাগিব যে, চাহ জনগোষ্ঠীটোৰ 'ছাদী' বা 'বিবাহ' কাৰ্যটোৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰাদিৰ মাজতেই তেওঁবিলাকৰ পূৰ্বজৰ বংশ, কৰ্মভেদ, মান-মৰ্যাদা আদিৰো বহুধা তথ্যৰ সম্ভেদ পোৱা যায়। চাহ জনগোষ্ঠীৰ যুৱক-যুৱতী বা কিশোৰ-কিশোৰীৰ উপযুক্ত বয়স হ'লে অভিভাৱকসকল সক্ৰিয় হৈ উঠে বিবাহানুষ্ঠানৰ বাবে। এই গোষ্ঠীয়ে নাজানে বা অজ্ঞাতো যে বিবাহৰ প্ৰকাৰ নো কেই ধৰণৰ আৰু কি কি? সমাজ-শাস্ত্ৰবিদ বশিষ্ঠৰ মতে হিন্দু বিবাহ ছয় প্ৰকাৰৰ যদিও মনুৰ মতে প্ৰকৃত হিন্দু বিবাহ আঠ প্ৰকাৰৰ বুলিহে জনা যায়। এইক্ষেত্ৰত চাহ জনগোষ্ঠীৰ এজন বয়স্ক অথচ জনা-বুজা আৰু জ্ঞানীজনৰ মুখৰ পৰা শুনা আৰু জনামতে চাহ জনগোষ্ঠীৰ বিবাহৰ প্ৰকাৰো ছয় প্ৰকাৰৰ বুলি জনা যায়। সেই ছয় প্ৰকাৰৰ বিবাহ হৈছে যথাক্ৰমে— ১. দেশাচাৰী, ২. বেদাচাৰী, ৩. সামাজিক, ৪. প্ৰেম বিবাহ, ৫. চিকাৰী বিবাহ আৰু ৬. গন্ধৰ্ব বিবাহ। ইয়াৰে খুউব সম্ভৱ দেশাচাৰী বিবাহৰ প্ৰকাৰটো, বেদাচাৰী আৰু চিকাৰী বিবাহৰ প্ৰকাৰটো হিন্দু বিবাহ প্ৰণালীৰ ব্ৰাহ্ম, প্ৰজাপত্য আৰু ৰাক্ষস বিবাহৰ লগত সমধৰ্মী। কিয়নো, দেশাচাৰী বিবাহ দেশত প্ৰচলিত ৰীতিনুযায়ী দৰা-কন্যা উভয়েই সু-চৰিত্ৰবান হোৱাৰ লগতে পিতৃ-মাতৃৰ বৈদ্যানুযায়ী বিদ্বান, চৰিত্ৰৱানজনকহে বেদ-মন্ত্ৰ পাঠৰদ্বাৰা বস্ত্ৰালংকাৰেৰে সজাই-পৰাই কন্যাৰত্ন দান কৰাটো ৰীতিগত। সেইদৰে বেদাচাৰী বিবাহতো চাহ জনগোষ্ঠীৰ বিবাহত দৰা-কন্যাক বৈবাহিক জীৱন সম্পৰ্কে উপদেশ দিয়াৰ উপৰি

পতি-পত্নী দুয়ো মিলিত ৰূপত গৃহস্থ ধৰ্ম পালনৰ দ্বাৰা সমৃদ্ধিশালী, সুখী জীৱনৰ বাবে আশিস দানেৰে কন্যাক দান দিয়া কাৰ্য সম্পন্ন কৰা হয়। ইয়েই হ'ল হিন্দু বিবাহৰ ধৰ্মীয় প্ৰজাপত্য বিবাহৰ ৰীতি। ইয়াত উচ্চাৰিত মন্ত্ৰ বা বিধিৰ পৰা স্পষ্ট হয় যে এই বিবাহ নিতান্তই ধৰ্মৰ ভেটিত প্ৰতিষ্ঠিত। সেইদৰে প্ৰেম বিবাহক গন্ধৰ্ব বিবাহৰ সমধৰ্মী বুলিব পাৰি। কিয়নো, এই বিবাহত চাহ জনগোষ্ঠীৰ দৰা-কন্যাক পৰস্পৰৰ মাজত হোৱা প্ৰেমৰ পৰিণতি স্বৰূপে তেওঁলোকৰ মাজত থকা অগাধ ভালপোৱা আৰু মৰম-প্ৰীতিৰ বিষয়ে পিতৃ-মাতৃক অৱগত কৰোৱাৰ অন্তত অনুমতি সহকাৰে বিধিগত সামাজিক স্বীকৃতিৰে বিবাহ কাৰ্য সম্পন্ন কৰা হয়। বাৎসায়নৰ কামসূত্ৰতো ই এক আদৰ্শ স্থানপ্ৰাপ্ত বিবাহ। সামাজিক বিবাহো চাহ জনগোষ্ঠীৰ এক প্ৰকাৰৰ উৎকৃষ্ট বিবাহেই। এনে বিবাহ সমাজৰ বিভিন্ন জাতি-উপজাতিৰ বিধি-বিধানক কেন্দ্ৰ কৰি গঢ় লৈ উঠে। এনে বিবাহতো চাহ জনগোষ্ঠীৰ পিতৃ-মাতৃয়ে বুজাবুজিৰ ভিত্তিত কন্যা বা দৰাক তেওঁলোকৰ ইচ্ছাৰ সূতাৰে বান্ধ খুৱাই বিবাহ কাৰ্য সম্পাদন কৰে পূজা-পাতলৰ দ্বাৰা আশিস দি। ইয়াক অৰ্চ বিবাহৰ লগত ৰিজালে হয়তো ভুল নহ'ব বুলি ধাৰণা হয়। চাহ জনগোষ্ঠীৰ আন এক প্ৰকাৰ বিবাহ হ'ল চিকাৰী বিবাহ। অৱশ্যে ইয়াত দৰাক বিবাহৰ দ্বাৰা কন্যাঘৰত দানৰূপে ৰখা হয়। এই বিবাহত কন্যাক পণ ৰাখি প্ৰস্তাৱ আগবঢ়োৱা হয়। চিকাৰত যিজন পাকৈত হ'ব পাৰিব সেইজনকহে কন্যাদান কৰাৰ পক্ষপাতী পিতৃ-মাতৃ বা অভিভাৱক। কাৰণস্বৰূপে আগৰ দিনত চাহ জনগোষ্ঠীৰ লোকসকলো হাবিয়ে-বননিয়ে, পথাৰে-ভৈয়ামে বসবাস কৰা লোকেই আছিল আৰু যাঠী-জোং আদিৰে চিকাৰৰ কামত ব্যস্ত থাকি বা যিকোনো মুহূৰ্ততে শত্ৰুৰ মুখামুখি হ'ব লগাত পৰাৰ পৰিপ্ৰেক্ষিততেই হয়তো এনে চিকাৰ কাৰ্যত লিপ্ত আছিল। সেয়ে চিকাৰত পাকৈত বা যুদ্ধজয়ত পাকৈত যুৱককহে এই শ্ৰেণীৰ লোকে কন্যাদান কৰাটোত গুৰুত্ব দিছিল। এই বিবাহক ৰাক্ষস বিবাহৰ লগত তুলনা কৰিব পৰা যায়। সেইদৰে গন্ধৰ্ব বিবাহো চাহগোষ্ঠীৰ এক অন্যতম বিবাহ। এই বিবাহ পিশাচ বিবাহৰ লগতহে সাঙোৰ খোৱা ধৰণৰ। কাৰণ এনে বিবাহত দৰা-কন্যাৰ প্ৰেমৰ পৰিণতিস্বৰূপে বিবাহৰ পূৰ্বেই দৈহিক মিলনৰ অন্তত সুৰাপান বা আন ৰাগিয়াল বস্তুৰ দ্বাৰা শাৰীৰিক মিলনৰ অন্তত সমাজত গা ঢাকিবৰ বাবে পিতৃ-মাতৃ বা অভিভাৱকে কম মূল্যৰে বিবাহ কাৰ্য সম্পন্ন কৰা নিয়ম আৰু ইয়াৰ পাছতেই সামাজিক স্বীকৃতি পায় দৰা-কন্যাই।



গতিকে দেখা যায় চাহ জনগোষ্ঠীৰ বিবাহৰ ধৰ্মীয় দিশৰ গুৰুত্বৰ লগতে সামাজিক বিবাহ পন্থাৰো গুৰুত্ব আছে। অৱশ্যে চাহ জনগোষ্ঠীৰ বহু বিভক্ত জাতি-উপজাতি, জনজাতিৰ মাজত আৰু বহু ধৰণৰ ভিন্নতৰ বিবাহৰ প্ৰকাৰ বৈ যোৱাটো স্বাভাৱিক। সেয়া বিজ্ঞসকলেহে দাঙি ধৰিব পাৰিব বুলি বিশ্বাস।

একেদৰে চাহ জনগোষ্ঠীৰ বৃহৎ সমাজখনৰ বিবাহ পদ্ধতিও বিশালতৰ। আগতেই উনুকিওৱা হৈছে যে অসমত বাস কৰা চাহ জনগোষ্ঠীৰ লোকসকল ভিন্নতৰ দিশেৰে বহুভাষিক ৰূপেৰে আহি একত্ৰিত ৰূপত কৰ্মস্থানত ভাগ লৈছিলহি। বহু জাতি-উপজাতি-জনজাতিৰ হোৱা বাবেই বিবাহৰ পদ্ধতিৰ ক্ষেত্ৰও ভিন্নতৰ হোৱাৰেই সম্ভাৱনা অধিক।

চাহ জনগোষ্ঠীৰ বিবাহ বা ছাদীৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ ধৰ্মীয় ভিত্তিতেই গঢ় লৈ উঠিছে। এনে ভিত্তিৰ মাজৰ পৰাই তেওঁলোকৰ পূৰ্বৰ বংশ, কৰ্মভেদ, মান-মৰ্যাদা আদি বহু তথ্যৰো সন্ধেদ পোৱা যায়। কন্যা সন্তানেই হওক বা পুত্ৰ সন্তানেই হওক উপযুক্ত বয়স আহি পৰাৰ লগে লগে একে গোত্ৰীয় নহ'লে জাতিৰ হ'লেও দুয়োপক্ষৰ মাজত কথা-বতৰা হৈ বিবাহৰ প্ৰস্তাৱ আগবঢ়োৱা হয়। এনে প্ৰস্তাৱত বিবাহৰো সঠিককৰণ কৰা হয়। সঠিককৰণৰ অন্তত দুয়ো পক্ষৰ মূৰব্বী দুজনৰ কাপোৰত কিছুৱে তামোল-পাণ বান্ধি দিয়ে আৰু কিছুৱে খুন্দনাৰে তামোল ভাঙি ৰাইজলৈ আগবঢ়াই দি সন্মতি প্ৰকাশ কৰে। কিছুৱে ইয়াক 'গোৱা চ্চুপো' বা 'গুৱা ভাঙ্গা' বুলিও কয়। গুৱাভাঙ্গা পৰ্ব শেষ হোৱাৰ পাছৰ পৰাই দৰা পক্ষৰ লোকে তিনি, পাঁচ, সাত বা ততোধিক বিযুৰীয়া সংখ্যাৰে কন্যাঘৰলৈ যায় কন্যাক বস্ত্ৰ পৰিধানেৰে আপোন কৰাৰ ইচ্ছা প্ৰকট কৰিবলৈ। ইয়াকেই 'কাপড়া পিন্ধা' বুলি কোৱা হয়। থলুৱা আঙঠি পিন্ধাই বাইক্ কৰাৰ ৰীতিৰে। এনে কাৰ্যত চাহ জনগোষ্ঠীয়ে সাধাৰণভাৱে পিন্ধন-উৰণৰ বাবে যোগোৱা বস্তুসমূহ হ'ল– শাৰী, ব্লাউজ, ফণী, আয়না, খাৰু, আঙঠি, তেল, পাউদাৰ, চৌড়ী (টাৰ্চেল), নাৰিকল, দৈ, গাখীৰ, নানান ধৰণৰ পিঠা-পনা, মুড়ী, চিৰা আদি য'ত যি লাগে সকলো দ্ৰব্যকে নি কন্যাঘৰত স্থাপন কৰাৰ অন্তত কন্যাঘৰত কন্যাক সজাই-পৰাই চোতাললৈ অনা হয় ওৰণিৰে মুখখন ঢাকি দৰাপক্ষৰ লোকৰ দৃষ্টিত নপৰাকৈ অথচ আগতেই প্ৰস্তুত কৰি ৰখা বেদীত আল্পনা আদিৰে অংকিত কৰি আৰু তাতেই কন্যাক তিনি বা পাঁচবাৰ প্ৰদক্ষিণ কৰাই লৈ বহুৱাৰ নিয়ম পালন কৰে। প্ৰদক্ষিণ কৰাৰ সময়ত এগৰাকী অবিবাহিতা বা

বিবাহিতায়ো কন্যাৰ আগে আগে এঘটি পানী লৈ অলপ অলপ লৈ পানী ঢলাটোও নিয়ম ৰীতিৰ ভিতৰত পৰে। কাৰণ হিচাপে ইয়াৰ অৰ্থ কন্যাৰ প্ৰদক্ষিণ পথত যাতে কোনো ধৰণৰ অপশক্তিৰ প্ৰভাৱ থাকিব নোৱাৰে আৰু মলিনতাৰো শুচিতা হয় তাৰেই নিৰ্বন্ধ। আনহাতে ছাদীৰ বেদীত চাউল গুৰিৰে বৰ্গক্ষেত্ৰৰ দৰে একো একোটা নক্সা আঁকি সেন্দূৰ, কাজল, চাউলত বিভিন্ন ৰং সানি, ফোঁট দি বেদীৰ সৌন্দৰ্য বৃদ্ধি কৰাৰ লগতে বেদীৰ ওপৰত পাৰি লৈ বহা পীৰাখনতো নানান ধৰণৰ আল্পনা অংকন কৰি দিয়া হয়। ইয়াৰ পাছতেই বাজনা, উৰুলি, মাংগলিক ধ্বনি আদিৰে সুললিত সুৰ ফুটি উঠাৰ লগে লগে বৰ (দৰা) পক্ষৰ পৰা প্ৰথমে মুৰব্বীজনে আৰু তাৰপাছত উপস্থিত থকা বয়স্কসকলে বা প্ৰতিনিধিত্ব কৰা সকলেও 'চুমান' কাৰ্য আৰম্ভ কৰে। এখন বাঁহৰ থালী বা কুলাত চাউল, দুবৰি বন, বেলপাত, তুলসী, আৰৈ চাউল, ঘিঁউ বা তেলৰ চাকি, তামোল-পাণ আদিৰ দ্বাৰা নিবন্ধিত দ্ৰব্যকেই 'চুমান'ৰ বস্তু বুলি গণ্য কৰা হয়। 'চুমান'ৰ অন্তত গৃহস্থই দৰাপক্ষৰ বাবে খানা-পিনাৰ বিশেষ ব্যৱস্থা কৰে, লগতে কন্যাঘৰৰ অতিথিকো একেধৰণেই আপ্যায়িত কৰে। অৱশ্যে এটা কথা নক'লে ভুল হ'ব যে, কন্যাক 'চুমান'ত বহোৱাৰ সময়ত দৰাপক্ষৰ লোকে কন্যাৰ মূল্য দিব লগা হয়। মূল্যৰ ক্ষেত্ৰত কোনো ধৰা-বন্ধা নিয়ম নাই। সেইদৰে কন্যাপক্ষৰো কেইজনমানে কন্যাগৰাকীক সাধাৰণ মূল্যৰে সন্মান ৰক্ষা কৰে। সেই একেই পদ্ধতিৰেই কন্যাপক্ষৰ বেলিকাও দৰাৰ ঘৰত আপ্যায়িত কৰা হয়। মাথো দৰাৰ বাবে কন্যা পক্ষৰ ফালৰ পৰা ধুতি, কামিজ, গামোচা আদিৰ যোগান ধৰা হয়; বাকী দ্ৰব্য কন্যাঘৰলৈ যোৱাৰ দৰেই একে। কাপোৰ পিন্ধোৱা কাৰ্য সমাপনৰ পাছতেই চাহ জনগোষ্ঠীৰ আচাৰানুযায়ী কিছুমানে ব্ৰাহ্মণৰ দ্বাৰা আৰু আন কিছুৱে সমাজৰ বা জাতগোষ্ঠীৰ মূৰব্বীজনৰ দ্বাৰা কাৰ্য পৰিচালনা কৰে। পূৰ্বাপৰ নিয়মানুযায়ী আলহী দলক হালধি বোলোৱা পানীৰে বুৰাই পেলোৱাৰ নিয়ম প্ৰচলিত। কিন্তু আজিৰ দিনত বুজা পৰালৈ আহি এনে ৰীতিৰ নিয়মক বাতিল কৰাও হৈছে। কাপোৰ পিন্ধোৱা পৰ্বৰ অন্তত বিয়াৰ বাবে দিন ঠিক কৰা হয় ভাল দিনবাৰ চাই। অৱশ্যে এইক্ষেত্ৰত দৰা-কন্যাৰ জন্মবাৰৰ প্ৰতিও লগতে দৰা কন্যাৰ জ্যেষ্ঠতাৰ ভিত্তিতো আৰু জন্মমাহ যদিহে জেঠ হয় তেন্তে ছাদী কাৰ্য পতাৰ নিয়ম নাই। কাৰণ হিচাপত 'নাপায়' বোলা কথা এষাৰ আছে। ডাঙৰ ল'ৰা, ডাঙৰ ছোৱালীৰ মাজত বিবাহ হ'ব নাপায়। জ্যেষ্ঠ পুত্ৰ বা পুত্ৰী হিচাপে জেঠ



মাহত নাপায়। আনহাতে কাপোৰ পিন্ধোৱাৰ পাছত যি কাৰণতেই নহওক বিয়া পলমকৈ পাতিব লগা হ'লে দৰাপক্ষই কন্যাক পূজাই-পাৰ্বণে পিন্ধন-উৰণৰ বস্তু দি থকাৰো নিয়ম-ৰীতি বিদ্যমান।

জোৰোণ বা কাপোৰ পিন্ধোৱাৰ পাছত বিয়াৰ আগে আগে কন্যাৰ গা-ধন বা পণ প্ৰথাৰো চাহ জনগোষ্ঠীৰ লোকসকলে সাধাৰণভাৱে ঠিক কৰে। দুয়ো পক্ষৰ যুটীয়া বৈঠকতহে বিবাহৰ এই পণ প্ৰস্তাৱ নিৰ্ণিত হয়। এনে নিৰ্ণিত প্ৰস্তাৱত কন্যাৰ আ-অলংকাৰ, পিন্ধনৰ বস্তু আদিৰ উপৰি 'মা-শচাৰী' সধবা হ'লে ৰঙাপাৰীৰ আৰু বিধবা হ'লে ধুতিৰ সদৃশ, মামী, কাকী (খুৰী), নানী (আইতা) শাৰী, আদিৰ লগতে মামাধুতি, বাপ্‌ধুতি, কাকাধুতি ইত্যাদিও দিয়াৰ নিয়ম বিদিত। চাহ জনগোষ্ঠী সমাজৰ বহু গোষ্ঠীৰ কন্যাৰ নিজা সম্বন্ধত বয়সস্থ আত্মীয়জনৰ বাবেও কাপোৰ-কানিৰ তাগিদা অহা দেখা যায়। চাহগোষ্ঠীৰ এনে পদ্ধতিৰ পৰিপ্ৰেক্ষিতত পূৰ্বজৰ মান-মৰ্যাদা হেতু বৃত্তিনুসৰি নানা তৰহৰ পিঠা-পনা, মিঠাই, দৈ-গাখীৰ, মুৰি, আখৈ, মুৰি লাডু, শুকান মাছ, কেঁচা মাছ, লাওপানী বা যিকোনো সোমৰসৰ পৰিমাণৰো সাংখ্যিক হিচাপ বান্ধি দিয়াৰ নিয়ম প্ৰচলিত। বিয়াৰ নিৰ্দিষ্ট দিনত দৰাপক্ষই কন্যাঘৰীয়া ৰাইজৰ আগত 'ছামড়া'ৰ তলত আটাইবোৰ বস্তুকে হিচাপানুযায়ী এক এক কৰি গন্তি কৰি দিয়াৰো নিয়ম। ইয়াতে যদি এপদ বস্তুৰো কম হয় তেন্তে বাক-বিতণ্ডাৰো সৃষ্টি হয়। ফলত যি বস্তু কমে সেই বস্তুপদ কন্যা ঘৰৰ পৰা কিনি লৈহে পুনৰ চাহিদাটি পূৰণ কৰিব লগা হয়। আনহাতে কন্যাৰ গা-ধন হিচাপেও বিয়াত একত্ৰিত হোৱা লোকসকলক তেওঁলোকৰ আচাৰ অনুযায়ী বুলনীয়াসকলে পাঁচসিকি মাত্ৰ পণ লোৱাৰ নিয়ম ৰক্ষা কৰে যদিও বৰ্তমানৰ পণ মাত্ৰাৰ কিছু সাল-সলনিও হোৱা দেখা যায়। মাতৃদুগ্ধৰ দ্বাৰা ডাঙৰ-দীঘল হোৱা কন্যাগৰাকীক মাতৃদুগ্ধৰ ঋণ শুজাৰ বাবেই উক্ত পণৰ বিধান থকা বা লোৱা বুলি জনা যায়। বহু গোষ্ঠীৰ বহু ধৰণৰ পণৰ ৰীতি থাকিলেও চাহ জনগোষ্ঠী সমাজৰ ভূমিজ আৰু সমগোত্ৰীয় কিছু সমাজে ছাগলীৰ গুৰ লাদৰ দ্বাৰায়ো এনে পণৰ ধাৰ্য নিৰ্ধাৰণ কৰে বুলি জনা যায়। এই লাদৰ পৰিমাত্ৰা এই কাৰণেই যে, দুয়োপক্ষৰ কথা-বাৰ্তাৰ অন্তত বিয়াৰ দিন ধাৰ্য কৰাৰ বেলিকাতে কন্যাপক্ষই বাহিৰত অপেক্ষাৰত থকা দৰাপক্ষলৈ দুটি পাতৰ 'দনা'ত অৰ্থাৎ এবিধ নিৰ্দিষ্ট পাতেৰে সজা বাটিৰ দ্বাৰা নিৰ্মিত সাজ খাল পাতৰ বাটি সদৃশ পাত্ৰত মধ্যস্থতাকাৰীৰ জৰিয়তে কুৰি টকাৰ হিচাপ অনুযায়ী যিমানখন কাপোৰৰ

প্ৰয়োজন সিমানটা ছাগলীৰ গুৰ লাদ পঠিওৱাৰ নিয়ম। অৱশ্যে এইক্ষেত্ৰত টকাৰ 'দনা'ত লাদ বেছি আৰু কাপোৰ-কানিৰ 'দনা'ত লাদ কম থাকে। কাজেই 'দনা' দুটা দেখিলেই মুৰব্বীজনে বুজি লয় কোনটোত কিমান বস্তুৰ প্ৰয়োজন সেই কথা। কন্যাপক্ষৰ লাদৰ পৰিমাণ দেখি দৰাপক্ষই মানি ল'লে কোনো প্ৰশ্নৰে উত্থাপন হ'ব নোৱাৰে। দিয়াত অপৰাগ হ'লে মধ্যস্থতাকাৰীৰ জৰিয়তে কিছু লাদ কমাই দি ঘূৰাই পঠিওৱাটোও নিয়ম। এইদৰে কমাই পঠোৱা লাদ অনুসৰি কন্যাপক্ষই মান্তি নোহোৱাৰ হিচাপেৰে পুনৰ কেইটামান লাদ যোগ দি প্ৰথমতকৈ কম দি দৰাপক্ষলৈ পঠিয়াই দিয়ে। ইয়াতো অমান্তি যেন দেখিলে দৰাপক্ষই পুনৰ লাদ কমাই পঠিয়ায়। এইদৰেই তিনি, পাঁচ বা সাতবাৰত দুয়োপক্ষৰে মনোমত মিলিত সিদ্ধান্তই কুৰিৰ হিচাপত টকাৰ পণ ধাৰ্যৰে লাদটো অনুপাতত কাপোৰৰ হিচাপক গণ্য কৰা হয়।

চাহ জনগোষ্ঠীৰ বিবাহ পদ্ধতিত কিছু সংখ্যকে বংশানুক্ৰমিক আচাৰ-ৰীতি অনুযায়ী কাপোৰ পিন্ধোৱাৰ আগতেই ৰাশি, লগ্ন, গোত্ৰাদি চোৱাই লোৱাটো নিয়ম। এনে ব্যৱস্থাত ৰাশি, গোত্ৰাদিৰ অমিল হ'লে শুভকামত আগনাবাঢ়ে। গোত্ৰত জোৰ দিয়াসকলে একে গোত্ৰৰ হ'লে ভাই-ভনীৰ সম্বন্ধক সূচায়। সেয়ে বিয়া হোৱাৰ পৰা বিৰত থাকে। বৰ্ণহিন্দুসকলে যিদৰে নিজ নিজ গোত্ৰৰ কথা যেনে— শাণ্ডিল্য, কাশ্যপ, নাগ, বায়ু, চন্দ্ৰ, সূৰ্য, মধু, কেওট আদিৰ কথা উনুকিয়ায়। ঠিক তেনেদৰেই চাহ জনগোষ্ঠীৰ অকুলীনসকলেও তেনেদৰে বাঘ, সাপ, যাঁড়গৰু, জিকা, ধুন্দুলী, ঘোঁৰা, মৌ, লোণ, কাছ, হৰিণ, কোমোৰা, তৰোৱাল, কিছু চৰাই আদিকো গোত্ৰ বুলি ডাঠি ক'ব খোজে।

চাহ জনগোষ্ঠীৰ বিয়াৰ দিন-বাৰ ঠিক হোৱাৰ পিছতেই দৰাপক্ষই কন্যা ঘৰলৈ গৈ 'লগন গাঁঠি' অনাৰ নিয়ম প্ৰচলিত। এই লগন গাঁঠি তিনি, পাঁচ, সাত, ন বা ইচ্ছানুযায়ী ততোধিকো দিন ল'ব পাৰে, মাথো দিনবোৰ বিযুৰীয়া হ'ব লাগে। দুই পক্ষৰ দুই মুৰব্বী অৰ্থাৎ বামুণপন্থীয়ে বামুণৰ দ্বাৰা আৰু অপৰপন্থীয়ে মুৰব্বীৰ দ্বাৰা একগোট হৈ এখিলা আমপাতত নতুবা কৌপাতত হালধিৰ টুকুৰা, চুপাৰি, ৰং কৰা চাউল, বেলপাত বা দুবৰি বনৰ সলনা-সলনি কৰি একপক্ষই বন্ধা লগন অপৰপক্ষক দিব লাগে। লগনৰ কাম আৰম্ভ হোৱাৰ প্ৰাক্ মুহূৰ্ততে কন্যাপক্ষই দৰাপক্ষৰ লোকক স্বাদিষ্ট ব্যঞ্জনেৰে ভোজন কাৰ্যৰো সমাপ্তি কৰি লোৱা দেখা যায়। কিয়নো লগন লোৱাৰ পাছত দৰাপক্ষই কন্যাপক্ষৰ ঘৰত



থকাৰ নিয়ম নাই। অৱশ্যে এনেক্ষেত্ৰত দূৰণিবটীয়া হ'লে বা কিবা প্ৰকাৰে সময়ৰ অকুলন ঘটিলে অন্য এঘৰত আলহীৰূপে থাকিব পাৰে। লগন লৈ দৰা ঘৰত উপস্থিত হোৱাৰ লগে লগে তেলৰ চাকিৰে সৈতে দুবৰি, আঁৰে চাউল, সেন্দূৰ, কাজল, পাণ দুখিলাৰে সৈতে তামোলকো কেন্দ্ৰ কৰি কুলা বা বাঁহৰ থালী এখনত সজাই লৈ 'চুমান' কাৰ্য কৰা হয় আৰু তাৰ পিছতহে সেই লগনক ভিতৰলৈ নিয়া হয়। তেনেদৰে কন্যাঘৰতো লগনৰ একে নিয়মকে পালন কৰা হয় আৰু প্ৰতিদিনাই লগনত বন্ধা টোপোলাৰ গাঁঠি এটা এটা গাঁঠি এখন হাতেৰেই খুলিব লগা হয়। এইদৰে লগন হৈ যোৱাৰ দিনা বহু চাহ জাতি, উপজাতিৰে নিয়মানুসৰি সাতঘৰৰ বা সাত পুখুৰীৰ পানী 'চুমান' সহকাৰে অনাৰ নিয়মৰ দৰেই বহুতেই আকৌ দুই বা ততোধিক আলিৰ সংগমস্থলতহে খুব পুৱাই বা ব্ৰহ্মপুৱাতে কন্যাক গা ধুৱাই দৰাপক্ষৰ পৰা অনা বস্ত্ৰ পৰিধান কৰোৱায় আৰু সেই বস্ত্ৰ পৰিধান কৰোৱাৰ অন্তত ঘৰৰ বাদেও ঘৰত উপস্থিত সৰু-বৰ সকলোজনকে কন্যাই সেৱা আগবঢ়োৱাটো নিয়ম। কেৱল এয়াই নহয়, দৰাপক্ষৰ এই সেৱাশ্ৰিত বস্ত্ৰ তেতিয়ালৈকে সলোৱাৰ নিয়ম নাই যেতিয়ালৈকে বিয়াৰ নিৰ্দিষ্ট দিনটো আহি নাপায়; বিয়াৰ দিনটো আহি পালেও তিনি, পাঁচ বা সাত ঘাটৰ পানী কলহত তুলি অনা পানীৰে গা নোধোৱা পৰ্যন্ত নসলোৱাকৈ থকাৰ পাছত সেই পানীৰে গা ধোৱাৰ পাছতহে সেই বস্ত্ৰ সলোৱাৰ নিয়ম। যদিও সেই সলোৱা কাপোৰ বৰ সাৱধানে ৰখাৰ নিয়ম। কিয়নো এই গোষ্ঠীৰ বিশ্বাস যে বস্ত্ৰৰ দ্বাৰাহে দৰা বা কন্যাক কোনোবাই তন্ত্ৰ-মন্ত্ৰৰ দ্বাৰা কুঅভিপ্ৰায়েৰে ছিন্ন-ভিন্ন কৰিব পাৰে বুলিও ধাৰণা কৰা হয়। যি কি নহওক, উপৰোক্ত সাত ঘাট বা সাতঘৰৰ গোটোৱা এনে পানীকে এই সমাজে 'কুমাৰীপানী' বুলিও কয়। আনহাতে বহুতৰে নিয়ম যে লগন গাঁঠি খোলাৰ দিনাই দৰা-কন্যা বহা আসনৰ ওপৰত ঘৰৰ ভিতৰতে সাতজনে অৰ্ঘ দিয়াৰ থাপনা বান্ধি লৈ সাতোজনে সাতবাৰ নৈবদ্য সহকাৰে সাতবাৰ পানী ঢালি সাতপুৰুষলৈ জাননী আগবঢ়াই যাতে বিয়াৰ দৰে শুভকামত তেওঁলোকে কোনো ধৰণৰ বিঘিনি নঘটায়। তদুপৰি লগনৰ আগে পিছে বিশেষকৈ কন্যাজনীক আত্মীয়-স্বজনৰ উপৰি বন্ধু-বান্ধৱীৰ গৃহতো ভোজন কৰোৱাৰ নিয়ম। দৰাবো নিয়ম যদিও কন্যাতকৈ কম বুলি ক'ব পাৰি। লগন গাঁঠি দৰা-কন্যা উভয়ে এটা এটাকৈ এহাতেৰে খোলাৰ অন্তত তেল-হালধিৰে গা ঘঁহাৰ নিয়ম। মূৰৰ পৰা ভৰিলৈকে এনে তেল-হালধি ঘঁহাৰ নিয়ম আৰু এই ছেগতে কিছুৱে মূৰ আদিও

ফণিয়াই দিয়াৰ নিয়ম। এনে নিয়মৰ লগতে জাউৰিয়ে জাউৰিয়ে ছাদীগীত আৰু উৰুলি ধ্বনিও কৰা হয়। দৰাক যি হালধি ঘঁহা হয় সেইয়াও কন্যা ঘৰৰ পৰা অহা হালধিহে হ'ব লাগিব। বিয়াৰ নিৰ্দিষ্ট দিন পাৰ হৈ নোযোৱালৈকে দৰা-কন্যা উভয়ে 'লগদীন' অৰ্থাৎ সহচৰ-সহচৰী লগত ৰখাৰ নিয়ম। দৰা-কন্যাৰ লগতে তেওঁলোককো তেল-হালধিৰে নোওৱা হয়। জনবিশ্বাসমতে বিয়াৰ এই সময়কণত দৰা-কন্যা উভয়েই দেৱ-দেৱীৰ শাৰীলৈ উন্নীত হোৱাৰ সময়। সেয়ে তেওঁলোকৰ প্ৰতি দেৱ-দেৱীও ঈৰ্ষান্বিত হয়। তদুপৰি ঘৰ-বাহিৰৰ আনকি প্ৰকৃতিৰ মাজৰ পৰাও অপদেৱতাৰ কুদৃষ্টি পৰিবৰ শংকা থাকে। সেয়ে দৰা-কন্যাৰ প্ৰতি আক্ৰমণাত্মক ক্ৰিয়া আৰম্ভ কৰাৰ আগতে 'লগদীন'ৰ লগত মুখামুখি হ'ব লাগিব তাৰ পাছতহে মূল দৰা বা কন্যাৰ লগত। সেই পৰিপ্ৰেক্ষিতত দৰা-কন্যাও নিজৰ প্ৰতিও সক্ৰিয় হৈ উঠাত অপদেৱতা বা যিকোনো কু-ক্ৰিয়াই ক্ষতি কৰিব নোৱাৰা হয়। সেই সূত্ৰেই তেল-হালধিৰে মলমলাই থকা দৰা-কন্যাৰ হাতত লোৰে গঢ়া কটাৰী, চুৰী কটাৰী, ঘাঁতী (চুৰ্ত্তা) কিম্বা কাজল লতিলৈ ফুৰাটো নিয়মৰ ভিতৰত পৰে। ইয়াৰ দ্বাৰা আত্মৰক্ষাটোকো ধৰা হয়। কুটনি বা কু-চৰিত্ৰৰ লোকে দৰা-কন্যাৰ এনে বিবাহ পৰ্বত অঘটন বা কু-চক্ৰৰে মনৰ ব্যাঘাত জন্মোৱাৰ আশংকা থকা কাৰণে লগত সহচৰ-সহচৰী ৰখাৰ নিয়ম।

উল্লেখযোগ্য যে দৰা-কন্যাক যি বেদীৰ আগত বহুৱাই বিবাহ কাৰ্য সমাধা কৰাৰ ৰীতি সেই বেদীৰ ভেটি বান্ধোতেও বহু নীতি-নিয়মৰ আৱশ্যক হয়। ধৰ্মীয় ভেটিত চাহ্ জনগোষ্ঠীয়ে বেদীৰ ভেটি বান্ধিবৰ বাবেও দৰ-[illegible]ত থকা পৱিত্ৰ বুলি ভৱা নামঘৰ, মন্দিৰ, দেৱ-দেৱীৰ থান আদিৰ পৰাও [illegible] থান্দি আনি বেদীত প্ৰতিষ্ঠিত কৰে। তামৰ পইচা, তামোল-পাণ, হালধি, আ[illegible]তেল, আদিও বেদীৰ তলত স্থাপন কৰে। বেদীৰ মাজত এটা মূল খুঁটা পে[illegible] হয়। এই খুঁটাক 'মাডুৱা' খুঁটা আৰু গোটেই বেদীটোক মাডুৱা বেদী বুলি অভিহিত কৰা হয়। কিছুৰে বেদীৰ কেওকাষে কলপুলি পুতি দিয়াৰ উপৰি কিছু আঁতৰত চাৰিকোণীয়াকৈ চাৰিটা খুঁটাও পুতি দি তাৰ ওপৰত বৰ, আম, জৰী, কল, বেল, হৰিতকী, আমলখি, আঁহত আদি গছৰ পাতৰ ডালো তুলি দিয়ে। এনেদৰে তুলি দিয়াত দেখাতো সুন্দৰ হয়। ইয়াকেই 'ছ্যামড়া' বুলি কোৱা হয়। বেদী মচোতে সাতগৰাকী মাইকী মানুহে লিপা-মচা কৰিব লাগে যদিও অভাৱত তিনি বা পাঁচ এনে ধৰণৰ বিয়ুৱীয়া তিৰীৰ দ্বাৰাও সম্ভৱ হয়। আনহাতে দৰাই হওক বা কন্যাঘৰেই



হওক, ভিনীহি আৰু বৌ সম্বন্ধীয়ৰ লোককহে এনে 'ছ্যামড়া' গাড়া বা বেদী লিপা বা যিকোনো কামতে নিয়োগ কৰাটো চাহ জনগোষ্ঠীৰ বাবে বেছি মনোনীত বুলি ধৰা হয়। ছ্যামড়া সজোৱা কাৰ্যতো মাননী আগবঢ়োৱা হয়। কিন্তু ই চৰ্ত বা চুক্তি বুলি নহয়; নিয়ম-ৰীতিৰ সাপেক্ষেহে নাপায় বোলা কথাষাৰৰ ওপৰত ভিত্তি কৰি। মাডুৱা খুটাত পঞ্চ পল্লৱ, ধান, খেজুৰৰ পাত আদি বান্ধি দিয়াৰ উপৰি পূৰ্বপুৰুষৰ শ্ৰেণীভেদানুসৰি নাঙল, ধান, যুঁৱলি, ধেনু, কাঁড়, পৰশু কুঠাৰ, তাৰোৱাল, যাঠী, মৈ, মাটিৰ টেকেলি আদিও ভালদৰে বান্ধি সজাই থোৱা হয়। এনেবোৰ বস্তুৱে সেইকালৰ কৃষক, সৈনিক, বৈশ্য, শুদ্ৰ, ক্ষত্ৰিয়, ব্ৰাহ্মণ আদি কোন শ্ৰেণীৰ লোক দেখিলেই প্ৰতীয়মান কৰোৱায়। কেৱল সেয়াই নহয়, বেদীৰ চাৰিও কোণত চাৰিটা পোৱা কলহ আৰু সন্মুখ ভাগত ৰং নকৰা কেঁচা কলহ এটিও স্থাপন কৰা হয়। কলহৰ মুখত আমপাত আৰু তলত ধান, সৰিয়হ বা মাটিমাহ দি এঁৰাসূতাৰে কেউকাষে যুঁতি পেলোৱা হয়। কলহৰ মুখত পাঁচমুখীয়া বা চাৰিমুখীয়া মাটিৰ চাকিও থোৱা হয়; এই চাকিত মাটিমাহৰ লগত তেলৰ চাকি বা শলিতা দি জ্বলোৱা হয়। কিছুৱে এঁৰা ঘটৰ সলনি কাঁহৰ ঘটিও প্ৰতিষ্ঠিত কৰে। আনহাতে কিছু সংখ্যকে কলহৰ মুখত বৰবেঙেনা আদিও প্ৰতীকস্বৰূপে দি ৰখাৰ নিয়ম কৰে। ঘট বা ঘটিত তিনিবিধমান ৰঙৰ বুলনি দিয়ে নজৰ বা মুখ নালাগিবৰ বাবে। ইও এক ধৰ্মৰ প্ৰভাৱ।

বিয়াৰ দিনা পানীতোলা কাৰ্যত অৰ্থাৎ 'জলহো' কাৰ্যত কন্যাই হওক বা দৰা ঘৰতেই হওক ভনীয়েক সম্বন্ধীয়ইহে কলহ ধৰাৰো নিয়ম প্ৰচলিত। কুমাৰী ছোৱালী হ'লে বেছি ভাল হয়। ইয়াত চাৰিগৰাকীয়ে চাৰিটা কলহত পানী ভৰোৱা নিয়ম আৰু সেই পানী আনিবৰ সময়ত হালধি বোলোৱা কাপোৰহে ঢাকি দি দুজনী দুজনীকৈ লাহে লাহে কাষত তুলি আনিব লাগে। কেনেবাকৈ ভাঙিলে বিঘিনি হোৱাৰ ভয় থাকে। এই পানী আকৌ ভিনীহি সম্বন্ধীয় লোকৰ দ্বাৰা কটা পানী হ'ব লাগিব নৈ, পুখুৰী বা বিলেই হওক। পানী তোলাৰ অন্তত নাপিতৰ দ্বাৰা ক্ষৌৰ কৰ্মৰো নীতি পালন কৰা হয়। ক্ষৌৰ কৰ্মৰ দ্বাৰা সামান্য তেজ লোৱাৰ পৰা যেন নতুন জীৱনৰ পাতনি মেলা হয় তাৰেই ইংগিত বহন কৰা হয়। পুৰণি নেওচি নতুন তেজৰ লগত সম্বন্ধৰ বিনিময়তাৰ ই এক বহতীধাৰাৰ যেন পৰম্পৰাহে। ইয়াৰ নাম 'চিনাই ফেৰা'। এই কৰ্মৰ পাছত দৰাৰ গা-পা ধুৱাই নৱ বস্ত্ৰৰ দ্বাৰা সাজ-সজ্জাৰে কন্যাঘৰলৈ যাত্ৰা কৰাৰো নিয়ম। অৱশ্যে ইয়াৰ আগতে

দৰাঘৰত দৰাক আৰু কন্যাঘৰত কন্যাক 'আম মকুল' খুওৱা নিয়ম জড়িত। ই কিছু গোষ্ঠীৰ মাজতহে বিশেষভাৱে প্ৰচলিত। ইয়াৰ দ্বাৰা মাকৰ কোলাত বহি আমৰ কুঁহিপাত, পাত বা মলিওৱা আমৰ কলি মুখত দি মাকৰ প্ৰশ্নত পুত্ৰৰ উত্তৰ আৰু কন্যা ঘৰতো মাকৰ প্ৰশ্নত কন্যাৰ উত্তৰ হয় 'কামিনী আনিবলৈ যাওঁ' আৰু 'কামিনী খাটিবলৈ যাওঁ' আদিৰ দ্বাৰা সামাজিক জীৱনৰ কৰ্মত দৈহিকৰ লগত সাংসাৰিক ভাৰ বহনৰো যেন ইংগিত দাঙি ধৰাৰ প্ৰয়াস কৰে। আম মকুলৰ কাৰ্য সমাপনৰ পাছতেই দৰাপক্ষই খাই বৈ কন্যাঘৰলৈ যাত্ৰা কৰে। পৰম্পৰানুসাৰি যিজোপা আমৰ মুকুল খায় সেইজোপাৰ ফল দৰা-কন্যাই খাব নাপায় বুলিও বাধা এটি আছে।

দৰাই সাধাৰণতে পিন্ধনত বগা চোলা আৰু হালধি বোলোৱা ধুতিহে পৰিধান কৰাৰ নিয়ম। মূৰত মৌড় বা মুকুট শিৰস্ত্ৰাণ হিচাপে আৰু ডিঙিত নানা ধৰণৰ অলংকাৰ চন্দ্ৰহাৰ আদিৰ দৰে পিন্ধিহে বিয়াত বহাৰ নিয়ম। সেইদৰে কন্যাকো দৰাঘৰৰ পৰা নিয়া মৌড় বা মুকুট পিন্ধাইহে বিয়াত বহুৱাৰ নিয়ম। কিন্তু অকুলীনসকলে পাগুৰি মৰাতো সামাজিক প্ৰথাৰ ভিতৰতে পৰে।

চাহগোষ্ঠীৰ বিয়াত বাদ্যযন্ত্ৰ বজোৱাৰ নিয়ম প্ৰচলিত। এনে বাদ্যযন্ত্ৰসমূহ হ'ল- ঢাক, ঢোল, মাদল, চাহনাই, ধুমচা, পেঁপাটি, কালিয়া আদিয়েই প্ৰধান। চুমানৰ সময়ত ধীৰে ধীৰে বজোৱাৰ নিয়ম থাকিলেও চুমানৰ পাছতহে বহু বাদ্য বজোৱাৰ নিয়মৰ ধাৰাবাহিকতা থকা দেখা যায়। চাহগোষ্ঠীৰ বিয়াত নিমন্ত্ৰিতসকলক অহা দেখিলে বাদকসকলে বাদ্য বজাই আগভেটি ধৰাৰো নিয়ম। নিমন্ত্ৰিত অতিথিয়ে টকা-সিকাৰে মাননী দিলে বাদকে বাট এৰি দিয়ে। যেতিয়ালৈকে মাননী নিদিয়ে বাদ্য বজোৱা অব্যাহত ৰাখে। আন এটা গুৰুত্বপূৰ্ণ কথা হ'ল বাদ্য বজোৱা বাদকসকলক চাহ জনগোষ্ঠীৰ নিয়মানুযায়ী চাউল-দাইল, পা-পইচাৰে সন্মান দিহে আগবঢ়াই আনে। কেৱল সেয়াই নহয়, চাহগোষ্ঠীৰ এক 'বেভাৰ' প্ৰথাও প্ৰচলিত। ই এক সমবায় প্ৰথাই। এনে নিমন্ত্ৰিতসকলক তামোল-পাণ আৰু হালধিৰ ৰং লগোৱা চাউল আদিৰেহে নিমন্ত্ৰণ জনোৱা হয়। বেভাৰ প্ৰথানুযায়ী নিমন্ত্ৰিতে চাউল-দাইল, আলু-নিমখৰ লগতে ছাগলী, কাপোৰ-কানি, লাওপানী, মদ আদিও অনাৰ নিয়ম। এইসকলক দৰা-কন্যাই নিজ হাতেৰে ভৰি ধুৱাই দিয়াটো নিয়ম হ'লেও নিমন্ত্ৰিতে দৰা-কন্যাক ভৰি ধুৱাই দিয়াৰ বিনিময়ত টকাসিকাও দি আশিস বৰষে। কিছু সংখ্যকে এই বেভাৰক 'কনুৱা' বুলিও অভিহিত



কৰে।

বহু বিবাহত চাহ জনগোষ্ঠীৰ সমাজত জাতি-গোষ্ঠীভেদে কিছু কিছু বংশত দৰাৰ লগত কাঠৰ ঢাল-তৰোৱাল, ভৰিত জুনুকা, মূৰত শিৰস্ত্ৰাণ পিন্ধি ধুনীয়া সাজ-সজ্জাৰ নৃত্যশিল্পীও যায়। এইসকলক 'নাটুৱা' বোলে। 'নাটুৱা'ই বিয়াঘৰত বিবিধ বাদ্যৰ তাল-সুৰত বিভিন্ন ধৰণৰ নৃত্য-নাচেৰে ল'ৰা-বুঢ়া, ৰাইজ (দুই পক্ষৰে) সকলোকে মোহিত কৰাৰ লগে লগে হাঁহিৰ খোৰাকো যোগায়। বহুতে ইয়াক পাঁখ খেলা বা জমিদাৰী নাচ বুলি কোৱাও শুনা যায়। যদিও আজিৰ চাহ জনগোষ্ঠীসকল অনাখৰী, নিষ্পেষিত, লুণ্ঠিত,  পেলনীয়া বস্তুৰ দৰে হৈ পৰিছে তথাপি কিন্তু তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ তেজৰ বিনিময়তেই হওক তেতিয়াৰ গুণভিত্তিতেই নাটুৱাৰ স্থিতিৰ ৰূপ আজিও দেখা যায়। বুঢ়া-মেথায়ো এই ক্ষেত্ৰত যুক্তি প্ৰদৰ্শন কৰা দেখা যায়। সেই সময়ত হয়তো কোনোবা ৰজা, মহাৰজা, সেনাপতি, জমিদাৰ বা তেনেধৰণৰ বংশজ থকাৰ ফলতেই যুদ্ধ-বিগ্ৰহ আদিৰ প্ৰতীকৰূপে এই নাটুৱাৰো সৃষ্টি হৈছিল। সেয়ে কন্যাৰ বিবাহ বাহৰৰ নাতি দূৰতেই কন্যাপক্ষীয় নাটুৱাই দৰাপক্ষীয় নাটুৱাক আগভেটি ধৰি দুয়োপক্ষৰ মাজত প্ৰতিযোগিতামূলক নৃত্য-গীতৰ ৰণ চলে। তুংগত ৰণৰ প্ৰকোপো বাঢ়ি গৈ থাকে যদিও দুয়োপক্ষৰ মুৰব্বীৰ হস্তক্ষেপত মাননীৰে এনে কাজিয়াৰো ওৰ পৰি মিলা-প্ৰীতিৰ আঁত ধৰে। ইয়াৰ পৰা এসময়ত কন্যাক লৈ ৰূঢ়তাৰে বিয়াঘৰত যে নানান যুদ্ধ বিগ্ৰহ আৰম্ভ হৈছিল তাৰেই  ইংগিত বহন কৰে। অৱশ্যে বৰ্তমানে সিঁচৰতি স্বৰূপে অ'ত-ত'ত কিছু পৰিমাণে এনে নাচ দেখা গ'লেও উপযুক্ত নৃত্য-শিল্পীৰ অভাৱত ই প্ৰায় লুপ্তপ্ৰায় হৈছে। দৰা আগচা নিয়ম এতিয়াও প্ৰচলিত।

দৰা-কন্যা পদূলি মুখ পাওঁতে খুলশালীয়ে বা অভাৱত তেনে সম্বন্ধীয়ই দৰাৰ ভৰি প্ৰক্ষালন কৰাটো নিয়ম। শাহু সম্বন্ধীয়সকলে দৰাক নোৱাই মেলি গুড়জাতীয় মিঠা বস্তু দৰাৰ মুখলৈ আগবঢ়াই দি আদৰণি সহকাৰে বিবাহ মণ্ডপলৈ নিয়ে। এই সময়ছোৱাতে দৰাৰ লগত নিয়া (কিছু নিৰ্ধাৰিত) পানী মিহলাই কন্যাঘৰত তুলি থোৱা পানীৰে কন্যাক গা-ধুওৱা নিয়ম আৰু কন্যাৰ কোলাত তিনিবাৰকৈ পটাগুটিত দিয়া-লোৱা কৰাৰ নিয়ম অব্যাহত। আনহাতে কন্যাক কোনোবা এটা চুকত লুকুৱাই ৰাখি দৰাপক্ষক বিচাৰিবলৈ লগায় যাতে দৰাপক্ষই সহজে বিচাৰি নাপায়। সেই ছেগতে কন্যাঘৰীয়াই দৰাঘৰীয়াক পটাগুটিৰ খুন্দা, ফুলনিৰ পিটন আদি বিভিন্ন ধৰণেৰে আঘাত কৰাৰো নিয়ম প্ৰচলিত। কেৱল

সেয়াই নহয়, কন্যাক এটা পাচিত বহুৱাই তাত শিলপটা আদি গধুৰ বস্তুকো লাদি দিয়া হয় যাতে দৰাঘৰীয়াই কষ্টসহকাৰেহে কন্যাক উলিয়াই মণ্ডপলৈ লৈ যাব পাৰে। ই এক শাস্তিমূলক ব্যৱস্থা যদিও মিলা-প্ৰীতিৰো বাৰ্তাবাহক। বহুক্ষেত্ৰত এনে কাৰ্যত বলৱান ডেকাকহে নিয়োগ কৰা হয়। খণ্ডালৰ মাজত কাজিয়াৰো কাৰক দেখা যায়। অৱশ্যে এনে ধৰণৰ টনা-আঁজোৰাত কন্যা সৰি পৰি আঘাতপ্ৰাপ্ত হোৱাৰো সম্ভাৱনা বিৰাজমান। বৰ্তমানে পূৰ্বৰ এনে ৰীতিক বহুতে স্ব-ইচ্ছাই বৰ্জন কৰি সৰলতাৰে কন্যা উলিয়াই দিয়াৰ ব্যৱস্থা কৰিছে।

ব্ৰাহ্মণপন্থীসকলে দৰা-কন্যাক বেদীৰ আগত বহুৱাই লৈ হোম-যজ্ঞ কৰে। হোমৰ অন্তত 'চিন্দৰা' দান কাৰ্য সম্পাদন কৰে উভয় পক্ষৰ উপস্থিতিত। যদিও আঁৰকাপোৰৰ মাজত দৰা-কন্যাৰ বাদে কোনেও এই সেন্দূৰ কন্যাৰ শিৰত দিয়াটো দেখা নাপায়। দৰাই নিজহাতে সেন্দূৰ লগোৱা নিয়ম। এই নিয়মকে 'চিন্দৰা' দান বুলি কয়। এই সময়চোৱাত জাউৰিয়ে জাউৰিয়ে উৰুলি ধ্বনিৰ লগতে আৰৈ চাউল ছটিওৱাটো নিয়ম। এই পন্থীৰ কোনোৱে আকৌ ধূনা- আখৈ আদিৰেও হোম পোৰাৰ ব্যৱস্থা কৰে। কোনোৱে আকৌ দুয়োপক্ষৰ মাজত হালধি পানী ঢালি বা সলনা-সলনি কৰে হাতত লৈ এইদৰেও বিয়া কাৰ্য সমাধা কৰে। কনধেৰ জাতিয়ই দৰা-কন্যাৰ মাজত তিনিটা আঁক মাৰি চাউল দলিয়া-দলি কৰাই লোৱাৰ পাছতহে মাডুৱা বেদীত বহুওৱাতো নিয়ম। ইয়াকে 'বিন্‌কি' মৰা ৰীতি বোলা হয়।

হোমৰ অন্তত দৰাৰ আগে আগে কন্যাই খোজ দিয়াতো নিয়ম। মাডুৱাৰ বেদী দৰা-কন্যাই সাতবাৰ প্ৰদক্ষিণ কৰোঁতে প্ৰতিবাৰতে তামোল-পাণ বা পটাগুটি গছকি যোৱাটো নিয়ম। ইয়াকে হয়তো থলুৱা অসমীয়া সমাজৰ 'সপ্তপদী গমন' বোলে। সাতপুৰুষৰ সম্বন্ধ ছিঙি দৰাৰ বংশলৈ যোৱাৰ ৰীতিক এনেদৰেই সমাধা কৰা হয়। দৰা-কন্যাক ভিতৰলৈ সুমুৱাওঁতে মাননি লোৱাৰ পাছতহে ভিতৰলৈ যাবলৈ দিয়া হয়।

আন প্ৰকাৰে বিয়া হৈ যোৱাৰ আগ মুহূৰ্তত দৰা আৰু কন্যাৰ ভায়েকৰ মাজত ভিনিহীয়েক আৰু খুলশালীয়েকৰ সম্বন্ধ কটকটীয়া কৰাৰ উদ্দেশ্যে কান্ধত তুলি লৈ দুয়োৰে মাজত তামোলৰ পিকেৰে ৰং-তামাচা কৰি কান্ধত দিবলৈ থোৱা ধূতি আদি বস্ত্ৰক টনা-আঁজোৰাৰে সফলতাপ্ৰাপ্ত কৰাটো নিয়ম। ইয়াতে খুলশালীয়েকে জয়ী হোৱাতো সকলোৱে বিচাৰে। ইয়াকে 'চালাঘূতি' বা



'শ্বলাৱিধা' প্ৰথা বুলিও কোৱা হয়। ই এক ৰোমাঞ্চকৰ খেলা। পূৰ্বকালৰ যুদ্ধ-বিগ্ৰহৰ ৰীতিৰে বান্ধিত এই প্ৰথা যেন অনুভৱ হয়। আনহাতে কিছুৱে ভিনিহীয়েকৰ কান্ধত উঠি ধূতি লুট কৰাটো আগৰ দিনত ঘোঁৰা-হাতীত উঠাটোকে হয়তো প্ৰতীকৰূপে সূচায়। তামোলৰ ৰঙা পিকে যুদ্ধত 'ঘাইল' হোৱাটোক আৰু 'চালা ধূতি'য়ে যুদ্ধৰ অন্তত সন্ধিৰ চিনকে বহন কৰে বুলি ধৰা হয়।

এই কাৰ্যৰ পাছত দৰা-কন্যাক ভিতৰলৈ নি য'ত বহুৱায় বা আসনৰ ব্যৱস্থা কৰে তাতো বহুধৰণৰ আল্পনা আদি আঁকি দিয়া হয়। বেৰতো আঁকে শিৱ-পাৰ্বতী, লক্ষ্মী-নাৰায়ণৰ প্ৰতিচ্ছবি নানান ৰঙেৰে। ইয়াক 'কহুৰ' বোলে। এইখিনিৰ অন্তত পায়স আদি খুওৱা হয়; দৰাই কন্যাঘৰত আৰু কন্যায়ো দৰাঘৰত খোৱাৰ পৰা বিৰত থাকে যেতিয়ালৈকে কিবা মাননি নিদিয়ে শাহুৱেকহঁতে। মাননি দিয়াৰ পাছতহে আহাৰ গ্ৰহণ কৰে। আনহাতে দিয়া মাত্ৰকে খালেও লুভীয়া বদনাম থাকি যোৱাৰ ভয়ৰ বাবেই বিৰত থাকে।

এইখিনিতে এটা কথা উনুকিয়াই থোৱা ভাল হ'ব যে, দৰা ওচৰৰেই হওক বা দূৰৰে হওক বিবাহ সম্পন্ন হোৱা বা নোহোৱা পৰ্যন্তও কন্যাঘৰৰ কোনোৱেই দৰাঘৰৰ লোকসকলক শাস্তি প্ৰদানৰ অৰ্থে পানী বা যিকোনো বস্তুকে বিচাৰিলেও সদয়তা প্ৰতিপন্ন নকৰে। সেয়ে দৰাঘৰীয়াই নিজাববীয়াকৈ জা-জলপানৰ যোগাৰ কৰি কন্যাঘৰত খোৱাৰ ব্যৱস্থা কৰে। বিয়া কাৰ্য সম্পন্ন হোৱাৰ পাছত কন্যাঘৰে এঘটি পানী কলপাতেৰে ঢাকি মাননী সহকাৰে দৰাপক্ষক খোৱাৰ আহ্বান কৰে আৰু দৰাপক্ষয়ো নিয়মানুযায়ী ৰান্ধি-বাঢ়ি খাই লোৱাৰ অন্তত চুমানৰ ব্যৱস্থা কৰে। চুমানত উপস্থিত ৰাইজৰ লগতে আত্মীয়-স্বজনে মুকলিভাৱে উপহাৰ আগবঢ়ায়। লগদীনসকলেও এইক্ষেত্ৰত উপহাৰৰ ভাগ পায়। ইয়াৰ পাছতে কন্যাই পাঁচবাৰকৈ আঁচল পাতি কন্যাৰ পৰা পাঁচবাৰ চাউল বদলি কৰে আৰু ভায়েকে আখৈ দিয়া বায়েক বা ভনীয়েকে মূৰেদি দলিয়াই দিওঁতে মাকে আঁচল পাতি সেই আখৈ আদি সংগ্ৰহ কৰি বিদায় পৰ্বৰ সামৰণি মাৰে।

দৰাঘৰলৈ অহাৰ পৰত কন্যাই নন্দেকলৈ বুলি টোপোলা বা টেকেলিত নানান ধৰণৰ পিঠা-পনা, মিঠাই, মুড়ী লাৰু, আখৈ লাৰু, নাৰিকলৰ লাৰু আদি বহু ধৰণৰ খোৱাবস্তু ভৰাই অনাৰ নিয়ম। বহুতে মাননীৰ বাবে কিছু টকা আৰু বস্ত্ৰাদিও আনে। আন কিছুৱে ধেমেলীয়া উপহাৰস্বৰূপে লাউৰ বাকলি, তামোলৰ বাকলি, কেঁচাকল আদিও নন্দেকক উপহাৰ স্বৰূপে দি লজ্জাত পেলায়। এনে

কৰাৰ বিনিময়ত বৌৱেক-নন্দেকৰ মাজৰ সম্পৰ্ক মধুৰ হয় বুলি বিশ্বাস কৰা হয়। কন্যাক পদুলিমুখত নন্দেকেই ভৰি প্ৰক্ষালনেৰে প্ৰথম নিয়ম পালন কৰে। বিনিময়ত বৌৱেকে মনঃপুতঃ উপহাৰো দিয়াৰ নিয়ম ৰাখে উক্ত টেকেলিসহ। ইয়াকে 'ননদ পেটাৰি' বোলে।

দৰাঘৰতো সেইদৰে কন্যাৰ চুমান পৰ্ব অনুষ্ঠিত কৰা হয় আৰু তাতো মুকলিভাৱে আত্মীয়-স্বজনেৰে সৈতে মিলিত ৰূপত ইচ্ছানুযায়ী উপহাৰ প্ৰদান কৰাৰো নিয়ম। অৱশ্যে চাহ জনগোষ্ঠীৰ প্ৰতি বিয়াতে কন্যাক হাতত মন্ত্ৰপূতঃ লোৰে নিৰ্মিত খাৰু, শংখ খাৰু, ৰূপৰ বা সোণৰ খাৰু পিন্ধোৱা হয়। ভৱিষ্যতে দৰাই কিবা অপৰাধ কৰিলে বা কন্যাই কিবা পাপকাৰ্যত লিপ্ত হ'লে এনে খাৰু খুলি দিয়াৰ উদাহৰণেই হ'ল পতি-পত্নীৰ মাজৰ মনোমালিন্যৰ বিষয়। বিশ্বাসমতে এই খাৰু দৰাই পিন্ধাই দিয়াৰ মুহূৰ্ততে শপত খোৱাৰো প্ৰথা বিদিত। খাৰুৰ দ্বাৰা বিচ্ছেদ বিষয়কো সাঙুৰি লোৱা প্ৰথাই চাহ জনগোষ্ঠীৰ বিপদৰূপে ক্ৰিয়া কৰাৰ কথা স্পষ্ট। যাই কি নহওক, দৰাঘৰৰ 'চুমান' পৰ্বৰ অন্ততঃ কিছুৱে ঘৰতে বোকাৰ মাজত 'আঙঠি' লুকুৱাই দি 'আঙঠি' কিম্বা নৈৰ মাজত 'ঘটী' লুকুৱা খেল খেলে। ইয়াত যেয়ে আগতে আঙঠি বা ঘটী উলিযাব পাৰে সেই পক্ষক জয়ী বুলি ঘোষণা কৰা হয়। এয়া হয়তো দৰা-কন্যা উভয়ৰে মাজত লজ্জা নিবাৰণৰ দ্বাৰা প্ৰকৃত পতি-পত্নী হোৱাৰ প্ৰথাকে বহন কৰে। আন কিছুৱে নৈৰ ঘাটৰ পৰা ঘূৰি আহোঁতে এজনে আমপাত এখিলাকৈ আগে আগে পেলাই যায় আৰু দৰাই সেই আমপাতক লক্ষ্য কৰি কাঁড় মাৰে আৰু কন্যাই সেই কাঁড় বুটলি আনি দৰাক দি দৰাৰ মুখত মিঠা বস্তু অৰ্থাৎ গুড় খুৱাই মুখ মচি দিয়াৰ নিয়ম নিজৰ পিন্ধা আঁচলেৰে। ঘৰ আহি নোপোৱা পৰ্যন্ত এই কাৰ্য চলি আহে। ইয়াকেই কোৱা হয় 'মৃগ' বা 'হৰিণ' চিকাৰ পৰ্ব।

ছাদীৰ তৃতীয় প্ৰহৰ ফুলশয্যাৰ দিন। এইদিনা দৰা-কন্যা উভয়ে নাৰিকল চোবাই খোৱা, পানী খোৱা, বাদাম খাই মধুমিলন হোৱাৰো ৰীতি থকা দেখা যায়। অৱশ্যে কিছু কিছুৱে 'বৌ ভাত' বুলি দৰা-কন্যাৰ নিজহাতেৰে ৰন্ধা-বঢ়া কৰি ৰাইজক খুওৱাৰ পৰ্বও থকা দেখা যায়। এই পৰ্বৰ পাছতহে ফুলশয্যাত মধুমিলনৰ ব্যৱস্থাত লিপ্ত হোৱাৰ নিয়ম। ইয়াৰ পাছত চাহ জনগোষ্ঠীৰ আন এক বিশেষ অনুষ্ঠান হ'ল 'আঠমঙলা'। এই প্ৰথাত দৰা-কন্যাই বিয়াৰ অন্তত বা শেহত নিজৰ আৰু শহুৰেকৰ ঘৰত গৈয়ো 'মাডুৱা' ভঙা কাৰ্য সমাধা কৰিব লাগে। এনে



কাৰ্যত দুয়োৰে সহযোগ নিতান্তই আৱশ্যক। এইক্ষেত্ৰত কিছুৰ নিয়মমতে কন্যাই দৰাঘৰত নোখোৱাকৈ যায় আৰু কন্যাৰ ঘৰত 'মাডুৱা' ভাঙি খাই বৈহে দৰাৰ ঘৰলৈ অহাৰ নিয়ম। যিকোনো এঘৰত কন্যাই মাডুৱা ভঙা কাৰ্যৰ বেলিকা এনে খোৱা-লোৱাৰ নিয়ম ৰক্ষা কৰিব লাগে। অৱশ্যে বহুতৰ ক্ষেত্ৰত এই নিয়ম প্ৰযোজ্য নহয়। মাডুৱা ভঙাৰ অন্তত আঠমঙলাৰ সময়ত কিছুৱে কন্যাক পোন্ধৰ দিন কিম্বা এমাহ পৰ্যন্ত দৰাৰ পৰা বিচ্ছিন্ন কৰি ৰখাৰ নিয়ম পালন কৰে। ইয়াক এই গোষ্ঠীয়ে 'চংগ ছাড়া' পৰ্ব বুলিও কয়। এই পৰ্ব বৰ্তমান উঠি যোৱাৰ পথত।

ইয়াৰ পিছতে আন এক প্ৰথা হ'ল 'চমদি ভেঁট' বা 'বেহাই ভেঁট'। এই অনুষ্ঠানত বিয়াৰ কিছুদিনৰ পিছতে দুয়োঘৰে দুয়োঘৰক আমন্ত্ৰিত কৰি কাপোৰ-কানি, ৰাগিয়াল বস্তু সেৱন, আমিষ কিম্বা নিৰামিষ আহাৰেৰে আপ্যায়িত কৰা হয়। বিনিময় হিচাপে বিয়ৈ-বিয়ৈনীয়ে পৰস্পৰে পৰস্পৰক সাৰটা-সাৰটি কৰি মিতিৰ হোৱাৰ নিয়ম পালন কৰে। পুৰণি কালত দৰা-কন্যাই পিতৃ-মাতৃৰ বিনানুমতিত বিয়া পাতি শেহলৈ দুয়ো পৰিয়ালৰ মাজলৈ মিলনৰ সেঁতু এইদৰেই গঢ়ে।

চাহ জনগোষ্ঠীৰ আন এক প্ৰকাৰৰ বিবাহ হ'ল বিধবা বা স্বামী পৰিত্যক্তা বিবাহ। এনে বিবাহ পাতিব খুজিলে বৰপক্ষৰ পৰা কেইজনমান মানুহ গৈ 'কাপোৰ পিন্ধোৱা' কাৰ্যৰ দ্বাৰা খোৱা-লোৱাৰ প্ৰক্ৰিয়াৰ মাজেৰে লৈ আহে। কিছুৱে ইচ্ছা হ'লে এপাহ ফুলত সেন্দুৰ নিহিত কৰি শিৰত সেন্দুৰ দিয়ে; কিছুৱে বুজা-বুজিৰ মাজেৰেও কৰে। ইয়াতো ঢোল-খোল সামান্য ৰূপে বজোৱাৰ নিয়ম থাকে। এনেবিলাক 'স্বাংগী' বা 'স্বাঁঘা' ছাদী বুলিও কোৱা হয়। অনানুষ্ঠানিকভাৱে সংসাৰ পতাসকলে পাছলৈ 'বুড়া বিবাহ' পাতিব পাৰে। ঘটনাচক্ৰত পৰি আনুষ্ঠানিক বিয়া পতাৰ আগতেই কিবা প্ৰকাৰে অকলশৰীয়া হ'ব লগা হ'লে মানুহজন বা মানুহজনী কলগছ, বৰগছ কিম্বা সৌৱা গছৰ লগত বিয়াত বহাৰ নিয়ম। এনেদৰে বিয়াত নবহিলে নিজৰ সন্তানৰো বিবাহ দিব নোৱাৰে বুলি ৰীতি এটা আছে। এনে ৰীতি পালনৰ অন্ততহে তেওঁলোকৰ লগত সকলো ৰাইজে উঠা-বহা, খোৱা-লোৱা কৰিব পাৰে।

চাহ জনগোষ্ঠীৰ বিবাহৰ প্ৰচলনত বাল্য বিবাহো অন্যতম। এই বিবাহক 'গাওনা' বিবাহো বোলে। এনে বিবাহকো এই গোষ্ঠীয়ে লগ লগোৱাৰ মানসেৰে ঢোলে-ডগৰে, খাদ্য-সম্ভাৰেৰে আনুষ্ঠানিক ধৰণেৰেই বিবাহ সম্পাদন কৰে।

ইয়াৰ উপৰি চাহ জনগোষ্ঠীটোৰ কিছুমান গোষ্ঠীৰ বিবাহ পদ্ধতিও সৰ্বসাধাৰণ মজদুৰ পৰিয়ালতকৈ কিছু বেলেগ ধৰণৰ। ইয়াৰে চাওঁতাল জনগোষ্ঠীৰ লোকসকলে দৰা-কন্যাক মূৰৰ ওপৰত তুলি লৈ বা দাঙি ধৰি আঁৰকাপোৰ তৰি লৈ সাতখিলা শাল গছৰ পাত একগোট কৰি লৈহে কন্যাক সেন্দূৰ দিয়াৰ নিয়ম। কন্যায়ো দৰাৰ হাতৰ সেই সেন্দূৰ কপালত লয় আৰু কন্যায়ো তেনেদৰে দৰাৰ কপালত সেন্দূৰৰ ফোঁট দিয়েই বিবাহ কাৰ্য সমাধা কৰে। সেইদৰে 'পৰজা' গোষ্ঠীতো দৰা-কন্যাক একেলগে বহুৱাই তেওঁলোকৰ ভৰিত আৰৈ চাউল ছটিয়াই দি চাউলখিনি কুকুৰা এজনীক খাবলৈ দিয়ে আৰু তেওঁলোকৰ গাত কুকুৰাজনী ঢকা মাৰি দি পাখি কেইটামান উঘালি দৰা-কন্যা দুয়োৰে মূৰত গুজি দিয়ে। তাৰ পাছত দৰা-কন্যাৰ আঙুলি দুটা যুতি দি বিবাহ কাৰ্য সম্পাদন কৰে। এনেদৰেই 'গন্ড' গোষ্ঠীৰ দৰায়ো কন্যাঘৰত প্ৰৱেশ কৰিয়েই বিচনি দলিয়াটো নিয়ম। ইয়াৰ পাছতে দৰা-কন্যা উভয়কে নাঙল আৰু মৈত তুলি দি গা-পা ধুৱাই সেন্দূৰ ঘঁহি বিবাহ কাৰ্য সমাধা কৰাৰ নিয়ম কৰে। আনহাতে মুণ্ডা গোষ্ঠীৰ মাজত প্ৰচলিত ৰীতি অনুযায়ী কন্যাইহে দৰা ঘৰলৈ গৈ বিবাহৰ বেদীত বহাৰ নিয়ম। দৰাৰ ঘৰলৈ যাওঁতে কন্যা আৰু কন্যাপক্ষইয়ো নাচি-বাগি যোৱাৰ নিয়মো আছে। দৰাৰ ঘৰৰ ওচৰ পোৱাৰ লগে লগে দৰায়ো দলে বলে নাচি-বাগি কন্যাক আদৰাৰ নিয়ম। দুয়োদলৰ এনে মিলন থলীতে কন্যাঘৰে পূৰ্বৰ চুক্তি অনুযায়ী দৰাপক্ষৰ পৰা কন্যাৰ গা-ধনৰ লগতে যৌতুকখিনি লৈ আদবাটতে ঘূৰি যোৱাৰো নিয়ম। মাথো কেইজনমান সংগীৰ সৈতেহে কন্যাই দৰাৰ ঘৰত গৈ দৰাৰ সৈতে বেদীত বহি লাওপানী আদি বিনিময় কৰি প্ৰাথমিক পৰ্যায়ৰ বিবাহ কাৰ্য সমাধা কৰে।

এটা কথা নক'লে ভুল হ'ব যে চাহ জনগোষ্ঠীৰ যি সম্প্ৰদায়ৰেই বিবাহাদি নহওক কিয় প্ৰতি কাৰ্যৰ ক্ষণে ক্ষণে বা প্ৰতি মুহূৰ্ততে গীত-মাতৰ লগতে বাদ্যযন্ত্ৰৰো সংগত কৰাতো নিয়ম। জোৰোণৰ পৰা লগন গাঁঠি, পানীতোলাৰ পৰা চিনাই যোৱা, তেল হালহি ঘঁহা আদিলৈকে সকলোতে গীত-বাজনাৰ লহৰ উঠে। ইয়াৰ লগে লগে জোৰানামৰো পয়োভৰ ঘটে।■



# শ্ৰীমন্ত শংকৰদেৱে প্ৰতিষ্ঠা কৰা অসমৰ সমাজ আৰু আজিৰ অসমৰ সমাজত চাহ জনগোষ্ঠীৰ লোকসকলৰ স্থান

*—পবিত্ৰ বৰবৰা*

অসমৰ জাতীয় জীৱনৰ ঘাই পুৰোধা, সৰ্বগুণাকৰ,জগতগুৰু, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে খ্ৰীষ্টীয় পঞ্চদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা ষষ্ঠাদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰত অন্ধ কু-সংস্কাৰ, শোষণ, নিৰ্যাতন, অস্পৃশ্যতা আদি অশুভ পৰম্পৰাৰে পৰিপূৰ্ণ সেই সময়ৰ অসমৰ সমাজখন নৱ-বৈষ্ণৱ ধৰ্মৰ দৰে এক সাৰ্বজনীন আৰু বিজ্ঞানসন্মত ধৰ্মৰ নীতি-আদৰ্শৰে সংস্কাৰ কৰি ঐক্য, শান্তি, সমন্বয়, মানৱতাবাদে বিৰাজ কৰিব পৰাকৈ আৰু শোষণ, অস্পৃশ্যতা আদিৰ পৰা মুক্ত কৰি বৃহৎ ৰূপত প্ৰতিষ্ঠা কৰিছিল। পঞ্চদশ শতিকাৰ ধৰ্মৰ নামত ব্যভিচাৰ, শোষণ, জাত-পাতৰ নিকৃষ্টতম বিচাৰ চলি থকা সমাজখনৰ মাজত থিয় হৈ শংকৰদেৱে কৈছিল -

'নাহি ভকতিত জাতি-অজাতি বিচাৰ।
হৰি ভকতিত সমস্তৰে অধিকাৰ ।।'

'সকলো প্ৰাণীক দেখিবাহা আত্মাসম।
উপায় মধ্যত ইটো অতি মুখ্যতম।।'

'কিৰাত কছাৰী খাচী গাৰো মিৰি
যৱন কঙ্ক গোৱাল।

অসম মুলুক ধোৱা যে তুৰুক
কুবাচ ম্লেছ চণ্ডাল।।
আনো পাপী নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পৱিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয়।।'

এনে মানৱতাবাদী বাণীৰ প্ৰতি অসমৰ সকলো ধৰ্ম, ভাষা, জাতি, উপজাতিৰ লোকেই আন্তৰিকতাৰে সমৰ্থন জনাব পাৰিছিল বাবেই তেওঁ প্ৰতিষ্ঠা কৰা সমাজখনলৈ গাৰোৰ গোবিন্দ, কাছাৰীৰ ৰমাই, ভোটৰ দামোদৰ, মিচিঙৰ পৰানন্দ, বনিয়াৰ হৰিদাস, যৱনৰ চান্দসাই, কৈবৰ্তৰ পূৰ্ণানন্দ, ব্ৰাহ্মণৰ ৰাম ৰাম গুৰু, দামোদৰ, মহেন্দ্ৰ কন্দলি, অনন্ত কন্দলি আদিৰ দৰে লোক আহিব পাৰিছিল আৰু একেলগে বহি ধৰ্ম চৰ্চা কৰা, ভাবৰ আদান-প্ৰদান কৰা, খোৱা-বোৱা কৰা কাৰ্যবোৰ কৰিব পাৰিছিল। সমাজখনত সকলো ধৰ্ম, ভাষা, জাতি, উপজাতিৰ লোকৰ অধিকাৰ, স্থান আৰু মৰ্যাদা একেই আছিল। অসমৰ সমাজখন হৈ পৰিছিল মহামিলন ক্ষেত্ৰ। এইখন সমাজ গঢ়োঁতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নীতি-আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ মহামানৱ মহাত্মা গান্ধীয়েও কৈছিল— 'অসম সঁচাকৈয়ে বৰ ভাগ্যৱান কাৰণ যি ধৰ্ম অৱলম্বন কৰি মই ৰামৰাজ্য কল্পনা কৰিছো তাতকৈ সুন্দৰ আৰ্হি আজি বহু বছৰৰ আগতেই শ্ৰীমন্ত শংকৰদেৱে অসমক দি গৈছে। মই কেৱল তাক অনুশীলন কৰিলোঁ, মোৰ নতুনত্ব একো নাই।' শ্ৰীমন্ত শংকৰদেৱেৰ মহান নীতি-আদৰ্শ তেওঁৰ প্ৰধান শিষ্য অসমৰ জাতীয় জীৱনৰ এগৰাকী পুৰোধা শ্ৰীশ্ৰী মাধৱদেৱৰ মহাপ্ৰয়াণৰ দিনলৈকে শক্তিশালী ৰূপত প্ৰবাহিত হৈ থাকিব পৰিছিল। আকৌ সজীৱ হৈ উঠা ধৰ্মীয় শোষণ নীতি, জাত-পাতৰ নিকৃষ্টতম বিচাৰ নীতি তথা অস্পৃশ্যতা আদিয়ে শংকৰ-মাধৱ-অজান ফকিৰৰ মানৱতাৰ বাণীৰ প্ৰমূল্য থকা সমাজখনত কুঠাৰাঘাত হানিলে। জাত-পাতৰ বিচাৰ নীতি, শোষণ, অস্পৃশ্যতা আদিৰ প্ৰভাৱে আহোম স্বৰ্গদেউ চুকাফা, কোঁচ ৰজা নৰনাৰায়ণ, কোঁচ যুৱৰাজ চিলাৰয়, আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহ আদিৰ মহানুভৱতাৰে নিৰ্মিত ভৌগোলিক দিশৰ বৰ অসমখনো ক্ৰমান্বয়ে টুকুৰা টুকুৰ হৈ পৰাৰ পথ ৰচনা কৰিলে।



শ্ৰীমন্ত শংকৰদেৱে অসমৰ সমাজখন যি সময়ত বৃহৎ ৰূপত প্ৰতিষ্ঠা কৰিছিল সেই সময়ত অষ্টিক, দ্ৰাবিড় আদি ভাষাগোষ্ঠীৰ লোকৰ মাজেদি আজিৰ অসমৰ চাহ জনগোষ্ঠীয় লোকৰ কোনো কোনোটো ঠালৰ লোক আছিল যদিও চাহ জনগোষ্ঠী হিচাপে আজিৰ পৰিচিত ৰূপত নাছিল। ঊনবিংশ শতিকাৰ চতুৰ্থ দশকৰ পৰা বৃটিছ কোম্পানীয়ে অসমত চাহ-বাগিচা খোলাৰ প্ৰক্ৰিয়া চলোৱাত এই শতিকাৰ ভিতৰতে অসমত বহু চাহ বাগিচা গঢ়ি উঠিল। এই চাহ বাগিচাবোৰত বনুৱা হিচাপে কাম কৰিবলৈ বহু মানুহৰ প্ৰয়োজন হ'ল। অসমৰ থলুৱা লোকসকলৰ বৃটিছৰ অধীনৰ বাগিচাবোৰত কাম কৰিবলৈ অনিচ্ছুক হ'ল। কাৰণ তেওঁলোকৰ জোখাৰে মজুৰি দিবলৈ বৃটিছ চাহ মালিকসকলে বিচৰা নাছিল আৰু অৰ্থনৈতিকভাৱে থলুৱা কৃষকসকলৰ শ্ৰম বিক্ৰী কৰাৰ আৱশ্যকো নাছিল। ইয়াৰ ফলত অসমত বৃটিছে চাহ বাগিচা খুলিবলৈ আৰম্ভ কৰাৰ দিনৰে পৰা কম মজুৰিৰ বনুৱাৰ সন্ধান চলিল আৰু এচাম বনুৱা সংগ্ৰহকাৰী লোকৰ দ্বাৰা পশ্চিম বংগ, অন্ধপ্ৰদেশ, উৰিষ্যা, বিহাৰ, বৰ্তমানৰ ঝাৰখণ্ড, মধ্যপ্ৰদেশ আদিকো ধৰি ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যৰ পৰা বনুৱা হিচাপে বহু মানুহ অসমলৈ আনিলে। তেওঁলোকক বনুৱা সংগ্ৰহকাৰীয়ে ফুচুলাই, ভয় দেখুৱাই বা জোৰ কৰি ধৰি আনি চাহ বাগিচাৰ মালিকক মাননীৰ বিনিময়ত দিছিল। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশত যি জমিদাৰী ব্যৱস্থা চলিছিল তাৰ শোষণ-পীড়ণত জৰ্জৰিত হৈ থকা মানুহবোৰ অসমলৈ বনুৱা হিচাপে আহিব লগা হ'লেও চাহ বাগিচাৰ কৃষি শ্ৰমিকহিচাপে কাম কৰি জীৱিকানিৰ্বাহ কৰাৰ, থকা-খোৱাৰ সুবিধা পাই আৰু সুজলা-সুফলা অসমৰ মোহত পৰি তেওঁলোকে এৰি অহা ৰাজ্যৰ ঠাইবোৰৰ কথা পাহৰি গৈছিল। তেওঁলোকে অসমৰ থলুৱা মানুহৰ ধৰ্ম, ভাষা, সংস্কৃতি গ্ৰহণ কৰি, নিজৰ ধৰ্ম, ভাষা, সংস্কৃতিক তাতেই বিলীন কৰি দি অসমীয়া হৈ পৰিছিল। অসমকেই জনমভূমি, কৰ্মভূমি আৰু মৰণভূমি বুলি গ্ৰহণ কৰি এইসকলে কৈছিল—'আসমাৰ মৰলে হামৰাও মৰব'। এনে মনোভাৱেৰে অসমীয়া হৈ পৰা এই মানুহখিনিয়েই পৰিচিত হ'ল চাহ জনগোষ্ঠী নামেৰে । অসমত অসমীয়া হৈ বসবাস কৰিবলৈ লোৱা এই চাহ জনগোষ্ঠীৰ লোকসকলে তেওঁলোকৰ ভিতৰত বহু উপজাতি থকা স্বত্বেও সকলোৰে সমন্বিত ৰূপত চাহ জনগোষ্ঠী শব্দৰে পৰিচয় দি আহিছে অসমৰ বৃহৎ শিল্প চাহ শিল্পৰ মূল শিল্পী হিচাপে। এইসকলে কোনো কোনোৱে তেওঁলোকৰ উপৰিপুৰুষৰ মাতৃ ভাষা নিজৰ ভিতৰতে কয় যদিও

সকলোৱে অসমীয়াকেই আচল মাতৃভাষা হিচাপে গ্ৰহণ কৰি এই ভাষাৰ যোগেদিয়েই তেওঁলোকৰ মাজৰ বহুজনে সাহিত্য চৰ্চ্চা কৰি আহিছে। অসমৰ জাতীয় জীৱনৰ ঘাই পুৰোধা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, পুৰোধা শ্ৰী শ্ৰীমাধৱদেৱ, পুৰোধা আজান ফকিৰ, অসম নিৰ্মাতা আহোম স্বৰ্গদেউ চুকাফা, ৰুদ্ৰসিংহ, কোঁচৰজা নৰনাৰায়ণ আদিৰ মহান বাণী, আদৰ্শও অসমীয়া হোৱা এই চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱনৰ কোঁহে কোঁহে সোমাই পৰিল। শংকৰদেৱৰ সাৰ্বজনীন ধৰ্মটো গ্ৰহণ কৰি বৃহত্তৰ অসমীয়া সমাজখনত সোমাই পৰাৰ ক্ষেত্ৰত তেওঁলোক যেনেদৰে আন্তৰিকতাৰে আগবাঢ়ি আহিল তেনেদৰে অসমৰ কোনো কোনোজন ধৰ্মাধিকাৰে তেওঁলোকক আদৰি নিব নোৱাৰিলে বা নাজানিলে। জাত-পাতৰ বিচাৰ, অস্পৃশ্যতা আদিয়ে অসমৰ গ্ৰাম মানুহক প্ৰভাৱান্বিত কৰি থকাৰ কাৰণতে সেইচাম মানুহেই এইসকলক শংকৰদেৱে প্ৰতিষ্ঠা কৰা সমাজখনৰ পৰা আঁতৰত ৰাখিবলৈ বিচাৰিলে। কোনোৱে তেওঁলোকক শংকৰদেৱে প্ৰতিষ্ঠা সমাজলৈ আহিবলৈ দিলেও উচ্চ বৰ্ণৰ লোকসকলৰ স্থানৰ পৰা বহু দূৰত্বত স্থান দিবলৈ বিচাৰিলে। জাত-পাতৰ বিচাৰ কৰাসকলে আৰু অস্পৃশ্যতাৰে মানৱতাবাদী আদৰ্শক ধ্বংস কৰাসকলে শংকৰদেৱে অসমৰ সকলো ধৰ্ম, জাতি, উপজাতিৰ লোকক সম মৰ্যাদা আৰু স্থান দি সমন্বয়ৰে প্ৰতিষ্ঠা কৰা সমাজখনৰ কথা পাহৰি গ'ল। এই কথাই শংকৰদেৱৰ দিনৰ অসমৰ সমাজখন ক্ষুদ্ৰ অৱস্থালৈ আনিলে। পাচলৈহে অসমৰ নৱ-বৈষ্ণৱ ধৰ্মাধিকাৰ সকলৰ মাজৰ কোনো কোনোজনে এই কথা উপলব্ধি কৰি এই চাহ জনগোষ্ঠীৰ লোকসকলক অসমৰ নৱ-বৈষ্ণৱ সমাজলৈ অনাৰ চিন্তা-চৰ্চ্চা কৰিলে। অন্যহাতে শংকৰদেৱৰ আদৰ্শ প্ৰকৃতাৰ্থত প্ৰচাৰ আৰু প্ৰসাৰ কৰাৰ লক্ষ্য লৈ জন্ম লাভ কৰা 'শ্ৰীমন্ত শংকৰদেৱ সংঘ' ৰ দৰে সংস্কাৰমুখি অনুষ্ঠান আগবাঢ়িল এই চাহ জনগোষ্ঠীকে ধৰি অসমৰ সকলো জনগোষ্ঠীৰ মানুহক একেখন সমাজত একেলগে বহোৱাব, খুৱাব, ভাবৰ আদান-প্ৰদান কৰিব পৰা ব্যৱস্থাক অগ্ৰাধিকাৰ দি। এনে অনুষ্ঠানৰ প্ৰচেষ্টাত চাহ জনগোষ্ঠীৰ সমাজেও শংকৰদেৱে 'জাতীয় নাটশাল' হিচাপে সৃষ্টি কৰা নামঘৰ স্থাপন কৰিবলৈ লৈছে। এই নামঘৰক কেন্দ্ৰও তেওঁলোকে ধৰ্ম চৰ্চ্চা, কলা-সংস্কৃতি চৰ্চ্চাত মনোনিৱেশ কৰিবলৈ লৈছে। মাদক দ্ৰব্য সেৱন কৰি যিসকলে মূল্যবান মানুহ জীৱনটো বিপথগামী কৰিছিল সেইসকলও শংকৰদেৱৰ ধৰ্ম-আদৰ্শৰ প্ৰভাৱত সুপথলৈ ঘূৰি আহিব পাৰিছে। ইয়াৰ প্ৰভাৱত চাহ



জনগোষ্ঠীৰ সমাজত শৈক্ষিক, সাংস্কৃতিক দিশত সুস্থ বাতাবৰণ গঢ়ি উঠিব ধৰিছে। অৱশ্যে কোনো কোনো ধৰ্মই ধৰ্মৰ দিশেদি দি তেওঁলোকক আদৰি আনি বিশেষ স্থান আৰু মৰ্যাদা দি যেনেদৰে সংস্কাৰমুখি কৰিব পাৰিছে তাৰ তুলনাত অসমৰ থলুৱা ধৰ্মৰ দিশেদি প্ৰচেষ্টা চলোৱা কম হৈছে। এই চাহ জনগোষ্ঠীৰ সমাজত তেওলোকৰ উপৰি পুৰুষৰ ঠাল-ঠেঙুলি অনুযায়ী আৰু সাৰ্বজনীন ভিত্তিত যিবোৰ ধৰ্ম, কৃষ্টি-সংস্কৃতি ব্ৰতী আছে সেইবোৰ শংকৰদেৱে প্ৰতিষ্ঠা কৰা অসমৰ সমাজৰ ভঁৰালটোৰে সম্পদ হিচাপে গণ্য কৰা বাঞ্ছনীয়। আজিৰ অসমৰ আটাইতকৈ বৃহৎ জনগোষ্ঠী এই চাহ এই জনগোষ্ঠীৰ লোকসকল অসমৰ সমাজখনৰেই এক বৃহৎ অংশ। অসমৰ সমাজখনৰ বৃহৎ অংশটোৰ জীৱন, স্থান, মৰ্যাদা আদিৰ কথা সাৰ্বজনীনভাবেই ভাবা উচিত।■

# ডাইনী সন্দেহত হত্যাৰ বিভীষিকা

বিপিন চন্দ্ৰ মাহাতো

মানুহ মাত্ৰেই সমাজপ্ৰিয় প্ৰাণী। এই সমাজৰ সামাজিক বন্ধনত থাকি সকলোৰে সুবিধাৰ বাবে কিছুমান নিয়মৰ মাজেৰে সঙ্ঘবদ্ধভাৱে সমাজ এখন পৰিচালিত কৰা হয় আৰু সেই নিয়মৰ বান্ধোনত সকলোৱে বান্ধ খাই সংগঠিত হৈ থকা মানুহখিনিৰ পৰিৱেশক সমাজ আখ্যা দিয়া হয়। এই সমাজৰ সংস্কাৰ আৰু বিকাশৰ বাবে সকলোৱে দায়বদ্ধ হৈ থাকে। এই নিয়মবোৰ উলংঘা বা অসামাজিক কাৰ্যকলাপত লিপ্ত থাকিলে সমাজৰ বিচাৰৰ ৰায় অনুসৰি শাস্তিৰ বিধান বা ক্ষমাৰ ব্যৱস্থা থাকে। হাজাৰ হাজাৰ বছৰ আগৰ পৰাই বিভিন্ন জনসমষ্টিৰ গোটে সমাজ বিৱৰ্তনত অৰিহণা যোগোৱাৰ উপৰি মানৱ জাতিৰ বিকাশ ঘটাই আহিছে।

অসমৰ সমাজ ব্যৱস্থা লক্ষ্য কৰিলে ডাইনী প্ৰথাটো জনজাতি মূলৰ মানুহখিনিৰ মাজতেই প্ৰথম প্ৰচলিত হোৱা আৰু ঊনবিংশ শতিকাৰ মাজভাগমানলৈ এই প্ৰথা অ-জনজাতি মানুহৰ সমাজলৈও প্ৰসাৰিত হোৱাৰ সম্ভেদ পোৱা যায়। সেই সময়ৰ নিৰক্ষৰ মানুহখিনিৰ ইটো সিটো গোটৰ মাজত অৰিয়া-অৰি থাকিলে হিংসা-প্ৰতিহিংসা পূৰ্ণ কৰিবলৈকে ডাইনী প্ৰথাৰ আশ্ৰয় লৈছিল। তেতিয়াৰ দিনত তেওঁলোকে আৰ্থ-সামাজিক দিশত, শিক্ষা, চিকিৎসাৰ দিশত মুঠেই সচেতন নাছিল আৰু তেতিয়া আজিকালিৰ দৰে সুবিধাও নাছিল। মানুহবোৰে চৰকাৰৰ লগত কোনো যোগাযোগ নাৰাখিছিল। গতিকে মানুহবোৰৰ সংস্কাৰৰ সুবিধা নাছিল। শৈক্ষিক, মানসিক, আৰ্থিক, সামাজিকভাৱে পিছ পৰি থাকি জীৱনৰ দুৰ্যোগৰ সময়ত পৰিত্ৰাণ পাবৰ বাবে বেজ-বেজালি, যাদু-মন্ত্ৰৰ আশ্ৰয় লৈছিল। কেতিয়াবা পোটক তোলাৰ উদ্দেশ্যে ডাইনী কুমন্ত্ৰণাৰ প্ৰয়োগ



কৰি মানুহৰ জীৱনলৈ সংকট মাতি আনিছিল। এই ডাইনী কুসংস্কাৰ প্ৰয়োগৰ জৰিয়তে নিৰীহ মানুহক কেতিয়াবা নিঠৰুৱা কৰি তুলিছিল এনে কিছু ধাৰণাৰ দ্বাৰা এই মতৰ ওপৰত পৰিচালিত হৈ আহিছে।

জনবিশ্বাসমতে ডাইনী প্ৰয়োগৰ বিশেষত্ব এই যে- কাৰোবাৰ লগত শত্ৰুতা থাকিলে মন্ত্ৰ মাৰি মানুহ বা জন্তুৰ কলিজাটো লৈ যায় আৰু অতি কম সময়ৰ ভিতৰত মুখেদি ফেন ওলাই সেই মানুহ বা প্ৰাণীটোক মাৰি পেলায়। সেই কলিজাটো লৈ গৈ অমাৱস্যা ৰাতিৰ মাজনিশা শ্মশানত জংঘলৰ মাজত ডাইনীবোৰ নাঙঠ হৈ বাঘৰ মূৰত চাকি জ্বলাই নাচে আৰু আনন্দ-স্ফূৰ্তি কৰে। নতুনকৈ ডাইনী শিকাগৰাকীয়ে ডাইনী শিক্ষাত উত্তীৰ্ণ হৈছে নে নাই তাৰ প্ৰমাণ চাবলৈ মানুহৰ ঘৰত ভাল ফল লগা গছত 'বাণ' (যাদু) মাৰি প্ৰমাণ চায়। যদি ফল ধৰা গছজোপা কিছুদিনৰ ভিতৰত মৰি যায় তেতিয়াহ'লে তেওঁ সেই কামত শিক্ষা লাভ কৰিছে আৰু যদি সেই গছজোপা আকৌ জীয়াই তুলিব পাৰে তেনেহ'লে তেওঁ সেই বিদ্যাত পাৰ্গত হৈছে। কিন্তু আজিকালি সাধাৰণতে দেখা যায় প্ৰায়বিলাকে বেয়া কৰ্মৰ বাবে বাণ মাৰি তাক ভাল কৰিব নোৱাৰে, ফলত ৰাইজৰ প্ৰহাৰত সেই ডাইনীয়ে প্ৰাণ হেৰুৱাবলগাত পৰে বুলি জনমত প্ৰচলিত হৈ আহিছে। বৰ্তমান সময়ত চাহ জনগোষ্ঠী সমাজত এনেধৰণৰ ঘটনা প্ৰবাহ বহু পৰিমাণে কমি আহিছে।

আজিৰ মানৱ সমাজত ডাইনী হত্যাৰ দৰে অমানৱীয় কাৰ্যকলাপে অসমৰ জাতীয় জীৱনতো কলংকৰ সৃষ্টি কৰিছে। অসমত আজি পাঁচ বছৰৰ ভিতৰত বাসত্তৰজন মানুহক বৰ্বৰভাৱে মানুহেই ডাইনী বুলি হত্যা কৰাটো অক্ষমণীয় অপৰাধ হিচাপে গণ্য কৰা হৈছে। আন আন জনগোষ্ঠীৰ মাজতো ইয়াৰ সংখ্যা বৃদ্ধি পোৱাত উদ্বেগৰ কাৰণ হৈ পৰিছে। এনেবোৰ ঘটনা বাধা দিবলৈ চৰকাৰী আইন প্ৰণয়ন কৰা নিতান্ত প্ৰয়োজন। আইন প্ৰণয়নৰ লগতে অপৰাধমুক্ত সমাজ গঠন কৰাত ৰাইজৰ মাজত সজাগতা গঢ়ি তুলিবই লাগিব। তাৰ লগে লগে চাহ জনগোষ্ঠীৰ বিভিন্ন সংগঠনে জাতিটোৰ প্ৰতি নিজৰ দায়িত্ব আৰু কৰ্তব্য স্বীকাৰ কৰি শিক্ষা, স্বাস্থ্যসেৱা আৰু সমাজ সংস্কাৰৰ দিশত গুৰুত্ব সহকাৰে কাম কৰিলেহে সমুদায় মানুহখিনিৰ পৰিৱৰ্তন আহিব। চহৰৰ পৰা দূৰৈত লাইট, পানী, স্বাস্থ্যৰক্ষা কৰাৰ আৰু শিক্ষাৰ সুবিধা ৰক্ষাৰ সুবিধাও নিম্নতম হোৱা দেখা যায়। স্বাস্থ্যৰক্ষা আৰু পৰীক্ষা কৰাৰ আধুনিক সা-সৰঞ্জাম আৰু ডাক্তৰ নথকা ঠাইত মানুহে বেজ,

জৰা-ফুকা কৰা আদি দেৱতাৰ পূজা কৰা মানুহৰ ওপৰত ভাৰসা কৰিবলগীয়া হয়। কেতিয়াবা বনৌষধি দিয়া লোকক ভাৰসা কৰিলেও ৰোগীৰ মৃত্যু হ'লে সকলো ক্ষোভ সেই লোকজনৰ ওপৰত পৰে। এনেধৰণৰ বেজালি বিদ্যাত ভাল হ'লেতো ভালেই কেনেবাকৈ ৰোগীৰ মৃত্যু হ'লে সেই ওজা বা বেজক উত্তেজনাৰ বশবৰ্তী হৈ হত্যা কৰিবলৈ সংকোচ বোধ নকৰে। সাধাৰণতে দেখা যায় ইয়াত জড়িত মানুহবোৰ দুখীয়া, অন্ধবিশ্বাসী, কুসংস্কাৰপূৰ্ণ ব্যক্তি হোৱাৰ উপৰি তেওঁলোক নিৰক্ষৰ। ওচৰৰ উন্নত সমাজ বা চহৰৰ লগত যোগাযোগ নথকাৰ কাৰণে, উন্নত মানুহৰ লগত ভাৱৰ বিনিময় নোহোৱাৰ বাবে বা শিক্ষিত মানুহক সন্দেহ কৰাৰ কাৰণে তেওঁলোকে ৰক্ষণশীলতাৰ নাম লৈ অন্ধবিশ্বাসী হৈ পৰে। তেনে সমাজৰ লোকে নিজৰ সামাজিক নীতি-নিয়ম পৰিৱৰ্তন সাধন কৰিব নোখোজাৰ বাবেই ডাইনী হত্যাৰ দৰে কুসংস্কাৰ প্ৰথা এতিয়াও মানি চলিছে।

সৰুতে দেখা এটি ঘটনা মোৰ এতিয়াও মনত আছে। তেতিয়াৰ দৰং জিলাৰ বৰ্তমান ওদালগুৰিৰ ওৰাং অঞ্চলৰ এখন ভিতৰুৱা গাঁও বেঙেনাবাৰীৰ নিবাসী নৰেণ গোড়ৰ পত্নী মাজে মাজে অজ্ঞান হৈ পৰি যোৱা দেখি শহুৰ-শাহুৱে ভূতে ধৰিছে বুলি বেজক জৰাবলৈ মাতিছিল। বেজে ধূপ-ধূনা, চাকি জ্বলাই বিহলঙনি পাতেৰে মানুহগৰাকীক জোৰে জোৰে ইমানকৈ কোবাইছিল যে, গাৰ ছাল ফাটি ফাটি তেজ বৈ গৈছিল। সেই সময়ত এজনী ছোৱালী অতিষ্ঠ হৈ বেজৰ হাতত ধৰি নামাৰিবলৈ কৈ চিঞৰি উঠিছিল। মানুহগৰাকীৰ ককায়েক আহি ওৰাঙৰ হাস্পাতালত ভৰ্তি কৰোৱাৰ পাছত গম পালে যে - 'এনিমিয়া' বা ৰক্তহীনতাত ভোগা মানুহগৰাকী গৰ্ভৱতী আছিল। মানহগৰাকী সুস্থ হ'বলৈ কেইবামাহ লাগিছিল। কিন্তু বেজে সৰ্বশক্তিৰে বিহলঙনি পাতেৰে মাৰি মন্ত্ৰ গাই - 'ভূত যাবিনে নাযাৱ' বুলি প্ৰশ্ন কৰা দৃশ্যটো আজিও পাহৰিব পৰা নাই। সেই গাঁও আজি আগতকৈ উন্নত হ'লেও এতিয়াও উন্নত চিকিৎসাৰ ব্যৱস্থা হোৱা নাই।

এই অঞ্চলসমূহ দুটা বিষয়ত অনুন্নত হৈ থকা দেখা যায়— এটা হ'ল স্বাস্থ্যসেৱাৰ অভাৱ আৰু আনটো হ'ল স্কুলঘৰৰ অভাৱ। এতিয়াও অসমত এনে বহুত বাগিচা আৰু ভিতৰুৱা গাঁও আছে য'ত অসুখীয়া লোক আৰু গৰ্ভৱতী মাতৃক ঠেলা বা কান্ধত পাঁচ-ছয় মাইল কঢ়িয়াই হাস্পাতাললৈ আনিবলগীয়া হয়। পৰিবহণ ব্যৱস্থা নথকা কাৰণে বহুতে বেজ আনি জৰা ফুকা কৰা মানুহৰ ওচৰ চাপে। আধুনিক স্বাস্থ্য সেৱা ভিতৰুৱা অনুন্নত গাঁৱলৈ সম্প্ৰসাৰণ নকৰিলে



এনেকুৱা ঘটনা হৈয়ে থাকিব।

ডাইনী প্ৰথা বিশেষকৈ জনজাতিসকলৰ মাজত অধিক প্ৰচলিত। চাহ জনগোষ্ঠীৰ মানুহখিনি জনজাতি মূলৰ হোৱা হেতুকে শিক্ষাৰ অভাৱত ঘৰুৱা আৰু সামাজিক ব্যৱস্থা সময়ৰ লগত পৰিৱৰ্তন হ'ব লাগিছিল যদিও সেইখিনি হৈ উঠা নাই। আধুনিক স্বাস্থ্য সেৱা বাগিচা আৰু বস্তিবোৰত সম্প্ৰসাৰণ নকৰিলে সেই অঞ্চলৰ স্বাস্থ্যৰ উন্নতি কেতিয়াও নহ'ব। অসমৰ চাহ বাগিচা আৰু এনে গাঁও আছে য'ত সেই বাসিন্দাসকল প্ৰকৃত অৰ্থত আজিও সাক্ষৰ বা শিক্ষিত নহয়। ৰাষ্ট্ৰীয় ষষ্ঠ সমীক্ষাৰ মতেই অসমত এতিয়াও ৫,৮৮২ জন বসতি অঞ্চলত এক কিলোমিটাৰৰ ভিতৰত প্ৰাথমিক স্কুল আৰু ৫৯৬৫ জন বসতি অঞ্চলত তিনি কিঃমিঃৰ ভিতৰত উচ্চ প্ৰাথমিক স্কুল নাই। চাহ বাগিচা অঞ্চলত ষষ্ঠ শ্ৰেণীৰ পৰা অষ্টম শ্ৰেণীলৈ উঠোতে স্কুল এৰা ল'ৰা-ছোৱালীৰ সংখ্যাই অধিক। ভাৰত চৰকাৰ তথা অসম চৰকাৰে সৰ্বশিক্ষা আঁচনিৰ খতিয়ান দাঙি ধৰি চালে বেৰে কোবালেও অসমৰ চাহ বাগিচা আৰু বস্তি অঞ্চলত বাস্তৱ ক্ষেত্ৰত একো কাম কৰা নাই। শিক্ষা বিভাগৰ ইয়াতকৈ দুখ আৰু পৰিতাপৰ কথা কি হ'ব পাৰে?

সাধাৰণতে শিক্ষা, স্বাস্থ্য আৰু অনুন্নত সমাজ ব্যৱস্থাৰে পিছপৰি থকা ঠাইবোৰত বসবাস কৰে চাহ জনগোষ্ঠীৰ লোকসকল। থকাৰ যি পৰিৱেশ মন আৰু চিন্তাৰ পৰিৱেশো সেইধৰণে গঢ় লৈ উঠে। তাৰে এটা উদাহৰণ দাঙি ধৰা হ'ল— দৰং জিলাৰ কৌপাটি অঞ্চলৰ মুঢ়া বস্তি নামৰ ভিতৰুৱা সৰু গাঁও এখনৰ কথা। তাত কেইবাটাও সম্প্ৰদায়ৰ লোকে একেলগে বসবাস কৰে। তাত গদৰা ওৰাওঁ নামৰ এজন সাধাৰণ অৱস্থাৰ মানুহে তেওঁৰ ডাঙৰ ল'ৰা বিমলৰ বাবে শিক্ষিত পৰিয়ালৰ পৰা বিয়া কৰাই এজনী বোৱাৰী আনিলে। ল'ৰাৰ বাপেক গদৰা উৰাওঁৰ ধন-সম্পত্তিৰ প্ৰতি বৰ লোভ আছিল। গদৰাই আশাকৰা মতে বোৱাৰীৰ লগত যৌতুকৰ বিশেষ সম্পত্তি নোপোৱাৰ বাবে গদৰাই পুতেকৰ হতুৱাই বোৱাৰীক বিভিন্ন ধৰণে শাস্তি দিবলৈ ধৰিলে। এবাৰ হাতত তেল পৰি তিনিটা ফোঁহা ওলাইছিল। গিৰীয়েকে তাকে দেখা পাই বাপেকৰ পৰামৰ্শ মতে মুঢ়া বস্তিৰ ওঁঝা (বেজ) সম্বাৰুক চিকিৎসা কৰিবলৈ দিলে। বোৱাৰীৰ এই ঘাঁ দেখি বেজে বোৱাৰীৰ কুষ্ঠ ৰোগ হোৱা বুলি গদৰা ওৰাওঁক জনালে। লগে লগে এই কথা বনজুইৰ দৰে বিয়পি পৰিল। বোৱাৰীৰ এনে বেয়া বেমাৰৰ কথা শুনি গদৰাৰ স'তে গাঁৱৰ মানুহে ৰূপাক গাঁৱৰ পৰা উলিয়াই দিলে। উপায়হীন হৈ

বাপেকৰ ঘৰলৈ গুছি গ'ল। ৰূপাৰ বাপেকৰ নাম আছিল সোণাৰাম পাণিকা। সেই সমাজৰ তেওঁ এজন শিক্ষিত জনা বুজা লোক আছিল। বিয়া দিয়া ছোৱালী ৰূপাৰ এনে বেমাৰৰ কথা শুনি সোণাৰাম চিন্তিত হৈ পৰিল আৰু লগে লগে ৰূপাক টাউনৰ ডাক্তৰৰ ওচৰলৈ লৈ গ'ল। তন্ন তন্নকৈ পৰীক্ষা কৰাৰ পাচত প্ৰমাণ পোৱা গ'ল যে ৰূপাৰ আচলতে কুষ্ঠ ৰোগ নহয়। এইটো গৰম তেলে পোৱা বাবে ফোঁহা ডাঙৰ হৈ আঙুলি দুটা বেকা হৈ গৈছিল। ৰূপাৰ বাপেক আৰু ডাক্তৰে আলোচনা কৰি জিলাৰ উপায়ুক্তক এই কথাটোৰ বিষয়ে সবিশেষ জনালে। দুদিনৰ পাচত সোণাৰাম, ডাক্তৰ আৰু জিলা উপায়ুক্ত এই তিনিওজনে সিদ্ধান্ত ল'লে যে এখন ৰাজহুৱা সভাৰ আহ্বান কৰি সমাজত থকা যৌতুক প্ৰথা ইয়াৰ কু-প্ৰভাৱ আৰু কুষ্ঠ ৰোগৰো বৰ্তমান সু-চিকিৎসাৰো যে ব্যৱস্থা আছে আৰু মানুহে কুষ্ঠ ৰোগৰ চিকিৎসাৰ দ্বাৰা আৰোগ্য পাইছে এই বিষয়ে ৰাইজক জনোৱাটো উচিত। এদিন ৰাজহুৱা সভা বহিল। জিলা উপায়ুক্ত, ডাক্তৰ আৰু সমাজৰ গণ্য-মান্য ব্যক্তিসকলৰ সমন্বিতে সকলোৰে আগত ডাক্তৰ ৰবি শৰ্মাই ৰূপাৰ বেমাৰৰ বিষয়ে ব্যাখ্যা দাঙি ধৰি কয় যে- ৰূপাৰ এইটো কুষ্ঠ ৰোগ নহয়। ভুল কথাৰে পৰিচালনা কৰি গদৰাই বেজৰ দ্বাৰা ৰূপাৰ কুষ্ঠ ৰোগ হোৱা বুলি অপপ্ৰচাৰ চলাই ৰাইজৰ হতুৱাই ৰূপাক স্বামী গৃহৰ পৰা উলিয়াই দিছিল। ডাক্তৰ ৰবি শৰ্মাই ব্যাখ্যা কৰি কয় যে, বৰ্তমান সময়ত কাৰোবাৰ কুষ্ঠ ৰোগ হ'লেও উপযুক্ত চিকিৎসাৰ দ্বাৰাই এই ৰোগ ভাল হয়। ই কোনো দুৰাৰোগ্য নহয় গতিকে ভয় কৰিবলগীয়া একো নাই। জিলা উপায়ুক্তই ভাষণ প্ৰসঙ্গত কয় যে উপযুক্ত চিকিৎসাৰ ব্যৱস্থা থকা বাবে আজি কালি কুষ্ঠ ৰোগ নোহোৱা হ'ল। কেবাবাৰো পৰীক্ষা কৰাৰ পিছত প্ৰমাণ পোৱা গ'ল যে ৰূপাৰ কোনো বেমাৰেই নাই। মিছা কথাতে তাইক ঘৰৰ পৰা উলিয়াই দিয়া হৈছে। গতিকে গদৰাক এহেজাৰ টকাৰ জৰিমনা কৰা হ'ল আৰু ৰূপাৰ স্বামীয়ে নিজৰ ভুল স্বীকাৰ কৰি তেওঁৰ ওচৰত ক্ষমা বিচাৰি নিজৰ ঘৰলৈ লৈ গ'ল। 'আজিৰ পৰাই এই অঞ্চলৰ ৰাইজৰ মাজত যৌতুকৰ প্ৰথা সম্পূৰ্ণভাৱে বন্ধ হৈ যাব লাগিব। নহ'লে আইনমতে শাস্তিৰ ব্যৱস্থা লোৱা হ'ব' এই বুলি জিলা উপায়ুক্তই সকলোকে সকীয়াই দিলে।

জিলা উপায়ুক্তই এই কথা ঘোষণা কৰাৰ পিছৰে পৰাই এই অঞ্চলত নাৰীক মাতৃৰূপে সন্মান দিয়া হ'ল আৰু ৰাইজৰ আবেদনমৰ্মে মুঢ়াবস্তিত এখনি প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ জিলা উপায়ুক্তই স্থাপন কৰি দিয়াৰ পৰাই সমুদায় ৰাইজে



চৰকাৰৰ স্বাস্থ্য সেৱা পাই আহিছে। সেই ঠাইৰ পৰা ওঝা, ঝাড়া ফুকা, বেজ-বেজালি সকলো উঠি গ'ল। ৰাইজৰ সুখ শান্তি আৰু প্ৰগতি ৰাইজৰ হাতত, সকলোৰে ঐক্যবদ্ধ প্ৰচেষ্টা থাকিলে সমাজত সংস্কাৰ আহিবই।

সামাজিক বৈষম্য আৰু চৰকাৰৰ চৰম অৱহেলাৰ বাবে এই বিৰাট জনগোষ্ঠীটোৰ বৰ্তমান সময়লৈকে কোনো দিশতেই উন্নতি হোৱা নাই। অসম চৰকাৰৰ পৰিকল্পনা আঁচনিত চাহ জনগোষ্ঠীৰ শিক্ষা, স্বাস্থ্য আৰু আৰ্থ-সামাজিক উন্নয়নৰ শিতানত ভাৰতবৰ্ষ স্বাধীন হোৱা ৬২ বছৰৰ পিছতো এই জনসম্পদক আগুৱাই নিয়াৰ কোনো নিৰ্দিষ্ট পৰিকল্পনা প্ৰস্তুত কৰা নহ'ল। ইয়াৰ মাজতে যিখিনি দিয়া হৈছে সঁচা কথাত মানুহখিনি মুঠেই উপকৃত হোৱা নাই। আঁচনিৰ কৃতকাৰ্যতাৰ খতিয়ানত দেখাত সাগৰ কিন্তু খাবলৈ পানী নাই। ই সৰ্বজনবিদিত যে চাহ জনগোষ্ঠীক এতিয়াও ভোট বেঙ্ক হিচাপে গণ্য কৰি আহিছে। দালাল, নেতা-পালিনেতাবোৰে দেশৰ স্বাধীনতাৰ পিছৰ পৰাই কল খাই বাকলি পেলাই আহিছে এই শ্ৰমিকসকলৰ ওপৰত। বৰ্তমান সময়লৈকে কোনো দলে চাহ জনগোষ্ঠীৰ কোনো দিনেই একো কাম কৰা নাই, কেৱল নেতা সৃষ্টি কৰি দালালৰ জৰিয়তে এই জনগোষ্ঠীটোক অধিক শোষণ কৰি আহিছে।

এতিয়ালৈকে কোনো ৰাজনৈতিক দলেই পূৰ্ণাংগ ৰূপত চাহ জনগোষ্ঠীৰ দুখৰ সমভাগী হোৱা নাই। চাহ মজদুৰ সংঘই নিষ্ঠাৰে চাহ শ্ৰমিকসকলৰ প্ৰতি সেৱা আগবঢ়ালে শ্ৰমিকসকলৰ সমাজ ব্যৱস্থাৰ নিশ্চয় পৰিৱৰ্তন হ'ব। আটছা আৰু আছাই আদিবাসী চাহ জনগোষ্ঠীৰ প্ৰতি নৈতিক দায়িত্ব স্বীকাৰ কৰি এই জনগোষ্ঠীৰ মাজত সামাজিক পৰিৱৰ্তনৰ জাগৰণ আনক। শিক্ষা, স্বাস্থ্যৰ প্ৰতি গুৰুত্ব তদাৰক কৰিবৰ বাবে ছাত্ৰ-যুৱকৰ প্ৰচেষ্টাত চাহ জনগোষ্ঠীৰ নিজাববীয়াকৈ এটা ৰাজনৈতিক দলৰ জন্ম দি নিজৰ জন্মগত সাংবিধানিক অধিকাৰ সাব্যস্ত কৰক। এই মাটি আৰু মানুহৰ কথা চিন্তা কৰি অসমীয়া জাতীয় সত্তাক বিকশাই তুলিবলৈ আগবাঢ়ি যোৱাটোৱেই সকলোৰে বাবে মঙ্গল হ'ব। অন্ধবিশ্বাস আৰু কুসংস্কাৰে ঢাকি ৰখা চাহ জনগোষ্ঠীৰ সমাজ ব্যৱস্থাত সকলোৰে আন্তৰিক সজাগতাৰ প্ৰচেষ্টাৰে ইয়াক ৰোধ কৰিব পৰা যাব। ইয়াৰ দ্বাৰা চাহ জনগোষ্ঠীৰ বলিষ্ঠ মানসিকতাৰ প্ৰমাণ পোৱা যাব।■

# অসমীয়া সমাজত চাহ জনগোষ্ঠীৰ স্থিতি

সুশীল চুঁড়ী

সময়ৰ সোঁতত বিভিন্ন ঐতিহাসিক প্ৰক্ৰিয়াৰ যোগেদি অসমীয়া সমাজ গঠন হৈছে। মানুহৰ বিৱৰ্তনৰ ইতিহাসেই যিহেতু প্ৰব্ৰজনৰ ইতিহাস সেয়ে অসমীয়া সমাজো ইয়াৰ পৰা পৃথক নহয়। বিভিন্ন সময়ত এই মুলুকত বিভিন্ন জাতিৰ লোকৰ আগমন ঘটিছিল। নৃ-তাত্ত্বিক বিচাৰত অষ্ট্ৰিক, মংগোলীয়, আৰ্য, দ্ৰাবিড় আদি জনগোষ্ঠীবোৰৰ অৱস্থান অসমৰ সমাজ আৰু সংস্কৃতিত বিদ্যমান। আৰ্যসকলৰ আগমনৰ বহু পূৰ্বতে এই ভূমিত দাস-অসুৰ, ম্লেচসকলে বসবাস কৰিছিল বুলি যোগিনীতন্ত্ৰ আৰু কালিকা পুৰাণ আদি পৌৰাণিক গ্ৰন্থসমূহত পোৱা যায়। কালক্ৰমত বড়ো-কছাৰী, মিচিং, নৰা, আহোম আদি জাতি জনগোষ্ঠীৰ প্ৰব্ৰজন ঘটিছিল। শেহতীয়াভাৱে ইয়াত চাহ জনগোষ্ঠী আদিবাসী লোকসকলৰ প্ৰব্ৰজন ঘটিছে। চাহ জনগোষ্ঠী আদিবাসী লোকসকল প্ৰধানতঃ অষ্ট্ৰোএছিয়াটিক দ্ৰাবিড় গোষ্ঠীৰ। বৃটিছে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত তেওঁলোকক চাহ বাগিচাৰ বনুৱা হিচাপে অনাৰ পূৰ্বেও এই লোকসকলৰ যথেষ্ট ঠাল-ঠেঙুলি উত্তৰ পূৰ্বাঞ্চলত আছিল বুলি জনা যায়। থাইলেণ্ডৰ আদিবাসী মনখেমেৰ গোষ্ঠীৰ লোকসকল (অষ্ট্ৰোএছিয়াটিক) আৰু মেঘালয়ৰ খাচিয়া চিনটেংসকল একে গোষ্ঠীৰ বুলি ঐতিহাসিক উপাদানসমূহে প্ৰতিপন্ন কৰিছে। তদুপৰি এই গোষ্ঠীৰ লোকসকলকেই অসমৰ প্ৰাচীনতম বাসিন্দা বুলি ধৰা হয়। ভাষাতত্ত্ব আৰু নৃ-তাত্ত্বিক বিচাৰত এই লোকসকলৰ লগত সম্প্ৰতি আৱিষ্কাৰ হোৱা ছোটনাগপুৰৰ শিলৰ পাত্ৰাদিৰ লগত অনেকখিনি মিল আছে। পণ্ডিতসকলে অনুমান কৰিছে ইন্দো-ইৰাৱতী নদীয়েদি অসম হৈ এওঁলোক



ভাৰতবৰ্ষৰ প্ৰাচীন সভ্যতাসমূহত প্ৰবেশ কৰিছিল। যি কি নহওক অষ্ট্ৰোএছিয়াটিক লোকসকল যে অসমৰ প্ৰাচীনতম অধিবাসী আছিল তাত কাৰো সন্দেহ নাই। বিধিৰ কি বিধান যে পেটৰ তাড়নাত পুনৰবাৰ এই লোকসকলৰ অসমত আগমন ঘটিল এটা আধুনিক শিল্পৰ বিকাশ তথা দৃঢ়কৰণৰ বাবে।

অসমত চাহশিল্পৰ আৰম্ভণিৰ লগে লগেই চাহ বাগিচাবোৰত কাম কৰিবলৈ বনুৱাৰ আৱশ্যক হ'ল। থলুৱা লোকসকল ফিৰিঙ্গিৰ অধীনস্থ বাগিচাবোৰত কাম কৰিবলৈ অনিচ্ছুক আছিল। তদুপৰি অৰ্থনৈতিকভাৱে থলুৱা কৃষকসকলৰ শ্ৰম বিক্ৰী কৰাৰ আৱশ্যক নাছিল বা তেওঁলোকৰ জোখাৰে মজুৰী দিবলৈ বৃটিছ চাহ মালিকসকলে বিচৰা নাছিল। ফলস্বৰূপে আৰম্ভ হ'ল কম মজুৰীৰ বনুৱাৰ সন্ধান। ইতিমধ্যেই ১৮৩০ দশকৰ মহামাৰীয়ে বংগৰ ছোটনাগপুৰ আৰু মেদিনীপুৰ অঞ্চলৰ কৃষক তথা ভূ-দাসসকলৰ আৰ্থিক অৱস্থা কোঙা কৰি পেলাইছিল। তাতে ভূতৰ ওপৰত দানহ পৰাদি বৃটিছৰ ৰাজহ নীতি, জমিদাৰী সামন্তসকলৰ দমন, শোষণ নীতিয়ে নিম্ন বৰ্গৰ কৃষকসকলৰ জীৱন বিপৰ্যস্ত কৰি তুলিছিল। উপায়হীন হৈ উপান্ত কৃষকসকল নিজ ভূমিৰ পৰা বিতাড়িত হ'ব লগাত পৰিছিল। চলাহী শ্ৰমিক ব্যৱসায়ীসকলৰ কথাত ভোল গৈ অসমত পদাৰ্পণ কৰিলে। বিভিন্ন নীতি-নিয়ম আইনৰ যোগেদি বনুৱা আমদানি হ'ল। নিজ মাতৃভূমিৰ পৰা বিচ্ছিন্ন হৈ এক ছিন্নমূল জীৱন আৰম্ভ কৰিলে; এই কাহিনী অতি কৰুণ আৰু নিৰ্মম সত্যৰে ভৰা। নিজ মাতৃভূমিৰ পৰা বিতাড়িত এই শ্ৰমিকসকলৰ প্ৰব্ৰজন চাহ বাগিচা সমূহলৈ স্বতঃস্ফূৰ্ত নাছিল। বিভিন্ন ঐতিহাসিক আৰু সামাজিক কাৰণসমূহ ইয়াৰ বাবে জগৰীয়া আছিল। সেয়ে এই কাৰ্য প্ৰব্ৰজনতকৈ নিজ মাতৃভূমিৰ পৰা স্থানান্তৰিত (*Displaced*) বুলিহে বিবেচনা যোগ্য হোৱা উচিত।

নতুন ভৌগোলিক, সামাজিক আৰু ৰাজনৈতিক পৰিৱেশ বনুৱাসকলৰ বাবে আচহুৱা আছিল। বৃটিছসকলৰ ঔপনিবেশিক নীতিৰ বাবে আৰু পাহাৰীয়া এঢলীয়া শালি খেতিৰ বাবে অনুপযুক্ত মাটিত চাহ খেতি আৰম্ভ কৰা বাবে শ্ৰমিক সকলক সাধাৰণতে সেই জনপ্ৰাণীবিহীন এলেকাত থিতাপি দিছিল। তদুপৰি থলুৱা লোকৰ সংস্পৰ্শই তেওঁলোকৰ *Burgain* ক্ষমতা তথা চেতনা বৃদ্ধি কৰিব বুলি ভাবি এই বনুৱাসকলক আওঁহতীয়া অঞ্চলত ৰাখিছিল। বিভিন্ন ধৰণৰ কঠোৰ আইনসমূহ প্ৰণয়ন কৰি বাগিচা মালিকসকলে বনুৱাসকলক একপ্ৰকাৰ বন্দিত্ব জীৱন কটাবলৈ বাধ্য কৰিছিল। আনকি এই বনুৱাসকলৰ বাগিচাৰ বাহিৰত

বিয়া-বাৰু কৰিবলৈ অনুমতি নাছিল। ক'ৰবাত কিবা প্ৰকাৰে বিয়া হ'লে সেয়া মালিকৰ সন্মতি সাপেক্ষেহে হৈছিল। থলুৱা লোকসকলেও বাগিচাৰ বনুৱাৰ সামাজিক জীৱন অবয়ব আৰু ভাষা- সংস্কৃতিৰ প্ৰভাৱৰ বাবে উদাসীনতা দেখুৱাইছিল। মুঠৰ ওপৰত বাগিচাৰ পৰিৱেশ এখন ৰাজ্যৰ ভিতৰত আন এখন ৰাজ্যৰ দৰে আছিল। ইয়াৰ ভিতৰৰ অৱস্থা বাহিৰৰ লোকৰ অগোচৰ আছিল আৰু বাহিৰৰ আব-হাৱা ভিতৰৰ লোকৰ বাবে দুৰ্ভেদ্য আছিল। সৰু-সৰু কথাতেই বনুৱাসকলক অবৰ্ণনীয় শাস্তি প্ৰদান কৰিছিল। বিলাতী চাহাবৰ আগত সাধাৰণ থলুৱা লোকে ছাতি জপাই, মূৰ দোঁৱাই যাব লগা পৰিৱেশত বনুৱাসকলে পশু-পক্ষীৰ দৰে জীৱন যাপন কৰিব লগাত পৰিছিল। পযেকীয়া বজাৰৰ বাদে বাগিচাৰ শ্ৰমিকসকলৰ লগত থলুৱা লোকৰ মুখামুখি নহৈছিল। বনুৱা অনা কাৰ্যটো যিহেতু অত্যন্ত খৰচী আৰু জটিল আছিল সেই গতিকে বনুৱাসকলক নিয়ন্ত্ৰণ কৰিবলৈ সমগ্ৰ চৰকাৰী প্ৰশাসন যন্ত্ৰটোকে ব্যৱহাৰ কৰিছিল। বহুক্ষেত্ৰত পাশ্চাত্য শিক্ষাৰে শিক্ষিত লোকসকলেও বনুৱাৰ ওপৰত হোৱা নিৰ্যাতন স্বাভাৱিক আৰু নীতিগত আছিল বুলি মন্তব্য কৰি বৃটিছ মালিক শাসকসকলক উৎসাহিত কৰিছিল। কালক্ৰমত দেশ স্বাধীন হ'ল। চাহ মালিকসকলো বিদেশীৰ পৰা দেশী হ'ল। কিন্তু অৱস্থাৰ বিশেষ পৰিৱৰ্তন নঘটিল কেৱল বনুৱাসকলৰ। চাহ-শ্ৰমিক, প্ৰাক্তন চাহ শ্ৰমিক আৰু আদিবাসী নামেৰে জনাজাত বৰ্তমান অসমৰ বৃহৎ জনসংখ্যাৰ ভাগটোৰ সামাজিক স্থিতি সম্পৰ্কে আলোচনা কৰাই এই লেখাৰ মুখ্য উদ্দেশ্য।

চাহশিল্প শ্ৰমিকৰ ওপৰত নিৰ্ভৰশীল এক শিল্প। উদ্যোগৰ অন্যান্য উপাদান যেনে ভূমি, পুঁজি, সংগঠনতকৈ প্ৰতিটো ক্ষেত্ৰতে শ্ৰমিকৰ ভূমিকা বেছি। চাহ বাগিচাবোৰ আওঁহতীয়া দুৰ্গম ঠাইত হোৱা বাবে এই হাবিতলীয়া মাটিবোৰত থকা প্ৰকাণ্ড প্ৰকাণ্ড গছ-গছনি কাটি, শিপা উভালি, কোৰ মাৰি, আলি-পদূলি নিৰ্মাণ কৰি, চাহ পুলি ৰুৱৰ উপযোগী কৰা আদি সকলো কাম শ্ৰমিকসকলেই কৰিব লগা হৈছিল। বিষাক্ত সাপ, ম'হ, ডাঁহ, জোক, বাঘ-হাতী আদি হিংস্ৰ জীৱ-জন্তুৰে পৰিপূৰ্ণ এই অঞ্চলত চাহপুলি ৰুৱৰ সময়ত শ্ৰমিকসকলে অশেষ কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। এই শিল্প গঢ়ি তোলাত শ্ৰমিকসকলে যিমান অৰিহণা যোগাইছিল সিমান অৰিহণা পৃথিৱীৰ কোনো ঔদ্যোগিক শ্ৰমিকে যোগোৱা নজিৰ পোৱা নাযায়। কোৱা বাহুল্য যে এই উদ্যোগে ভাৰতৰ ৰেল উদ্যোগৰ পাছতেই আটাইতকৈ বেছি লোকৰ জীৱিকাৰ পথ মুকলি কৰিছে। প্ৰত্যক্ষ বা পৰোক্ষভাৱে



অসমৰ চাহ শিল্পত প্ৰায় ১৫ লাখ লোক জড়িত। আনহাতে নিৰ্দিষ্ট বিধিৰ ম্যাদ উকলি যোৱাৰ পাছত চাহশিল্পৰ পৰা অব্যাহতি লোৱা অথবা চাহশিল্পৰ লগত জড়িত কঠোৰ নীতি-নিয়মসমূহ মানিবলৈ অমান্তি হোৱা লোকসকলক বাগিচাসমূহৰ পতিত মাটিত বহুৱাবলৈ চাহ কোম্পানীবোৰে প্ৰথম অৱস্থাৰ পৰাই যত্ন কৰিছিল। উদ্দেশ্য আছিল প্ৰয়োজন সাপেক্ষে এই লোকসকলৰ পৰা কম মূল্যত শ্ৰম আদায় কৰা। খাদ্য সংকটৰ জোৰা মাৰিবৰ বাবে এখিনি লোকক যথেষ্ট উৎসাহিত কৰিছিল। তদুপৰি বাগিচাত কৰ্মৰত শ্ৰমিকসকলৰ নিত্য-নৈমিত্তিক প্ৰয়োজনীয় সা-সামগ্ৰীসমূহ যোগানত যাতে যতি নপৰে তাৰ প্ৰতিও কোম্পানীবোৰে চকু দিছিল। বাগিচা কৰ্তৃপক্ষৰ উদ্‌গণিৰ ফলত যথেষ্ট পৰিমাণৰ প্ৰাক্তন শ্ৰমিকে গাঁও অঞ্চলত বসবাস আৰম্ভ কৰিছিল। এইবোৰক বস্তি বুলি কোৱা হয়। সময়ত বস্তি অঞ্চলৰ জনসংখ্যা বাঢ়িল। বৰ্তমানে প্ৰায় ৫০ লাখ লোক এই বস্তি অঞ্চলত বসবাস কৰে। বস্তি অঞ্চলত বসবাস কৰা লোকসকলৰ সততে হোৱা থলুৱা লোকৰ মাজৰ সংস্পৰ্শই পৰস্পৰে পৰস্পৰক ওচৰৰ পৰা বুজাত সহায় কৰিছিল। স্বাধীনতা সংগ্ৰামত উমৈহতীয়া শত্ৰুৰ বিৰুদ্ধে একেলগে থিয় দিয়াৰ লগে লগেই দুই পক্ষৰ মাজত একতা আহিছিল। অষ্ট্ৰিক-দ্ৰাবিড় ধৰ্মী কৃষিভিত্তিক শ্ৰমিক সমাজ আৰু অসমৰ গ্ৰামীণ কৃষিকেন্দ্ৰিক জীৱন একে হোৱাৰ বাবে সংমিশ্ৰণৰ প্ৰক্ৰিয়াও তৰান্বিত হৈছিল। অসমৰ বায়ুপানী সেৱন কৰি এই শ্ৰমিকসকলে সদায় অসমৰ অস্তিত্বৰ সংকটৰ সময়ত ত্ৰাণকৰ্তাৰূপে পৰিচয় দি আহিছে। সেয়া দ্বিতীয় মহাযুদ্ধই হওক বা চীনা যুদ্ধই হওক বা পাকিস্তানৰ যুদ্ধই হওক বা ভাষা আন্দোলন বা অস্তিত্ব সংগ্ৰামেই হওক। মোৱামৰীয়া বিদ্ৰোহ আৰু মানে বিধ্বস্ত কৰা অসমক পুনৰ নিজহাতে গঢ়ি সেউজীয়া বাগিচাৰ দেশ হিচাপে চিনাকি দিব লাগিছে যাৰ বাবে অসমে আজি পৃথিৱীত নিজৰ সুকীয়া চিনাকি দিব পাৰিছে। কেৱল শাৰীৰিক পৰিশ্ৰম কৰিব জনা সহজ-সৰল মানুহবোৰে নিজ দেশ-ভূমিৰ পৰা বিতাড়িত বুলি জানিও অসমকে আপোন কৰি লৈছে। ত্ৰয়োদশ শতিকাৰ আহোমসকলৰ দৰে নিজ ভাষা থকা সত্বেও অসমীয়া ভাষাকে আপোন কৰি ঐক্য আৰু সংহতিৰ পৰিচয় দি আহিছে। ধৰ্মক্ষেত্ৰতো এই দেশৰ গৰিষ্ঠসংখ্যক লোকৰ ধৰ্মৰ লগত মিল থকা কাৰণে সামাজিক দ্বন্দ্বৰ ঠাইত সংহতি প্ৰতিষ্ঠা হৈছে। সংস্কৃতিৰ ক্ষেত্ৰতো কৃষিৰ ওপৰত ভিত্তি কৰি পালন কৰা ৰীতি-নীতিসমূহৰ প্ৰভাৱে দুয়োখন সমাজক কাষ চপাই অনাত সহায় কৰিছে। গ্ৰাম্য

অর্থনীতিত কৃষক হিচাপেই হওক অথবা হালোৱা-হজুৱা হিচাপে হওক খেতিয়ক হিচাপে মাত-কথা, সাজ-পাৰ, ৰীতি-নীতি গ্ৰহণ কৰি একাকাৰ হ'ল। বহু শ্ৰমিকে নিজ পৰম্পৰা এৰি সত্ৰত বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি, নাম-কীৰ্তন, ভাওনা পাতি, বিহু নাম গাই জনজীৱনৰ লগত মিলি যাব ধৰিছে। শ্ৰমিকৰ ল'ৰাই বিহু মাৰিছে, গাঁৱৰ ল'ৰাই ঝুমইৰ নাচিছে। বহুক্ষেত্ৰত গাঁৱৰ সমাজৰ লগত এনেভাৱে মিলি গৈছে যে উপাধিটোৰ বাদে চাহ জনগোষ্ঠীৰ বুলি ভবাৰ থল নাই। এই জনগোষ্ঠীৰ লোকসকলে মনে প্ৰাণে অসমীয়াত্ব গ্ৰহণ কৰি নিজকে এই দেশৰ ভাষা-সংস্কৃতিৰ লগত একীভূত কৰিছে তেনে সামূহিক প্ৰচেষ্টা অন্য সমাজে কমহে কৰা দেখা যায়। ই অসমৰ চিৰাচৰিত ঐতিহ্যৰ বিৱৰ্তন আৰু বিকাশৰ লক্ষণ বুলি ক'ব পাৰি।

অসমৰ প্ৰব্ৰজনৰ ইতিহাস আৰু অভিজ্ঞতাই স্পষ্টভাৱে জানিবলৈ দিয়ে যে উজনি অসমত চাহবাগিচা বিস্তাৰিতভাৱে থকা বাবে আৰু পতিত মাটি নথকা হেতুকে এই প্ৰান্তত বিদেশী সমস্যাটো অন্যান্য প্ৰান্তৰ নিচিনা গা কৰি উঠা নাই। চাহ বাগিচাৰ লোকসকল অশিক্ষিত বা অসচেতন হ'ব পাৰে কিন্তু নিজৰ বংশধৰ বুলি অচিনাকি লোকক মাটি ভেটি দি অথবা বিয়া বাৰু দি কেতিয়াও আসৈ দিয়া নাই আৰু নিদিয়ে।

চাহ জনগোষ্ঠীৰ শিক্ষিত সচেতন লোকসকলে সদায় অসমীয়া ভাষা-সংস্কৃতি চৰ্চা কৰি গৌৰৱ অনুভৱ কৰে। ইতিমধ্যে কেবাজনো সাহিত্যিকে অসমীয়া ভাষা সংস্কৃতিৰ চৰ্চাৰ যোগেদি নিজস্ব পৰিচয় দাঙি ধৰিব পাৰিছে। পৰিশীলিত ৰূপত নিজৰ ভাষা-সংস্কৃতি চৰ্চাই লোককলা পৰম্পৰা আৰু পৌৰাণিক উপাখ্যানসমূহৰ উদ্ধাৰ কৰিব পাৰে। চাহ জনগোষ্ঠীৰ মাজত থকা সাংস্কৃতিক উপাদানসমূহ আৰু শব্দ সম্ভাৰে অসমীয়া ভাষা যথেষ্ট চহকী কৰিব পাৰিছে। মাথোন সহিষ্ণু আৰু সহানুভূতিশীল হোৱাৰ আৱশ্যক। আধুনিক অসমীয়া জাতি গঠনৰ মহান প্ৰবক্তা জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে আমি স্বীকাৰ কৰিব লাগিব যে "আঞ্চলিক বীক্ষা অবিহনে বিশ্ব বীক্ষা অবান্তৰ"। চাহ জনগোষ্ঠী সমাজৰ উন্নতি অবিহনে অসমৰ উন্নতি অসম্ভৱ।

বৃটিছ ৰাজৰ দিনৰ দৰে বৃটিছৰ জয়গানত গদ্‌গদ্ বলীনাৰায়ণ বৰাদেৱে শ্ৰমিকৰ দুৰৱস্থা দেখিও নেদেখি এক অৱহেলা আৰু ঘৃণাৰ দৃষ্টিভংগী প্ৰকাশ কৰিছিল। ঠিক সেইদৰে বৰ্তমানেও অনভিজ্ঞ কিছু লোকে চাহ জনগোষ্ঠী লোকসকলক অযথা আঘাত হানিব নিবিচৰা নহয়। কৌটিকলীয়া সমস্যাৰে



ভাৰাক্ৰান্ত শ্ৰমিকসকলৰ সামাজিক জীৱনৰ উৎকৰ্ষৰ বাবে কৰিবলগীয়া কামসমূহৰ ক্ষেত্ৰত উদাসীনতা প্ৰকাশ কৰি আচলতে শ্ৰমিকসকলৰ প্ৰতি অন্যায় কৰাই নহয় বৰঞ্চ প্ৰগতিবাদী মানৱতাবাদী বিৰোধী কাম কৰিছে বুলি ক'ব পাৰি। এনেধৰণৰ কাৰ্যই অসমৰ অস্তিত্ব বিপন্ন কৰিব পাৰে। আধুনিক শিক্ষা আৰু অৰ্থনীতিয়ে আমাক জনকল্যাণকামী আৰু মানৱতাবাদী প্ৰমূল্যসমূহৰ সংৰক্ষণৰ শিক্ষা দিয়ে। সমমৰ্যাদা পৰস্পৰে পৰস্পৰৰ প্ৰতি কৰা সন্মান আৰু উদাৰতাইহে একতা আৰু সংহতি প্ৰতিষ্ঠা কৰিব পাৰি। শেষত ক'ব পাৰি অসমত চাহ জনগোষ্ঠীৰ সামাজিক স্থিতি যথেষ্ট সবল। মাথো প্ৰয়োজন তেওঁলোকৰ মাজত থকা কুসংস্কাৰ, অন্ধবিশ্বাস, অসচেতনতা দূৰ কৰি যুক্তিবাদী বৈজ্ঞানিক চিন্তাৰে নিজৰ স্বকীয়তা ৰাখি জাতীয় শক্তিৰ উৎকৰ্ষৰ বাবে মাৰবান্ধি কাম কৰাৰ প্ৰৱণতা গঢ়ি তোলাৰ। ■

# চাহ বাগিচাৰ পাৰিপাৰ্শ্বিকতাত নাৰীৰ ভূমিকা

ৰেণু গোৱালা

জীৱ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল। মানুহ, অন্যান্য জীৱ-জন্তু, গছ-গছনি, জীয়াই থাকিবলৈ প্ৰকৃতিয়ে দান কৰিছে এক সুস্থ পৰিৱেশ। সেয়েহে বিশ্বকেন্দ্ৰিক চিন্তাধাৰাত উল্লেখ কৰিছে যে, 'এক সুন্দৰ জীৱন যাপনৰ বাবে লাগতিয়াল সকলোবোৰ প্ৰকৃতিয়ে আমাক দিছে আৰু তেওঁ আমাক মাতৃ সদৃশ আপদাল কৰে, আমিও তেওঁক সন্মান যচা উচিত আৰু আপদাল কৰা উচিত।' (*Nature has provided us with all the resoures for leading a beautiful life and she nourishes us like a mother. We should respect her and nature her*)। আমাৰ চাৰিওফালে থকা পাৰিপাৰ্শ্বিক অৱস্থা গঢ় লৈ উঠিছে বায়ু, পানী, মাটি, গছ-গছনি, জীৱ-জন্তু আদি উপাদানেৰে। সময় অনুসৰি পৰিপাৰ্শ্বিক অৱস্থাৰ পৰিবৰ্তন হয়। জীৱ জগতৰ জীৱন যাত্ৰাত ইয়াৰ প্ৰভাৱ পৰে আৰু ইয়াৰ উপাদানসমূহৰ মাজতো বিভিন্ন ধৰণৰ ক্ৰিয়া কলাপ সংঘটিত হয়। পাৰিপাৰ্শ্বিক অৱস্থা দুই ধৰণৰ। প্ৰথমে আমি পাওঁ প্ৰাকৃতিক পাৰিপাৰ্শ্বিক অৱস্থা আৰু দ্বিতীয়তে মানৱ সৃষ্ট সমাজ সাংস্কৃতিক পাৰিপাৰ্শ্বিক অৱস্থা। মানৱ সৃষ্ট পাৰিপাৰ্শ্বিক অৱস্থাৰ উপাদানসমূহ হ'ল ব্যক্তি, পৰিয়াল, সমাজ, সামাজিক ৰীতি-নীতি, উছৱ-পাৰ্বন, ঘৰ-দুৱাৰ, আলি-পদূলি, বজাৰ-সমাৰ, আইন-কানুন, ধৰ্ম, আচাৰ-ব্যৱহাৰ ইত্যাদি।

ঠাই বিশেষে অঞ্চলৰ পৰিৱেশো ভিন্ন হয়। চাহ বাগিচাৰ পাৰিপাৰ্শ্বিক অৱস্থা বুলি ক'লে বাগিচা অঞ্চলৰ ভিতৰত থকা সেউজীয়া পৰিৱেশ আৰু বাগিচাত কাম কৰা চাহ জনগোষ্ঠীয় লোকসকলে সৃষ্টি কৰা সমাজ সাংস্কৃতিক



পৰিৱেশৰ কথাই বুজা যায়। নগৰ, চহৰ, গাঁও বা অন্য অঞ্চলৰ পৰিৱেশতকৈ বাগিচা অঞ্চলৰ পৰিৱেশ সম্পূৰ্ণ বেলেগ বুলিয়ে ক'ব পাৰি। বৃটিছে চাহ বাগিচা পতা দিন ধৰি বাগিচাৰ শ্ৰমিক আমদানি কৰি অনাৰে পৰা তেওঁলোকক থকা খোৱাৰ যোগান ধৰি আহিছে। শ্ৰমিকসকল থাকিবৰ বাবে শ্ৰমিক লাইন, বাবু-মহৰি থাকিবৰ বাবে ষ্টাফ লাইন আৰু চাহাব থাকিবৰ বাবে বাংলা নিৰ্মাণ কৰা হৈছিল। বৰ্তমানেও ইয়াৰ কোনো পৰিৱৰ্তন হোৱা নাই। সেয়েহে চাহ বাগিচাত সাধাৰণতে তিনিধৰণৰ পৰিৱেশ পোৱা যায়। চাহাবৰ বাংলাবিলাক সাধাৰণতে লাইন আৰু ষ্টাফৰ পৰা অলপ দূৰৈত বাগিচাৰ মাজত শান্ত, সুস্থ পৰিৱেশত সজা হয়। ষ্টাফ কোৱাৰ্টাৰবোৰ শ্ৰমিক লাইনৰ পৰা অলপ হ'লেও দূৰত্ব ৰাখি সজা হয়। লাইনৰ পৰিৱেশ আটাইকৈ কদৰ্য বুলি ক'ব পাৰি। কিয়নো বৃটিছে মজদুৰ লাইন ঠিক কৰাৰ সময়ত নিজৰ লাভালাভৰ কথা চিন্তা কৰি কেনেকৈ শ্ৰমিকসকলে দিনৰ দিনটো কাম কৰিব আৰু ৰাতি যেনে তেনে শুব এই কথাতে গুৰুত্ব দিছিল। কম ঠাইত কেনেকৈ বেছি শ্ৰমিক থাকিব পাৰে ইয়াকে অগ্ৰাধিকাৰ দিছিল। স্বাধীনতাৰ পাছতো লাইনবোৰৰ একো পৰিৱৰ্তন নহ'ল। বৰ্তমান যিবোৰ ব্যক্তিগত খণ্ডৰ বাগিচা আছে সেইবোৰেও একেই নীতি অনুসৰণ কৰিছে। আনহাতে অসম চৰকাৰৰ অধীনত যিবোৰ চাহ বাগিচা আছে সেইবিলাকৰ অৱস্থা তথৈবচ। ঘৰ-দুৱাৰ, পৰিৱেশীক অৱস্থাতো বাদেই শ্ৰমিকৰ সম্পূৰ্ণ হাজিৰাকে দিব পৰা নাই। *A.T.C.* বাগিচাবিলাকৰ কথা বেলেগে কোৱাৰ প্ৰয়োজন নাই। সেয়েহে বৰ্তমানে বহু বাগিচা আছে যিবোৰে বহু কাৰণত পাৰিপাৰ্শ্বিকতাত গুৰুত্ব দিবলৈ অপাৰগ।

পাৰিপাৰ্শ্বিকতাত নাৰীৰ ভূমিকা দিশটো আলোচনা কৰাৰ আগতে আমি পাৰিপাৰ্শ্বিক অৱস্থাৰ কথা আলোচনা কৰা উচিত। পাৰিপাৰ্শ্বিক অৱস্থাৰ মূল উপাদানসমূহৰ ভিতৰত প্ৰথমে আমি মাটি উপাদানৰ কথা আৰম্ভ কৰিম।

**মাটি ঃ** মাটি হ'ল পৰিৱেশৰ গুৰুত্বপূৰ্ণ উপাদান। প্ৰাণী আৰু উদ্ভিদৰ সৰহভাগৰে বসতি স্থল মাটি। পৃথিৱীৰ উপৰিভাগৰ পাৰিপাৰ্শ্বিক বাতাবৰণ নিৰ্ধাৰণ কৰে মাটিয়ে। জীৱজগতৰ সকলো ক্ৰিয়া কলাপ সুকলমে চলি থাকিবলৈ মাটিত থকা খনিজ পদাৰ্থ, হিউমাছ, জৈৱিক পদাৰ্থ, বায়ু, পানী ইত্যাদি উপাদানসমূহ অক্ষত অৱস্থাত থকা উচিত। কিন্তু বাগিচা শ্ৰমিক বসতি লাইনসমূহৰ মাটি যদি পৰীক্ষা কৰা হয় তেনেহ'লে উক্ত গুণসমূহৰ অভাৱ পৰিলক্ষিত হ'ব। কিয়নো লাইনৰ কোৱাৰ্টাৰবোৰ ঠেক্-ঠুক্ হোৱাৰ ফলত ঘৰুৱা আৱৰ্জনা, জীৱ-জন্তুৰ

মল-মূত্ৰ আদি জৈৱিক আৱৰ্জনাৰ দ'ম গোটাই ৰাখিব পৰা উপযুক্ত ঠাইৰ অভাৱ। মই নিজে ৰঙামাটি চাহ বাগিচাৰ বাসিন্দা। আমাৰ ঘৰলৈ সোমাই যোৱা গলিটোৰ মুখতে সদায় এটা ডাঙৰ গোবৰৰ দ'ম দেখা যায়। এজাক বৰষুণ দিয়াৰ লগে লগে পঁচা গোবৰৰ গোন্ধ, পোক-পৰুৱা চাৰিওফালে ৰাস্তাই-পদূলিয়ে সিঁচৰতি হয়। গিৰিহঁতক গোবৰখিনি পাছফালে থ'বলৈ কোৱাত ক'লে পাছফালে ঠাইৰ অভাৱ। আমাৰ ঘৰৰ পাছফালে যিকণ ঠাই আছে তাতো লেট্ৰিনকে আদি কৰি পেলনীয়া বস্তুৰ দ'ম। তাৰ নিচেই কাষতে আৰু এঘৰৰ লেট্ৰিন। গৰম দিনত গছৰ তলত বহিব পৰাকৈ ঠাই অকণ চকুত নপৰে। প্ৰায়বোৰ লাইনৰ ঘৰবিলাক এনেদৰে সজা হৈছে যে এঘৰৰ আগফাল আন এঘৰৰ পাছফাল। দ্বিতীয়তে বাৰী বুলি যি অকণ মাটি আছে তাত ৰাসায়নিক সাৰ নিদিলে একো উৎপাদন নহয়। শাক-পাচলিসমূহত কীটনাশক দ্ৰব্য ব্যৱহাৰ কৰাৰ ফলত মাটিৰ গুণাগুণ নাইকিয়া হৈছে। আনহাতে প্লাষ্টিকজাতীয় বস্তুৰ ব্যৱহাৰ দিনক দিনে বৃদ্ধি হৈছে আৰু সেইবোৰ সোনকালে পচি নাযায়। এইদৰে তুলনামূলকভাৱে বাগিচা অঞ্চলৰ ঘনবসতিপূৰ্ণ লাইনৰ মাটি প্ৰদূষিত হৈছে। উক্ত মাটিত উৎপাদন হোৱা শস্য মানুহৰ স্বাস্থ্যৰ বাবে উপযোগী নহয়।

**পানী ঃ** পানী অবিহনে জীয়াই থকা অসম্ভৱ। পৃথিৱীৰ প্ৰায় তিনি চতুৰ্থাংশ পানীৰে ভৰি আছে যদিও সকলো ঠাইৰে পানী খোৱাৰ উপযোগী নহয়। বস্তি অঞ্চলত স্থাপিত হোৱা বিভিন্ন উদ্যোগ আৰু তেলখাদসমূহে গোটেই অঞ্চলৰ পানী প্ৰদূষিত কৰিছে। প্ৰকৃতিৰ বুকুৰ পৰা খনিজ পদাৰ্থ খান্দি খান্দি পৃথিৱীৰ বুকু উদং কৰি আনিছে আৰু ভূগৰ্ভৰ তলত জমা হৈ থকা পানীত জোৰ কৰি সুমুৱাই দিয়া হৈছে বিষাক্ত দ্ৰব্য, ফলত পানী প্ৰদূষিত হৈছে। প্ৰাক্তন চাহ বাগিচা অঞ্চল চেলেংপথাৰ মোৰ জন্ম স্থান। প্ৰায় চাৰি বছৰৰ আগতে বহা এটা তৈলখাদে সমস্ত অঞ্চলৰ পুখুৰী, পথাৰ, নাদ প্ৰদূষিত কৰিলে। এতিয়া এটুপি পানীৰ বাবে ৰাইজৰ হাঁহাকাৰ। পানী যোগান আঁচনিসমূহে এই অঞ্চলত সফলতা লাভ কৰিব পৰা নাই। আনহাতে চহৰ-নগৰকে ধৰি মানুহৰ বসতি অঞ্চলবোৰত জান-জুৰি, নদ-নদী আদিৰ পানীত গা-পা ধোৱা, কাপোৰ-কানি ধোৱা, পায়খানা, প্ৰস্ৰাৱ কৰা, বাচন-বৰ্তন ধোৱা, জাবৰ-জোঁথৰ পেলোৱা আদি কাৰ্যই পানী প্ৰদূষিত কৰিছে। বাগিচা অঞ্চলত পানী যোগান আঁচনি আছে কিন্তু জনসংখ্যাৰ তুলনাত টেপৰ সংখ্যা কম। আনহাতে সেই টেপবিলাকত মানুহে গা-পা ধোৱা, কাপোৰ-



কানি, মুখ-হাত ধোৱা দেখা যায়। টেপসমূহত অহা পানী বিশুদ্ধ হ'লেও ইয়াৰ ওচৰে-পাজৰে থকা ঠাইসমূহ অপৰিষ্কাৰ হোৱাৰ বাবে পানী ধৰা পাত্ৰকে ধৰি বিশুদ্ধ বুলি ক'ব পৰা নাযায়। কিছু কিছুৱে আনকি ল'ৰা-ছোৱালীয়ে মলমূত্ৰ ত্যাগ কৰিলেও টেপৰ ওচৰতে আনি ধোৱা দেখা যায়। সেয়েহে শ্ৰমিক লাইনৰ খোৱা পানী বিশুদ্ধ বুলি ক'ব পৰা নাযায়। কাৰণ বছৰি বাগিচা-বিলাকত হোৱা কলেৰা, ডায়েৰিয়া, ইনফ্লুয়েঞ্জা আদি সংক্ৰামক ৰোগসমূহেই ইয়াৰ উদাহৰণ।

**বায়ু ঃ** পৰিৱেশৰ এক গুৰুত্বপূৰ্ণ উপাদান হ'ল বায়ু। ইয়াৰ অবিহনে জীৱ-জন্তু জীয়াই থকা অসম্ভৱ। নিৰ্মল বায়ুৱে এক সুস্থ পৰিৱেশৰ সৃষ্টি কৰে। কিন্তু মানুহ আৰু প্ৰকৃতিৰ কাৰ্য-কলাপে বায়ু প্ৰদূষিত কৰিছে। আগ্নেয়গিৰি উদ্গীৰণ, বনজুই, প্ৰাকৃতিক পৰিঘটনা, গোটা আৱৰ্জনা, কয়লা জ্বলন কাৰ্য, যান-বাহনৰ পৰা হোৱা নিৰ্গমন, ঔদ্যোগিক প্ৰক্ৰিয়া, পাৰমাণৱিক পৰীক্ষা আৰু গৱেষণা প্ৰতিষ্ঠান ইত্যাদিৰ পৰা বায়ু প্ৰদূষিত হৈছে। পৰিৱেশ আৰু মানুহৰ স্বাস্থ্যৰ ক্ষেত্ৰত ৰাষ্ট্ৰসংঘই শেহতীয়াকৈ প্ৰকাশ কৰা প্ৰতিবেদন অনুসৰি বায়ু প্ৰদূষণৰ ফলত সৃষ্টি হোৱা শ্বাসজনিত সংক্ৰমণৰ পৰা বিশ্বত বছৰি প্ৰায় চাৰি নিযুত শিশুৱে মৃত্যুবৰণ কৰে। ঔদ্যোগিক ৰাষ্ট্ৰসমূহত যোৱা তিনিটা দশকত হাঁপানী ৰোগত মৃত্যু হোৱা ৰোগীৰ সংখ্যা ৫০ শতাংশ বৃদ্ধি পাইছে। বায়ু প্ৰদূষণৰ প্ৰভাৱ মানুহ, জীৱ-জন্তু, উদ্ভিদ আদিৰ ওপৰত বেয়াকৈ পৰিছে। চাহ বাগিচাৰ সেউজীয়া পৰিৱেশত বিশুদ্ধ বায়ু পোৱা যেন অনুমান হয়। কিন্তু প্ৰতিখন বাগিচাত থকা ফেক্টৰীৰ পৰা দিনে ৰাতিয়ে নিৰ্গত হোৱা ধোঁৱাই সেই বায়ু প্ৰদূষিত কৰে।

**গছ-গছনি ঃ** পৰিৱেশৰ মুখ্য উপাদান হ'ল গছ-গছনি। গছ-গছনিয়ে পৃথিৱীৰ মুঠ মাটিকালিৰ প্ৰায় এক তৃতীয়াংশ অঞ্চল আৱৰি পাৰিপাৰ্শ্বিক অৱস্থা গঢ় দিছে। গছ-গছনিয়ে বৰষুণৰ পানী তলত সংৰক্ষণ কৰাত মুখ্য ভূমিকা লয় আৰু শুকান বতৰত মাটি জীপাল কৰি ৰাখে। চাহ বাগিচাৰ প্ৰাকৃতিক পৰিৱেশ অতি মনোমোহা। ইয়াৰ শ্যামলী আৱৰণে সকলোকে আকৰ্ষিত কৰে। কিন্তু অতি দুখৰ বিষয় যে বাগিচাৰ গাতে লাগি থকা শ্ৰমিক লাইনত ইয়াৰ প্ৰভাৱ নপৰে। কাৰণ লাইনবোৰ ঘনবসতিপূৰ্ণ, গছ-গছনি ৰুব পৰাকৈ উপযুক্ত ঠাইৰ অভাৱ। শ্ৰমিক লাইনৰ গলিবোৰো বৰ ঠেক সেয়েহে ইয়াত বিশুদ্ধ জলবায়ুৰ অভাৱ দেখা যায়।

**শব্দ প্ৰদূষণ ঃ** বায়ুমণ্ডলত সৃষ্টি হোৱা অসহনীয় আৰু আমনিদায়ক শব্দবোৰে পৰিৱেশ সুস্থিৰতাত ব্যাঘাত জন্মাই শব্দ প্ৰদূষণৰ সৃষ্টি কৰে। চাহ

বাগিচা অঞ্চলসমূহ বাৰুকৈয়ে শব্দ প্ৰদূষণৰ বলি হয়। কলঘৰৰ অবিৰত বিকট শব্দ, লাইনৰ ঘৰে ঘৰে উচ্চ স্বৰত বাজি থকা ৰেডিঅ', টি ভি, দেক্, ভিচিডিৰ শব্দ। গলিয়ে গলিয়ে গোট খোৱা জাক জাক ল'ৰা-ছোৱালীৰ কোলাহল। গধূলি হোৱাৰ লগে লগে আলি, বজাৰত সৃষ্টি হোৱা কোলাহল, ঘৰে ঘৰে মদ খাই হৈ হাল্লা কৰা, ম'বাইলৰ ৰিংটন আদিয়ে বাগিচা অঞ্চলক ভালকৈয়ে প্ৰভাৱান্বিত কৰিছে। ফলত বাগিচাৰ বেছিভাগ লোকৰে শ্ৰৱণ শক্তি হ্ৰাস পোৱা, মানসিক, শাৰীৰিক ভাৰসাম্য বিনষ্ট হোৱা, ৰক্তচাপৰ হ্ৰাস বৃদ্ধি আদি পৰিলক্ষিত হৈছে। ইয়াৰ উপৰি ভৱিষ্যত প্ৰজন্মই পঢ়াশুনাত তাহানিৰ পৰাই বাধাপ্ৰাপ্ত হৈ আহিছে।

**মানৱ সৃষ্ট সামাজিক, সাংস্কৃতিক পৰিৱেশ ঃ** মানৱ সৃষ্ট সামাজিক সুস্থ পৰিৱেশে দেশ আৰু মানৱ জাতিৰ কল্যাণ সাধন কৰে। বৰ্তমান সমাজখন ব্যক্তিকেন্দ্ৰিক হোৱাৰ বাবে সমাজৰ কথা চিন্তা কৰাতকৈ নিজ স্বাৰ্থ অধিক গুৰুত্ব দিয়া দেখা যায়। এইখিনিতে জৱাহৰলাল নেহৰুৱে *The sesson of History*-ত ইন্দিৰা গান্ধীলৈ লিখা কথা মনত পৰে– *'For the cause of the family sacrifice the interest of the individual, for the community the family, for the country the community and for the soul the whole world.'* পুৰণিকালৰ সংস্কৃত শ্লোক, অৰ্থাৎ 'পৰিয়ালৰ মঙ্গলৰ বাবে ব্যক্তিস্বাৰ্থ বলিদান দিবা, জনগোষ্ঠীৰ কুশলৰ বাবে পৰিয়ালৰ, দেশৰ হকে জনগোষ্ঠীৰ আৰু আত্মাৰ মঙ্গলৰ বাবে জগতখনৰ স্বাৰ্থকে পৰিত্যাগ কৰিবা।' তেওঁ কৈছিল– *'Co-operation and sacrific for the greater good of mankind'*। বৰ্তমানে আমি ত্যাগ আৰু সহযোগ দুয়োটা কথা পাহৰি যোৱাৰ ফলত আমাৰ সামাজিক অৱক্ষয় ঘটিছে। ফলত সমাজ প্ৰদূষিত হৈছে। চাহ বাগিচাৰ সমাজখনক কুসংস্কাৰ অন্ধবিশ্বাস, অনগ্ৰসৰতাই গ্ৰাস কৰাৰ ফলত আজিও ডাইনী হত্যা, মদ, ভাং খাই কাজিয়া-পেচাল কৰি সামাজিক বিশৃংখলাৰ সৃষ্টি কৰিছে। সংস্কৃতিৰ ক্ষেত্ৰতো একেই কথা। চাহ জনগোষ্ঠীৰ আপুৰুগীয়া সাংস্কৃতিক সম্পদক অপসংস্কৃতিয়ে বজৰুৱা কৰি গোটেই পৰিৱেশকে প্ৰদূষিত কৰিছে।

এয়াই হ'ল আমাৰ চাহ বাগিচাৰ পাৰিপাৰ্শ্বিক অৱস্থা। এতিয়া আহোঁ নাৰীৰ ভূমিকালৈ। নাৰী আৰু পুৰুষ একেটা মুদ্ৰাৰ দুটা পিঠি। পাৰিপাৰ্শ্বিকতা ৰক্ষা কৰাত নাৰী আৰু পুৰুষ দুয়োজনৰে গুৰুত্ব সমানেই। তথাপি সামাজিক ৰীতি-



নীতি মতে নাৰীয়েই হ'ল ঘৰৰ ধৰণী। নাৰীৰ হাতৰ কোমল পৰশত জীপাল হৈ উঠে ঘৰৰ পৰিৱেশ। পাৰিপাৰ্শ্বিকতা ৰক্ষা কৰাত নাৰীৰ ভূমিকা অপৰিসীম। ঘৰখন পৰিষ্কাৰ পৰিচ্ছন্ন কৰি ল'ৰা-ছোৱালী আৰু অন্যান্য সদস্যৰ খোৱা বোৱাকে আদি কৰি ঘৰ চোতাল মচি কাচি বিশুদ্ধ পানী যোগান ধৰালৈকে নাৰীৰ ভূমিকা অপৰিসীম। নাৰীগৰাকীৰ হাতত নিৰ্ভৰ কৰে ঘৰখনৰ সুস্থ পৰিৱেশ। কিন্তু এনে কিছু কাৰ্য আছে যিবোৰ নাৰীয়ে অকলে কৰিব নোৱাৰে। যেনে ঠেক-ঠুক ঠাইসমূহ পৰিষ্কাৰ কৰিব পাৰে কিন্তু বহল কৰিব নোৱাৰে। জলবায়ু বিশুদ্ধ কৰাত সহায় কৰিব পাৰে কিন্তু প্ৰাকৃতিক দুৰ্যোগসমূহ ৰোধ কৰিব নোৱাৰে। পানী বিশুদ্ধ কৰিব পাৰে কিন্তু বানপানী ৰোধ কৰিব নোৱাৰে। এইদৰে কিছু ক্ষেত্ৰত নাৰীৰ অপাৰ শক্তি থাকিলেও বাগিচাৰ কৰ্তৃপক্ষ, চৰকাৰ আৰু ৰাইজৰ সহযোগ নাথাকিলে এনেধৰণৰ সমস্যা সমাধান কৰিব নোৱাৰে। বাগিচাৰ প্ৰদূষণসমূহ ৰোধ কৰিববলৈ একোজন কল্যাণ বিষয়া আৰু স্বাস্থ্যসহায়কক দায়িত্ব দিয়া হয়। তেওঁলোকে ষ্টাফ কোৱাৰ্টাৰ, বাংলাকে ধৰি লাইনৰ গলিত থকা নলা, পানী যোগান, ৰেচন পাতি, বসতি স্থান মেৰামতিকে আদি কৰি বাগিচা উন্নয়নৰ দায়িত্ব গ্ৰহণ কৰে। এই কাৰ্যসমূহ সঠিকভাৱে সঠিক সময়ত সাধন কৰিছে নে নাই কৰা তাত নাৰীয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। নাৰীয়ে মহিলা সমিতি আৰু অন্যান্য সংগঠন তথা *N.G.O.* কে আদি কৰি বাগিচাৰ পাৰিপাৰ্শ্বিকতা অক্ষুণ্ণ ৰখাত বলিষ্ঠ অৰিহণা যোগাব পাৰে।

ভাৰত চৰকাৰে পৰিৱেশ সুৰক্ষাৰ বাবে প্ৰণয়ণ কৰা আইনসমূহ বাগিচাত সঠিকভাবে প্ৰয়োগ হৈছে নে নাই হোৱা তাক নাৰীসকলে পৰীক্ষা কৰিব পাৰে। ভাৰত চৰকাৰে সংবিধানত সন্নিৱিষ্ট কৰা আইনসমূহ হ'ল–

১) ১৯৭২ চনৰ ৫ জুন তাৰিখে ইউৰোপ মহাদেশৰ চুইডেনৰ ৰাজধানী ষ্টকহ'মত জাতি সংঘ, মানৱ পৰিৱেশৰ বিষয়ে অনুষ্ঠিত আৰ্ন্তজাতিক আলোচনাত বিষয়বস্তু হিচাপে 'পৰিৱেশ'ক গ্ৰহণ কৰি ৫ জুন তাৰিখে 'বিশ্ব পৰিৱেশ দিৱস' উদ্‌যাপন কৰে।

২) ১৯৭২ চনত বন্যপ্ৰাণী ৰক্ষণা-বেক্ষণ আইন।

৩) ১৯৭৪ চনত পানী প্ৰদূষণ প্ৰতিৰোধ আৰু নিয়ন্ত্ৰণ আইন।

৪) ১৯৮০ চনত বন সংৰক্ষণ আইন।

৫) ১৯৮১ চনত বায়ু প্ৰদূষণ প্ৰতিৰোধ আইন।

৬) ১৯৮৬ চনত পৰিৱেশ সুৰক্ষা আইন গ্ৰহণ কৰে।

সংবিধান সংশোধনীৰ মাধ্যমত ১৯৭৬ চনত ভাৰত চৰকাৰে সংবিধানৰ অনুচ্ছেদ ৪৮ নং দফাত ব্যৱস্থা ৰখা হৈছে– *The state shall endeavour to protect and improve the environment and to safeguard forests and wildlife of the country.'*

৭) ১৯৮৭ চনত শব্দ প্ৰদূষণ আইন।

৮) ১৯৩৯ চনত মটৰ বাহন আইন ইত্যাদি।

অজ্ঞতাৰ বাবে বহু ব্যক্তিয়ে আইনসমূহৰ কথা নাজানে। বাগিচাৰ শ্ৰমিকসকলৰ লগতে বাগিচা কৰ্তৃপক্ষৰ বিশেষভাৱে কল্যাণ বিষয়া আৰু স্বাস্থ্য বিভাগৰ সহায়ক কৰ্মচাৰীসকলক বিভিন্ন কৰ্মশালাৰ যোগেদি কাৰ্যকৰী ব্যৱস্থা লোৱাত চৰকাৰে বিশেষভাবে সহায় কৰা উচিত। নাৰী সংগঠনসমূহে ইয়াত গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। ইয়াৰ উপৰি পৰিৱেশীয় সজাগতা আনিবৰ বাবে শিক্ষাৰ মাধ্যমত, জনসংযোগৰ মাধ্যমত, পৰিকল্পনাকাৰী, সিদ্ধান্তকাৰী আৰু নেতাৰ যোগেদি, বেচৰকাৰী অনুষ্ঠান *(N.G.O.)*ইত্যাদিৰ যোগেদি, কৰ্মবাহিনী, অথবা সেৱা বাহিনীৰ দ্বাৰা পৰিৱেশ সুৰক্ষা আন্দোলন গঢ়ি তুলিব পাৰে। উক্ত বিষয়ত চাহ বাগিচাৰ নাৰীসকল অনগ্ৰসৰ আৰু সামাজিকভাৱে পিছপৰা হোৱা হেতুকে তেওঁলোকৰ মাজত সজাগতা আনিবৰ বাবে বাগিচা কৰ্তৃপক্ষ, চৰকাৰ আৰু অন্যান্য স্বেচ্ছাসেৱী অনুষ্ঠানৰ লগতে নাৰী সংগঠনসমূহ আগবাঢ়ি আহিলেহে সফলতা লাভ কৰিবলৈ সক্ষম হ'ব। সেয়েহে সঠিকভাৱে কোৱা হৈছে, *'If you want to act green first think green.'*■

বিঃ দ্ৰঃ - সহায়ক গ্ৰন্থ 'আধুনিক পৰিৱেশ অধ্যয়ন'।



# প্ৰাক্তন চাহ শ্ৰমিকসকলৰ কিছু সমস্যা

ৰঞ্জিতা বণিয়া

প্ৰাক্তন চাহশ্ৰমিক অসম তথা অসমীয়াৰ বাবে এটা চিনাকী নাম। কিন্তু মানুহৰ মনত এতিয়াও কৌতূহলৰ অন্ত নাই কোনখিনি মানুহক প্ৰাক্তন চাহশ্ৰমিক বুলি কোৱা হয়? চাহ আৰু প্ৰাক্তন চাহশ্ৰমিক একে নেকি? এনে কিছুমান প্ৰশ্নই মানুহক সঘনাই বিমোৰত পেলায়। সেয়েহে এই বিষয়ে কিছু কথা অৱতাৰণা কৰাৰ প্ৰাকমুহূৰ্তত এওঁলোকনো প্ৰকৃততে কোন অথবা কোনখিনি মানুহক প্ৰাক্তন চাহশ্ৰমিকৰ অন্তৰ্ভুক্ত কৰা হৈছে সেই কথা জানি লোৱা পাঠকৰ বাবে নিতান্তই প্ৰয়োজনীয়।

অষ্টাদশ আৰু ঊনবিংশ শতাব্দীত ইউৰোপীয় ঔপনিৱেশিক শাসনকৰ্তা তথা ব্যৱসায়ীসকলে পৃথিৱীৰ বিভিন্ন প্ৰান্তত কৃষিজাত সামগ্ৰীৰ উৎপাদন বঢ়োৱাত গুৰুত্ব আৰোপ কৰিছিল। আমেৰিকা আৰু এছিয়াৰ দেশসমূহত তুলা, কফি, ৰবৰ, চাহ ইত্যাদিৰ উৎপাদন বৃদ্ধিত তেওঁলোকে বিশেষ নজৰ দিছিল। পিছলৈ ইংৰাজসকলে দাস প্ৰথাৰ বিলুপ্তি ঘটোৱাত (১৮৩৪) ফৰাছী, ওলন্দাজ, স্পেনীজ আদি ইউৰোপৰ ঔপনিবেশিক শক্তিসমূহে চুক্তিবদ্ধ শ্ৰমিক প্ৰথা *(Intentured Labour)*ৰ জৰিয়তে এছিয়া আৰু আফ্ৰিকাৰ উপনিবেশসমূহৰ পৰা শ্ৰমিক আমদানি আৰম্ভ কৰে। এয়াই আছিল আৰম্ভণি যাৰ সুদূৰপ্ৰসাৰী প্ৰভাৱৰ পৰা অসম তথা ভাৰতবৰ্ষও হাত সাৰি যাব পৰা নাছিল।

ঊনবিংশ শতিকা-অসমত চাহশিল্পৰ দোকমোকালি অৱস্থা। এই শতিকাৰ ত্ৰিশৰ দশক (১৮৩৪)ত ৰবাৰ্ট ব্ৰুচ নামৰ এগৰাকী বৃটিছ চাহাবে অসমত

চাহ গছ আৱিষ্কাৰ কৰিছিল। এই চাহ গছ আৱিষ্কাৰৰ লগতে আৰম্ভ হৈছিল অসমৰ ইতিহাসৰ এক নতুন অধ্যায়। এই শিল্পৰ আৰম্ভণিৰ লগে লগে প্ৰয়োজন হৈছিল বাগিচাত কাম কৰা শ্ৰমিকৰ। থলুৱা শ্ৰমিকৰ অধিক পাৰিশ্ৰমিক, অনীহা তথা ক্ৰমাগতভাৱে বৃদ্ধি পাবলৈ ধৰা বিদ্ৰোহী মনোভাবৰ বাবে ঊনবিংশ শতিকাৰ মাজভাগৰপৰা ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰ পৰা চলে বলে গিৰ্মিটীয়া কুলি শ্ৰমিক সংগ্ৰহ প্ৰথা আৰম্ভ হৈছিল। নিম্নতম মজুৰিৰ বিনিময়ত মালিকপক্ষৰ লভ্যাংশ বৃদ্ধিয়েই আছিল ইয়াৰ মুখ্য উদ্দেশ্য। এই বনুৱা সংগ্ৰহ প্ৰক্ৰিয়াটো ১৮৫৯ চনৰ পৰা ১৯৬০ চনলৈকে প্ৰায় এক শতিকা জুৰি চলিছিল। 'গিৰমিট' ব্যৱস্থাত শ্ৰমিকসকলক প্ৰথম পাঁচ বছৰৰ বাবে চুক্তিবদ্ধ কৰা হৈছিল যদিও ম্যাদ শেষ হোৱাৰ পাছত পূৰ্বৰ ঠাইলৈ উভতি যোৱাৰ বা পুনৰ চুক্তিবদ্ধ হোৱাৰ বিকল্প তেওঁলোকৰ হাতত আছিল। কিন্তু বহুতো বনুৱা বিভিন্ন কাৰণত পুনৰ চুক্তিবদ্ধ হবলৈ আগ্ৰহী নাছিল। ইয়াৰ ভিতৰত কিছুমান কথাত তিক্ততা, কোম্পানী কৰ্তৃপক্ষৰ লগত মতবিৰোধ, স্বাধীনচিতীয়া মনোভাব, বাগিচাসমূহৰ কঠোৰ অনুশাসন, নিম্নতম জীৱনধাৰণৰ সুবিধাৰ অভাৱ ইত্যাদিয়ে প্ৰধান বুলি জনা যায়। ১৯২৫ চনত চুক্তিবদ্ধ শ্ৰমিক প্ৰথাৰ সমাপ্তি ঘটে।

মূলতঃ চাহবাগিচাত কাম কৰিবলৈ অনা হৈছিল যদিও তেওঁলোকৰ কিছুমানৰ সতি-সন্ততি চাহ বাগিচাত কাম কৰিবলৈ এৰি বাগিচাৰ বাহিৰৰ দাঁতিকাষৰীয়া গাঁওসমূহত খেতি-বাতি বা অন্যান্য ব্যৱসায় কৰি নিগাজীকৈ থাকিবলৈ ললে। পৰৱৰ্তী সময়ত এই লোকসকলক এক নতুন নামেৰে নামকৰণ কৰা হ'ল- 'প্ৰাক্তন চাহ শ্ৰমিক'। (অৱশ্যে এই শব্দটোৰ ব্যৱহাৰ কিমান গ্ৰহণযোগ্য সেয়া এতিয়াও এক বিতৰ্কিত বিষয় হৈয়ে আছে।) আন কথাত ক'বলৈ গ'লে এই লোকসকলৰ পূৰ্বপূৰুষসকল অতীজত চাহবনুৱা আছিল, কিন্তু বৰ্তমান তেওঁলোক চাহ বনুৱা নহয়, তেওঁলোকৰ সতি-সন্ততিসকলে বাগিচাৰ কাষৰীয়া গাঁওসমূহত খেতি-বাতি বা অন্যান্য ব্যৱসায় কৰি জীৱিকা নিৰ্বাহ কৰি আছে। গ্ৰামাঞ্চলত বসবাস কৰা এই লোকসকলক প্ৰাক্তন চাহশ্ৰমিক বা প্ৰাক্তন চাহমজদুৰ বুলি কোৱা হয়। ইতিমধ্যে গ্ৰামাঞ্চলসমূহত তেওঁলোকৰ কেইবাপুৰুষো পাৰ হৈছে। এতিয়া জীৱিতসকলৰে দুই তিনি পুৰুষৰ জন্মস্থান মধ্যপ্ৰদেশ, উৰিষ্যা বা ঝাৰখণ্ডৰ কোনোবা গাঁও নহয় বৰঞ্চ অসমহে। বৃটিছৰ শাসনকালত চুক্তিৰ ম্যাদ শেষ হোৱাৰ প্ৰথম অৱস্থাত বাগিচাৰ মালিকপক্ষয়ো বাগিচাৰ দাঁতিকাষৰীয়া



মাটিত এই লোকসকলৰ বসতি স্থাপনত গুৰুত্ব দিছিল। অন্যহাতে অনুন্নত যাতায়ত ব্যৱস্থাই শ্ৰমিকসকলক পূৰ্বৰ ঠাইলৈ ঘূৰি যোৱাত অন্তৰায়ৰূপে থিয় দিয়াত তেওঁলোক ইয়াতে থাকিবলৈ বাধ্য হৈছিল। সেয়েহে অনুন্নত যাতায়াত ব্যৱস্থায়ো পৰোক্ষভাৱে প্ৰাক্তন চাহশ্ৰমিক সৃষ্টিত অৰিহণা যোগাইছিল বুলি কোৱাৰ থল আছে। বৰ্তমান অসমৰ জনজীৱনৰ অপৰিহাৰ্য অঙ্গ হৈ পৰিছে এই চাহ তথা প্ৰাক্তন চাহশ্ৰমিকসকল।

অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ ভিতৰত আৰ্থিক দিশত আটাইতকৈ পিছপৰা গৰিষ্ঠসংখ্যক চাহ জনগোষ্ঠীৰ লোক। অসম তথা অসমীয়া জাতি গঠনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা জাতিটোৰ কি যে এক ভয়ানক ৰূপ! ভাবিলে আচৰিত লাগে। ভাৰত স্বাধীন হোৱা আজি ৬২ বছৰ পাৰ হৈ গ'ল। বহুত সলনি হ'ল অসম তথা ভাৰতৰ। অথচ অসমত থকা এই দলিত জাতিটো বিশেষ সলনি নোহোৱাকৈ থাকি গ'ল। শোষিত, নিষ্পেষিত লোকসকল আজিও একে অৱস্থাতে আছে। নিজৰ ভৰিত থিয় দিব পৰাকৈ আজিও তেওঁলোক স্বাৱলম্বী নহয়। কাৰণ বিচাৰিবলৈ হ'লে আমি উভতি আহিব লাগিব শিক্ষাৰ জগতলৈ। চাহ জনগোষ্ঠীৰ সমাজখন শিক্ষাৰ আলোকেৰে আজিও সম্পূৰ্ণৰূপে আলোকিত নহয়। একমাত্ৰ শিক্ষাৰ অভাৱৰ বাবেই তেওঁলোক আত্মসচেতন হ'ব পৰা নাই। ক্ৰমান্বয়ে দ্ৰুতগতিত বৃদ্ধি পাইছে জনসংখ্যা। সেই অনুপাতে মৃত্যুৰ হাৰো বাঢ়িছে। কিন্তু সমানুপাতিকভাৱে কৰ্মসংস্থান বৃদ্ধি পোৱা নাই। ফলস্বৰূপে অৰ্থসংকটে দেখা দিছে। আৰ্থিকভাৱে স্বচ্ছল নোহোৱা বাবেই সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক বা শৈক্ষিক যিকোনো দিশেতে হওক আগবাঢ়ি যোৱাৰ পথত বাৰে বাৰে উজুটি খাইছে। কিয়নো পৰিয়াল এটাৰ আৰ্থসামাজিক, শৈক্ষিক ইত্যাদি দিশবোৰৰ উন্নতি নিৰ্ভৰ কৰে পৰিয়ালটোৰ আয়ৰ ওপৰত। বহু কষ্টৰ মূৰত যিকেইজন শিক্ষিত লোক ওলাইছে তেওঁলোকৰ সংখ্যা তেনেই তাকৰ, আঙুলি মূৰত গণিব পাৰি। শিক্ষা গ্ৰহণ কৰিছে যদিও চৰকাৰী বা বেচৰকাৰী চাকৰিত খুউব কমসংখ্যকহে নিয়োজিত হৈছে। এইচামো জীৱিকা উপাৰ্জনৰ পথৰ সন্ধানত.......... বিজ্ঞানৰ দ্ৰুতগতি উন্নতিৰ পথত .......... আৰু আমি একবিংশ শতিকাত ভৰি থৈয়ো থমকি ৰৈছো নিজৰ দীনতাক দেখি। অবিশ্বাস্য যেন লাগিলেও সঁচা।

বৰ্তমান সময়ত অসমৰ বিভিন্ন বাগিচা তথা গ্ৰামাঞ্চলত বসবাস কৰা

চাহজনগোষ্ঠী লোকৰ সংখ্যা সঠিককৈ কব পৰা নাযায়। এইটো আমাৰ বাবে অত্যন্ত দুখৰ বিষয়। চৰকাৰেও প্ৰকৃত সংখ্যা নিৰূপণ কৰাত কোনোদিনে আগ্ৰহী নাছিল বা কিবা পদক্ষেপ গ্ৰহণ কৰিছে বুলিও আমাৰ জ্ঞাত নহয়। চৰকাৰৰ এই অনীহাৰ কাৰণ বিভিন্নজনে বিভিন্নধৰণে দিব খোজে। অসমৰ বৃহৎ শ্ৰমিক সংগঠন তথা অসমৰ চাহমজদুৰৰ স্বাৰ্থৰ হকে কাম কৰা বুলি দাবী কৰা অসম চাহ মজদুৰ সংঘতো ইয়াৰ সঠিক হিচাপ পাবলৈ নাই। এই সংঘই কেৱল সংঘৰ অন্তৰ্ভূক্ত বাগিচাৰ স্থায়ী শ্ৰমিককহে অন্তৰ্ভুক্ত কৰে। অস্থায়ী শ্ৰমিকসমূহো এই তালিকাত অন্তৰ্ভুক্ত নহয়। আমি এই কথা পাহৰি যোৱা উচিত নহ'ব যে অসম চাহ মজদুৰ সংঘৰ মুৰব্বীসকল এই জনগোষ্ঠীটোক প্ৰতিনিধিত্ব কৰা একো একোজন প্ৰভাৱশালী নেতা। তেনেস্থলত তেওঁলোকৰ অনীহা জনগোষ্ঠীটোৰ বাবেই দুৰ্ভাগ্যজনক।

কোৱা বাহুল্য যে অসমৰ বৃহৎ জনগোষ্ঠীটোৱেই হৈছে চাহ জনগোষ্ঠী। অসমৰ ৰাজনীতিত নিৰ্ণায়কৰ ভূমিকা পালন কৰা এই লোকসকলৰ সঠিক তথ্য উলিওৱাটো অত্যন্তই প্ৰয়োজনীয়। এইক্ষেত্ৰত আগবাঢ়ি আহিব লাগিব চাহ জনগোষ্ঠীৰ শিক্ষিত তথা বুদ্ধিজীৱীসকল। চাহ বাগিচা অধ্যুষিত এলেকা তথা গ্ৰামাঞ্চলসমূহক ক্ষুদ্ৰ অঞ্চলত ভগাই লৈ এই কামৰ পাতনি মেলিব পাৰি। কেৱল লাগিব শিক্ষিত যুৱচামৰ সহায়ৰ হাত। উল্লেখনীয় যে সদৌ অসম চাহ জনজাতি ছাত্ৰসন্থা চমুকৈ আটছাই বিভিন্ন সময়ত জনগোষ্ঠীটোৰ স্বাৰ্থত মাত মাতি আহিছে। কিন্তু এই বিষয়ত সংস্থাটোৰ অধিক সক্ৰিয়তা বাঞ্ছনীয়।

সি যি নহওক চাহজনগোষ্ঠীৰ প্ৰকৃত সংখ্যা জনা নাযায় যদিও বৰ্তমান এই জনসংখ্যা বাঢ়ি গৈ ৭০-৮০ লাখ হৈছে বুলি বিভিন্ন সময়ত বিভিন্নজনে মত প্ৰকাশ কৰা দেখা যায়। কিন্তু ইয়াৰ কোনো বিশ্বাসযোগ্য লিখিত তথ্য পোৱা নাযায়। উল্লেখযোগ্য যে ১৯৫৯ চনত মাত্ৰ ২০০০ গৰাকী শ্ৰমিকৰ আমদানি কৰা হৈছিল। কালক্ৰমত এই সংখ্যা বৃদ্ধি পাই ১৯৬১ চনত ১২ লাখ হৈছিলগৈ। আকৌ ১৯৭০ চনতে অসমত চাহ বনুৱাৰ জনসংখ্যা ৩০ লাখ আছিল বুলি জনা যায়। ড° উমানন্দ ফুকনে তেখেতৰ গৱেষণা গ্ৰন্থ *The ex tea garden population of Assam*-অত ১৯৮১ চনতে চাহ তথা প্ৰাক্তন চাহ বনুৱাৰ মুঠ সংখ্যা ৩৪ লাখ আছিল বুলি উল্লেখ কৰিছে। ইয়াৰ পৰাই অনুমান কৰিব পাৰি চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত কিমান দ্ৰুতগতিত জনসংখ্যা বাঢ়িছে।



পৰিয়াল পৰিকল্পনাৰ তিলমানো জ্ঞান নথকা বাবেই জনসংখ্যাৰ বিস্ফোৰণ ঘটিছে। কিন্তু ইয়াৰ ভয়াবহতাৰ প্ৰতি তেওঁলোক নিচেই সচেতন নহয়। তেওঁলোক বৰ্তমানক লৈয়ে ব্যস্ত। অধিক ৰেচনৰ আশাতেই হওক বা ভৱিষ্যতে সন্তানে প্ৰতিপালন দিয়াৰ আশাতেই হওক তেওঁলোকে অদূৰ ভৱিষ্যতে হ'ব পৰা সমস্যাসমূহক অনুভৱেই কৰিব পৰা নাই। উন্নতমানৰ যন্ত্ৰপাতিৰ আমদানিৰ ফলত বাগিচাসমূহত পূৰ্বৰ তুলনাত কেৱল ১০% শ্ৰমিকহে নিয়োজিত হ'বলৈ ধৰিছে। ই কোনো অস্বাভাৱিক কথা নহয়। প্ৰাক্তন চাহ শ্ৰমিকৰ ক্ষেত্ৰতো একেই সমস্যা। জনসংখ্যা বাঢ়িছে নিঃসন্দেহে। কিন্তু কৃষিৰ বাবে মাটি বঢ়াৰ পৰিৱৰ্তে বিভিন্ন প্ৰাকৃতিক বা মানৱ সৃষ্ট কাৰণত কমিব ধৰিছে। ফলত নিবনুৱাৰ সংখ্যা বাঢ়িব ধৰিছে।

কোনো কোনো বাগিচাত কলম কৰা মেচিনৰ আৱিৰ্ভাৱৰ ফলত ১০-১৫ জনৰ কাম ৩-৪ ঘন্টাতে কৰি শেষ কৰিব পৰা হ'ল। ফলস্বৰূপে শ্ৰমিকসকলৰ প্ৰয়োজন কমি আহিব ধৰিছে। কিন্তু এই সামান্য কথাখিনি বুজাৰ সামৰ্থ্য নাই শ্ৰমিকসকলৰ। ঠিক সেইদৰে পাত কটা মেচিনে (ছিঙা বুলি কোৱা নাই কাৰণ মেচিনে পাত কাটেহে, নিছিঙে) যেতিয়া আমাৰ এটি কলি দুটি পাত ছিঙা লক্ষ্মী, বিজুলীহঁতৰ লিহিৰীপতীয়া আঙুলিবোৰৰ লগত ফেৰ মাৰিবলৈ ল'লে, আমাৰ লক্ষ্মীহঁত পিছ পৰি ৰ'ল। কিন্তু গুণগত দিশত লক্ষ্মীহঁতৰ এটি কলি দুটি পাতৰ লগত মেচিনত কটা পাতে এতিয়াও ফেৰ মাৰিব পৰা নাই। এই কথা হয়তো লক্ষ্মীহঁতে নাজানে বা কেতিয়াবা জানিবলৈ চেষ্টাও কৰা নাই। অথবা জানিলেও তেওঁলোকৰ বিশেষ প্ৰতিক্ৰিয়া নহ'ব। কলম দিয়া মেচিনৰ দৰে এই মেচিনেও শ্ৰমিকৰ শাৰীৰিক শ্ৰম লাঘৱ কৰাৰ বিনিময়ত কাঢ়ি লৈছে তেওঁলোকৰ ভাতমুঠি মোকলোৱাৰ একমাত্ৰ বাট। বাধ্য হৈ তেওঁলোকে গাড়ীৰ গেৰেজ, ইটাভাটা, ৰাস্তা বনোৱা কাম, মিস্ত্ৰীৰ যোগালি ইত্যাদি আৰু প্ৰয়োজন হ'লে নৈ, বিল পথাৰত মাছ মাৰিও জীৱিকা নিৰ্বাহ কৰিবলগীয়া হৈছে।

অজ্ঞতাৰ বাবে প্ৰাক্তন চাহ শ্ৰমিকসকলে চৰকাৰৰ ফালৰ পৰা আগবঢ়োৱা নিম্নতম সা-সুবিধাখিনিও আদায় কৰি ল'ব জনা নাই। শিক্ষিত নোহোৱা বাবে তেওঁলোকে আগবাঢ়ি আহিবলৈ বুকুত সাহস গোটাব পৰা নাই। এটা অনাকাংক্ষিত ভীতিয়ে তেওঁলোকক পাৰ্যমানে দমন কৰি ৰাখিছে। নিজৰ ক'বলগীয়াখিনিৰ শুদ্ধতা-অশুদ্ধতা নিৰ্ণয়ৰ বাবে সক্ষম নোহোৱা তথা আত্মবিশ্বাসহীনতাই এই লোকসকলৰ বাকশক্তি প্ৰায় নাইকিয়া কৰি পেলাইছে।

কিবা এটা প্ৰকাশ কৰিবলৈ মনত ভাবিলেও আনে কি ক'ব এনেধৰণৰ মনোভাবৰ বাবে আদবাটতে থমকি ৰবলগীয়া অৱস্থা। কিন্তু কিয়? এই প্ৰশ্নটোৰ উত্তৰ বিচাৰিবলৈ যাওঁতে বিভিন্ন দিশ চালিজাৰি চাব লাগিব। তথাপি শিক্ষাৰ অভাৱেই সকলোৰে উৰ্ধত সেইকথা হৃদয়ঙ্গম কৰাত বিজ্ঞজনৰ বেছি সময় নালাগিব। নিৰক্ষৰেই হওক বা নিজৰ নামটো লিখিব জনাকৈ সাক্ষৰেই হওক, তেওঁলোকে প্ৰকৃত শিক্ষা, সামাজিক তথা অৰ্থনৈতিক বিকাশৰ যোগেদিহে হেৰাই যোৱা আত্মবিশ্বাস ঘূৰাই আনিবলৈ সক্ষম হ'ব। অৰ্থনৈতিক, সামাজিক, শিক্ষা বা সাহিত্য-সংস্কৃতি যিকোনো দিশতে নিজকে সকলোৰে লগত ফেৰ মাৰিব পৰাকৈ যোগ্যৰূপে পৰিচয় দিবলৈ হ'লে আমি সদায়ে সচেতন হ'ব লাগিব।

প্ৰাক্তন চাহ শ্ৰমিকৰ বিষয়ে তথ্য নাই বুলিয়েই ক'ব পাৰি। বিশদ গৱেষণা নোহোৱা বাবে তথ্যপাতিৰ অভাৱ। দুই একৰ অধ্যয়নৰ পৰা পোৱা তথ্যৰে প্ৰাক্তন চাহশ্ৰমিক অথবা তেওঁলোকৰ বংশধৰসকলৰ বিষয়ে সম্যক ধাৰণা কৰাটো সম্ভৱপৰ নহয়। প্ৰকৃতাৰ্থত চাবলৈ গ'লে প্ৰাক্তন চাহশ্ৰমিকৰ অধিক সংখ্যকৰ অৱস্থা বাগিচাৰ স্থায়ী শ্ৰমিকতকৈ তুলনামূলকভাৱে দুখজনক। খুউব কমসংখ্যক লোকৰ অৱস্থা কিছু উন্নত বুলি ক'ব পাৰি। কিছুমান প্ৰাক্তন চাহশ্ৰমিকে বাগিচাত পাতৰ পৰিমাণ বেছি হোৱাৰ সময়ত অস্থায়ী শ্ৰমিক হিচাপে কাম কৰে। সেই বিশেষ ঋতুটো পাৰ হোৱাৰ লগে লগে তেওঁলোকৰ কামৰ ম্যাদো শেষ হৈ যায়। এই ঋতুভিত্তিক কাম কৰা বনুৱাৰ ভিতৰত অধিকসংখ্যকেই মহিলা শ্ৰমিক। তেওঁলোকে সেই নিৰ্দিষ্ট দিনকেইটাৰ কামৰ বাবদ মজুৰি পোৱাৰ বাদে আন কোনো বিশেষ সুবিধা আদায় কৰিব নোৱাৰে। অৱশ্যে এই অস্থায়ী শ্ৰমিকসকলক কামৰ বিনিময়ত ৰেচন দিয়া হয় কিন্তু কেৱল নিজৰ বাবেহে, তেওঁৰ ওপৰত নিৰ্ভৰশীল পৰিয়ালৰ আন আন সদস্যৰ বাবে ৰেচন দিয়াৰ কোনো ব্যৱস্থা নাই। চৈধ্যদিন কাম কৰাৰ পাছত তেওঁলোকে এদিন ছুটী পায়। এটা বছৰৰ ছুটীৰ ধন তেওঁলোকক শীতকালত ছুটী পইচা হিচাপে প্ৰদান কৰা হয়। এইখিনিতো মালিকপক্ষই চল কৰিবলৈ নেৰে। এনে কৰি আটাইতকৈ বেছি লাভান্বিত হয় মালিকপক্ষ। সেইহেতুকে তেওঁলোকে গ্ৰামাঞ্চলৰ শ্ৰমিকসকলক অস্থায়ীভিত্তিত নিযুক্তি দিয়াত পূৰ্বৰে পৰা গুৰুত্ব দিয়া দেখা যায়।

বাগিচা অঞ্চলত বাস কৰা শ্ৰমিকসমূহ একো একোটা সংগঠিত ক্ষেত্ৰৰ অন্তৰ্ভুক্ত। তেওঁলোক এনেদৰে সংগঠিত এলেকাত থকা বাবে কিছু সুবিধা



নোহোৱা নহয়। কিন্তু এই সুবিধা আদায় কৰাত কিমানদূৰ সফল হৈছে সেয়া বিচাৰ্যৰ বিষয়। প্ৰাক্তন চাহ শ্ৰমিকসকল সম্পূৰ্ণৰূপে অসংগঠিত। কিছুমানে গাঁও পাতি বাস কৰে যদিও অধিকাংশই বিভিন্ন অঞ্চলত সিঁচৰতি হৈ আছে। সংগঠনৰ অভাৱ তেওঁলোকে বাৰুকৈয়ে অনুভৱ কৰিবলগীয়া হয়। অসংগঠিত ৰূপত থকা বাবে কিছুমান বিশেষ সমস্যাৰো সন্মুখীন হ'বলগীয়া হয় অথবা প্ৰাপ্য কিছুমান অধিকাৰৰ পৰা বঞ্চিত হ'বলগীয়া হয়। এই লোকসকলৰ কথা কোনো ৰাজনৈতিক দলেও ভবাৰ প্ৰয়োজনবোধ নকৰে।

এই কথা আগতেই উল্লেখ কৰি অহা হৈছে যে চাহ জনগোষ্ঠীয়ে অসমৰ ৰাজনীতিত নিৰ্ণায়কৰ ভূমিকা পালন কৰি আহিছে। আনহাতে একমাত্ৰ সংগঠিত নোহোৱা বাবেই বিভিন্ন ৰাজনৈতিক দলে বৃহৎ চাহজনগোষ্ঠীৰে এটা অংশৰ প্ৰাক্তন চাহ শ্ৰমিকসকলক আওকাণ কৰি আহিছে। অসংগঠিত হোৱাৰ বাবেই তেওঁলোকৰ দাবীবোৰ জোৰদাৰ নহয়। এইক্ষেত্ৰত বাগিচাৰ শ্ৰমিকৰ অৱস্থা অলপ উন্নত বুলি ক'ব পাৰি। বাগিচাত থাকিলে বিভিন্ন শ্ৰমিক সংগঠনে বিভিন্ন সুবিধা আদায় কৰাৰ থল আছে। তেওঁলোকৰ দাবী বা অভাৱ অভিযোগৰ খতিয়ান লবলৈ বাগিচা কৰ্তৃপক্ষই হওক বা বিভিন্ন ৰাজনৈতিক দলেই হওক একপ্ৰকাৰ বাধ্য। চৰকাৰৰ ফালৰ পৰাও প্ৰাক্তন চাহ শ্ৰমিকসকলক বিশেষ সুবিধা দিয়াৰ ব্যৱস্থা নাই। কোনোধৰণৰ উপযুক্ত অনুদানৰ বাবে তেওঁলোক বিবেচিত নহয়। চৰকাৰে এই লোকসকলক ৰক্ষণাবেক্ষণ দিব পৰা নাই। সকলো দিশৰ পৰাই তেওঁলোক বঞ্চিত।

তাহানিতে এই লোকসকলে চৰকাৰী মাটি দখল কৰি কৃষি কাৰ্য আৰম্ভ কৰিছিল। থাকিবলৈ সৰুকৈ জুপুৰি এটা সাজি লৈছিল নিজাকৈ। সময়ৰ লগে লগে পৰিস্থিতিৰো বহুখিনি পৰিৱৰ্তন হ'ল। জুপুৰিবোৰ ক্ৰমান্বয়ে আৰু সৰু হ'বলৈ ধৰিলে। অৱশ্যে বৰ্তমান কিছুমানে ইন্দিৰা আবাস যোজনাৰ অধীনত গৃহ আবন্টন পাইছে। লেখকৰ এক সমীক্ষামতে ৮২% লোকৰ কেৱল ঘৰ ভেটিয়ে একমাত্ৰ স্থাৱৰ সম্পদ, অন্যহাতে বাকী ১৮% লোকৰ ডেৰবিঘা বা ততোধিক ভূমি থকাৰ প্ৰমাণ পোৱা গৈছে। অস্থাৱৰ সম্পত্তিৰ নামত কিছুলোকৰ ঘৰত এজনী গাই বা এটা বলধ দেখা পোৱা যায় যদিও এহাল বলধৰ কথা অধিকাংশই চিন্তাই কৰিব নোৱাৰে। অন্যহাতে অৰ্থনীতিবিদ ড° জয়ন্ত মাধৱৰ এক সমীক্ষাত ৪২% লোকৰ খেতিমাটি নথকাটো প্ৰকাশ পাইছে।

অসমত বৰ্তমান ক্ষুদ্ৰ চাহখেতি এক লাভজনক ব্যৱসায়। যাৰ অলপমান মাটি আছে তাতে দুজোপামান চাহ গছ ৰুই আৰ্থিকভাৱে অলপ হ'লেও সকাহ পাইছে। কিন্তু গ্ৰামাঞ্চলত বসবাস কৰা চাহ জনগোষ্ঠীয় লোকসকলে এই ব্যৱসায়ত হাত দিব পৰা নাই অথবা তেওঁলোক আগ্ৰহী নহয় বুলি কলেও মিছা নহ'ব। অৱশ্যে তাৰ মাজতে দুই এক ব্যতিক্ৰমো নথকা নহয়। শিক্ষিত নোহোৱা আৰু আত্মবিশ্বাস নথকা বাবে তেওঁলোকে নিজৰ দখলত থকা যৎকিঞ্চিত মাটিত চাহ খেতি কৰাৰ পৰিৱৰ্তে পানীৰ দৰত বিক্ৰী কৰি সেইমাটিতে চাহগছ ৰোৱাৰ পৰা আদি কৰি বিভিন্ন কামৰ বাবে দিন হাজিৰা কৰা পৰিলক্ষিত হয়। নহ'লে এটা ভাল অৰ্থ উপাৰ্জনৰ আশা কৰিব পৰা গ'লহেঁতেন। একমাত্ৰ নিজৰ ভুলৰ বাবে আৰু উদ্যমৰ অভাৱত এক শক্তিশালী অৰ্থ উপাৰ্জনৰ পৰা তেওঁলোক বঞ্চিত। কিছুমানে আকৌ আনৰ মাটিত আধি খেতি কৰে বা দিন হাজিৰা কৰে। এনেদৰে দিন হাজিৰা কৰা শ্ৰমিকৰ কামৰ কোনো নিশ্চয়তা নথকাৰ লগতে হাজিৰাৰ কোনো নিৰ্দ্ধাৰিত মাত্ৰা নাই। গ্ৰেচুইটি, ভৱিষ্যতনিধি, পেন্সন, চিকিৎসা আদিৰ কথা কল্পনাই কৰিব নোৱাৰি। অন্যহাতে প্ৰাক্তন চাহ শ্ৰমিকক সুৰক্ষা দিবলৈ চাহ আৰু প্ৰাক্তন চাহ জনগোষ্ঠী কল্যাণ সঞ্চালকালয় কিমান কাৰ্যক্ষম সেয়া সকলোৰে জ্ঞাত।

তদুপৰি বৰ্তমান অনুসূচীত জনজাতিকৰণৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ অধীনত বিবেচনাধীন হৈ থকা চাহ জনগোষ্ঠীৰ তালিকাত কিছুমান উপাধিৰ প্ৰাক্তন চাহ শ্ৰমিক লোকে স্থান নোপোৱাটো চৰকাৰৰ অসচেতনতাৰ প্ৰমাণ। এই তালিকাখনৰ পুনৰ নিৰীক্ষণৰ প্ৰয়োজন আছে। আৰু যদি কেনেবাকৈ এই তালিকাখন প্ৰয়োজনী সংশোধন নোহোৱাকৈয়ে সংসদত গৃহীত হয়, জনগোষ্ঠীটোৰ বহু জাতি বাদ পৰি যাব। লগতে ভৱিষ্যতলৈও এই জাতিসমূহ অন্তৰ্ভুক্ত হোৱাৰ বাট একপ্ৰকাৰ নাইকিয়া হৈ যাব। তেনেস্থলত এইচাম মানুহৰ উন্নতিৰ পথ ৰুদ্ধ হোৱাৰ লগতে নিজৰ অস্তিত্ব সংকটত ভোগাৰ প্ৰৱল আশংকা আছে। সেয়ে ব্যক্তিগত বা ৰাজনৈতিক লাভালাভৰ কথা পৰিহাৰ কৰি সংশ্লিষ্ট পক্ষই এটা জাতিৰ সুদূৰপ্ৰসাৰী ভৱিষ্যতৰ কথা চিন্তা কৰাটো উচিত হ'ব।

বৃটিছ সাম্ৰাজ্যবাদী শোষণক উপলুঙা কৰি প্ৰাক্তন চাহ শ্ৰমিকসকল আঁতৰি আহিছিল। এনেদৰে ঔপনিবেশিক শাসনৰ পৰা মুক্ত হৈ কিছুক্ষেত্ৰত উন্নতি কৰিছিল তেওঁলোকে। গ্ৰামাঞ্চলত বসবাস কৰিবলৈ লোৱাৰ পৰা থলুৱা লোকৰ



সংস্পৰ্শত এই লোকসকলৰ জীৱনধাৰণৰ প্ৰণালী কিছু সলনি হৈছে। শিক্ষা-দীক্ষাৰ প্ৰতি আগ্ৰহী হৈছে। নিজৰ ল'ৰা-ছোৱালীক সীমিত সঞ্চয়েৰে হ'লেও আখৰ চিনাকি হোৱাৰ সুবিধাকণ দিবলৈ প্ৰয়াস কৰিছে। আজিকালি সৰ্বশিক্ষা আঁচনিৰ জৰিয়তে ১৪ বছৰৰ তলৰ শিশুসকলক সাঙুৰি লোৱা হৈছে যদিও প্ৰকৃতাৰ্থত সফল হৈছে বুলি কব নোৱাৰি। থলুৱা লোকৰ লগত থাকিবলৈ লওঁতে এৰাধৰাৰ মাজেৰে চলিবলগীয়া হৈছে। সামাজিক ৰীতি-নীতিতো সংমিশ্ৰণৰ প্ৰভাৱ পৰিছে। আৰু এই সংমিশ্ৰণৰ জৰিয়তে এইলোকসকল হৈ পৰিছে অসমীয়া সংস্কৃতিৰ অভিন্ন অংগ। নিজৰ স্বকীয় সংস্কৃতিত আঘাত নকৰাকৈ একেলগে বিহু পালন কৰিছে, ভাওনা উদ্‌যাপন কৰিছে। কোনোবাই আকৌ নিজে বিহুনাম ৰচিছে, বিহুৱা দল গঠন কৰি ৰাইজৰ পদূলিত হুঁচৰি গাইছে। এইখিনিতে আৰু এটা কথা কৈ থোৱা ভাল হ'ব যে বৃহৎ চাহজনগোষ্ঠীৰ যিসকল লোকে সমাজত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে তেওঁলোক মুখ্যত প্ৰাক্তন চাহশ্ৰমিক সম্প্ৰদায়ৰ বুলি বহুতে ক'ব বিচাৰে। এতিয়া কথা হ'ল তেওঁলোকে নিজকে প্ৰতিষ্ঠা কৰাৰ পাছত বাগিচা এৰিছে নে গ্ৰামাঞ্চলত থাকিয়েই নিজকে প্ৰতিষ্ঠা কৰিছে।

এই সকলোবোৰৰ যথেষ্ট অধ্যয়ন আৰু এক বিজ্ঞানসন্মত পৰ্যালোচনাৰ প্ৰয়োজন আছে। সি যি কি নহওক শিক্ষিতচামে সামাজিক উন্নয়নৰ বাবে কিছু পৰিমাণে হ'লেও চেষ্টা চলাইছে। সমাজত প্ৰচলিত অন্ধবিশ্বাস দূৰীকৰণত তেওঁলোক যথেষ্ট আগ্ৰহী। সামাজিক বৈষম্যবোৰ একেবাৰে শেষ হৈ যোৱা নাই যদিও বহু পৰিমাণে শিথিল হৈ পৰিছে। এই জনগোষ্ঠীৰ শিক্ষিতসকলৰ লগত আন আন লোকসকলৰ বৈবাহিক সম্পৰ্ক স্থাপন হোৱাটোৱে তাৰ স্পষ্ট প্ৰমাণ বহন কৰে। এইখিনিতে এটা গুৰুত্বপূৰ্ণ কথা উল্লেখ কৰিব বিচাৰিছোঁ যে গ্ৰামাঞ্চলত বাস কৰা কিছুমান লোকৰ পূৰ্বপুৰুষে চাহখেতি কৰা নাছিল। তেওঁলোকে প্ৰথমতেই কৃষি বা আন কামত আত্মনিয়োগ কৰিছিল। এতিয়াও চাহজনগোষ্ঠীৰ সকলো জাতিৰ লোক গ্ৰামাঞ্চলত বসবাস কৰিবলৈ আগবাঢ়ি যোৱা নাই। যিসকল কৃষি কাৰ্যত আগ্ৰহী বা অতীজতে নিজ নিজ ঠাইত কৃষি বা স্বতন্ত্ৰভাৱে ব্যৱসায়, বাঁহ-বেতৰ কাম ইত্যাদি কৰি জীৱিকা উপাৰ্জন কৰা কিছুমান বিশেষ জাতিৰ (যেনে- কুৰ্মী, তাছা, বনিয়া, গোৱালা, কুমাৰ, কুম্ভকাৰ, কৈৱী, তেলী, কেওট, বাঢ়ৈ ইত্যাদি) লোকহে আগবাঢ়ি আহিছে। অন্যহাতে প্ৰাক্তন

চাহ শ্ৰমিক গোষ্ঠীৰ এক বৃহৎ অংশ এতিয়াও কৃষি কাৰ্যৰ পৰা বহু দূৰৈত। ইতিমধ্যে উল্লেখ কৰি অহা খেতি মাটিৰ অভাৱেই ইয়াৰ মূখ্য কাৰণ।

গ্ৰামাঞ্চলত বাস কৰিবলৈ লোৱাৰ লগে লগে সাংস্কৃতিক দিশটোও সলনি হৈছে। কিন্তু সাংস্কৃতিক বিকাশৰ বাবে তেওঁলোকৰ এখন উমৈহতীয়া মঞ্চৰ অভাৱ। অ'ত ত'ত সিঁচৰতি হৈ থকা বাবে পূজা-পাৰ্বনবোৰো অলপ বেলেগ। নিজৰ মাজতে থূলমূলকৈ সম্পাদন কৰে এই কাৰ্য। পূজা বুলি ক'লে (বিশেষকৈ দুৰ্গা পূজা আৰু কালী পূজা) বাগিচাৰ যি আনন্দ-উল্লাহ, উখল-মাখল পৰিৱেশ, বহুদিনৰ আগৰেপৰা কৰা প্ৰস্তুতি এইবোৰৰ সোৱাদ লোৱাৰ পৰা তেওঁলোক বঞ্চিত।

আকৌ এই জনগোষ্ঠীৰ যুৱ প্ৰজন্মৰ বাবে এক বৃহৎ সমস্যা ৰূপে থিয় দিয়া বিষয়টো হৈছে পৰিচয়-সংকট (*Idendity crisis*)। মূলত অসমীয়া-নঅসমীয়াৰ বিতৰ্কত সোমাই থকা বাবে জনগোষ্ঠীটোৰ নৱপ্ৰজন্মৰ মাজত পৰিচয় সংকটৰ দৰে বিষবাষ্পই গা কৰি উঠিছে। জনগোষ্ঠীটোৰ নামকৰণত ব্যৱহৃত কুলী, বঙালী, লেবাৰ, বাগানীয়া, চাহ জনগোষ্ঠী, চাহ মজদুৰ, চাহ শ্ৰমিক, চাহ বনুৱা ইত্যাদি শব্দবোৰক লৈ অপমানবোধ কৰাৰ সময়তে এই শব্দবোৰৰ সঘন ব্যৱহাৰে তেওঁলোকক আঘাত কৰিছে। পৰিচয় সংকটৰ এই বিষবাষ্পই সমগ্ৰ অসমৰ আকাশ-বতাহ চানি ধৰি সকলোকে শ্বাসৰুদ্ধ কৰাৰ আগতে ইয়াৰ নিৰ্মূলৰ উপায় বিচৰাটো সময়ৰ এক তীব্ৰ প্ৰত্যাহ্বান।

প্ৰাক্তন চাহ শ্ৰমিকসকল এতিয়াও বহু পিছপৰি আছে - এই বুলি আমি কেৱল কাকতে-পত্ৰই বা সভাই-সমিতিয়ে বক্তব্য দাঙি ধৰি ক্ষান্ত থাকিলে নহ'ব। পৰিত্ৰাণৰ উপায় বিচৰাটো হ'ব সময় সাপেক্ষ তথা বুদ্ধিমানৰ কাম। বৰ্তমান এই জনগোষ্ঠীৰ কেইবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে অসম বিধানসভাত প্ৰতিনিধিত্ব কৰিছে। তথাপি ক'ব বিচাৰো চৰকাৰক দোষ দি বা কেৱল চৰকাৰে কৰিব বুলি আশা পালি থকাটোও উচিত নহ'ব।

আৰ্থিক উন্নয়নৰ বাবে আমি নিজেই আগ্ৰহী হ'ব লাগিব কিছুক্ষেত্ৰত। হাঁহ-কুকুৰা, গাহৰি, মীনপালন, মৌ-পালন, বয়ন শিল্প আদিক আমি পুৰুষ-মহিলা উভয়ে আত্মনিয়োগৰ পথৰূপে বাছি ল'ব লাগিব। চৰকাৰে যদি আচুতীয়া আঁচনি গ্ৰহণ কৰিব পাৰে তেন্তে সুফল আশা কৰিব পাৰি। বেংকৰ যোগেদি আগবঢ়োৱা আনুদানবোৰ যাতে তেওঁলোকে পায় তাৰবাবে চৰকাৰী বা বেচৰকাৰী



সংস্থাসমূহে সহায় কৰিব লাগিব। প্ৰয়োজনীয় ক্ষেত্ৰত প্ৰশিক্ষণ দিয়াৰো ব্যৱস্থা কৰিব লাগে। গ্ৰামাঞ্চলত উৎপাদিত কেঁচা সামগ্ৰীৰে জাম-জেলি আদি প্ৰস্তুত কৰি ব্যৱসায় কৰিলে যথেষ্ট লাভৱান হোৱাৰ থল আছে। আত্মসহায়ক গোটৰ সৃষ্টিয়ে এইক্ষেত্ৰত এক নতুন পথৰ সন্ধান দিব পাৰে। চৰকাৰৰ বিভিন্ন আঁচনিসমূহ (ৰাষ্ট্ৰীয় গ্ৰামীণ নিয়োগ নিশ্চিত আঁচনি (*NREGA*)/ প্ৰধানমন্ত্ৰীৰ ৰোজগাৰ যোজনা (*PRMY*)/ সম্পূৰ্ণ গ্ৰামীণ ৰোজগাৰ যোজনা (*SGRY*)/ স্বৰ্ণজয়ন্তী গ্ৰাম স্বৰোজগাৰ আঁচনি (*SGSY*) ৰ লগত তেওঁলোকৰ পৰিচয় কৰাই দিলেও কিছু পৰিমাণে সফল হোৱাৰ থল আছে। মূল কথা হ'ল এই সহজ সৰল মানুহখিনি সুবিধাসমূহ সঠিকভাৱে গ্ৰহণ কৰাত ব্যৰ্থ। আটছাকে আদি কৰি বিভিন্ন সংগঠন আৰু বেচৰকাৰী সংস্থাসমূহে আগবাঢ়ি আহি এইক্ষেত্ৰত তেওঁলোকক সঠিক পথ প্ৰদৰ্শন কৰিব পাৰে। এইচাম লোকৰ উন্নয়নৰ বাবে প্ৰয়োজন হৈছে এক সংগ্ৰামী তথা সংঘবদ্ধ প্ৰয়াসৰ। অন্ধবিশ্বাস, কুসংস্কাৰ, নিৰক্ষৰতা দূৰীকৰণ, পৰিয়াল পৰিকল্পনা ইত্যাদি সম্ভৱ হ'লেহে চাহ জনগোষ্ঠীৰ সকলো দিশত উন্নতি সম্ভৱপৰ হ'ব, অন্যথা সকলো বৃথা। এই ক্ষেত্ৰত শিক্ষিতসকলে মুখ্য তথা গুৰুদায়িত্ব পালন কৰিব লাগিব। ■

# চাহ জনগোষ্ঠীৰ নাৰী স্বতন্ত্ৰতা

ড° অঞ্জলি কৰ্মকাৰ ঘাটোৱাৰ

নাৰীক পুৰুষৰ অৰ্ধাঙ্গিনী বুলি আখ্যা দিয়া হয়। নাৰী অবিহনে পুৰুষ অসম্পূৰ্ণ। নাৰী পুৰুষৰ মিলিত শক্তিৰেহে সৃষ্টি সম্ভৱ। সেয়ে নাৰীৰ স্বতন্ত্ৰতা অবিহনে এখন সমাজৰ, এটা জাতিৰ সম্পূৰ্ণৰূপে বিকাশ হ'ব নোৱাৰে।

নাৰী স্বতন্ত্ৰতা আঁত বিচাৰি যাওঁতে আমি ইতিহাসলৈ এবাৰ উভতি চাবই লাগিব। আমি দেখা পাওঁ যে প্ৰাক বৈদিক যুগৰ পৰা বৰ্তমানলৈকে পুৰুষপ্ৰধান সমাজে নাৰীক প্ৰত্যক্ষভাৱে স্বাধীন বুলি স্বীকাৰ নকৰিলেও পৰোক্ষভাৱে স্বীকাৰ কৰি আহিছে। সময় পৰিস্থিতি সাপেক্ষে নাৰী শক্তিয়ে সদায়েই সমাজ সংস্কাৰত উল্লেখযোগ্য ভূমিকা লৈ আহিছে। নাৰী স্বতন্ত্ৰতা স্বতঃস্ফুৰ্তভাৱেই প্ৰকাশিত হৈ আহিছে।

পৌৰাণিক যুগৰ পৰাই দুৰ্গা, কালী, কামাখ্যা, ভুৱনেশ্বৰী আদি দেৱীক শক্তিৰ আধাৰ হিচাপে পূজা-আৰাধনা কৰা হয়। বৈদিক যুগত বেদ-বেদাঙ্গত নাৰীক উচ্চ আসন দি অহা হৈছে। গাৰ্গী, মৈত্ৰেয়ী আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। বৌদ্ধধৰ্ম প্ৰচাৰত সংঘমিত্ৰাৰ ভূমিকা লেখত ল'বলগীয়া। মোগল যুগৰ ৰাজিয়া চুলতানা, নুৰজাহান, কমলাৱতী আদিৰ ভূমিকা; স্বাধীনতাৰ আন্দোলনত ৰাণী দুৰ্গাৱতী, ৰাণী লক্ষ্মীবাই আদিৰ ভূমিকা সকলোৱেই জানে। আনহাতে ৰাণী ফুলেশ্বৰী, জয়মতী, ৰমণী গাভৰু, কনকলতা, ভোগেশ্বৰী



ফুকননী আদি নাৰীৰ দেশৰ সংকট মুহূৰ্তত কৰা ত্যাগ নাৰী স্বতন্ত্ৰতাৰ কথাকেই সদায় সোঁৱৰাই থাকে।

গতিকে ইতিহাসে প্ৰমাণ কৰে যে নাৰী কোনোদিনেই পিছ পৰি থকা নাই আৰু তেওঁলোক সময় সাপেক্ষে কিমান সবল তাক প্ৰমাণ কৰি আহিছে। গতিকে নাৰী স্বতন্ত্ৰতাৰ গুৰুত্ব কিমান বেছি তাক ইতিহাসে বাৰে বাৰে প্ৰমাণ কৰিছে।

বাহিৰা জগতখনৰ লগত কোনো সংস্পৰ্শ নোহোৱাকৈ শতাধিক বছৰ অতিবাহিত কৰা এই জনগোষ্ঠীৰ লোকসকল দুবেলা দুমুঠি খাই থকাৰ বাহিৰে অন্য কোনো কথা চিন্তা কৰাৰ অৱকাশেই পোৱা নাছিল। সামাজিক, শৈক্ষিক, আৰ্থিক কোনো দিশৰেই পোহৰ নোপোৱা এই জনগোষ্ঠীৰ সমাজত স্বাধীনতা কি সেই সম্পৰ্কে কোনো ধ্যান-ধাৰণাই শিপাব পৰা নাছিল। সেয়ে স্বাধীনতা শব্দৰ অৰ্থ বিচাৰি তেওঁলোকৰ সম্পূৰ্ণ দুশ বছৰ অতিবাহিত হৈ গৈছিল। কিন্তু স্বাধীনতা শব্দটোৰ স্বতঃস্ফুৰ্তভাৱেই বিকাশ ঘটে, ইয়াক কোনো শক্তিয়ে চিৰদিনৰ বাবে বন্ধ কৰি ৰাখিব নোৱাৰে। সমগ্ৰ ভাৰতবৰ্ষৰ লগতে অসমতো স্বাধীনতা আন্দোলনৰ বতাহ ব'বলৈ আৰম্ভ কৰে। চাহ জনগোষ্ঠীৰ কিছুসংখ্যক লোক ইয়াৰ লগত জড়িত হৈ পৰে। এই জনগোষ্ঠীৰ বহুতো লোকে এই সংগ্ৰামত অংশগ্ৰহণ কৰিছিল। দয়াল পানিকা, অৰ্জুন ঘাটোৱাৰ আদিকে ধৰি বহুলোক এই সংগ্ৰামত জড়িত হৈ পৰে। এইখিনিতে উল্লেখযোগ্য যে তেজপুৰৰ লালমাটিৰ এগৰাকী চাহবনুৱা মহিলা 'মাংৰি মেম' (মাংৰি ওৰাওঁ) ইংৰাজসকলৰ শোষণৰ বিৰুদ্ধে মুক্তভাৱে বিদ্ৰোহ কৰি ওলাই আহি স্বাধীনতা আন্দোলনত অৰিহণা যোগাইছিল। অৱশেষত সকলো জাতি-জনজাতিৰ অসীম ত্যাগ-কষ্টৰ বিনিময়ত সমগ্ৰ ভাৰতবাসীৰ লগত অসমেও স্বাধীনতা লাভ কৰিলে। তেতিয়াৰ পৰাই এই জনগোষ্ঠীৰ লোকসকলেও স্বাধীনতা কি তাৰ কিছু সোৱাদ অনুভৱ কৰা আৰম্ভ কৰিলে।

ভাৰতবৰ্ষৰ অনুসূচিত জনগোষ্ঠীৰ অঞ্চলৰ পৰা অহা চাহ জনগোষ্ঠীৰ

পৰম্পৰা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ বেছিভাগেই অনুসূচিত জনগোষ্ঠীয় প্ৰধান। সেয়ে চাহ জনগোষ্ঠীৰ সমাজত মহিলাসকলে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। এওঁলোক অধিক পৰিশ্ৰমী আৰু পুৰুষৰ সমানে শ্ৰম কৰিব পাৰে। ঘৰ-সংসাৰ চলোৱাৰ ক্ষেত্ৰত এওঁলোক পুৰুষৰ সমানেই কষ্ট আৰু পৰিশ্ৰম কৰিব পাৰে। শ্ৰমৰ ক্ষেত্ৰত পুৰুষৰ সমানে সমানে ফেৰ মাৰিব পাৰে। চাহ বাগিচাৰ মহিলাসকলে পাত তোলা, কোৰ মৰা, কলম কটা আদি কামৰ বাহিৰেও ঘৰৰ সকলো কাম যেনে ৰন্ধা-বঢ়া, ল'ৰা-ছোৱালী পোহপাল দিয়া, হাঁহ-কুকুৰা, গৰু-ছাগলী পোহা, বস্তু-বাহানি বেচা-কিনা কৰা সকলো কামেই কৰিব পাৰে।

ঠিক সেইদৰে প্ৰাক্তন চাহ বনুৱা মহিলাসকলেও খেতি বাতিৰ ক্ষেত্ৰত ভূঁই ৰোৱা, কঠীয়া তোলা, কোৰ মৰা আদি কামত পুৰুষসকলৰ সমানে সমানে সহায় কৰে। ঘৰখনৰ আৰ্থিক দিশত এই মহিলাসকলে যথেষ্ট সকাহ দিয়ে। গতিকে ইয়াৰ পৰা দেখা যায় যে মহিলাসকলে এই সমাজত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে।

চাহ বনুৱা সমাজত নাৰীক বিশেষ অৱজ্ঞা কৰা নহয়। তেওঁলোকক বিশেষ সন্মান দিয়া হয়। বিয়াবাৰুৰ ক্ষেত্ৰত যৌতুকৰ ওপৰত বিশেষ গুৰুত্ব দিয়া নাযায়। এই ক্ষেত্ৰত কন্যাঘৰৰ মানুহক বিশেষ প্ৰাধান্য দিয়া দেখা যায়। কিন্তু সামাজিকভাৱে অন্যান্য সমাজত যেনেকৈ নাৰীক সম্পূৰ্ণ স্বাধীনতা দিয়া নাযায় ঠিক তেনেকৈ চাহ বনুৱা সমাজতো নাৰীক সম্পূৰ্ণ স্বাধীনতা দিয়া দেখা নাযায়। সামাজিকভাৱে যদিও তেওঁলোকক অৱজ্ঞা কৰা নহয় তথাপি পুৰুষ প্ৰধান সমাজত পৰোক্ষভাৱে কিছু বাধা আৰোপ কৰা হয়। মুক্তভাৱে চলাফুৰা কৰা, সামাজিক অনুষ্ঠানসমূহত ভাগলোৱা আদিৰ ক্ষেত্ৰত তেওঁলোক সম্পূৰ্ণ স্বাধীন নহয়। জাতিগত সংকীৰ্ণতা, পুৰণিকলীয়া ৰীতি-নীতি, অবিশ্বাস আদিৰ মাজত আৱদ্ধ হৈ থকাৰ বাবে নাৰীসকলক মুক্ত বিচৰণ বা সামাজিক কামকাজত আগভাগ লোৱাত কিছু বাধা আৰোপ কৰা দেখা যায়।

চাহ বনুৱা নাৰীসকলৰ স্বাধীনতাৰ বাধাৰ মূলতে হৈছে সামাজিক



পশ্চাৎগামিতা। আৰ্থিক, সামাজিক আৰু শৈক্ষিক দিশত পিছপৰি থকা সমাজ এখনত নাৰী স্বাধীনতা এক কঠিন বিষয়। সেয়ে নাৰী স্বতন্ত্ৰতা পাবলৈ হ'লে সমাজখন প্ৰথমে শৈক্ষিক দিশত উন্নতি কৰিবই লাগিব। তেতিয়াহে সমাজ সচেতনতা বাঢ়িব। সচেতন সমাজ এখনতহে নাৰীয়ে প্ৰকৃত মৰ্যাদা পাবলৈ সক্ষম হ'ব। প্ৰকৃত মৰ্যাদা পালেহে নাৰী স্বতন্ত্ৰ হ'ব আৰু স্বতন্ত্ৰভাৱে যিকোনো কামত আগবাঢ়ি যাবলৈ সক্ষম হ'ব। ই কেৱল চাহ বনুৱা নাৰীৰ ক্ষেত্ৰতেই নহয় সকলো জনগোষ্ঠীৰেই নাৰী স্বাধীনতাৰ মূল বিষয়।

চাহ বনুৱা জনগোষ্ঠীৰ আৰ্থিক অৱস্থা অতি দুখলগা। সেয়ে সীমিত লোকেহে শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত আগবাঢ়িব পাৰিছে। এই সীমিত সংখ্যক লোকে ইমান বৃহৎ সমাজ এখনৰ পৰিৱৰ্তন আনিবলৈ নিশ্চয় বহু কষ্ট কৰিব লাগিব। স্বাধীনতাৰ পিছৰ পৰাই চাহ বনুৱা লোক সকলৰ মাজৰ পৰা টৌতে খৰ মৰি কিছু সংখ্যক লোক আগবাঢ়ি আহিছে। তাৰ মাজতে দুই-এক নাৰী আগবাঢ়ি আহিছে। আশীৰ দশকৰ পৰা বহুতো চাহ বনুৱা মহিলা ৰাজনৈতিক, শৈক্ষিক দিশত আগবাঢ়িছে। শিক্ষা বিভাগত বহুতো মহিলাই শিক্ষকতা আৰম্ভ কৰিছে। কেইবাগৰাকী ডাক্তৰ, অভিযন্তা, আইনজীৱী, কৃষিস্নাতক, স্নাতকোত্তৰ ডিগ্ৰী ল'বলৈ সক্ষম হৈছে। দুই-এজনে আদালতত ওকালতিও আৰম্ভ কৰিছে। প্ৰশাসনিক দিশতো আৰু প্ৰশাসনিক পৰীক্ষা আদিতো সফল হৈছে।

এই ক্ষেত্ৰত উল্লেখযোগ্য যে চাহ বনুৱা নাৰীসকল পলমকৈ হ'লেও শিক্ষা-দীক্ষা অৰ্জন কৰি স্বাধীনভাৱে আগবাঢ়িবলৈ আৰম্ভ কৰিছে। অৱশ্যে শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত আগবাঢ়িব পাৰিলে চাহ বনুৱা নাৰীসকলৰ স্বতন্ত্ৰতা নিশ্চয় আসন্ন হ'ব। তাৰবাবে চাহ বনুৱা সমাজখন সামাজিকভাৱে সচেতন হ'ব লাগিব।

এই ক্ষেত্ৰত উল্লেখযোগ্য যে চাহ বনুৱা নাৰী সমাজৰ ক্ষেত্ৰত এতিয়ালৈকে নাৰী সংগঠন সমূহ সবল ৰূপত বিকাশ হোৱা নাই। নাৰী সংগঠনসমূহ সবল ৰূপত সংগঠিত কৰি গঠনমূলক কামত আগবাঢ়িবলে নাৰীসকলৰ স্বাধীনতা নিশ্চয় কিছু সহজ হ'ব। কাৰণ এই নাৰী সংগঠনসমূহে

শ্ৰমজীৱি মহিলাসকলক সঠিক দিশত আগবঢ়াই নিব পাৰিব। আৰু তেওঁলোকৰ বিৰুদ্ধে চলি থকা শোষণৰ অন্ত পেলোৱাত সবল ভূমিকা ল'ব পাৰিব। বৰ্তমান সময়ত পুৰুষৰ পুৰুষ আৰু নাৰীৰ মাজত থকা লিংগ বৈষম্য দূৰ কৰি নাৰীক পুৰুষৰ লগত সমানে আগবঢ়াই নিবলৈ হ'লে নাৰীৰ অন্তৰ্নিহিত নাৰীসত্তা জাগ্ৰত কৰি তুলিব লাগিব। তাৰ অৰ্থ এইটো নহয় যে তেওঁলোক পুৰুষৰ সৈতে সংঘাতত লিপ্ত হ'ব লাগিব। ইয়াৰ অন্তৰ্নিহিত অৰ্থ হৈছে পাৰস্পৰিক সমিলমিল, সহযোগিতাৰ মাধ্যমেদি আন্তৰিকাপূৰ্ণ সহ অৱস্থানেৰে নাৰীৰ অনতিৰ্নিহিত মানৱীয় সত্তাক সন্মান জনাই নাৰীসত্বাৰ বিকাশৰ পথ মুকলি কৰি দিব লাগিব। যি দেশত নাৰীজাতিৰ সন্মান নাই, তেনে জাতিৰ ভৱিষ্যৎ কেতিয়াও নিৰাপদ নহয়। গতিকে মাতৃশক্তিৰ প্ৰতি যথোচিত সন্মান জনাই তেওঁলোকৰ প্ৰাপ্য অধিকাৰক উচিত সন্মান প্ৰদৰ্শন কৰাটোৱেই হ'ব বৰ্তমান সময়ত আটাইতকৈ দৰকাৰী কথা। ■



# স্বাস্থ্য সচেতনতা আৰু চাহ শ্ৰমিক সমাজ

**গুণীন চন্দ্ৰ দাস**

অসমৰ চাহ বাগিচাসমূহত শ্ৰম কৰি জীৱন নিৰ্বাহ কৰা সংখ্যাগৰিষ্ঠ শ্ৰমিকেই স্বাস্থ্য সম্পৰ্কে সজাগ হোৱাৰ পৰা বঞ্চিত হৈ আছে। সৰহভাগ লোকেই দিনৰ ভাগত পুৱা ৬ বজাৰ পৰা আবেলি ৪ বজালৈকে বাগিচাত বাবু-চৰ্দাৰৰ আজ্ঞাবাহী হিচাপে কৰ্ম কৰি দিনটো পাৰ কৰে। তেওঁলোকে স্বাস্থ্য সম্পৰ্কে কোনো ধৰণৰ চিন্তা-চৰ্চা কৰিবৰ অৱকাশ নাপায়। বাগিচাৰ বাহিৰৰ জগতখনৰ লগত তেওঁলোকৰ সম্পৰ্ক নাথাকে। দৈনিক কৰ্মসূচীমতে কাম কৰিবলৈ শিকা শ্ৰমিক পিতৃ-মাতৃসকলে স্বাস্থ্যৰ সাধাৰণ ৰীতি-নীতিখিনিও মানি চলিব নজনাৰ কথা পৰিলক্ষিত হয়। সু-স্বাস্থ্যৰ কথা মনলৈ অনাৰ সময়তে মানুহৰ খোৱা-বোৱাৰ কথা আহে। আমি আহাৰ খোৱাৰ আগতে কেইটামান সৰু সৰু অভ্যাস কৰিব লাগে, এই অভ্যাস খন্তেকীয়া নহয় দীঘলীয়া হ'ব। সাধাৰণতে এটা অঞ্চল বা এখন বাগিচাৰ স্বাস্থ্যৰ কথা মনত পেলোৱা হয় তেতিয়া কিছুমান কথা চকুত পৰে। একেখিনি খাদ্য খাই কোনো লোকে নিৰোগীভাৱে স্বাস্থ্যৱান হৈ জীৱন নিৰ্বাহ কৰিছে আৰু কাৰোবাৰ ক্ষেত্ৰত ৰুগীয়া হৈ জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছে।

মুকলি বজাৰৰ পৰা অনা শাক-পাচলি ধুই ৰন্ধা-বঢ়া কৰা, খোৱাৰ আগতে বাচন-বৰ্তনখিনি এবাৰ গৰম পানীত ধুই লোৱা, ৰন্ধা বস্তুখিনি ঢাকনি দি থোৱা, খোৱাপানী ফিল্টাৰ কৰি খোৱা, নিয়মিতভাৱে গা ধোৱা, কাপোৰ-কানি ৰ'দত দিয়া, ঘৰৰ খিৰিকিখন খুলি কোঠাৰ ভিতৰত পোহৰ সোমোৱাৰ লগতে মুকলি বায়ু চলাচল কৰাৰ সুবিধা কৰা আদি বহুতো সাধাৰণ নিয়ম-নীতি মানি চলিব

নজনা লোক শ্ৰমিকসকলৰ মাজত আজিও দেখা যায়। মাতৃসকলে দৰমহা লৈ আহোঁতে বজাৰৰ পৰা মিঠাই, ফলমূল, বিস্কুট, মুৰি লাড়ু, চানা আদি আনি ঘৰত থকা সৰু সৰু ল'ৰা-ছোৱালীৰ হাতত দিয়ে। তেওঁলোকৰ হাতত মিঠাইৰ টোপোলা পৰাৰ লগে লগে খোৱা বস্তুখিনি মুখত ভৰায়। মাটিয়ে ধূলিয়ে খেলি থকা হাতখন ধুই লোৱা বা খাবলৈ দিয়া ফলমূল ধুই লোৱাৰ কথা চিন্তা কৰিব নোৱাৰে। কেতিয়াবা মাটিত পৰা বস্তুও বুটলি খোৱা দেখা যায়। ইয়াৰ ফলত খোৱাবস্তুৰ লগত পেটলৈ যোৱা ধূলি মাটিৰ পৰাও পেটচলা বা পায়খানা হোৱা, পেলু-কৃমি হোৱা দেখা যায়। মাতৃসকলে বহু সময়ত বাটিত বা কাঁহীত সৰু সৰু ল'ৰা-ছোৱালীক খোৱাবস্তু দিয়া দেখা যায়। তেওঁলোকে মাটিত বহি খাওঁতে মাটিত পৰা খোৱাবস্তুও উঠাই খোৱা দেখা যায়। খোৱাবস্তু মাটিৰ পৰা তুলি খোৱাৰ ফলত পেলু-কৃমি হোৱাতো স্বাভাৱিক। খোৱাৰ পাছত ভালধৰণে মুখ-হাত ধুৱাই নিদিলে মুখত খোৱা-বস্তুত মাখি পৰি ঘাঁ কৰিব পাৰে।

শিশুসকলক শোৱাৰ আগতে ভালধৰণে হাত-ভৰি ধুই বিচনাত উঠিবলৈ শিকাব লাগে বা কণ কণ শিশুসকলক নিজে হাত-ভৰি ধুৱাই দিব লাগে। নিয়মীয়াকৈ নিতৌ গা ধোৱাৰ কথা শিকোৱাটো নিয়মৰ কথা। পায়খানালৈ যাওঁতে ভৰিত চেণ্ডেল পিন্ধি যাব লাগে। মুকলি ঠাইত শৌচ কৰা অভ্যাস কৰিব নালাগে। মুকলি ঠাইত শৌচ কৰাৰ ফলত সমগ্ৰ অঞ্চলটোৰ বায়ু প্ৰদূষণ হোৱাৰ লগতে পেলু-কৃমিৰ ৰোগীৰ সংখ্যা বাঢ়িব। চাহ বাগিচাৰ বহু লোকে এতিয়াও বিজ্ঞানসন্মত পায়খানা ব্যৱহাৰ কৰিবলৈ শিকা নাই। আৰু সংখ্যাগৰিষ্ঠ বয়োবৃদ্ধ লোকৰ ভাল পায়খানালৈ গ'লে শৌচ নহয় বুলি কোৱা শুনা যায়। মুকলি ঠাইত বা ঘাঁহনিতহে শৌচ খোলচা হয়। বহু ঠাইত ডাঙৰসকলে শৌচ কৰিবৰ বাবে ঘৰৰ পৰা কিছু আঁতৰলৈ যায়। চাহ বাগিচাৰ মাজলৈ বা ওচৰতে থকা জান-জুৰিৰ পাৰলৈ যায়। কণ কণ শিশুসকলে ঘৰৰ ওচৰতে শৌচ কৰে। বহুলোকে সৰু ল'ৰা-ছোৱালীৰ শৌচ বুলি কুকুৰক খাবলৈ দিয়ে। বা খেৰেৰে বা কোৰেৰে চুচি জেওৰাৰ ওচৰত বা ঘৰৰ পাছফালে নতুবা ঘৰৰ সন্মুখত থকা নলাত পেলাই দিয়া দেখা যায়। ইয়াৰ ফলত দুৰ্গন্ধ হৈ পৰিৱেশ প্ৰদূষিত হয়। নলা-নৰ্দমাত থকা মলখিনি ঘৰৰ পোহনীয়া হাঁহ-কুকুৰাই খায়। বহু শ্ৰমিক পৰিয়াল এই সাধাৰণ স্বাস্থ্য ৰক্ষাৰ নীতিখিনিও জনাৰ পৰা বঞ্চিত হৈ আছে। চাহ বাগিচাত বসতি কৰি থকা শ্ৰমিকসকলে চাহ বাগিচাৰ ফালৰ পৰা দিয়া লেট্ৰিন ব্যৱহাৰ কৰে। বহুতো



বাগিচাত শ্ৰমিকসকল বৰ্তমানলৈকে লেট্ৰিন পোৱাৰ পৰা বঞ্চিত হৈ আছে। তেওঁলোকে মুকলি ঠাইত শৌচ কৰে। বহুতো বাগিচাত শ্ৰমিকে এতিয়াও বাগিচাৰ মাজলৈ গৈ চাহ গছৰ মাজত শৌচ কৰে। পুৰা শৌচ কৰি অহাৰ পাছতে হয়তো পাত ছিঙা, কোৰ মৰা, কলম দিয়া কাম কৰে। তেওঁলোকে কম খৰচত এটা অনাময় লেট্ৰিনৰ ব্যৱস্থা কৰি ল'লে সকলো ফালৰ পৰা স্বাস্থ্য ৰক্ষাৰ লগতে শৌচ-প্ৰস্ৰাৱ আদিৰ পৰা হ'ব লগা ৰোগসমূহৰ জীৱন ৰক্ষা কৰিব পাৰিব।

দিনটোৰ বাবে বাগিচাৰ কামলৈ ওলাই যোৱা পিতৃ-মাতৃয়ে দুপৰীয়া খোৱাৰ আহাৰখিনি (ভাত বা ৰুটি) ৰান্ধি-বাঢ়ি থৈ যায়। কণ কণ শিশুসকলে দুপৰীয়া ভোকৰ সময়ত ভাত-ৰুটি উলিয়াই খায়। নিজহাতে খাওঁতে তেওঁলোকে মাটিত পেলায় আৰু মাটিৰ পৰাও বুটলি খায়। মাটিত পৰা খাদ্যখিনি খালে তাৰ পৰা পেলু-কৃমি হয়। পেটত পেলু হ'লে ল'ৰা-ছোৱালীৰ আভোক হৈ খাবলৈ মন নকৰা হয়, খোৱাবস্তুৰ প্ৰতি আগ্ৰহ নোহোৱা হয়। দিনে দিনে পেটটো ডাঙৰ হৈ পৰে। বমি বমি ভাৱ হয়। দেহাটো ক্ষীণাই যোৱাৰ উপক্ৰম হয়। পেটত পেলু হ'লে সৰু সৰু ল'ৰা-ছোৱালীৰ মাজে মাজে পাতল পায়খানা হোৱা দেখা যায়। বিচনাত শুই থকা অৱস্থাত দাঁত কৰচাও শুনা যায়। দিন বাগৰি যোৱাৰ লগে লগে দুৰ্বল হৈ পৰে। বহুতো পিতৃ-মাতৃয়ে এনে হ'লে প্ৰথমে বাহিৰা বতাহ (ভূত-প্ৰেত) লগা বুলি ধাৰণা কৰি বেজৰ ওচৰলৈ যায় আৰু জৰা-ফুকা কৰায়। বেজে জাৰি দিয়া সৰিয়হৰ টোপোলা ডিঙিত বান্ধি দিয়ে। মন্ত্ৰপূতঃ সৰিয়হৰ লগত ফুটছাই, চৌকাৰ মাটি আদি গাত সানে। পানী জাৰি খুৱায়। গাত ধূনা আৰু সৰিয়হ মাৰি ভূত খেদে। এনেধৰণে কিছুমান অলৌকিক কাৰ্যৰে মানুহৰ মনত বিশ্বাস জগায়। এনেধৰণে অন্ধবিশ্বাসত ডুব গৈ থকা বহুলোকে বেজৰ ধূৰ্তালিত ভোল গৈ ৰোগীৰ অৱস্থা কাহিল কৰে। নাকে-মুখে পেলু ওলালে বা পায়খানা গৈ গৈ উঠিব নোৱাৰা অৱস্থা হ'লেহে ডাক্তৰৰ কথা চিন্তা কৰে আৰু লৰা-ঢপৰা কৰি হস্পিটেললৈ যায়। অবাবত বেজৰ ওচৰত সময় নষ্ট কৰাৰ বাবে ৰোগী হস্পিটেল পাওঁতে হয়তো মৃত্যুমুখত পৰে বা চিকিৎসা কৰি সুস্থ কৰালৈ যথেষ্ট সময় লাগে আৰু বহু ধন খৰচ হয়। সেয়েহে এই বেজালি, যাদু-মন্ত্ৰৰ কথাবোৰ আঁতৰ কৰিব নোৱাৰিলে চাহ জনগোষ্ঠীৰ লোকসকলৰ অগ্ৰগতিত বাধা আৰোপ হ'ব। বৰ্তমান বহুতো ঠাইত বহুলোকে বেমাৰ-আজাৰত বেজক লগোৱাই জৰা-ফুকা কৰা, দেৱ-দেৱীৰ নামত টোপোলা বন্ধা, দেৱতাৰ নামত পাৰ চৰাই উৰোৱা,

পাঠা ছাগলী বলি দিয়া, মৌলবীৰ পৰা পানী জৰাই অনা কাৰ্য কৰে। এনবিলাক কাৰ্যই সু-স্বাস্থ্যৰ বাবে যেনেকৈ হেঙাৰ হয় তেনেদৰে এখন সুস্থ-সবল সমাজ গঢ়াতো বাধা হিচাপে থিয় দিয়ে।

চাহ বাগিচাতেই হওক বা গাঁও অঞ্চলতেই হওক চাহ জনগোষ্ঠীৰ সংখ্যাগৰিষ্ঠ লোকসকলে ঘৰতে কৰিব পৰা প্ৰাথমিক চিকিৎসাখিনি নজনাৰ ফলতেই বা কৰিবলৈ সুবিধা নোপোৱাৰ বাবেই ৰোগীৰ অৱস্থা বেয়াৰ ফালে ঢাল খায়। কেঁচুৱাৰ পায়খানা হ'লে মাকে গাখীৰ খুৱাবলৈ বন্ধ কৰি দিয়ে, পানী নুখুৱায়। ভাৱ হয় পানীয় বস্তু খালে পায়খানা বেছি হ'ব। যাৰ ফলত শিশু বা বয়সস্থসকলৰ মুখ চকু শুকান হৈ পৰে। শেষত চেলাইন দিব লগা হয়। সাধাৰণ চিকিৎসাখিনি যেনে, জীৱন জল (O.R.S.) নিমখ আৰু চেনি মিহলাই পানীয় কৰি পায়খানা কৰি থকা ৰোগীক চিকিৎসালয়লৈ নিব নোৱাৰা সময়খিনি ঘৰতে খুৱাই থাকিলে যথেষ্ট উপকৃত হ'ব পাৰি।

চাহ বাগিচাত কৰ্ম কৰি জীৱন নিৰ্বাহ কৰা লোকসকলে সমাজৰ বৰমূৰীয়াসকলক যেনেধৰণে বিশ্বাসত লয় ঠিক তেনেকৈ বাগিচাৰ লাইনৰ মাজত দোকান দি মহাজন হোৱা সকলকো ঈশ্বৰৰ দৰেই বিশ্বাস কৰে। দোকানী মহাজনে দোকানত যিয়েই বিক্ৰী কৰে সেইটোৱেই ভাল। নিজে উপযুক্ত পুষ্টিকৰ খাদ্য নিৰ্বাচন কৰিব নজনাটো এটা ডাঙৰ অসুবিধা। বজাৰৰ পৰা সস্তীয়া বা বহু সময়ত ব্যৱহাৰৰ ম্যাদ উকলা খাদ্য সামগ্ৰী কিনি অনাৰ ফলত লোকসকলে পুষ্টিহীনতাত ভুগিব লগা হয়। পুষ্টিহীনতাত ভোগা সকলে বহু সময়ত ডায়েৰীয়াত ভোগে। অৱশ্যে ডায়েৰীয়া হোৱাৰো বহু কাৰণ আছে। যিখিনি কথা জানি থ'লে সাধাৰণ লোকসকলো উপকৃত হ'ব।

১. ভাইৰাছৰ আক্ৰমণ বা ইনটেটিনেল ফ্লুৰ পৰা হ'ব পাৰে।

২. পেলুৰ আক্ৰমণৰ পৰা হ'ব পাৰে।

৩. বেক্টেৰিয়াৰ বাবে।

৪. খাদ্যত বিষক্ৰিয়া ঘটিলে।

৫. কিছু কিছু লোকৰ গাখীৰ হজম নহ'লেও ডায়েৰীয়া হ'ব পাৰে।

৬. অধিক চৰ্বীযুক্ত বা তেলযুক্ত আহাৰ খালেও ডায়েৰীয়া হ'ব পাৰে।

বহু মাতৃয়ে নিজৰ স্তনপান নকৰাই বটলেৰে বা দুধদানিৰে গাখীৰ খুৱায়। কেতিয়াবা বটলটো ভালধৰণে গৰম পানীৰে ধুই পৰিষ্কাৰ কৰি নল'লে শিশুৰ



ডায়েৰীয়া হ'ব পাৰে। চাহ বাগিচাত কাম কৰি থকা অৱস্থাতো শিশুসকলক মাতৃয়ে গাখীৰ খুৱাবলগীয়া হ'লে শিশুক স্তনপান কৰোৱাৰ আগতে মাতৃয়ে নিজৰ স্তন পানীৰে পৰিষ্কাৰ কৰি গাৰ পৰা ওলোৱা ঘাম চাফা কৰি ল'ব লাগে। নিজৰ হাত পৰিষ্কাৰ কৰি পিন্ধি থকা কাপোৰ-কানিত লাগি থকা পোক-পৰুৱা আঁতৰাই কাপোৰ-কানি ভাল ধৰণে জাৰি-জোকাৰিহে কেঁচুৱাক কোঁচত লৈ ভালকৈ বহি লৈ স্তন পান কৰাব লাগে। ঘৰত থকা কেঁচুৱাক মাতৃসকলে কামৰ পৰা অহাৰ পাছত দিনটো কামৰ সময়ত পিন্ধি থকা কাপোৰ-কানি সলাইহে গাখীৰ খুবাব লাগে।

চাহ বাগিচা অঞ্চলতেই হওক বা গাঁও অঞ্চলতেই বসবাস কৰি থকা চাহ শ্ৰমিকসকলে স্বাস্থ্য ৰক্ষাৰ কিছু প্ৰতিষেধকৰ বিষয়ে আৰু প্ৰাথমিক চিকিৎসাৰ বিষয়ে জানিলে বহু উপকৃত হ'ব পাৰিব। সহজতে সংক্ৰামিত হোৱা ৰোগৰ পৰাই নিজক তথা পৰিয়ালৰ লোকসকলক ৰক্ষা কৰিব পাৰিব। সেয়া হ'ল—

১. অনাময় লেট্ৰিন ব্যৱহাৰ কৰা।

২. শিশুৰ শৌচ ঘৰৰ ওচৰত নেপেলাই পুতি পেলোৱা।

৩. ঘৰত পোহনীয়া জীৱ-জন্তু, চৰাই (কুকুৰা, মুৰ্গী) ঘৰৰ ভিতৰলৈ সোমাবলৈ দিব নালাগে।

৪. শিশুক খাবলৈ দিওঁতে কুকুৰ, মেকুৰীৰ ওচৰত দিব নালাগে।

৫. গাহৰিক গৰালত ৰাখিব লাগে। গাহৰি মুকলিত চৰিবলৈ দিব নালাগে। গাহৰিৰ পৰা বহু ৰোগ সংক্ৰমিত হ'ব পাৰে।

৬. শৌচগাৰ ব্যৱহাৰ কৰিলে মাখি আদিৰ পৰা বিয়পিব পৰা ৰোগ বিয়পিব নোৱাৰে।

৭. পায়খানালৈ যাওঁতে চেণ্ডেল পিন্ধি যাব লাগে। শৌচ কৰি উঠি গুহ্যদ্বাৰ ভালধৰণে ধুব লাগে। শিশুসকলক ডাঙৰে ধুৱাই দিব লাগে। পায়খানা কৰাৰ পাছত হাত-ভৰি ভাল ধৰণে চাবোনেৰে ধুব লাগে।

৮. হাতৰ নখ কাটিব লাগে।

চাহ জনগোষ্ঠী সমাজত এতিয়াও পৰিয়াল পৰিকল্পনা নথকাত সাধাৰণভাৱে জীৱন যাপন কৰি থকা শ্ৰমিকসকল বহু সন্তানৰ পিতৃ-মাতৃ হ'ব লগা হয়। আজিৰ পৰা কিছু বছৰৰ পূৰ্বে বহু পুত্ৰৰ পিতৃ হোৱাটো গৌৰৱৰ কথা বুলি বহু লোকে গৌৰৱ কৰিছিল। যুগৰ পৰিৱৰ্তন হোৱাৰ লগে লগে মানুহৰো

পৰিৱৰ্তন ঘটে। যুগৰ পৰিৱৰ্তনৰ লগত খাপ খাই যাব পৰাটোৱে প্ৰকৃত কথা। অন্যথাই ব্যক্তি, সমাজ বা জাতিয়ে অগ্ৰগতি লাভ কৰিব নোৱাৰে। পূৰ্বৰ দৰে এই পৃথিৱীখন চলি থাকিলেও জীৱশ্ৰেষ্ঠ মানৱৰ জীৱন-ধাৰণৰ মানদণ্ডৰ পৰিৱৰ্তন ঘটিছে। বিজ্ঞানৰ যুগৰ লগত গতি কৰিছে। সীমিত পৰিয়ালেৰে এটা সুখী পৰিয়াল গঢ়িছে। শ্ৰমিকসকলৰ পৰিয়ালত সন্তান জন্ম হ'লে ভগৱানৰ অৱদান বুলি ধৰি লয়। ইয়াক ৰোধ কৰাতো পাপ বুলি ভাৱিছিল। যাৰ ফলত এগৰাকী মহিলাই কেইবাটাও সন্তান জন্ম দি নিজে দুৰ্বল হ'ব লগা হয়। বহু সময়ত দেখা যায় দুটা সন্তানৰ মাজত খুউব কম ব্যৱধানত সন্তান জন্ম হয় যাৰ ফলত সন্তান কেইটাও সুস্থ-সবল হ'ব নোৱাৰে। এটা পৰিয়ালত যদি দুটা বা তিনিটা সন্তান থাকে তেতিয়া হ'লে পিতৃ-মাতৃয়ে তেওঁলোকৰ উপাৰ্জনেৰে সু-খাদ্য, উচ্চ মানদণ্ডৰ পোছাক আৰু শিক্ষা-দীক্ষাত অগ্ৰসৰ কৰিব পাৰিব। পিতৃ-মাতৃৰ সৈতে দুটা সন্তানেই সুখী পৰিয়াল। পৰিয়াল পৰিকল্পনাৰ কথা কওঁতে দুটামান কথা আগতীয়াকৈ নক'লে কথাটো পৰিষ্কাৰ নহ'ব। বিজ্ঞানসন্মতভাৱে উপযুক্ত বয়সত (ল'ৰা ২১ বছৰৰ পাছত আৰু ছোৱালী ১৮ বছৰৰ পাছত) বিয়া পাতি সংসাৰ কৰিব লাগে। তেতিয়াহে পৰিয়াল পৰিকল্পনাৰ কথা চিন্তা কৰিব পাৰি।

চাহ জনগোষ্ঠীৰ মাজত অতিকৈ মন কৰিবলগীয়া কথাটো হ'ল বাল্য বিবাহ। পূৰ্বতে কিছুমান সমাজত বাল্য বিবাহ প্ৰচলিত আছিল। পিতৃয়ে কোঁচত লৈ কন্যাদান দিলেহে পিতৃ সফল হোৱা বুলি বিশ্বাস কৰিছিল। কন্যাসন্তান সকল পুষ্পিতা (ফুলসাদি) হোৱাৰ আগতেই দৰা বিচাৰি বিয়া দিছিল। যুগৰ পৰিৱৰ্তনত ইয়াৰ কিছু পৰিৱৰ্তন ঘটিলেও চাহ বাগিচাৰ শ্ৰমিক লাইনত বসবাস কৰা চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত ঘন বসতি হোৱাৰ বাবেই হওক বা শিক্ষা-দীক্ষাত পাছ পৰি থকাৰ বাবেই হওক উপযুক্ত বয়সৰ আগতেই মনৰ পছন্দমতে বিবাহ পাশত আৱদ্ধ হৈ পিতৃ-মাতৃৰ দায়িত্ব বহন কৰে। খুউব কম বয়সত বিয়া পতাৰ বাবে তেওঁলোকৰ সতি-সন্তানসকল সুস্থ-সবল নহয়, ক্ষীণকায় হয়। মাতৃ গৰাকীয়ে উপযুক্ত বয়সতকৈ কম বয়সত মাতৃ হোৱাৰ বাবে সন্তানক উপযুক্ত গাখীৰৰ যোগান ধৰিব নোৱাৰে। মুঠৰ ওপৰত 'অপৈণত গছৰ গুটিও অপৈণত হয়, সুস্থ-সবল দীৰ্ঘায়ু নহয়।'

উপযুক্ত বয়সত বিবাহ পাশত আৱদ্ধ হোৱাৰ পাছতো বিজ্ঞানসন্মতভাৱে মাতৃত্ব লাভ কৰাৰ বাবে মতৃসকলে মাতৃ মংগল (*Maternal Care*)



গৰ্ভধাৰণ, প্ৰসৱ সংক্ৰান্ত কিছুমান ল'ব লগা সাৱধানতা অৱলম্বন কৰাটো অতি প্ৰয়োজনীয় কথা। গৰ্ভধাৰণ, প্ৰসৱ সংক্ৰান্ত কাৰণত বহু মাতৃয়ে অকালতে মৃত্যুক আঁকোৱালি ল'ব লগা হয়। গৰ্ভধাৰণ অৱস্থাত মাতৃগৰাকীয়ে পাব লগা যত্ন, খাদ্য আদি পাব লাগিব। উপযুক্ত খাদ্যৰ অভাৱত স্বাস্থ্য হানি হয়। ভগ্ন স্বাস্থ্যৰ বাবেও প্ৰসৱৰ সময়ত মাতৃগৰাকীৰ মৃত্যু হ'ব পাৰে। ভগ্ন স্বাস্থ্যৰ বাবে শিশুটিৰো মৃত্যু হোৱা দেখা যায়। কম বয়সতে বিবাহ হোৱাৰ বাবেই এনে ধৰণৰ ঘটনা ঘটে।

প্ৰসূতিসকলৰ বাবে *Maternati Leave*-ৰ লগতে *Maternati Benifit*-ৰ সুবিধা আছে। বাগিচাখনৰ স্থায়ীসকলে এই সুবিধা পোৱাতো নিচিন্ত। চাহ বাগিচাখনৰ স্থায়ী বিবাহিতা মহিলাসকলে গৰ্ভাৱতী অৱস্থাত ল'ব লগা *Antental Care* বাগিচাৰ হস্পিটেলত থকা ডাক্তৰ-নাৰ্চসকলে লয়। *Maternati Benifit*ৰ চৰকাৰৰ আইনখনৰ লগত কিছু অমিল দেখা যায়। বৰ্তমান বিজ্ঞানসন্মতভাৱে মাতৃ আৰু শিশুসকলৰ মৃত্যুৰ হাৰ কমাবৰ বাবে গাঁও, বাগিচা আৰু চহৰত স্বীকৃতপ্ৰাপ্ত স্বাস্থ্যকৰ্মী 'আশা' নিয়োগ কৰিছে। 'আশা'সকল স্বাস্থ্য সম্পৰ্কে প্ৰশিক্ষণপ্ৰাপ্ত। গাঁৱত বসবাস কৰা লোকসকলৰ অসুখ হ'লে আশাই তেওঁলোকক চিকিৎসালয়লৈ নিয়ে। গৰ্ভাৱতীসকলক হস্পিটেললৈ নি কেনেকৈ নিৰাপদ প্ৰসৱ কৰিব পাৰি আৰু গৰ্ভাৱস্থাত ল'ব লগা সাৱধানতা বুজাই দিয়ে। গৰ্ভাৱস্থাত ল'ব লগা *T.T* বেজি লোৱা, আইৰণ, ফলিক এছিড বড়ি খোৱা আদিৰ উপৰি চৰকাৰী হস্পিটেলত এগৰাকী গৰ্ভাৱতী মহিলাক নি নিৰাপদ প্ৰসৱ কৰোৱাটোত অধিক গুৰুত্ব দিয়া হয়। সন্তান জন্মৰ পাছত শিশুসকলক *Vaccine* দিয়াৰ ব্যৱস্তা কৰা, গাঁওখনৰ, বাগিচাখনৰ প্ৰতিঘৰ মানুহৰ ঘৰলৈ গৈ স্বাস্থ্য সম্পৰ্কে জ্ঞান দিয়াৰ ব্যৱস্থা কৰিছে। গাঁও, চহৰ বা বাগিচাই হওক সকলোতে সেৱা আগবঢ়াই তিৰোতাসকলক সকলো সময়তে স্বাস্থ্য সেৱা আগবঢ়াইছে। গৰ্ভাৱতী সময়ৰ পৰা 'জননী সুৰক্ষা আঁচনি'ৰ জৰিয়তে চৰকাৰে আগবঢ়োৱা 'আইজনী', 'মাজনী' আঁচনিৰে সু-ব্যৱস্থা কৰি দিছে। প্ৰসূতিয়ে সন্তান প্ৰসৱৰ পাছত চৰকাৰৰ পৰা পোৱা সাহায্য ১৪,০০.০০ টকা বেংক বা ডাকঘৰত ৰখাৰ সু-ব্যৱস্থাও কৰিছে।

চাহ বাগিচাসমূহত একো একোজন স্বাস্থ্য সহায়ক আছে। তেওঁ ডাক্তৰক সহায় কৰাৰ উপৰি নিম্ন উল্লিখিত কামখিনি সমাধান কৰিবলগীয়া হয়—

১. শ্ৰমিক বসতি লাইনত চাফ-চিকুণতা *Senitation*-ৰ ব্যৱস্থা কৰোৱা।

২. ঘৰৰ বা বাৰীৰ জাবৰ-জোথৰ পেলাবৰ বাবে একোটাকৈ গাঁত খান্দি তাতে জাবৰ পেলাবৰ পৰামৰ্শ দিয়া।

৩. প্ৰতি ঘৰতে নিত্য ব্যৱহাৰ কৰা পানী পেলাবৰ বাবে একোটা গাঁত খন্দাই দিয়া।

৪. কম খৰচত লাইনৰ মাজত অনাময় লেট্ৰিনৰ ব্যৱস্থা কৰা।

৫. বাগিচাত থকা জন্ম-মৃত্যুৰ হিচাপ ৰখা। *Birth Register*-ত ভৰ্তি কৰি চৰকাৰী হিচাপৰ বাবে *Birth Report Form* ভৰ্তি কৰি চৰকাৰী পঞ্জীয়ন কাৰ্যালয়লৈ পঠোৱা।

৬. লাইনত ডি. ডি. টি. ছটিওৱাৰ ব্যৱস্থা কৰা।

৭. লাইনৰ মাজত থকা খোৱাপানী বিশুদ্ধ কৰাৰ ব্যৱস্থা কৰা।

৮. পৰিয়াল পৰিকল্পনাৰ পৰামৰ্শ আগবঢ়োৱা।

এইখিনি শ্ৰমিকসকলৰ সাহায্যাৰ্থে কৰিব লগা কাম। এই সকলো কথা চাহ জনগোষ্ঠীৰ শ্ৰমিকসকলে জানি ৰখাতো অতি আৱশ্যক।

চাহ শ্ৰমিক সমাজৰ বাবে এটা কথা অতি জৰুৰী। সেইটো হৈছে, *Health is Wealth* (স্বাস্থ্যই সম্পদ)। দেহাৰে খাটি খোৱা পৰিশ্ৰমবিহীন অন্য পন্থা চিন্তা কৰিব নোৱাৰা লোকৰ সংখ্যাই যথেষ্ট। চাহ শ্ৰমিকসকলৰ সাঁচতীয়া ভঁৰাল নাই। কিন্তু দেহা ঠিক থাকিলেই সকলো ঠিক থাকিব। অৰ্থাৎ ভঁৰালৰ দৰে সকলো সঞ্চয় হৈ থাকিব। পৰিয়ালৰ ভৰণ-পোষণ দিব পাৰিব। সেয়েহে কোৱা হয় স্বাস্থ্যই সম্পদ।

আজি কালি যুগৰ পৰিৱৰ্তনৰ লগে লগে বিভিন্ন নতুন নতুন ৰোগৰ আবিৰ্ভাৱ হৈছে। ইয়াৰ মূলতে হ'ল ৰোগ হোৱাৰ পাছত দৰৱ খাই ভাল কৰাতকৈ বা চিকিৎসা লৈ ভাল কৰাতকৈ বেমাৰ নোহোৱাকৈ থকাতোহে শ্ৰেষ্ঠ। ইংৰাজীত কয়– *Prevention is better than cure.* শিশু কালৰ পৰাই আমি প্ৰতিষেধকৰ ব্যৱস্থা কৰি কমেও ৬ টা মাৰাত্মক ৰোগ প্ৰতিহত কৰিব পাৰোঁ। এই বিষয়ে চাহ শ্ৰমিক সমাজৰ লোকসকলে জনা উচিত।

ক) যক্ষ্মা (*Tuberculosis*)ঃ এই ৰোগবিধ দূষিত বায়ু মানুহৰ শৰীৰত উশাহৰ জৰিয়তে সোমাই যক্ষ্মা ৰোগৰ সৃষ্টি কৰে। এই ৰোগবিধ



*Immunisation*-ৰ দ্বাৰা বচাব পাৰি। এইবিধ প্ৰতিষেধক হৈছে *B.C.G.*।

খ) ঘোঁৰাশলখা (*Diptheria*) – *D.P.T.* এইবিধ প্ৰতিষেধক।

গ) ধনুষ্টংকাৰ (*Teyanus*) – *D.P.T.* এইবিধ প্ৰতিষেধক।

ঘ) হুপিং কাঁহ (*Whoping Cough*)– *D.P.T.* এইবিধ প্ৰতিষেধক।

ঙ) পলিঅ' (*Poliomylitis*) – অৰেল পলিঅ'।

চ) সৰু আই (*Measles*) – বসন্তৰ চিটা।

<u>ৰোগ প্ৰতিষেধক ব্যৱস্থা</u>

<u>শিশুসকলৰ ৬ বিধ মাৰাত্মক সংক্ৰামক ৰোগৰ পৰা ৰক্ষা কৰিবলৈ প্ৰতিষেধকৰ ব্যৱস্থা</u>

<u>১ বছৰৰ তলৰ বয়সৰ টীকাকৰণৰ সময়সূচী</u>

| সময় | টীকাৰ নাম | কোন বেমাৰৰ বাবে |
|---|---|---|
| জন্মৰ সময়ত | বি.চি.জি (B.C.G.)<br>অ.পি.ভি (O.P.V.) | বাল্যকালৰ যক্ষ্মাৰোগ<br>আৰু পলিঅ'মাইলিটিচ্ |
| ডেৰমাহ | বি.চি.জি<br>(জন্মৰ সময়ত নিদিলে)<br>ডি.পি.টি-১ (D.P.T.)<br>অ.পি.ভি-১ (O.P.V.) | ডিপথেৰিয়া, হুপিং কাহ,<br>ধনুষ্টংকাৰ,<br>পলিঅ'মাইলিটিছ |
| আঢ়ৈমাহ | ডি.পি.টি-২ (D.P.T.)<br>অ.পি.ভি-২ (O.P.V.) | ডিপথেৰিয়া, হুপিং কাহ,<br>ধনুষ্টংকাৰ,<br>পলিঅ'মাইলিটিছ |
| চাৰে তিনিমাহ | ডি.পি.টি-৩ (D.P.T.)<br>অ.পি.ভি-৩ (O.P.V.) | ডিপথেৰিয়া, হুপিং কাহ,<br>ধনুষ্টংকাৰ,<br>পলিঅ'মাইলিটিছ |
| ন মাহ | সৰু আই (Measles) | সৰু আই |

চাহ জনগোষ্ঠী সমাজত বৰ্তমানো কিছুমান এলান্ধুকলীয়া নীতি প্ৰচলিত। এই নীতি পৰিহাৰ কৰি যুগৰ লগত আগুৱাই যাবৰ সময় সমাগত।

১. সময়মতে আহাৰ গ্ৰহণ কৰা।

২. গৰ্ভাৱস্থাত উপবাস দিয়াতো বৰ্জনীয়।

৩. বসন্ত ওলালে বা গাত ওলোৱা যিকোনো ঘাঁ বা ছালৰ ৰোগক বসন্ত বুলি ভাবি ডাক্তৰৰ পৰামৰ্শ নোলোৱাটো।

৪. শুবৰ সময়ত আঁঠুৱা ব্যৱহাৰ কৰা।

৫. ঘৰত দিয়া ডি.ডি.টি. ভালধৰণে ঘৰৰ ভিতৰত ছটিয়াবলৈ দিয়া।

৬. মাতৃ আৰু শিশুসকলক প্ৰতিষেধক ছিটা দিয়াৰ ব্যৱস্থা কৰা।

৭. পৰিয়াল পৰিকল্পনা কৰি পৰিয়াল সীমিত কৰাৰ ব্যৱস্থা লোৱা। ■



# সংস্কৃতি

# চাহ জনগোষ্ঠীৰ ঋতুকালীন পূজা পাৰ্বণৰ ৰেঙণি

সুশীল কুৰ্মী

চাহ বাগিচাৰ অসমীয়া বুলি গৌৰৱবোধ কৰা অসমৰ অন্যতম বৃহৎ জনগোষ্ঠী চাহ জনগোষ্ঠীৰ বাবে বৰণীয়া কৃষ্টি সংস্কৃতিয়ে অসমীয়া কৃষ্টি-সংস্কৃতিৰ বিচিত্ৰতাক অধিক বিচিত্ৰ কৰি তুলিছে। লগতে অসমীয়া কলা-সংস্কৃতিৰ ভঁৰালখনো চহকী কৰিছে। কৰম পৰব আজি অসমীয়া সংস্কৃতিৰ এক এৰাব নোৱাৰা অংগ হৈ পৰিছে। অসমৰ হাৱাপানীৰ লগত মিলি যোৱা চাহ জনগোষ্ঠীৰ বাবে অসমৰ বাহিৰে আজি অন্য কোনো ঠাই নাই য'লৈ তেওঁলোক গুচি যাব পাৰে। পূৰ্বভূমিৰ কথা কাহানিবাই পাহৰিলে। অসমখনেই নিজৰ ঘৰ হৈ পৰিল। অসমেই এতিয়া জনমভূমি, কৰম ভূমি আৰু মৰণভূমি। সেয়ে 'আসাম মৰলে হামৰাও মৰব' বুলি ৰাজপথত বিনাদ্বিধাই চিঞৰিব পাৰে। তেওঁলোকৰ পূৰ্বপুৰুষসকল বাহিৰৰ পৰা আহিলেও যুগ যুগ ধৰি অসমীয়া সমাজৰ সংস্পৰ্শত থাকি সময়ৰ গতিত ক'ব নোৱাৰাকৈয়ে সকলো ফালৰ পৰা অসমীয়াত্ব গ্ৰহণ কৰি অসমীয়া বুলি নিজকে চিনাকি দিয়াৰ যোগ্যতা অৰ্জন কৰিছে। অসমীয়া সমাজখনৰ এক অবিচ্ছেদ্য অংগ হৈ পৰিছে। অসম সাহিত্য সভাকে আদি কৰি বহুতে এই কথা স্বীকাৰ কৰিছে। অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতি তেওঁলোকৰ অতি আপোন হৈ পৰিল। সেয়ে তেওঁলোকক বাদ দি অসমীয়া সমাজ কেতিয়াও পূৰ্ণাংগ হ'ব নোৱাৰে। অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতি-সংহতিক তেওঁলোকে আলিংগন কৰি আছে।

চাহ জনগোষ্ঠীৰ মাজত হিন্দু-মুছলিম-খ্ৰীষ্টান তিনিওটা জনগোষ্ঠীৰ লোক আছে। হিন্দুসকল নামঘৰলৈ যায় আৰু খ্ৰীষ্টানসকল গীৰ্জালৈ যায়। হিন্দুসকলে পূজা-পাতল, দেৱ-দেৱী মানে, মুছলিম আৰু খ্ৰীষ্টানসকল তাৰ পৰা বিৰত থাকে। পূৰ্বপুৰুষসকল মূলগতভাৱে সকলো হিন্দুধৰ্মৰ লোক আছিল যদিও কালৰ গতিত কিছুমানে কিছুমান কাৰণত হিন্দুধৰ্ম পৰিত্যাগ কৰি মুছলিম আৰু খ্ৰীষ্টান ধৰ্মত দীক্ষিত হয়। পাদুৰি মিছনেৰীৰ ছত্ৰছায়াত পৰি হিন্দু ধৰ্মৰ পৰা আঁতৰি গ'লেও পূৰ্বাপৰ ৰীতি-নীতিৰ ওপৰত আস্থা ৰাখি জাতীয় স্বকীয়তা বজাই ৰাখিছে। সামূহিক পূজা-পৰ্ৱৰ চাৰিসীমাৰ মাজত আজিও তেওঁলোক বিৰাজমান।

চাহ জনগোষ্ঠীৰ লোকসকলে ভূত-প্ৰেত, দেৱ-দেৱীৰ পূজা মুখ্য হিচাপে পালন কৰিলেও কিছুমান ঠাইৰ কিছুসংখ্যক লোকে শংকৰী ধৰ্মৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰি আহিছে। সৌ তাহানিতে হাতীগড় চাহ বাগিচাৰ নৰসিং তাছাই বৰ বায়নৰ খিতাপি পোৱাৰ কথা হয়তো বহুতে নাজানে।

আমাৰ আলোচ্য বিষয় চাহ জনগোষ্ঠীৰ ঋতুকালীন পূজা-পৰ্ৱৰ কথা ক'বলৈ যাওঁতে দেখা যায় যে বছৰটোৰ ছয় ঋতুৰ ভিতৰত এনে এটা ঋতু নাই য'ত এইখন সমাজৰ কিবা নহয় কিবা এটা পূজা বা পৰ্ৱ পালন কৰা নহয়। গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত আটাইবোৰ ঋতুকে সমাজখনৰ পূজা-পৰ্ৱৰে আৱৰি ৰাখিছে। 'বাৰ মাসে তেৰ পূজা' বুলি গৌৰৱ অনুভৱ কৰা সমাজখনৰ একাধিক পূজা-পৰ্ৱ প্ৰতিটো ঋতুতে পালন কৰা দেখা যায়। চালি জাৰি চালে দেখা পোৱা যায় যে ঋতুভেদে পালন কৰা পূজা-পৰ্ৱবোৰ এনে ধৰণৰ ঃ গ্ৰীষ্মঋতুত সূৰ্যাহী পূজা, গ্ৰাম পূজা, বীৰ পূজা, আমপূজা; বৰ্ষাঋতুত কৰম পূজা, মনসা পূজা, জন্মাষ্টমী, গংগা পূজা; শৰৎ ঋতুত দুৰ্গা পূজা, কালী পূজা, লক্ষ্মী পূজা, তুলসী পূজা, ইংখুৰ পূজা, চুলহা পূজা, ডেহৰি পূজা, কাণবিন্ধা পৰ্ৱ; হেমন্ত ঋতুত টুচু পূজা, ক্ষেত্ৰ পূজা, ফুচপুনি মাৰ পূজা, মাংৰা বুৰুৰ পূজা, গুৰৰ পূজা; শীত ঋতুত ফাকুৱা পৰ্ৱ, বড় পাহাৰী পূজা, বাগদেই পূজা, শিৱৰাত্ৰি, ধৰম পূজা, চাতাপাতা পৰ্ৱ আৰু বসন্ত ঋতুত চড়ক পূজা, চাড়োল পূজা, মংলা পূজা, অযোধ্যা পূজা, বড়দেৱ পূজা ইত্যাদি।

ইয়াৰ বাহিৰেও আমাৰ অজানিতে আৰু বহুতো পূজা-পৰ্ৱৰ কথা বাদ পৰি যাব পাৰে। কাৰণ চাহজনগোষ্ঠী বুলি ক'লে বহুতে ভৱাৰ দৰে একে জাতি



বা একেটা সম্প্ৰদায়ৰে মানুহ নাই। ইয়াত আছে চাৰিকুৰিৰো অধিক ভিন্ন জাতি-উপজাতিৰ লোক। এই লোকসকলৰ ভিতৰত জাতি বা সম্প্ৰদায়ভেদে ৰীতি-নীতি, পূজা-পাতল আদি সামাজিক কাম-কাজবোৰত কিছু নহয় কিছু পাৰ্থক্য আছে। কৰম পূজা, লক্ষ্মী পূজা, দুৰ্গা পূজা, কালী পূজা আদিৰ দৰে সকলোবোৰ পূজা-পৰ্ৱ উমৈহতীয়া নোহোৱাৰ বাবে কোনোবা এটা জাতিয়ে পালন কৰা কোনোবা এটা পূজা আন জাতিৰ মাজত হয়তো তাৰ প্ৰচলন নাথাকিবও পাৰে। তাৰ ভিতৰত কোনোবা এটা পূজা আকৌ একাধিক জাতিৰ মাজত পালন কৰাৰ প্ৰচলন থাকিব পাৰে। গতিকে সকলো জাতি-উপজাতিৰ সকলোবোৰ পূজা-পৰ্ৱৰ কথা আমাৰ বোধগম্য নোহোৱাতো স্বাভাৱিক। আমি জানিব পৰা পূজা-পাৰ্বণৰ একোটি আভাস মাথো এই লেখাৰ জৰিয়তে দিয়াৰ প্ৰয়াস কৰা হৈছে।

**(১) গ্ৰীষ্ম ঋতুৰ পূজা ঃ**

গ্ৰীষ্ম ঋতুৰ বতৰত সাধাৰণতে সূৰ্যাহী পূজা, গ্ৰাম পূজা, বীৰ পূজা আৰু আম পূজা আদি পালন কৰা দেখা যায়।

**সূৰ্যাহী পূজা ঃ** এক ঘৰুৱা পূজা। চাহ জনগোষ্ঠীৰ বংগমূলীয় লোকসকলৰ মাজত এই পূজাৰ প্ৰচলন আছে। পাঁচ বছৰ বা বাৰ বছৰৰ মূৰে মূৰে এই পূজা কৰা হয়। ঘৰত পতাৰ নিয়ম নথকাত হাবিৰ মাজত অথবা নদীৰ পাৰত এই পূজা বেলি ওলোৱাৰ লগে লগে আৰম্ভ কৰা হয় আৰু দুপৰীয়াৰ ভিতৰতে সকলো কাম কৰি শেষ কৰা হয়। কিছুমানে ইয়াক 'উষা পূজা' বুলি কয়। পূজাৰ দিনা ঘৰৰ গৃহস্থ-গৃহস্থনী উপবাসত থাকে। পূজাত বলি দিয়াৰ নিয়ম আছে। পূজাৰ প্ৰসাদ আদি ঘৰলৈ নিয়াৰ নিয়ম নাই। নিলে ঘৰখনৰ অমংগল হয় বুলি বিশ্বাস কৰে। সেয়ে পূজাৰ থলীতে সকলো খাই শেষ কৰি ঘৰলৈ যায়। ঘৰ সোমাওঁতে ঘৰৰ গৃহস্থজনে হাতত এঘটি পানী লৈ পদুলি মূৰৰ পৰা আঁঠু কাঢ়ি কাঢ়ি ঘৰ সোমায়। এই পূজাৰ পৰা ভূত-প্ৰেত, অপায়-অমংগলৰ পৰা ঘৰখন ৰক্ষা পৰি থাকে বুলি তেওঁলোকে বিশ্বাস কৰে। সূৰ্যাহী পূজা কৰা লোকসকলে সদায় গা-পা ধুই সূৰ্যৰ ফালে চাই সূৰ্য দেৱতাক সেৱা কৰে।

**গ্ৰাম পূজা ঃ** একেটা সময়তে পালন কৰা আন এটা পূজা হ'ল গ্ৰাম পূজা। ধান ৰোৱাৰ আগ মুহূৰ্তত সমূহীয়াভাৱে গাঁৱত পালন কৰা এই পূজাৰ বাবে কোনো নিৰ্দিষ্ট দিন বাৰ নাথাকে। ৰাইজৰ সুবিধা অনুযায়ী কোনো এক শুভদিনত এই পূজা কৰা হয়। চাহ জনগোষ্ঠীয় সমাজৰ এটা বিশ্বাস আছে যে

প্ৰত্যেক অঞ্চলতে ৰখীয়াস্বৰূপ একোজনা দেৱতা থাকে। অপায় অমংগলৰ পৰা অঞ্চলটোক ই ৰক্ষা কৰি থাকে। কিবা কাৰণত দেৱতা অসন্তুষ্ট হ'লে বেমাৰ-আজাৰ, আকাল, মহামাৰী আদি নানা বিভীষিকাই দেখা দিব পাৰে। এই লোকবিশ্বাসৰ আধাৰত তাৰ পৰা পৰিত্ৰাণ পাবলৈ গ্ৰামদেৱতাৰ নামত প্ৰতিবছৰে সকলোৱে মিলি পূজা কৰে। কিছুমানে ব্যক্তিগতভাৱেও কৰে। পূজাৰ কাৰণে কোনো বামুণ-পুৰোহিতৰ আৱশ্যক নাই। গাঁৱৰ মুখিয়ালধৰণৰ লোক এজনক পূজা কৰিবলৈ বাচি লোৱা হয়। তেওঁক নায়ক বোলে। নায়কক সহায় কৰিবলৈ আৰু এজন বা দুজনক বাছি লোৱা হয়। তেওঁলোকক উপনায়ক বোলে। পূজাৰ দিনা নায়কজন উপবাসে থাকে। উপনায়ক কেইজন উপবাসে নাথাকিলেও কোনো কথা নাই। পূজাৰ দিনা পুৱাই নায়ক-উপনায়ক আটাইকেইজনে গা-পা ধুই নতুন কাপোৰ পিন্ধি লয়। নায়কক ঘৰৰ পৰা ঢাক-ঢোল বজাই পূজাথলীলৈ আদৰি নিয়া হয়। পূজাঘৰৰ আগফালে দীঘল বাঁহত লালকাপোৰ বান্ধি ঝাণ্ডা পোতা হয়। বেদীত পূজাৰ বস্তু ঠিক-ঠাক কৰি লৈ নায়ক ধ্যানত বহে। সেই সময়ত অহৰহ বাজনা বজাই থাকে। ধ্যান কৰি কৰি এটা সময়ত নায়কজন কঁপিবলৈ ধৰে। কঁপি কঁপি বহাৰ পৰা উঠি জপিয়াবলৈ ধৰে। ইয়াক ঝুপান বা চাটিয়া উঠা বোলে। তেতিয়া গাঁৱৰ কিবা অপায়-অমংগলৰ কথা সুধিবলৈ থাকিলে তেওঁক প্ৰশ্ন সোধা হয় আৰু সেইমতে উত্তৰবোৰ দি যায়। অপায় অমংগলৰ পৰা হাত সাৰিবলৈ কিবা কৰিবলগীয়া থাকিলে তাৰো বিধান দি যায়। এই পূজাৰ প্ৰসাদ বা কোনো খোৱাবস্তু ঘৰলৈ নিব নাপায়। পূজাৰ থলীতে খাই শেষ কৰাৰ নিয়ম। ঘৰলৈ নিলে অমংগল হয় বুলি বিশ্বাস কৰে। পূজাৰ অন্তত ৰাতিৰ আন্ধাৰত গাঁওখনৰ চাৰি চুকত চাৰিটা লাল চালুকৰ ঝাণ্ডা পুতি গ্ৰাম বন্ধন কৰে। কিছুমানে ঝাণ্ডাৰ সলনি কেঁচা সূতা মেৰিয়াই ধেনু একোখন পোতে। কিছুমানে আকৌ ধূপ-চাকি জ্বলাই হাঁহ বা মুৰ্গীৰ কণী একোটাও পুতি দিয়ে। ঠাই ভেদে নিয়মবোৰো কিছু বেলেগ হোৱা দেখা যায়। গাঁওখন এনেদৰে বান্ধি থ'লে গাঁৱৰ মানুহবোৰ বেমাৰ-আজাৰ, ভূত-প্ৰেত অথবা যিকোনো অপায়-অমংগলৰ পৰা হাত সাৰি থাকিব পাৰে। সেইদিনা কিছুমানে ঝাড়ু দি ঘৰৰ জাবৰ-জোথৰ গাঁৱৰ আওহতীয়া ঠাইত পেলাই থৈ আহে। এনে কৰিলে ঘৰখনৰ বোলে কোনো অমংগল নহয়। ইয়াক ঝাড়ু-মৰা পূজাত বলি দিয়াৰ নিয়ম আছে। কিছুমানে আষাৰীয়া পূজা বোলে। অনাখৰী শ্ৰমিকৰ মুখত শুদ্ধ উচ্চাৰণ গ্ৰাম পূজাৰ ঠাইত গাৰাম পূজা বুলিও কোৱা শুনা যায়।



**বীৰ পূজা ঃ** ভূঁইয়া সম্প্ৰদায়ৰ লোকসকলে সাতবীৰৰ নামত বিশেষভাৱে বীৰপূজা পাতে। এই সাতবীৰ হ'ল- পবন বীৰ, তুলসী বীৰ, দুলাৰ বীৰ, হনুমান বীৰ, বালকবীৰ, দধিবীৰ আৰু ভাকবীৰ। পূজা পতা থানটোক মাড়াই বোলে। পূজাত বলি বিধান চলে। এটা পোৱালি গাহৰি আৰু এটা ডাঙৰ গাহৰি পূজাত বলি দিয়ে। ডাঙৰ গাহৰিটোক বাঁহৰ জোঙা শেলেৰে খুছি মাৰি পূজাত উছৰ্গা কৰে। পূজা কৰোতে পূজাৰীজন গজাল মৰা পীৰাত বহে। পূজাথলীত তিনিটা ৰঙৰ তিনিটা ঝাণ্ডা পোতে। এটা ৰঙা, এটা বগা আৰু আনটো ক'লা কাপোৰৰ। তদুপৰি এটা ওখ বাঁহৰ গোটা ঝাণ্ডা পোতে। যিটোত পূজাৰীজনৰ গাত দেও লম্ভিলে তল-ওপৰ বগাই ফুৰে আৰু তলৰ পৰা দলিয়াই দিয়া বস্তু ভক্ষণ কৰে। এই সময়ত পূজাৰ বাজনা অবিৰতভাবে বাজি থাকে। সেইদিনা পূজাৰীজনে পুৰণি অলংকাৰ আৰু নতুন বস্ত্ৰ পৰিধান কৰি পূজাথলীত বহে। দুপৰীয়াৰ ভাগত এই পূজা কৰে। পূজালৈ সাতখন গাঁৱৰ মানুহক নিমন্ত্ৰণ কৰাৰ নিয়ম।

**আম পূজা বা চণ্ডী পূজা ঃ** চিক সম্প্ৰদায়ৰ লোকসকলে আহাৰ মাহত আম পূজা আৰু চণ্ডী পূজা পাতে। চণ্ডী পূজা কিছুমানে ফাগুন মাহতো পাতে। দুয়োবিধ পূজা সামুহিকভাৱে পালন কৰা হয়।

**(২) বৰ্ষা ঋতুৰ পূজা ঃ**

বৰ্ষা ঋতুত অনুষ্ঠিত পূজা পাৰ্বণৰ ভিতৰত কৰম পূজা, মনসা পূজা, জন্মাষ্টমী আৰু গংগা পূজা অন্যতম।

**কৰম পূজা ঃ** চাহ জনগোষ্ঠীয় সমাজৰ জাতীয় পৰ্বৰূপে পৰিগণিত কৰম পূজা সাধাৰণতে ভাদ মাহৰ শুক্লা একাদশী তিথিত পালন কৰা হয়। কৰম (চিকামৰলীয়া) গছৰ ডাল পুতি পূজাৰ থাপনা পতা হয়। 'জাৱা ধৰা'কে আদি কৰি পূজাৰ যাৱতীয় ৰীতি-নীতিৰ প্ৰায় সকলোবোৰ কামৰ আগভাগ মহিলাসকলে লয়। উপবাসে থকা 'কৰমতী'সকলৰ অৱস্থান পূজাৰ থলীত মন কৰিবলগীয়া। 'কৰম বুঢ়া'ই কৰমা আৰু ধৰমা নামৰ দুই ভ্ৰাতৃৰ কথাৰে কৰম পূজাৰ তাৎপৰ্য ব্যাখ্যা কৰে কৰম কাহিনীৰ যোগেদি। পূজাৰ অন্তত ঢোল মাদলৰ তালে তালে গোটেই নিশা ঝুমইৰ নৃত্য গীত কৰে। 'আখড়া বন্দনা'ৰে আৰম্ভ কৰা ঝুমইৰ নৃত্য-গীতে প্ৰহৰ অনুযায়ী গতি সলাই ডাঁড়শালীয়া, ঝিংগাফুলীয়া, গলৱাৰী, ভিনচিৰয়া আদিৰ ৰূপ লয়। ভাদ মাহত পতা 'জিতিয়া কৰম'ৰ বাহিৰেও আহিন মাহৰ বিজয়া দশমীত 'বুঢ়ী কৰম' আৰু আঘোণৰ পূৰ্ণিমাত 'ৰাস কৰম'

কোনো কোনো দুই এক ঠাইত পতা দেখা যায় যদিও ভাদ মাহত পতা কৰম পূজাইহে আজি সাৰ্বজনীন হৈ পৰিছে। ইয়াৰ গীত মাতবোৰৰ মাজত নিহিত হৈ আছে চাহ জনগোষ্ঠীয় জীৱন বুৰঞ্জীৰ বহু কথা। ঘৰুৱাভাৱে আগতে প্ৰচলন থাকিলেও এতিয়া সামূহিকভাৱেহে এই পূজা কৰা হয়। আখ্যানমতে কৰম পূজা কৰি অযোধ্যাৰ ৰজা বিক্ৰমে দুটি পুত্ৰ সন্তান লাভ কৰিছিল। সেই পুত্ৰ দুটিয়েই হ'ল কৰমা আৰু ধৰমা। 'কৰম ছিল অযোধ্যা নগৰে/ আইজ কৰম দুনীয়া সংসাৰে' শীৰ্ষক ঝুমইৰ গীত ফাকিয়ে ইংগিত দিয়া অযোধ্যা নগৰীৰ পৰা প্ৰথম প্ৰচলন হোৱা কৰম পূজা মানৱ সমাজত আদিম কালৰে পৰা চলি অহা বৃক্ষ পূজাৰে এক নামান্তৰ বুলি ক'ব পাৰি। কৰ্মই ধৰ্ম বুলি প্ৰতিফলিত হোৱা কৰম পূজাই 'কৰমে ধৰম পায় বহু সুখ/ বিপৰীতে কৰ্ম দিয়ে যায় দুখ' কথাফাকিৰ সাৰ্থকতা বহন কৰিছে। কৰম পূজাক কেন্দ্ৰ কৰি গঢ় লৈ উঠা ঝুমইৰ নৃত্য-গীতে চাহ জনগোষ্ঠীয় সংস্কৃতিৰ পথাৰখন বহল কৰাৰ লগতে সমাজ সংস্কৃতিৰ মূল ধ্বজা বহন কৰিছে। *'A Folk song is neither new nor old'* বুলি কোৱাৰ দৰে অখ্যাত শিল্পীৰ বিখ্যাত ৰচনা ঝুমইৰ গীতবোৰো ইয়াৰ ব্যতিক্ৰম নহয়।

**মনসা পূজা ঃ** মনসা পূজা দুটা সময়ত পাতে। এটা ভাদ মাহৰ সংক্ৰান্তিত আৰু আনটো পাতে শাওণ মাহৰ নাগপঞ্চমী তিথিত। বেছিভাগে অৱশ্যে ভাদ মাহতহে এই পূজা পাতে। খুব কম সংখ্যকেহে শাওণ মাহত পাতে। পূজাত কোনো পূজাৰীৰ আৱশ্যক নহয়। যথাৰীতি বাদ্যযন্ত্ৰৰ তালে তালে মনসা মংগল, মনসাৰ ভাসান, পদ্মা পুৰাণ আদি সুৰ লগাই পাঠ কৰি পূজাৰ কাম শেষ কৰে। সুৰ লগাই পাঠ কৰা গীতবোৰক মনসা গীত বোলে। পূজাত 'ঝুপান' (দেও) উঠে আৰু ঝুপান উঠাজনক কঁহুৱা বনেৰে পকাই বনাই লোৱা 'কড়ৰা' নামেৰে পৰিচিত এবিধ পঘাৰে কোবায়। কোবাওঁতে কেতিয়াবা গাৰ ছাল ফাটি যোৱাও দেখা যায়। মনসা দেৱীৰ মূৰ্তি বা ঘট থাপনা পাতি পূজা কৰা হয়। পূজা কৰা ঘৰৰ লোকে সাধাৰণতে সাপ নামাৰে আৰু পূজাৰ দিন পাৰ নোহোৱালৈকে কোমোৱা আৰু জিকা নাখায়। পূজাত অন্যান্য ফুলৰ লগতে পদুম ফুলৰ অতি প্ৰয়োজন। দেৱী বিসৰ্জনৰ দিনা দেৱীলৈ বুলি পঁইতা ভাত আৰু জিকা দি মাগুৰ মাছৰ তৰকাৰী আগবঢ়ায়। এনে কৰিলে প্ৰতি বছৰে দেৱীৰ আগমন হয় বুলি বিশ্বাস কৰে। মনসা গীতৰ মাজত বেউলা-লখিন্দাৰ আৰু চান্দ সদাগৰৰ কথা পোৱা যায়।



**জন্মাষ্টমী ঃ** ভগৱান শ্ৰীকৃষ্ণৰ জন্মতিথিটো জন্মাষ্টমী হিচাপে পালন কৰা হয়। ঘৰুৱা আৰু সামূহিক দুয়ো ৰকমে ইয়াক পালন কৰা হয়। সম্পূৰ্ণ শাস্ত্ৰাচাৰ নিয়মৰ মাজেদি পালন কৰা জন্মাষ্টমীত খোল-তাল লৈ ভগৱানৰ নাম-কীৰ্তন কৰা হয়। বহু ঠাইত সামূহিকভাৱে গৌড় কীৰ্তন, উড়িছী কীৰ্তন আৰু হৰি কীৰ্তন কৰে। ওচৰ চুবুৰীয়াক মাতি বহুতে নিজৰ ঘৰতো কীৰ্তনৰ আয়োজন কৰে।

**গংগা পূজা ঃ** বানপানীৰ কবলৰ পৰা ৰক্ষা পাবলৈ জলদেৱতাক উদ্দেশ্য কৰি কেওঁট, কৈৱৰ্ত আৰু কুম্হাৰ ফৈদৰ লোকসকলে সাধাৰণতে গংগা পূজা পাতে। পূজাত কলপটুৱাৰ নাও সাজি তাত ফুল, ধান দি চাকি-বন্তি-ধূপ-ধুনা জ্বলাই নদীত উটুৱাই দিয়ে। পোনে পোনে উটি গ'লে বানপানী নহয় আৰু ক'ৰবাত লাগি ধৰিলে বানপানী হ'ব বুলি বিশ্বাস কৰে।

**(৩) শৰৎ ঋতুৰ পূজা ঃ**

**দুৰ্গা পূজা ঃ** সাৰ্বজনীন ৰূপত প্ৰতিষ্ঠা লাভ কৰা দুৰ্গা পূজা বেচ উলহ মালহেৰে পালন কৰা হয়। পূজাত বলি-বিধানৰ নিয়ম আছে। ঘৰুৱাভাৱে অনুষ্ঠুপীয়াকৈ কৰাৰ লগতে ৰাজহুৱাকৈ বহল ভিত্তিত পালন কৰে। শক্তিপূজাৰ বিশ্বাসী সমাজখনে দুৰ্গাদেৱীক এক প্ৰচণ্ড শক্তিৰ প্ৰতীকৰূপে গণ্য কৰে। দেৱীৰ আগমন উপলক্ষে ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি তোলে। ওচৰত বেলগছ থাকিলে তাৰ চৌদিশ চিকুণাই চাকি-বন্তি ধূপ-ধুনা জ্বলাই সেৱা কৰে আৰু গছজোপাত ৰঙা কাপোৰ এডোখৰ মেৰিয়াই বান্ধি দিয়ে। ঘৰ মচিবলৈ সদায় মাটি খান্দি অনা খালটোও পুণ্যক্ষেত্ৰ বুলি গণ্য কৰি তাতো ধূপ-ধুনা, চাকি-বন্তি জ্বলায়। দেৱী সৰগৰ পৰা মৰতলৈ আহোতে হেনো তাতে খন্তেক জিৰায়। পৰম্পৰাগতভাৱে চলি অহা এই বিশ্বাসৰ অৱশ্যে কোনো ভিত্তি নাই। পূজাত নতুন বস্ত্ৰ লয়। ষষ্ঠীৰ বেল বৰণেৰে আৰম্ভ হোৱা পূজা বিজয়া দশমীত দেৱীৰ বিসৰ্জনেৰে সমাপন হয়। ওৰাওঁ আৰু চাওঁতাল সম্প্ৰদায়ৰ লোকসকলে ইয়াক 'দাশাই পৰৱ' হিচাপে পালন কৰে।

**কালী পূজা ঃ** কালী দেৱীৰ মূৰ্তি স্থাপন কৰি কিছুমানে সামূহিকভাৱে আৰু কিছুমানে ঘৰুৱাভাৱে পাতি লোৱা থানত কালী পূজা পাতে। ঘৰত পাতি লোৱা থানটোক কালী থান বোলে। বহুতৰে ঘৰত থকা এই থান বা বেদীত সদায় চাকি-বন্তি জ্বলায়। এই পূজাৰ অন্তৰালত গো-সেৱাই প্ৰাধান্য লাভ কৰাৰ

কাৰণে ইয়াক গৰয়া পূজা নামেৰেও নামকৰণ কৰা হয়। যথাৰীতি পূজাৰ কেইবাদিনো আগৰে পৰা সদায় সন্ধিয়া গৰুক তেল হালধি ঘঁহা হয় আৰু পেট ভৰাই খাবলৈ গোহালিত ঘাঁহ দিয়া হয়। কিছুমানে ভাত ৰান্ধিও খুৱায়। পূজাৰ দিনা পিঠিত চাউলৰ গুৰিৰ ছাপ আৰু সেন্দূৰৰ ফোঁট দি ঠেং ধুৱাই দিয়ে। মহিলাসকলে নতুন বস্ত্র পৰিধান কৰি নতুন কোলাত ধান, দুবৰি ঘাঁহ আৰু বন্তি জ্বলাই গাই গৰুবোৰক আদৰ সম্ভাষণ জনায়। ইয়াক 'গাই চুমা' বোলে। গোহালিত শিৱ, বাঘ, ধৰম, গ্রাম আৰু বনদেৱতাৰ নামত ভাগে ভাগে পূজা কৰি এই পঞ্চদেৱতাৰ ওচৰত গৰু-গাইৰ কল্যাণৰ বাবে প্রার্থনা জনায়। সেইদিনা পথাৰৰ পৰা গুছি ধান কাটি আনি মালা গাঁথি গৰুক পিন্ধায়। তাৰে একোটা ধানৰ মালা ভঁৰাল আৰু গোহালিতো বান্ধি দিয়ে। গোহালিত পূজা কৰোঁতে এটা সৰু খুটি মাৰি লয় আৰু পূজাৰ অন্তত খুটিটো গোহালিৰ এটা চুকত গুজি থয়। গোহালিত গৰু বন্ধা পুৰণি পঘা সলনি কৰি নতুন পঘা দিয়ে। তদ্রূপ গোৱালকো নতুন বস্ত্র আৰু পইচা দিয়ে। নাঙল-যুৱলি-মৈ আদি কৃষিকৰ্মৰ সঁজুলিবোৰ ভালদৰে ধুই-পখালি চোতালত সজাই সেন্দূৰ আৰু চাউলৰ গুৰিৰ ফোঁট দি সেই ঠাইৰ পৰা পদূলি মূৰলৈ আল্পনা ধৰে যাতে সেই আল্পনা গচকি গৰুবোৰ যাব পাৰে। গোহালিৰ পৰা গৰু ওলাই যোৱাৰ আগে আগে গৃহস্থই আলিমূৰত মাটিৰ পাত্রত আঙঠা লৈ তাত সৰিয়হ আৰু শুকান জলকীয়া পুৰি থেকেচি ভাঙে আৰু তাৰ ওপৰেদি গৰুবোৰ পাৰ হ'বলৈ দিয়ে। এনে কৰিলে গৰু-গাইৰ বেমাৰ নহয় বুলি ভাবে। সম্প্রদায়ভেদে অৱশ্যে নিয়মবোৰো বেলেগ বেলেগ। শেষৰ দিনা গৰুৰ লগত ৰং-তামাচা কৰাৰ উদ্দেশ্যৰে পদূলিমূৰত একোটা গৰু বান্ধি ঢোল বাদ্য বজাই গান গাই ধেমালি কৰে। তাৰে এজনে জন্তুৰ ছাল বা বস্তা জোকাৰি জোকাৰি গৰুটোৰ খং তোলাত মানুহটোক খুছিবলৈ চোঁচা লয় আৰু লগে লগে মানুহজনেও আত্মৰক্ষাৰ্থে জাপ মাৰি লুটি বাগৰ মাৰে। ইয়াক গৰু নচোৱা বুলি কয়। পূজাৰ অমাৱস্যাৰ নিশা হুঁচৰিৰ দৰে ঘৰে ঘৰে গৈ 'জাহলী' গায়। দেৱালী বা দীপান্বিতা উছৱো লগতে পালন কৰা হয়। 'অহিৰে' শব্দৰে আৰম্ভ কৰা জাহলী গীতবোৰ বৰ শ্রুতিমধুৰ।

**লক্ষ্মী পূজা ঃ** লক্ষ্মী পূর্ণিমাত লক্ষ্মী দেৱীৰ মূর্তি স্থাপন কৰি যথাৰীতি ঘৰুৱা আৰু ৰাজহুৱা দুই ৰকমে দেৱীৰ পূজা কৰা হয়। শাস্ত্রাচাৰ নিয়মৰ মাজেদি মাহ প্রসাদৰ পূজা সম্পন্ন কৰে। বলি-বিধানৰ নিয়ম ইয়াত নাই। ঘৰত পতা



পূজাত মহিলাসকলে লক্ষ্মী চৰিত পাঠ কৰি পূজাৰ কাম সমাপন কৰে। সেইদিনা ঘৰৰ সকলো মানুহ উপবাসে থাকে। কোনো ভজা-পোৰাৰ কাম নকৰে। ৰাতিলৈ নিৰামিষ আহাৰ গ্রহণ কৰে। ঘৰুৱা পূজাত বামুণ নহ'লেও সামূহিক পূজাত বামুণৰ দ্বাৰা পূজা কৰা হয়।

**তুলসী পূজা ঃ** ঘৰৰ তুলসী থানত সদায় চাকি-বন্তি লগাই থাকিলেও কাতিৰ সংক্রান্তিত বিশেষভাবে তুলসী পূজা কৰা হয়। সেইদিনা তুলসী থানত চাকি-বন্তি, ধূপ-ধুনা জ্বলাই 'তুলসী চৰিত' অথবা কীৰ্তন পুথি পাঠ কৰি তুলসীৰ আশিস ভিক্ষা কৰে।

**ইংখুৰ পূজা ঃ** গৰুবোৰৰ কোনো ধৰণৰ বেমাৰ-আজাৰ নহওক বুলি গুৱালবোৰে গিৰিহঁতৰ পৰা চান্দা তুলি সামূহিকভাৱে ইংখুৰ পূজা পাতে। চৰাবলৈ নিয়াৰ আগতে গৰু জমা কৰি ৰখা ঠাইত মাহ-চাউল গোটাই পূজা পাতে। সদাশিৱৰ নামত খুঁটি পুতি কৰা পূজাত বাদ্যযন্ত্র বজায়। পূজাথলীত লাল ঝাণ্ডা পুতি গৰুৰ মংগল কামনাৰে আগ কৰি ৰখা নাৰিকল এটা তাত বান্ধি দিয়ে। পূজাত ঝুপান উঠে। কিছুমানে গৰয়া পূজাৰ লগতে এই পূজা পাতে। গিৰিহঁতে গৰখীয়াবোৰক নতুন বস্ত্র দিয়ে। পূজাৰ শেষত মাহ-প্রসাদ খোৱাৰ আগতে গৰুৰ গালৈ প্রসাদ ছটিয়ায়। বহুতে ঘৰৰ ঠুটি ঝাড়ু বা টুকুৰী পথৰ দোমোজাত পেলাই দিয়ে বা গছত আঁৰি দিয়ে। এনে কৰিলে গৰুৰ বেমাৰ-আজাৰ নহয় বুলি ভাবে।

**চৌকা পূজা ঃ** অনুসূচিত জাতিৰ কিছুমানে আহিন-কাতি মাহত চৌকা পূজা পাতে। ঘৰৰ সকলো উপবাসে থাকি চৌকা-পাকঘৰ সকলো মছি-কাছি চাফা কৰি চৌকাৰ কাষত আল্পনা আঁকি তাত সেন্দূৰৰ ফোঁট দি চৌকা দেৱতাৰ পূজা কৰে। পূজাত মুৰ্গী বলি দি চৌকাৰ কাষত পুতি থয়। মাটিৰ মলাত পায়স সিজাই দেৱতাৰ নামত উছৰ্গা কৰে। এই পূজা কৰিলে ভোকত থাকিব লগা নহয় বুলি বিশ্বাস কৰে।

**কাণ বিন্ধা ঃ** চোতালত আল্পনা আঁকি ধূপ-ধুনা জ্বলাই ধান আৰু পইচা দেৱতাৰ নামত উছৰ্গা কৰি নানা-নানী (ককা-আইতা)সকলে সৰু-সৰু ল'ৰা-ছোৱালীহঁতৰ কাণ পিন্ধা কৰি দিয়ে। তেনে কৰিলে ল'ৰা-ছোৱালীৰ দুষ্টামি হেনো কমে। এই বিশ্বাসেৰে বিন্ধা কৰিলেও ছোৱালীহঁতৰ কাণফুলি আৰু ল'ৰাহঁতৰ কানকি পিন্ধাৰ সুবিধা হয়। কিছুমান ছোৱালীয়ে নাকফুলি পিন্ধাৰ সুবিধাৰ্থে নাকটোও ফুটা কৰি লয়। এই কামফেৰা ঘৰত আহি কেতিয়াবা সোণাৰিয়েও

কৰি থৈ যায়। সময়ৰ পৰিৱৰ্তনত আজিৰ ছোৱালীয়ে নাক বিন্ধা আৰু ল'ৰাই কাণ বিন্ধা কৰা দেখা নাযায়। কাণ বিন্ধা কাৰ্য আৰম্ভ কৰাৰ পৰত বহু গৃহস্থই ইয়াৰ মংগল কামনা কৰি মুৰ্গী এটা থেকেচা মাৰি ঘৰৰ চাললৈ দলি মাৰি দিয়ে।

**ডেহৰী পূজা ঃ** কিছুমানে ঘৰখনৰ সকলোৰে কুশল কামনা কৰি মূলঘৰৰ দুৱাৰমুখত মুৰ্গী কাটি ডেহৰী পূজা পাতে। কোন দেৱতাৰ নামত এই ঘৰুৱা পূজাটো কৰে জনা নাযায়। পূজাত ওচৰ চুবুৰীয়াকো নিমন্ত্ৰণ কৰে। কেওঁট সম্প্ৰদায়ৰ লোকসকলে এই পূজা বিশেষভাৱে কৰা দেখা যায়।

**(৪) হেমন্ত ঋতুৰ পূজা ঃ**

**টুচু পূজা ঃ** টুচু পূজা আজি এক জাতীয় উছৱত পৰিণত হোৱাত ইয়াক টুচু পৰৱ বা পুষ পৰৱ বুলিও কোৱা হয়। পুহ মাহত নিয়ম নীতিৰ মাজেৰে পূজাৰ প্ৰাৰম্ভিক কাৰ্যৰ পাতনি মেলি মকৰ সংক্ৰান্তিত অনুষ্ঠিত ই এক মহিলা প্ৰধান পূজা। দেৱী হিচাপে গণ্য কৰি তাহানিৰে পৰা পূজা কৰি অহা টুচুক কিছুমানে শিৱৰ জীয়েক অথবা মনসাৰ ভনীয়েক বুলি ক'ব খোজে যদিও কোনো ধৰ্মশাস্ত্ৰত এই কথা বিচাৰি পোৱা নাযায়। বেছিভাগৰ মতে দিল্লীৰ বাদছাহ আল্লাউদ্দিন খিলিজিয়ে কুৰ্মীৰজা কৰ্ণদেৱৰ গুজৰাট ৰাজ্য আক্ৰমণ কৰাত যুদ্ধত কৰ্ণদেৱ তিষ্ঠিব নোৱাৰি পুত্ৰদ্বয় সীতাৰাম আৰু ৰঘুৰামক লগত লৈ পঞ্জাৱৰ অন্তৰ্গত নৈষদৰ ক্ষত্ৰিয় ৰজা বীৰবলৰ তালৈ পলাই যায়। তাতে বীৰবলৰ কন্যা ৰুক্মিণী ওৰফে টুচুক সীতাৰামৰ লগত বিয়া পাতি দিয়ে। কিছুদিনৰ পিছতে বাদছাহে নৈষদ আক্ৰমণ কৰাত বীৰবল পৰিয়ালবৰ্গসহিত ছোটনাগপুৰলৈ পলাই যায় আৰু চাওঁতালসকলৰ সহায়ত তাতে ছদ্মবেশেৰে থাকিবলৈ লয়। সময়ত তাৰপৰা গৈ শিখৰ ভূমিৰ ভূমিজ ৰজা ভৰত সিংহৰ আশ্ৰয় লয়। তাতে ভৰত সিংহৰ কন্যা সুৰুজমণিৰ লগত টুচুৰ ফুল সখী) পাতি দিয়ে। এঠাইৰ পৰা আন ঠাইলৈ পলাই ফুৰোতে ৰোগত আক্ৰান্ত হৈ বিয়াৰ এবছৰ পূৰ হওতেই সীতাৰাম মৃত্যুমুখত পৰে। মকৰ সংক্ৰান্তিত প্ৰাণত্যাগ কৰা স্বামীৰ চিতাত সুৱৰ্ণনদীৰ পাৰত টুচুও একেলগে দাহ যায়। ঠাইটুকুৰা সীতাঘাট নামেৰে জনাজাত। মকৰ সংক্ৰান্তিত তাত বিৰাট টুচু উছৱ হয়। ঠাইডোখৰ টুচুঘাট নামেৰে পৰিচিত। চৌড়াল অথবা মূৰ্তি সাজি দেৱীৰূপে জ্ঞান কৰা টুচুৰ এইয়া এক সংক্ষিপ্ত কাহিনী। পতিৰ চিতাত আত্মবিসৰ্জন দিয়া সহাসতী টুচুৰ গুণানুকীৰ্তন টুচুগীতৰ মাজেৰে প্ৰকাশ পাইছে। টুচু জাগৰণেৰে আৰম্ভ হোৱা টুচু পূজাৰ সমাপ্তি হয় টুচু ভাচানেৰে।



**বুঢ়া ডাঙৰীয়া পূজা বা ক্ষেত পূজা ঃ** খেতি-বাতি কৰা লোকসকলে সাধাৰণতে এই পূজা পাতে। কিছুমানে ইয়াক খেত্ৰ পূজা বুলি কয়। বাগিচাবাসীতকৈ গাঁওবাসীসকলেহে এই পূজা বিশেষভাৱে কৰে। কাৰণ খেতি-বাতিৰ লগত গাঁৱত থকাসকলহে বেছি জড়িত। ধান কটাৰ আগে আগে ধাননি পথাৰত এই পূজা কৰে। ই এক ঘৰুৱা পূজা। বলি বিধান দিয়াৰ নিয়ম আছে। খেত দেৱতাৰ নামত কৰা পূজাৰ প্ৰসাদ ঘৰলৈ অনাৰ নিয়ম নাই। পথাৰতে খাই সকলো শেষ কৰি আহে। পূজাৰ পিছতহে ধান কটাৰ নিয়ম। বাগিচাৰ মাজতো এই পূজা পতা হয়।

**ফুচপুনি মাৰ পূজা ঃ** বিষাক্ত পোক-পৰুৱা আৰু মহ আদিৰ পৰা ৰক্ষা পাবলৈ ফুচপুনি মাৰ পূজা পাতে। ফুচপুনি মা হ'ল পোক-পৰুৱাৰ দেৱী। আঘোণ-পুহ মাহত এই পূজা কৰে। ঘৰৰ এচুকত থাপনা পাতি সন্ধিয়া পৰত কৰা পূজাত দেৱীৰ নামত নানা তৰহৰ পিঠা আগবঢ়ায়। পূজাৰ পিছত ভগা কেৰাহিত ভুছি ভৰাই ধোঁৱা দিয়ে। ধোঁৱা দিয়া কেৰাহিখনক 'ভৰছি' বোলে। আখ্যানমতে, মহাদেৱ এবাৰ খেতি কৰিবলৈ গৈ পামৰ ঘৰত বহুত দিন ভাং আদি খাই ঘৰলৈ অহা নাছিল। ঘৰৰ মানুহে বহুত মাটিত তেওঁক আনিব পৰা নাছিল। খেতি কৰিবলৈ দুৰ্গাই তালৈ পঠোৱাৰ কাৰণে মহাদেৱৰ এই গতি হ'ল বুলি দুৰ্গাক সকলোৱে দুষিব ধৰিলে। দুৰ্গাই তেতিয়া নানা ধৰণৰ কীট-ম'হৰ সৃষ্টি কৰি মহাদেৱক কামুৰি অতিষ্ঠ কৰিবৰ কাৰণে তালৈ পঠালে যাতে কীট-ম'হৰ উপদ্ৰৱত অতীষ্ঠ হৈ পাম এৰি ঘৰলৈ গুছি আহে। সিফালে মহাদেৱে মছাল জ্বলাই ধোঁৱা দি কীট-ম'হৰ পৰা ৰক্ষা পৰাৰ ব্যৱস্থা কৰে। সেই তেতিয়াৰে পৰাই হেনো ধোঁৱা দি ম'হ খেদা আৰু ফুচপুনিৰ মাৰ পূজাৰ প্ৰচলন হয়।

**মাংৰা বুৰুৰ পূজা ঃ** বাৰ বছৰৰ মূৰে মূৰে মাঘ আৰু ব'হাগ মাহত ওৰাওঁ সমাজে তেওঁলোকৰ উপাস্য দেৱতা দেৱতা 'মাংৰা বুৰুৰ' পূজা পাতে। মাংৰা বুৰুৰ অৰ্থ হ'ল চন্দ্ৰ। পূজা উপলক্ষে পোহনীয়া গাহৰি এটা হাবিত মেলি দি মহিলাসকলে পুৰুষৰ সাজ পিন্ধি যাঠি-জোঙেৰে খেদি খেদি তাক বধ কৰে। ইয়াক 'জনী চিকাৰ' বুলি কয়। হাবিৰ মাজত অনুষ্ঠিত পূজাত বলি দিয়াৰ প্ৰথা আছে। ইয়াক কিছুমানে গাঁৱলি পূজা বোলে।

**গুৰৰ পূজা ঃ** মাঘ-ফাগুনত চাওঁৰাসকলে মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে সামূহিকভাৱে সপ্তাহ জুৰি 'গুৰৰ পূজা' কৰে। বলি বিধানেৰে সাতদিন

ধৰি চলিলেও শুকুৰ-শনিবাৰেহে পূজাৰ ধুম বেছি উঠে। বহুতে ইয়াক 'বৰ সকাম' বুলি কয়।

(৫) শীত ঋতুৰ পূজা ঃ

**ফাকুৱা পৰব ঃ** ফাকুৱা বা হোলি উছৱত ইজনে সিজনৰ গাত ফাকু ৰং সানি আনন্দ তামাচা কৰে। ফাগুন মাহৰ পূৰ্ণিমা তিথিত উদ্‌যাপিত উছৱটি দৌলযাত্ৰা নামেৰেও সমাদৃত। উছৱৰ দিনা পুৱাই গা-পা ধুই থানত ফাকু উছৰ্গা কৰি ঘৰত ফাকু খেলৰ শুভাৰম্ভ কৰে। ফাকুৱাত ঘৰে ঘৰে গৈ প্ৰদৰ্শন কৰা কাঠি নৃত্য মন কৰিবলগীয়া। আগবেলা বোকাপানী আৰু পিছবেলা ৰংগুৰি খেলাৰ নিয়ম যদিও বোকাপানী খেলাৰ নিয়ম আজিকালি প্ৰায় উঠি গৈছে। বোকাপানী খেলাক প্ৰকৃতিৰ লগত সম্বন্ধ আৰু ৰংগুৰি খেলাক বসন্তৰ প্ৰতিৰোধ ৰূপে গণ্য কৰা হয়। উছৱত বহুতে কাঠ-বাঁহৰ মেজি সাজি হোলিকা দাহ কৰে। দাহ কৰোঁতে 'হৰি-হৰি-হৰি, হৰিৰ মাকে চুলাই ভৰি' ধ্বনি দিয়ে। উছৱত গান-বাজনা কৰি ঘৰে ঘৰে গোঁসাই ফুৰায়। হোলিকা দাহ সম্পৰ্কে বহুলোকে বহুমত প্ৰকাশ কৰে। কাৰোবাৰ মতে হিৰণ্যকশিপুৰ ভনীয়েক হোলিকাই ভক্ত প্ৰহ্লাদক জুইত পুৰি মাৰিব খোজোতে নিজেই জুইত পুৰি মৰাত হোলিকা দাহ পালন কৰে। কাৰোবাৰ মতে পিতামহ ভীষ্মৰ ইচ্ছামৃত্যু সেইদিনাই হোৱা বাবে হোলিকা দাহ কৰে। কাৰোবাৰ মতে আকৌ এই দিনটোতে পুতনাই স্তনপান কৰাই শ্ৰীকৃষ্ণক মাৰিবলৈ অপচেষ্টা কৰাৰ বাবে হোলিকা দাহ কৰে। কোনটো কিমান সঁচা জনাৰ উপায় অৱশ্যে নাই। হোলি পূজাত এক ৰঙৰ পাঠা ছাগলী বলি দিয়ে আৰু তাৰ মাংসৰে সকলোৱে ভাত খায়। চাওঁৰাসকলে নতুন বস্ত্ৰ পৰিধান কৰি গান-বাজনা কৰি ঘৰে ঘৰে গৈ নৃত্য কৰে। নৃত্য কৰোঁতে পুৰুষসকলে মূৰত বগলী বা মুৰ্গী পাখিৰ টুপি পিন্ধি লয়। চাওঁতালসকলে এই উছৱত 'বাহানাচ' নাচে।

**বড় পাহাৰী পূজা ঃ** তিনি বছৰৰ মূৰে মূৰে মাঘ-ফাগুন মাহত হাবিৰ মাজত ওখ হাফলু থকা ঠাইত কিছুমানে বড় পাহাৰী পূজা পাতে। পাহাৰক দেৱতা জ্ঞান কৰি সামূহিকভাৱে পতা পুৰুষপ্ৰধান পূজাটি সাধাৰণতে দুপৰীয়া সময়ত কৰে। মাহ-প্ৰসাদৰ উপৰি এক ৰঙৰ পাঠা ছাগলী পূজাত বলি দিয়ে। বলি দি মূৰটো দেৱতাৰ নামত উছৰ্গা কৰে আৰু বাকীখিনি ৰান্ধি-বাঢ়ি খায়। ঘৰুৱাভাৱে কিছুমানে বাৰীৰ চুকতো এই পূজা কৰে। এই পূজাক কিছুমানে জংঘল পূজা, বাঘ পূজা, ধৰমী পূজা বা বনদেৱীৰ পূজা বুলি কয়। এই পূজা লাহে লাহে কমি



গৈছে। হাবি-জংঘল, পাহাৰ আদিৰ লগত পূৰ্ব পুৰুষৰ সম্পৰ্ক থকাৰ বাবেই হয়তো সাপ-গছ-পাহাৰক দেৱতুল্য জ্ঞান কৰি পূজা কৰি আহিছে।

**বাগদেই পূজা ঃ** একে পৰিয়ালৰ বা একে গোষ্ঠীৰ সাতঘৰ মিলি ফাগুন মাহত নদীৰ পাৰত এই পূজা কৰে। কিছুমানে ইয়াক কুড়াল বাগদেই পূজা বোলে। দিনৰ আগবেলাতে পূজা সম্পন্ন কৰা হয়। পূজাথলীলৈ মহিলা যোৱা নিষেধ। পূজাত ক'লা পাঠা বলি দিয়ে আৰু তাৰ মাংসৰে তাতে ভাত খায়। পূজাৰ কোনো বস্তু ঘৰলৈ নানে। পূজাৰ আগনিশা সকলো উজাগৰে থাকে। শুলে হেনো অমংগল হয়। খুউব কম সংখ্যক লোকেহে এই পূজা কৰে।

**শিৱৰাত্ৰি ঃ** শিৱৰাত্ৰিত বেলগছৰ তলত চাকি-বন্তি-ধূপ-ধূনা লগাই ভগৱান শিৱক প্ৰাৰ্থনা কৰে। ঘৰুৱাভাৱে পূজা কৰাৰ বাহিৰেও সামূহিকভাৱে শিৱ মন্দিৰত কৰে। পূজাত মাহ প্ৰসাদৰ উপৰি শিৱৰ নামত ভাং আদিও আগবঢ়ায়। বহুতে পুৱা সদায় স্নান কৰি বেলগছৰ গুৰিত পানী ঢালি শিৱক আৰাধনা কৰে। বহুতো শিৱ মন্দিৰত শিৱৰাত্ৰি মেলা অনুষ্ঠিত হয়।

**ধৰম পূজা ঃ** মাঘ মাহৰ কোনো এক মংগল অথবা ৰবিবাৰে পুৱাবেলা নদীৰ পাৰত এই পূজা কৰে। চন্দ্ৰ, সূৰ্য, শিৱ, যম, পিতা-মাতা, ইষ্ট দেৱতা আৰু ঠাকুৰ মা এই পূজাৰ লগত সন্নিবিষ্ট হৈ থকাৰ কথা জনা যায়। পূজাথলীলৈ কোনো মহিলা যোৱাৰ নিয়ম নাই। অপায় অমংগল নহ'বৰ কাৰণে এটা ৰঙা আৰু এটা বগা মুৰ্গী বলি দি বেদীত লাওপানী অলপ ঢালে। পূজাত ঝুপান উঠে। পূজাৰ বস্তু পূজাথলীতে খাই শেষ কৰি ঘৰলৈ আহে। ঘৰলৈ আনিলে পাপ হয় বুলি ভাবে।

শীতৰ ঋতুত অনুষ্ঠিত আন দুটামান পূজা হ'ল চামাৰ বা দুযাদসকলৰ 'ৰাহু পূজা', চিকসকলৰ 'আঁচৰল পূজা' আৰু কৰ্মকাৰ সকলৰ 'লুগু বাবাৰ পূজা'। তাৰে ৰাহু পূজা বাৰ বছৰৰ মূৰে মূৰে গাহৰি বলি দি কৰে। আঁচৰল পূজা দুৱাৰ চুকত কৰে। লুগুবাবাৰ পূজা বাৰ বছৰৰ মূৰত ভেঁড়া বলি দি কৰে।

(৬) বসন্ত ঋতুৰ পূজা ঃ

**চড়ক পূজা ঃ** চড়ক পূজাত ঘৰুৱাভাৱে চাকি-বন্তি, ধূপ-ধূনা জ্বলাই শিৱক আৰাধনা কৰাৰ লগতে সামূহিকভাৱে শিৱ মন্দিৰত পূজাৰ আয়োজন কৰে। কোনো কোনো ঠাইত চড়ক মেলা পাতে। চড়ক মেলাৰ ভক্তসকলে জিভা, পিঠি, বুকু আৰু ডিঙিত তাঁৰ সুমুৱাই লয়। তাঁৰ সোমাওঁতে বোলে দুখ নাপায়

আৰু তেজো নোলায়। ভক্তসকলে পূজাৰ সাতদিনমান আগৰ পৰা নিজহাতে ৰান্ধি খায় আৰু পূজাৰ দিনা উপবাসে থাকে। কোনো কোনো চড়ক মেলাত ভক্তৰ পিঠিত শকত তাঁৰ বিন্ধি ওখ খুঁটাত ওলোমাই চকৰি ঘূৰোৱাদি ঘূৰায়।

**চাৰুল পূজা ঃ** চ'ত মাহৰ পঞ্চমী, সপ্তমী বা নৱমীৰ দিনা এই পূজা কৰে। শুক্লপক্ষই হওক বা কৃষ্ণ পক্ষই হওক তাত কোনো কথা নাই। ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি ফুলৰ মালাৰে সজাই তুলি পুৰাই গৃহস্থ পূজাত বহে। থানত মুৰ্গী বলি দিয়ে। দুদিন ধৰি পূজা চলে। আগদিনা 'ন খোৱা' আৰু পিছদিনা 'ফুল পূজা' বোলে। পূজাৰ পিছৰ পৰাহে আম খায়। এই পূজাক কিছুমানে 'বেওচাৰুলী' আৰু কিছুমানে 'বাবা লেৰৱা' বোলে। খোৱা-লোৱাৰ মাজেৰে সমাপন কৰা ই এক আনন্দমুখৰ পূজা।

**মংলা পূজা ঃ** চ'ত মাহৰ পূৰ্ণিমা তিথিৰ আগৰ মংগলবাৰটোত কৰা এই পূজাৰ কাম দিনৰ ভাগতে কৰি সকলো শেষ কৰা হয়. পূজাৰ বেদীত পাঁচমুখীয়া মাটিৰ পাত্ৰত পানী ভৰাই ঘট পতা হয়। ঘটত পাঁচটা বাঁহৰ কাঠীত পাঁচটা ফুল গুজি দিয়ে। ঘৰৰ ভিতৰত লাল মুৰ্গী আৰু বাহিৰত পাঠা ছাগলী বলি দিয়ে। প্ৰসাদ হিচাপে পায়স, আখৈ, গুড় আৰু চাউলৰ গুড়ি আগবঢ়ায়। পূজাত 'ঝুপান' উঠে। পূৰ্বপুৰুষৰ একৈশজনৰ নামত একৈশ খিলা বেলপাত উছৰ্গা কৰে। বেমাৰ-আজাৰ, অপায়-অমংগল এই পূজা কৰিলে নহয় বুলি ভাবে।

**অযোধ্যা পূজা ঃ** ব'হাগ মাহত হাবিৰ মাজত চাওঁতালসকলে এই পূজা কৰে। পূজাত ধনুকাঁড়ৰ নিচান (লক্ষ্য) ঠিক কৰিবলৈ 'বেঝা বিন্ধা' নামৰ এক তীৰ মৰা উছৱ পালন কৰে। ইয়াক চিকাৰ ভিত্তিক পূজা বুলি ক'ব পাৰি।

**বড়দেৱ পূজা ঃ** ব'হাগ মাহত ন-জোন ওলোৱাৰ দিনাখন গণ্ড সম্প্ৰদায়ৰ লোকসকলে এই পূজা কৰে। তেওঁলোকে মুখ্য হিচাপে পালন কৰা ই এক কৃষিভিত্তিক পূজা। পূজাত নাৰিকলেই মূল প্ৰসাদ।

ওপৰত কৈ অহা পূজা-পাতলবোৰৰ উপৰি কম-বেছি পৰিমাণে ঘৰুৱা ৰূপত পালন কৰা কেইটামান পূজা-পাৰ্বণৰ ভিতৰত কৰুৱা সম্প্ৰদায়ৰ 'দুৰ্জাগিন পূজা', চিক সম্প্ৰদায়ৰ 'চণ্ডী পূজা', কয়া সম্প্ৰদায়ৰ 'মেটেতোদেয়ান পূজা', চাওঁৰা সম্প্ৰদায়ৰ 'ৰহৰ পূজা' আৰু কাঠআলুৰ পূজা, উড়িয়া সম্প্ৰদায়ৰ 'ত্ৰিনাথ পূজা'ৰ লগতে সম্প্ৰদায় নিৰ্বিশেষে কৰা শীতলা পূজা, গণেশ পূজা আৰু সত্য নাৰায়ণ পূজা উল্লেখযোগ্য। আমি দাঙি ধৰা পূজা-পাৰ্বণবোৰৰ বাহিৰেও আৰু



কিছুমান থাকিব পাৰে যিবোৰ হয়তো আমাৰ অজ্ঞাতবশতঃ বাদ পৰি গৈছে। চাহ জনগোষ্ঠী সমাজখনৰ ভিতৰত শতাধিক জাতি-উপজাতি থকাৰ বাবে ঘৰুৱাভাৱে কৰা সকলোবোৰ পূজাৰ কথা জনাটো সহজ নহয়। জাতিভেদে সামাজিক ৰীতি-নীতি আৰু পূজা-পাতলৰ ধৰণ-কৰণো বেলেগ বেলেগ। তাতে ঘৰৰ ভিতৰত গোপনে কৰা একান্ত ঘৰুৱা পূজাৰ বিষয়ে জনাৰ কোনো সুবিধাও নাই। ■

সহায়ক গ্ৰন্থ ঃ চাহ বাগিচাৰ পূজা-পৰৱ, দেউৰাম তাছা

# অসমৰ চাহ জনগোষ্ঠীৰ লোকগীতৰ কাব্যিক সৌন্দৰ্য

দিলেশ্বৰ তাঁতী

চাহ জনগোষ্ঠীৰ সংস্কৃতিৰ পথাৰখন অতি মনোমোহা। তেওঁলোকৰ মাজত প্ৰচলিত লোকগীতসমূহে প্ৰাচীন কালৰে পৰা এক সুকীয়া স্থান দখল কৰি আহিছে। চাহ জনগোষ্ঠীৰ জনজীৱনত এই লোকগীতসমূহৰ যেনেকৈ গুৰুত্ব আছে তেনেকৈ এই গীতসমূহৰ কাব্যিক সৌন্দৰ্যৰ পৰা ইয়াৰ জনপ্ৰিয়তা অনুধাৱন কৰিব পাৰি। ইয়াত প্ৰধানকৈ চাহ জনগোষ্ঠীৰ অতিকৈ প্ৰিয় ঝুমইৰ গীতসমূহৰ কাব্যিক সৌন্দৰ্যৰ বিষয়ে আলোচনা কৰিবলৈ লোৱা হৈছে।

ভাদ মাহৰ শুক্লা একাদশী তিথিত পতা এই জনগোষ্ঠীৰ অতি প্ৰিয় জাতীয় উৎসৱটি কৰম দেৱতাৰ সন্তুষ্টিৰ বাবে গাঁৱৰ বা বাগিচাৰ ছোৱালীসকলে (কৰমতী) তেওঁলোকৰ ককাই বা ভাই সকলৰ মংগল কামনা কৰি পূজা কৰে। দূৰ-দূৰণিলৈ বিয়া হৈ যোৱা ছোৱালীবিলাকেও কৰম পূজাৰ দিনাখন মাকৰ ঘৰলৈ বা নহিৰালৈ আহে আৰু পূজা অৰ্চনাত অংশ লয়। পূজাৰ অন্তত তেওঁলোকে ভাইসকলক পিঠা-পনা যচাৰ লগতে তেওঁলোকৰ মংগল কামনাৰে ৰাখী পিন্ধায়। সেয়ে এই উৎসৱটি ভাই-ভনীৰ মৰম-চেনেহৰ পৱিত্ৰ উৎসৱ বুলিও ক'ব পাৰি। এই পৱিত্ৰ দিনটোলৈ বিয়া হৈ যোৱা ছোৱালীবিলাকে অধীৰ আগ্ৰহেৰে বাট চাই থাকে। তলৰ গীতটিত প্ৰকাশ ঘটিছে এনেদৰে—



(১)

*আৱত ভাদৰ মাস, লাগত নৈহৰ আশ*
*এহুদিনে কেহু না দেখায়, মৰি প্ৰাণ যায়*
*এবে ভাদ চলল চিবায়।*
*আৱত ভায়া মৰ, আনি দেত সন্দেশ*
*চুড়ি শাঁখা নয়ন কাজল, ননদিনী মৰ*
*ঠুমকি চলতি নৈহৰ।*
*কাঁশী ফুল ফুলি গেল, আশা মৰ টুটি গেল*
*দিনে পহৰ দেখলি ডহৰ, ননদিনী মৰ*
*ভায়া মৰ নাহি আলই ঘৰ,*
*ননদিনী মৰ ঠুমকি চলতি নৈহৰ।*

এই ভাই-ভনীৰ পৱিত্ৰ উছৱ কৰম পৰৱত গাঁৱৰ ডেকা-গাভৰু, জীয়াৰী-বোৱাৰী, বুঢ়া-বুঢ়ী আনকি কণ-কণ ল'ৰা-ছোৱালীবিলাকেও অতি হেঁপাহেৰে যোগ দিয়ে আৰু গোটেই নিশা গীত-মাতত অংশগ্ৰহণ কৰি আনন্দ স্ফূৰ্তিৰে নিশাটো কটাই দিয়ে। সেয়েহে চাহ-জনজাতিসকলৰ সকলো শ্ৰেণীৰ মানুহৰ আশা-আকাংক্ষা, হা-হুতাশ, মনৰ আনন্দ, প্ৰেম-প্ৰীতি, বিষাদ, মান-অভিমান সকলোখিনি ঝুমইৰ গীতৰ মাধ্যমেৰে প্ৰকাশ পায়।

তলত উল্লেখ কৰা ঝুমইৰ গীতটিত ভাদ মাহৰ কৰম পূজাৰ দিনা কৰমথলীত নাচিবলৈ যাব নোৱাৰা আৰু জীৱিকাৰ তাগিদাত দূৰ দেশত চাকৰি কৰা যুৱক এজনৰ বেদনা প্ৰকাশ পাইছে। তেওঁ পাহাৰ-পৰ্বতৰ ওপৰেদি বাধাহীনভাৱে উৰি যোৱা মইনা চৰাইজাকক দেখি তেওঁৰ দুখ বেদনাৰ খবৰটো প্ৰিয়তমাক জনাই দিবলৈ কাকুতি-মিনতি কৰিছে এনেদৰে—

(২)

*পাহাৰে পৰ্বতে মইনা কৰে আনা গনাৰে*
*পাহাড়ীয়া মইনা*
*কহি দিয়াগ মইনা নাযাইব হামি ৰে*
*কৰমা দিনে হায়ৰেত হায়ৰে হায়,*
*নাদেখিলে প্ৰাণ যায়*
*এহু ভাদৰ মাসে*

*এহু দিনে কেহু না দেখায়*
*হিয়া-দৰদ লাগি যায় ৰে কৰমা দিনে।*

আকৌ এই একেই পৰিস্থিতিত যেতিয়া প্ৰিয়জন চাকৰিৰ তাগিদাত দূৰদেশত থাকিবলগীয়া হয় অথবা কৰম পৰ্বৰ এই বিশেষ তাৎপৰ্যপূৰ্ণ দিনটোত দূৰ পৰদেশত থাকিবলগীয়া হয় তেতিয়া নৱ-বিবাহিতা প্ৰেয়সীৰ মনৰ বেদনাখিনি ঝুমইৰ গীতত প্ৰকাশ পায় এনেদৰে—

(৩)

*পড়ল ভাদৰ মাস , পিয়া ভেলাই পৰবাস*
*আশ পিয়াস ভেলাই ভাৰী*
*এ বেদনা সহিতে না পাৰি।।*
*মেঘ আন্ধাৰ ৰাতি হুদকি উঠিছে ছাতি*
*আঁখিলোৰে ভিজিছে বিচনা,*
*বিজুলী চমকে বেগে একা মকে গ ডৰ লাগে*
*জাগে বুকে বিৰহ বেদনা।*
*পড়ল ভাদৰ মাস, পিয়া ভেলাই পৰবাস*
*আস পিয়াস, ভেলাই ভাৰী,*
*এ বেদনা গ সহিতে না পাৰি।।*

মানুহৰ জীৱনত প্ৰেম-প্ৰীতি এটা স্বাভাৱিক ঘটনা আৰু উপলব্ধি। কিন্তু সামাজিক জীৱনত বিশেষকৈ চাহ জনগোষ্ঠী সমাজত ইয়াৰ মুকলি স্থান নাই। বিভিন্ন জাতি-জনজাতিৰ এই সমাজখনত জাতিভেদৰ প্ৰাচীৰ আছে। বিভিন্ন জাতৰ ল'ৰা-ছোৱালীৰ মাজত প্ৰেম-প্ৰীতিৰ দ্বাৰা বিবাহ হ'লেও সমাজখনে সহজে স্বীকৃতি দিব নিবিচাৰে আৰু স্বাভাৱিকতে প্ৰেমিক-প্ৰেমিকাসকলে এই ক্ষেত্ৰত মানসিক যন্ত্ৰণাও ভুগিব লগা হয়। এনে এহাল প্ৰেমিক-প্ৰেমিকাৰ মানসিক অৱস্থাৰ কথা পৰিস্ফুটিত হৈছে তলৰ গীতটিৰে—

(৪)

*তুমাৰি আমাৰি প্ৰেমৰ কথা,*
*অন্তৰে যে গ লাগেছে ব্যথা,*
*জীৱন মাৰিলে পৰাণ মাৰিলে সে ধন,*
*কাৰে দুখ বলিব এখন।*



*কিবা জাতি কিবা জন, পীৰিতে মজিল মন*
*আগে না ভাবিলে ধনী*
*কিবা হবে গ ভাবিলে এখন।*
*তুমি যে কান্দিছ ধনী নাছাড়িব গ গুণমণি*
*জাতি কুল না ৰহিল যেখন*
*কিবা হবে গ ভাবিলে এখন*
*মিছাই ধনী গ কৰিছ ৰোদন*
*মনে উঠে মনস্তাপ দিবনেকি গ জলে ঝাপ*
*ঝাপ দিলে ডুবিয়ে মৰিব।*
*আৰ কি শ্যাম তুমাই দেখা পাব।*

এদিন দিন দুপৰতে এজন প্ৰেমিকে প্ৰেমিকাৰ লগত কিবা গোপন কথা পতাৰ উদ্দেশ্যৰে প্ৰেমিকাৰ ঘৰলৈ গৈ দেখিলে, ঘৰৰ নঙলামুখতে প্ৰেমিকাৰ দেউতাক (ভাবী) বহি আছে। চোতালত ছোৱালীজনীৰ ককায়েকে কিবা কাম কৰি আছে। ভীষণ কথা দেখি ল'ৰাজন চোতালৰ পৰা গুচি আহিল। ঘৰৰ ভিতৰৰ পৰা মনে মনে জুমি চাই থকা ছোৱালীজনীয়ে গীত জুৰিলে এনেধৰণে—

(৫)

*আসিলেন কিবা কাজে না বলিলেন*
*লকেক লাজে*
*দড়াই ফিৰিয়ে যাওঁহে শ্যাম দেখাদিতে*
*অৱসৰ নাই।*
*বাবা আছে দুৱাৰে বসে*
*দাদা আছে আঙনা মাঝে*
*দাড়াই ফিৰিয়ে যাওঁহে শ্যাম দেখা দিতে*
*অৱসৰ নাই।*
*জল আনিবাৰ ছলে দেখা হবে পুখুৰ ঘাটে*
*এবে দাড়াই ফিৰিয়ে যাওঁহে*
*শ্যাম দেখা দিতে অৱসৰ নাই।*

এদিন গধূলিপৰৰ সময়; তিনিআলিৰ ওচৰৰ ঘৰখনত আছে বাই আৰু ভনী দুজনী ছোৱালী। হঠাৎ ঘৰৰ ছালত কোনোবাই লদি এটা মাৰিলে। সৰু

ছোৱালীজনী বাহিৰলৈ ওলাই দেখিলে লদিটো আচলতে এটা খিলিপাণৰ টোপোলাহে মাত্ৰ। তাকে দেখি ভনীয়েকজনীয়ে গীত জুৰিলে এনেধৰণে—

(৬)

*সাঁঝ সময় বেলা, কে মাৰিল ছাইনে ঢেলা,*
*ঢেলা নহয় গ দিদি, খিলি পাণেৰ পোটলা,*
*এবে হইল গ দিদি শ্যামেৰ ফিৰিবাৰ বেলা।*

সঁচা প্ৰেম কেৱল ভাগ্যৱানসকলৰ কপালতহে থাকে। বেছিভাগ প্ৰেমিক-প্ৰেমিকাই কিন্তু এই প্ৰেমৰ নদীত পৰি হাবুডুবু খাওঁতেই দিন যায়। আৰম্ভণিতে ভোমোৰাৰূপী প্ৰেমিকসকলে নানা ধৰণৰ মিঠা মিঠা কথা কৈ প্ৰেমিকাসকলক প্ৰেমৰ জালত বান্ধি পেলায়। কিন্তু দিন যোৱাৰ পাছত কু উদ্দেশ্য সাধন হোৱাৰ পাছত প্ৰেমিকসকল অন্তৰ্ধান হৈ পৰে। এগৰাকী ভুক্তভোগী প্ৰেমিকাই অনুতাপ কৰি গীত গাই এইধৰণে—

(৭)

*পহিলা পীৰিতি কালে ভুলাইলেগ নানা ছলে*
*সুখ-দুখ সকল পাসুৰালে*
*এবে বন্ধু গ কেনে দাগা দিলে।*
*দিল দিলে শেল দিলে, আৰহ কলংক দিলে*
*জীয়তে পাঞ্জৰাই শেল দিলে*
*এবে বন্ধু গ কেনে দাগা দিলে।*
*পহিলা পীৰিতি কালে ভুলাইলে নানা ছলে*
*মধুৰ বচনে প্ৰাণ ভুলালে,*
*এবে বন্ধু গ কেনে দাগা দিলে।*

প্ৰেমত প্ৰতাৰণা কেৱল পুৰুষে কৰে, এনে নহয়। নাৰীসকলো এই ক্ষেত্ৰত পিছপৰা নহয়। বিশেষকৈ ৰূপৱতী নাৰী কিছুসংখ্যকে ডেকা ল'ৰাসকলক নিজৰ ৰূপ-গুণ, অহংকাৰত পাত্তাই নিদিয়া হয়। সময়ে সময়ে প্ৰেমিক সলনি কৰি থাকে। কিন্তু নাৰীৰ ৰূপ-যৌৱন খন্তেকীয়া। কিছুদিন বাগৰাৰ পাছত তাই উপলব্ধি কৰে যে প্ৰকৃততে তাইহে ঠগ খাইছে। যেতিয়া বয়স ভাটি দিয়ে, বিয়াৰ বয়স পাৰ হৈ যায়, তেতিয়া তাই বুজি পায় যে তাই জীৱনত কিমান ডাঙৰ ভুল কৰিলে। তেনে নাৰীয়ে গীত গায়—



(৮)

*যখন ফুলটি কলিছিল,*
*তখন ভ্ৰমৰা আইল গেল*
*এবে ভ্ৰমৰা কন ফুলে মজিল*
*পুৰণা প্ৰীত ছাড়ে নতুনে মজিল।*
*নব নব তৰুলতা কুসুমে সাজিল*
*এমন সময়ে সখা বিদেশে বহিল*
*পুৰণা প্ৰীত ছাড়ে ভ্ৰমৰা নতুনে মজিল।*
*পীৰিতি পীৰিতি সাধেৰ পীৰিতি*
*প্ৰীত বলে গ ভাল হায় হায় প্ৰীতকে বলে ভাল*
*বিদেশীৰ সংগে প্ৰেম কৰি*
*হামাৰ ভাবিলে প্ৰাণ গেল*
*ৰে ভাই কান্দিতে প্ৰাণ গেল*
*বড়ি দাগা দিল ৰে ভাই*
*পাঞ্জৰাই শেল দিল*
*পুৰণা প্ৰীত ছাড়ে ভ্ৰমৰা নতুনে মজিল।*

ইয়াৰ উপৰি আজিৰ আধুনিক যুগত স্কুল-কলেজলৈ যোৱা ডেকা-গাভৰুৰ মনত প্ৰেম-প্ৰীতিৰ যেতিয়া উদ্ভৱ হয়, নীলা খামৰ চিঠিৰে প্ৰেমৰ বতৰা কঢ়িয়াই আনে। কিন্তু চিঠিৰ প্ৰেমৰ বতৰাই প্ৰেমিক-প্ৰেমিকাক সন্তোষ কৰি ৰাখিব পাৰে জানো? এনে পৰিস্থিতিৰ বাবে ঝুমুৰীয়াই গীত জুৰিছে এনেধৰণে—

(৯)

*শিশিৰে কি ফুল ফুটে*
*বিনা বৰখনে,*
*চিঠিতেকে মানে মন*
*বিনা দৰশনে।*
*দেখিলে কি মন মানে*
*বিনা বচনে।*
*বচনে কি মন মানে*
*বিনা আলিংগনে।*

অতি মৰমৰ সখীয়েক এজনীৰ বিয়া। সৰুৰে পৰা একেলগে ওমলি ডাঙৰ হোৱা সখীয়েকজনীক বিয়াৰ বাবে সজাই-পৰাই কেনেকৈ বিদায় দিব? এই হেন পৰিস্থিতিত এগৰাকী নাৰীৰ মনোভাব ফুটি উঠিছে নিম্নোল্লিখিত ঝুমইৰ গীতফাকিত। সখীয়েকক সজাই তুলিবলৈ নানা ফুল বিচাৰি তাই ঘুৰি ফুৰিছে অৰণ্যত। নানা ধৰণৰ ফুল বিচাৰি আনি তাই সেইবোৰ বেণীসূতাৰে গাঁথিছে কেইবাধাৰি সুন্দৰ সুন্দৰ মালা। কোনোবা এটা সূঁতাত তাই গাঁথিছে বেলিফুল, চামেলি ফুল, মালী ফুল আৰু কোনোবা এটাত তাই গাঁথিছে কুন্দই ফুল, নোৱালি ফুল ইত্যাদি। অতি আথেবেথে তাই নিজৰ মৰমৰ সখীয়েকজনীক এজনী সুন্দৰী কইনা ৰূপত সজাই গাইছে এনেধৰণেঃ

(১০)

*বন বন যাৱলী বনফুল তৰলী*
*হায় ৰাম ঘৰ ঘুৰিগো আৱলি,*
*সেই ফুল বেণী সূঁতাই গাঁথলী*
*ধনীকে মৰ সাজাৱলী।*
*কণ সূঁতাই গাঁথলী, বেলি চামেলী মালী*
*কণ সূঁতাই গাঁথই, কুন্দই নেৱালি*
*প্ৰিয়াকে মৰ সাজাৱলী।*

(১১)

*ঢল মান্দল শুনি, নিন্দ নাই মৰ চইখে ধনী*
*হামে আৱলি ধনী, নাচে আৱলি ধনী*
*শুনিকে বাজনা ভাই,*
*হামে আৱলি ধনী, নাচে আৱলি ধনী*
*শুনিকে বাজনা।*
*গায়ে ৰঙীণ শাড়ী, হাতেতে কিংকিণী চুড়ি*
*চমকত হিয়া মৰ, শুনিকে বাজনা ভাই*
*হামে আৱলি ধনী, নাচে আৱলি ধনী*
*শুনিকে বাজনা।*
*শুন ৰাধা বিনন্দীয়া আনন্দে মজল হিয়া*



*চমকত হিয়া মৰ, শুনিকে বাজনা ভাই*
*হামে আৱলি ধনী, নাচে আৱলি ধনী*
*শুনিকে বাজনা।*

ৰসিকাই কৈছে– 'ঢোলে মান্দলৰ শব্দ শুনি মোৰ চকুৰ টোপনি নাইকিয়া হ'ল। সেয়েহে হে সখীসকল, আজিৰ এই জোনাক নিশা তোমালোকৰ লগত মই ঝুমইৰ নাচ-গান কৰিবলৈ ওলাই আহিছো।' নাচিবলৈ অহা যুৱতীসকলৰ সুন্দৰৰ বৰ্ণনাও ফুটি উঠিছে গীতফাকিত। যুৱতীসকলৰ গাৰ ৰঙীণ শাৰীবিলাক, তেওঁলোকৰ হাতৰ ধুনীয়া ধুনীয়া কাঁচৰ ৰঙীণ খাৰু আৰু মন উতলা আনন্দই নধৰা হিয়াবিলাক ফুটি উঠিছে গীতফাকিত। সেয়েহে আজিৰ এই আনন্দমুখৰ পৰিৱেশত ঢোল-মাদলৰ স্বতঃস্ফূৰ্ত আহ্বানত সকলোৱে যেন নাচিবলৈ গাবলৈ ওলাই আহিছে।

(১২)

*আখড়াত ছাঁই ছাই, নাচয়তো এক নাই*
*কাঁহা গেলে গ হামাৰ নাচয় গাৱয়া*
*কাহা গেলেই হ হামাৰ ৰসিকা নাগৰ।*
*আলড়াত ছাঁই ছাঁই, নাচয়াতো এক নাই*
*কতিখনে আতই হামাৰ ৰাসিকা নাগৰ।*
*জিয়া মৰললকত পাৱ মৰা থৰকত,*
*এই চনমে কৈসনে দিল বাপ্পৰ পিয়া,*
*কতিখনে আতই হামাৰ নাচয় গাৱয়া*
*কতিখনে আতই হামাৰ ৰসিকা নাগৰ।*

ৰসিকা ঝুমুৰীয়া এজন কৰমৰ আখড়াতলীলৈ গৈ দেখিছে যে, তেওঁৰ লগত ঢোল-মাদল বজাবলৈ অহা ঢুলীয়াসকলো আহি পোৱা নাই আৰু নাচিবলৈ আহিবলগীয়া নাচনীসকলো আহি পোৱা নাই। কৰমথলী নিজম-নিতাল হৈ পৰি আছে। এনে অৱস্থাত ৰসিকাজনৰ মনৰ হতাশা আৰু বেদনাখিনি উপৰোক্ত ঝুমইৰ গীতফাকিত প্ৰকাশিত হৈছে।

(১৩)

*কোন নগৰে কৃষ্ণ, দশমাস ৰহল হৰি হায়ৰে*
*কোন নগৰে বড় ভেলাই যমুনা তীৰে।*

*বাঁশীয়া বাজায় ধীৰেগো, ধীৰে ধীৰে।।*
*মথুৰা নগৰে কৃষ্ণ, দশমাস ৰহল হৰি হায়ৰে*
*শ্ৰীবৃন্দাবনে বড় ভেলাই যমুনা তীৰে।*
*বাঁশীয়া বাজায় ধীৰে ধীৰে, যমুনা তীৰে।*
*কাৰ গৰভে কৃষ্ণ দশমাস ৰহল হৰি হায়ৰে*
*কাৰ দুধ পিয়ে বড় ভেলাই যমুনা তীৰে,*
*বাঁশীয়া বাজায় ধীৰেগো, ধীৰে ধীৰে।।*
*দৈবকী উদৰে কৃষ্ণ দশমাস ৰহল হৰি হায়ৰে*
*যশোদাকে দুধ পিয়ে বড় ভেলাই যমুনা তীৰে*
*বাঁশীয়া বাজায় ধীৰে ধীৰে যমুনা তীৰে।*
*বাঁশীয়া বাজায় ধীৰেগো, ধীৰে ধীৰে।।*
*সাত গপীন মিলিজুলি যমুনাকে গেল হৰি হায়ৰে*
*সুৰতিয়া দেখি ৰিঝি গেল যমুনা তীৰে,*
*বাঁশীয়া বাজায় ধীৰে ধীৰে, যমুনা তীৰে।*
*বাঁশীয়া বাজায় ধীৰেগো, ধীৰে ধীৰে।।*
*পীৰিতি দুহাৰে ইজগত ঈশ্বৰ কৰি হায়ৰে,*
*যুগে যুগে নাম ৰহি গেলায় যমুনা তীৰে,*
*বাঁশীয়া বাজায় ধীৰে ধীৰে যমুনা তীৰে।*
*বাঁশীয়া বাজায় ধীৰেগো, ধীৰে ধীৰে।।*

ভগৱান শ্ৰীকৃষ্ণৰ বৈচিত্ৰ্যময় লীলাখেলা আৰু জীৱনৰ বিষয়ে উপৰোক্ত ঝুমইৰ গীতফাকিত বৰ্ণনা কৰা হৈছে। ভগৱান শ্ৰীকৃষ্ণই মথুৰা নগৰৰ মাতৃ শ্ৰীমতী দৈৱকীৰ গৰ্ভত দহমাহ থকাৰ পাছত বৃন্দাবন ভূমিত যমুনা নদীৰ পাৰত বাঁশী বজাই তেওঁৰ লীলা জগতক কেনেকৈ দেখুৱালে। মা দৈৱকীৰ ঔৰসৰ পৰা জন্মলাভ কৰা কৃষ্ণ কিন্তু মা যশোদা দেৱীৰ কোলাত লালিত-পালিত হৈ গাখীৰ খাই ডাঙৰ-দীঘল হ'বলগীয়া হৈছিল এইখিনি কথা ঝুমইৰ গীতফাকিত বৰ্ণিত আছে। এই যমুনাৰ নৈৰ পাৰত শ্ৰীকৃষ্ণই সুমধুৰ বাঁহী বজাই গোপী-গোপিনীহঁতক প্ৰেমৰ বন্ধনত কি ধৰণে বান্ধি ৰাখিছিল সেইখিনি কথা আজি বৈষ্ণৱ জগতত চিৰযুগমীয়া স্মৃতি হৈ ৰৈ গৈছে।

(ঝুমইৰ খেমটা)



(১৪)

*নিকুঞ্জ মাঝে শ্যাম বিৰাজে*
*বাঁশীটিগো কৰে ত্ৰানানা,*
*ব্ৰজেগো গৰি ললনা*
*নাচিছে গোপিনীসবে, বাজিছে বাজনা।*
*মাথায় ময়ুৰাৰ চূড়া*
*গলায় গ গজমতি হাৰ*
*ৰুণজুন ৰুণজুন বাজিছে গহনা*
*নাচিছে গোপিনীসবে বাজিছে বাজনা।।*
*এনা নানা নাইৰে, নাইৰে গো ত্ৰানানা*
*ত্ৰানান নাইৰে নাইৰো গো ত্ৰানা নাৰে না।।*

বৃন্দাবনৰ নিকুঞ্জ বনত শ্ৰীকৃষ্ণই নানা সুৰত বাঁহীটি বজাই সকলোকে মতলীয়া কৰিছে। ব্ৰজবাসী সুন্দৰী গোপিনীসকলে ঢোল-মাদলৰ ছেৱে-ছেৱে ৰাস নৃত্যত নাচিব লাগিছে। শ্যামকাণুৰ মূৰত ময়ুৰ পংখীয়ে শোভাবৰ্ধন কৰিছে। ডিঙিত গজমতি হাৰ জিলিকি উঠিছে। গাৰ অন্যান্য আ-অলংকাৰবোৰৰ পৰাও ৰুণুজুনু শব্দ ধ্বনিত হৈছে। গীতৰ তালে তালে আৰু ঢোল-মাদলৰ ছেৱে-ছেৱে গোপিনীসবে নৃত্য কৰি এটি অভিনৱ পৰিৱেশৰ সৃষ্টি কৰিছে। ঝুমইৰ গীতত এনে মনোৰম কাব্যসুলভ বৰ্ণনাও যে থাকিব পাৰে, বহুতে হয়তো নাজানে।

এনে এটি সুন্দৰ ভিনচাৰীয়া গীতো তলত উল্লেখ কৰা হৈছে এনে ধৰণে—

(১৫)

*জলধি ধাৰে যমুনাৰি কিনাৰেৰে*
*ৰাধা ৰাধা কৃষ্ণ বাজায় বাঁশী*
*কেমনে ভৰিবৰে ঘাঘৰি*
*হে শ্যাম লাজে মৰি।*
*লাজে মৰি হে শ্যাম লাজে মৰি*
*ৰাধা ৰাধা কৃষ্ণ বাজায় বাঁশী*
*কেমনে ভৰিবৰে ঘাঘৰি*
*হে শ্যাম লাজে মৰি।*

*বাঁশের বাঁসুৰি সখী*
*সৰল বাঁশের বাঁশীৰে*
*কেমনে ভৰিবৰে ঘাঘৰি*
*হে শ্যাম লাজে মৰি।*

যমুনাৰ নৈৰ পাৰত কাষত ঘাঘৰি লৈ ৰাধাই পানী আনিবলৈ গৈছে, কিন্তু কদম গছত বহি শ্ৰীকৃষ্ণই বাঁহী বজাই আছে। ঘাটত নামি পানীনো কিদৰে কলহত ভৰাব, তাই লাজত কি কৰো, কি নকৰো হৈছে। লাজৰ কাৰণ হ'ল, কৃষ্ণই বজোৱা বাঁহীটি এটি সাধাৰণ বাঁহৰ বাঁহী, কিন্তু দুষ্ট কৃষ্ণই এই বাঁহীত ৰাধা ৰাধা বুলিহে মাত তুলিছে।

অনুৰূপ এটি ঝুমইৰ খেমটা গীতো এইখিনিতে উল্লেখ কৰিলে ভাল হ'ব বুলি উল্লেখ কৰিলো, এনেধৰণে–

(১৬)

*ৰাধামতি পাগলিনী হয়ে আছে একাকীনি*
*গো মৰি হায় হায়*
*কাখে ঘাঘৰি নিয়ে যমুনাকে যায়,*
*সাধেৰ দামিনীগ হিলিয়ে ডলিয়ে চলিয়ে যায়।*
*হাতেতে কিঙ্কিণী চুড়ি, গায়েতে ৰঙীণ শাড়ী*
*গো মৰি হায় হায়*
*কাখে ঘাঘৰি নিয়ে যমুনাকে যায়,*
*সাধেৰ দামিনী গো হিলিয়ে ডলিয়ে চলিয়ে যায়।*
*(ভিনচাৰীয়া গীত)*

(১৭)

*গগনে উঠিল বেলা কতনো কৰিব খেলাৰে*
*গাছ কদম্বকেৰি ডাল ধৰি হৰি,*
*বংশী বাজায় কত ছল কৰি।*
*জলধি ধাৰে যমুনাৰে কিনাৰেৰে*
*গাছ কদম্বকেৰি ডাল ধৰি হৰি*



*বংশী বাজায় কত ছল কৰি।*
*টিটে মই সেই আলি যাত মই লাল পানীৰে*
*মনমুচক কৰি হৰি সখী*
*বংশী বাজায় কত ছল কৰি।*
*কাখে কলস ৰাখি ঝুমইৰে জুড়ালই সখীৰে*
*ঘনেক উঠি ঘনেক বসি নানা ৰঙ্গে খেলা কৰি*
*বংশী বাজায় কত ছল কৰি।*

বেলি পৰিবৰ হ'ল, গধুলি কিন্তু প্ৰেমিক কৃষ্ণই কদম গছৰ ডালত বহি বাঁহী বজায়েই আছে। তাকে দেখি ৰাধাই পানী অনাৰ ছলেৰে যমুনাৰ ঘাটলৈ গৈছে আৰু মিচিকিয়া হাঁহিৰে কৃষ্ণই নানান অঙ্গী-ভঙ্গীৰে মোহন বাঁহীৰ সুৰ বজাই আছে। অৱশেষত ৰাধাও হাতৰ কলহ মাটিত থৈ, সখীসকলৰ সৈতে ঝুমইৰ নৃত্য-গীতত যোগ দিবলৈ বাধ্য হ'ল আৰু শ্ৰীকৃষ্ণয়ো নানা অঙ্গী-ভঙ্গীৰে কেতিয়াবা বহি, কেতিয়াবা থিয় হৈ বাঁহীৰ সুললিত ধ্বনি বজাবলৈ ধৰিলে।

(১৮)

*ভাদৰেকা একাদশী কৰম গড়াইহে সখী*
*সবে গপীন খেলত ঝুমৰি;*
*গাৱঁত ভাই শ্ৰীনন্দ হৰি।*
*হাতে লেলাই গামছা খান্দে লেলাই মান্দৰী*
*সবে গপীন চবে নাছে ঘুৰি ফেৰি,*
*গাৱঁত ভাই শ্ৰীনন্দ হৰি।*
*আখড়াহি বাজে বাঁশী কালিয়াৰ মুচকি হাঁসি*
*গপীন সবে খেলে ললকাৰি*
*গাৱঁত ভাই শ্ৰীনন্দ হৰি।*

ভাদৰ শুক্লা একাদশীত নিশা কৰমতী সখীসকলে মিলিজুলি কৰম পূজা পাতিছে। গোপিনীসকলে ঝুমইৰ নৃত্য কৰিছে আৰু স্বয়ং শ্ৰীকৃষ্ণই ঝুমইৰ গীত গাইছে। গোপীসকলে কান্ধত গামোচা আৰু মাদল আঁৰি লৈছে। গোপিনীসকলে জুম বান্ধি ঘুৰি ঘুৰি নাচিছে। শ্ৰীকৃষ্ণই গোপিনীসকলক উদ্দেশ্যি ঝুমইৰ গীত গাইছে আৰু মিচিকিয়া হাঁহিৰে বাঁহীও বজাইছে।

(১৯)

*হেম মধু মাসে পিয়া পৰদেশে*
*কোথায় গেল কালিয়া নাগৰ শ্যাম। ২*
*ভাদৰ মাসে পিয়া পৰদেশে*
*কোথায় গেল কালিয়া নাগৰ শ্যাম। ২*
*থাকত যদি শ্যাম পুছায়ে দিত ঘাম*
*পুছায়ে দিত কালিয়া নাগৰ শ্যাম। ২*
*ত্রানা নাৰে নাইৰে, ত্রানা নাৰে নাইৰে*
*ত্রানা নাৰে নাইৰেগো ত্রানা নাৰে না।*

দুটামান ঝুমইৰ গীত গোৱাৰ পিছত এটা খেমটা গীত গোৱাৰ নিয়ম। এই খেমটা গীতবিলাক সাধাৰণতে ব্যংগমূলক আৰু ধেমেলীয়া এটা ৰসিক পৰিস্থিতি সৃষ্টি কৰিবলৈ বিচৰা হয়। কিন্তু ঢোলৰ ছেও আৰু নৃত্য অতি তীব্ৰ আৰু লয়লাস ভংগীৰ হোৱা দেখা যায়। এই গীতটোৰ অৰ্থটো এনেধৰণৰ— আজিৰ এই কৰম পৰৱৰ নিশাত প্ৰিয়জন কাষত নাই। তেওঁ বিদেশ মুলুকত থাকিল। মৰমৰ এই কালিয়া নাগৰ শ্যাম আদি ভাদমাহৰ এই মধুক্ষণত নাহিল। আজিৰ এই আনন্দ-উছৱত তেওঁ থকা হ'লে নাচি নাচি ভাগৰি পৰা মৰমীজনীৰ মুখমণ্ডলত বিৰিঙি উঠা ঘামখিনি নিশ্চয় আলফুলে মচি দিলেহেঁতেন।

(২০)

*দৰিয়াৰ মাঝে, ফুল ফুটিল সাঁঝে*
*কুঞ্জবনে কেমনে বাহিৰাব ভাই শ্যাম*
*বৃন্দাবন ৰায়,*
*সেত বিজুলী চমকে, ডৰ লাগে ভাই শ্যাম*
*বৃন্দাবন ৰায়।*
*বৃন্দাবন মাঝে, ষোল্লশ গোপিনী নাচে*
*বৃন্দাবনে কেমনে, বাহিৰাব ভাই শ্যাম*
*বৃন্দাবন ৰায়,*
*সেত বিজুলী চমকে, ডৰ লাগে ভাই শ্যাম*
*বৃন্দাবন ৰায়।*

গধূলি বেলিকা বৃন্দাবনত ঝুমইৰ নৃত্য-গীত চলি আছে, বতৰ ডাৱৰীয়া,



বিজুলী ঢেৰেকণি মাৰিছে। এনে পৰিস্থিতিত ঝুমইৰ আখড়ালৈ যোৱাটোত অসুবিধাৰ সৃষ্টি হৈছে। তেনে অৱস্থাত এগৰাকী প্ৰেমিকাই তেওঁৰ প্ৰেমিকক উদ্দেশ্যি উপৰোক্ত গীতফাকি গাইছে।

(২১)

*হাতে বাঁশী মুখে হাঁসি,*
*বাজকেনে দিবানিশি,*
*দিদি গ বাঁশিয়া বাজিছে ললকাৰযে*
*দিদিগ বাঁশিয়া বাজিছে ললকাৰযে।*
*অৰে অৰে অৰে বাঁশী,*
*বাজ কেনে দিবা নিশি,*
*দিদিগ বাঁশিয়া বাজিছে ললকাৰযে,*
*দিদিগ বাঁশিয়া বাজিছে ললকাৰযে।*
*কদমেৰ ডালে বসি,*
*কানা কেন বাজায় বাঁশী,*
*দিদিগ বাঁশিয়া বাজিছে ললকাৰযে।*
*দিদিগ বাঁশিয়া বাজিছে ললকাৰযে।*

কদমৰ ডালত বহি শ্ৰীকৃষ্ণই যেতিয়া বাঁহী বজায় তেতিয়া গোপিনীসকলৰ মনত বংশীধ্বনিয়ে যি আলোড়ন তোলে, তাকেই ৰসিকাই এই গীতফাকিৰ মাজত প্ৰকাশ কৰিছে। নাচনীসকলে অতি উল্লাসেৰে এই গীতটি গায় আৰু দ্ৰুত ভংগীমাত নাচি উঠে। গীতটি অতি স্পষ্ট আৰু ইয়াৰ ব্যাখ্যাৰ প্ৰয়োজন নাই বুলি ভাবিছোঁ।■

# চাহ জনগোষ্ঠীয় লোকসাহিত্যৰ ৰূপৰেখা

প্ৰহ্লাদ চন্দ্ৰ তাছা

লোকসাহিত্য লোকজীৱনৰ অলিখিত ইতিহাস। সামাজিক তথা সাংস্কৃতিক জীৱনৰ বিভিন্ন দিশৰ বৰ্ণময় ৰূপ প্ৰতিফলিত কৰা সম্ভাৰেৰে মেটমৰা হৈ আছে লোক সাহিত্যৰ ভঁৰাল। বুৰঞ্জীয়ে পৰশিব নোৱৰা কালৰে পৰা লোক সমাজৰ সৈতে লোক সাহিত্য সাঙুৰ খাই আছে। পৰম্পৰাগতভাৱে সমাজত চলি অহা অলিখিত বা মৌখিক সাহিত্যই হৈছে লোকসাহিত্য। লিখিত সাহিত্য সৃষ্টি হোৱাৰ বহু যুগৰ পূৰ্বেই লোক সাহিত্যৰ আৰম্ভণি। যুগ যুগ ধৰি মুখ বাগৰি অহা গীত-মাত, ফকৰা-যোজনা, সাধুকথা, সাঁথৰ আদি লোক-সাহিত্যৰ অমূল্য সম্পদ। এই সম্পদসমূহৰ ভেটিতেই জন্ম হৈছে লিখিত সাহিত্য। সেইবাবেই লোক সাহিত্যক লিখিত সাহিত্যৰ জননী বুলি কোৱা হয়। দৰাচলতে লোক সাহিত্য হৈছে লোকজীৱনৰ অভিব্যক্তি। ইয়াত লোক জীৱনৰ আবেগ-অনুভূতি, অভিজ্ঞতা আদিৰ সামূহিক প্ৰকাশ ঘটে। লোকবিশ্বাস আৰু লোক পৰম্পৰা হৈছে লোক সাহিত্যৰ বিশেষভাৱে উল্লেখনীয় উপাদান। এই দুই মূল উপাদানৰ ভেটিতে লোক সাহিত্যৰ দীঘ বাণি বৰ্ণময় হৈ আছে। চহা জীৱনৰ সৰল মনৰ স্বতঃস্ফূৰ্ত আৰু নিৰ্ভেজাল অভিব্যক্তিৰ সমাহাৰ হৈছে লোক সাহিত্য। এই শ্ৰেণীৰ সাহিত্যত লোকমনৰ প্ৰতিফলন অতি স্পষ্ট। নানা তৰহৰ গীত-মাতৰ মাধ্যমেৰে প্ৰকাশ পোৱা লোক মানসত তাৰেই আভাস পোৱা যায়। কোন কাহানিবাই ৰচিত এই গীত-মাতবোৰ সেয়েহে পুৰণি হৈও চিৰ নতুন। এইবোৰৰ ব্যঞ্জনা, শ্ৰুতিমাধুৰ্য আৰু সাংগীতিক মূৰ্চ্ছনাই যুগে যুগে মানুহক আহ্লাদিত আৰু সন্মোহিত



কৰি আহিছে। সেইদৰে ফকৰা-যোজনাবোৰৰ মাজেদি প্ৰকাশ পোৱা বাক্ চাতুৰ্য, কথন ভংগী, অভিজ্ঞতা, প্ৰজ্ঞা আদি লোক সাহিত্যৰ অন্যতম বৈশিষ্ট্য। সাধুকথাৰ মূল্যও সুকীয়া। সাধুকথাত লোকজীৱনৰ বিশ্বাস, কল্পনা, চিন্তা আৰু আদৰ্শ সঞ্চিত হৈ থাকে। গতিকে সাধুকথাবোৰক লোকসাহিত্যৰ অমূল্য সম্পদ বুলি গণ্য কৰা হয়। প্ৰাচীন কালৰে পৰা সমাজত প্ৰচলিত হৈ থকা সাঁথৰবোৰত আছে গভীৰ জীৱনবোধ, জ্ঞান, বুদ্ধিদীপ্ততা আৰু গুঢ়াৰ্থ। মন্ত্ৰ সাহিত্যও লোক সাহিত্যৰ এক অমূল্য সম্পদ।

নানা বৰণীয়া ফুলৰ সমাহাৰে এখন ফুলনিক সুন্দৰ আৰু সুবাসিত কৰি ৰখাৰ দৰে আমাৰ দেশৰ বিবিধ জনগোষ্ঠীয় আৰু প্ৰান্তীয় লোক সাহিত্যই ভাৰতীয় লোক সাহিত্যক সৌন্দৰ্যময় আৰু সুগন্ধময় কৰি ৰাখিছে। বিভিন্ন প্ৰকাৰৰ লোকগীত, লোক কথা, লোক কলা, লোক বিশ্বাস, লোক উৎসৱ, লোক বাদ্য আদিৰ পয়োভৰে ভাৰতীয় লোক সাহিত্য আৰু লোকজীৱনক বৈচিত্ৰ্যময় আৰু ঐশ্বৰ্যময় কৰি ৰাখিছে। নানা প্ৰকাৰৰ নৃত্য-ভংগিমা, বিবিধ প্ৰকাৰৰ সাজ-পোছাক, সুকীয়া সুকীয়া মাত-কথা, নানা সুৰীয়া গীত-মাত আৰু ভিন্ ভিন্ জীৱন শৈলীয়ে ভাৰতীয় সভ্যতা আৰু সংস্কৃতিক মহিমামণ্ডিত আৰু সমৃদ্ধিশালী কৰি ৰাখিছে। সেয়েহে ভাৰতীয় লোক সাহিত্য আৰু লোক সংস্কৃতিক আন দেশৰ তুলনাত চহকী বুলি গণ্য কৰা হয়। ভাৰতৰ উত্তৰ-পূব অঞ্চলত অৱস্থিত অসমৰ লোক সাহিত্যও অতিকৈ চহকী। পাহাৰ-ভৈয়াম, চৰ-চাপৰি, বাগিচা-বস্তি আৰু নগৰ-চহৰত বসবাস কৰা অসমৰ বিভিন্ন জনগোষ্ঠীৰ সুকীয়া সুকীয়া লোক সাহিত্য আছে আৰু এই জনগোষ্ঠীয় লোক সাহিত্যবোৰৰ বৈশিষ্ট্যও সুকীয়া সুকীয়া। এনে বৈশিষ্ট্য আৰু বৈচিত্ৰ্যই অসমৰ সভ্যতা আৰু সংস্কৃতিক এক নতুন মাত্ৰা প্ৰদান কৰিছে। বাৰে বৰণীয়া সাংস্কৃতিক সম্ভাৰেৰে সমৃদ্ধ অসমীয়া লোকসাহিত্য আৰু লোক সংস্কৃতিৰ মাজেদি এক সমন্বিত আৰু সংহত লোকজীৱনৰ আভাস পোৱা যায়। অসমৰ নদ-নদী, পাহাৰ-পৰ্বত, প্ৰাকৃতিক সৌন্দৰ্য, উৰ্বৰা মাটি আৰু শস্যৰ উৎপাদন আদিয়ে মানুহৰ জীৱন যাত্ৰাক প্ৰভাৱিত কৰি আহিছে। কৃষিজীৱী সমাজত প্ৰচলিত ধ্যান-ধাৰণা, ৰীতি-নীতি, ধৰ্মবিশ্বাস, লোকবিশ্বাস আৰু জীৱন যাত্ৰাৰ অন্যান্য দিশেও লোক সাহিত্যক জীপাল কৰি ৰাখিছে। বিয়ানাম, বিহুনাম, আইনাম, ধাইনাম, বনগীত, বনঘোষা, বদন বৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত, মাউতৰ গীত, মাছমৰা গীত, নাৱৰীয়া গীত, বৰশী বোৱা গীত, ধান বনা

গীত, সূতা কটা গীত, জনা গাভৰুৰ গীত, পৰুৱাৰ জুনা, পচলাৰ জুনা, নাহৰৰ জুনা আদিয়ে অসমীয়া লোক সাহিত্যক মাধুৰ্য আৰু বৈচিত্ৰ্য প্ৰদান কৰিছে।

এনে গীত-মাতৰ উপৰি সাধুকথা, ফকৰা-যোজনা, প্ৰৱচন-পটন্তৰ, সাঁথৰ আদিয়েও চহকী অসমীয়া লোক সাহিত্যৰ চানেকি দাঙি ধৰিছে। মন্ত্ৰ-সাহিত্যও অসমীয়া লোক সাহিত্যৰ অমূল্য সম্পদৰূপে পৰিগণিত হৈ আহিছে। অসমৰ বিভিন্ন জনগোষ্ঠীৰ বৈচিত্ৰ্যপূৰ্ণ লোক সাহিত্যও অসমীয়া লোক সাহিত্যক সমৃদ্ধ কৰিছে। পাহাৰ ভৈয়াম জুৰি বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোক সাহিত্যত কৃষি জীৱন আৰু শ্ৰম জীৱনৰ প্ৰতিফলন ঘটা পৰিলক্ষিত হয়। নানা তৰহৰ লোকগীত, লোকবাদ্য, লোক উৎসৱ, লোক বিশ্বাস আৰু লোক পৰম্পৰাৰে বৰ্ণময় তথা বৈচিত্ৰ্যময় হৈ থকা অসমৰ অন্যতম জনগোষ্ঠী হৈছে চাহ জনগোষ্ঠী। এই জনগোষ্ঠীৰ লোক সাহিত্যও অতিকৈ চহকী। লোক কথা, লোক গাঁথা, লোকগীত, ফকৰা-যোজনা, প্ৰৱচন-পটন্তৰ, সাঁথৰ আদিৰে মেটমৰা হৈ আছে চাহ জনগোষ্ঠীয় লোক সাহিত্যৰ ভঁৰাল।

চাহ জনগোষ্ঠীৰ সৰহ সংখ্যক লোকগীতেই অনুষ্ঠানমূলক। বিভিন্ন সামাজিক, সাংস্কৃতিক আৰু ধৰ্মীয় অনুষ্ঠান উপলক্ষ্যে পৰিৱেশন কৰা লোকগীতবোৰৰ মাজেদি সৰল মনৰ চাহ জনগোষ্ঠীয় লোকৰ আবেগ-অনুভূতি, আশা-আকাংক্ষা, হৰ্ষ-বিষাদ আদি প্ৰকাশ পায়। এই লোকগীতবোৰে জনগোষ্ঠীটোৰ সাংস্কৃতিক জীৱন বৰ্ণময় কৰি ৰখাত আটাইতকৈ বেছি অৰিহণা যোগাইছে। ঝুমইৰ, ডমকইচ, টুচু গীত, জাহলী গীত, ফাগুৱা গীত,শাদী গীত, নিচুকনি গীত আদি বিভিন্ন প্ৰকাৰৰ লোকগীতৰ মাজেদি চাহ জনগোষ্ঠীৰ কলাত্মক দিশ আৰু সাংগীতিক আবেদন প্ৰকাশ পোৱা পৰিলক্ষিত হয়। কোন কাহানিবাই অনাখৰী চহা লোকে ৰচনা কৰা এই গীতবোৰৰ জনপ্ৰিয়তা আজিও কমা নাই। মুখ বাগৰি অহাৰ ফলত দুই-এটা শব্দ ইফাল-সিফাল হ'লেও এই লোকগীতবোৰৰ শ্ৰুতি মাধুৰ্য অকণো কমা নাই। অসমৰ চাহ শিল্পত নিয়োজিত হৈ শ্ৰম জীৱনক আঁকোৱালি লোৱাৰ আগতে এইসকল লোক কৃষিজীৱী আছিল। গতিকে চাহ জনগোষ্ঠীৰ সৰহ সংখ্যক লোকগীতত কৃষিজীৱী লোক সমাজৰ প্ৰতিফলন পৰিলক্ষিত হয়। কেৱল লোকগীতেই নহয় এই জনগোষ্ঠীৰ লোক উসৱসমূহো মূলতঃ কৃষিকেন্দ্ৰিক।

বিহুৰ দৰে কৰম পৰৱো এক কৃষি উসৱ। কৃষি জীৱনৰ সৈতে সংপৃক্ত



হোৱাৰ বাবে এই পৰৱৰ নৃত্য-গীতত মাটি, মানুহ আৰু প্ৰকৃতিৰ নিবিড়তাৰ পৰশ পৰিছে। কৰম পৰৱৰ মাংগলিক কাৰ্যৰ সৈতে জড়িত কিছুমান গীত আছে। এই গীতবোৰক কৰম গীত বা কৰমা গীত বুলি কোৱা হয়। আনহাতে এই পৰৱ উপলক্ষে আনন্দ প্ৰকাশ কৰিবৰ বাবে কেতবোৰ গীত গোৱা হয়। এনেবোৰ গীতক ঝুমইৰ আৰু ডমকইচ বুলি কোৱা হয়। এই জনগোষ্ঠীৰ আটাইতকৈ জনপ্ৰিয় লোকগীত হৈছে ঝুমুইৰ। ঝুমুইৰ গীতৰো আকৌ শ্ৰেণী বিভাগ আছে। পৰিৱেশনৰ সময়, ষড় ঋতু, সম্প্ৰদায়গত বিশেষত্ব আৰু উপলক্ষ্য অনুসৰি ঝুমুইৰ গীতৰ প্ৰকাৰ বেলেগ বেলেগ। বন্দনা, ডাঁড়শালীয়া, ঝিঙাফুলীয়া, ৰং বা খেমতা, গলৱাৰী, ভিনসৰীয়া, বৈঠকখানা আদি নামেৰে শ্ৰেণীভূক্ত কৰা হৈছে। অঞ্চলভেদে আকৌ ঝুমুইৰ গীতৰ নামকৰণ কৰা হৈছে; যেনে তামাড় অঞ্চলৰ তামাড়িয়া ঝুমুইৰ, নাগপুৰ অঞ্চলৰ নাগপুৰীয়া ঝুমুইৰ, বিলাসপুৰ অঞ্চলৰ বিলাসপুৰীয়া ঝুমুইৰ ইত্যাদি। ঝুমুইৰ গীতবোৰৰ কাব্যিক সৌন্দৰ্য মন কৰিবলগীয়া। ছন্দ, অলংকাৰ আদিৰ প্ৰয়োগে এই গীতবোৰক অধিক আকৰ্ষণীয়, ৰসপূৰ্ণ আৰু হৃদয়স্পৰ্শী কৰি তুলিছে। উদাহৰণ স্বৰূপে—

বনে বনে যাৱলি বনফুল তৰলি<br>
হায় ৰাম ঘৰ ঘূৰি আৱলি<br>
সেই ফুল বেণী সূতাই গাঁথলি<br>
ধনীকে মৰ সাজাৱলি

চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত চহৰাই পৰৱত গৰখীয়াসকলে ঘৰে ঘৰে গৈ ঢোল, মাদল, তাল আদি বাদ্যযন্ত্ৰ লৈ চহৰাই পৰৱৰ গীত গাই গৃহস্থসকলক আশীৰ্বাদ দিয়ে। এই গীতবোৰক জাহলী গীত বোলা হয়। কৃষিজীৱী লোক সমাজৰ দুই উৎসৱৰ সৈতে সংপৃক্ত হুচৰি আৰু জাহলী গীতৰ মাজত লক্ষ্যণীয়ভাৱে সামঞ্জস্য আছে।

সব দিনে মাংগে ভালা ভাট ভিক্ষাৰী হ'<br>
আজ মাংগে দশ ভাইৰে<br>
দশ ভাইকে দেলে ভালা পানীয়ে নাহি পড়ত<br>
ৰহি যাত যুগে যুগে নামৰে।

অসমৰ চাহ জনগোষ্ঠীৰ অন্যতম নাৰীকেন্দ্ৰিক উৎসৱ হৈছে টুচু পৰৱ বা টুচু পূজা। মন কৰিবলগীয়া বিষয় যে মাঘ বিহু বা ভোগালী বিহু পালন কৰা

সংক্ৰান্তি তিথিতে টুচু পৰৱ পালন কৰা হয়। এই উপলক্ষে গোৱা গীতবোৰক টুচু গীত বুলি কোৱা হয়। এই গীতবোৰ অতিকৈ মন পৰশা।

টুচুকে আনিতে যাব গ'
চন্দন কাঠেৰ চৌড়লে।
যদি টুচু দয়া কৰে
ৰাখব স'ণাক মন্দিৰে।।

সমগ্ৰ দেশতে ৰঙৰ উৎসৱ হিচাপে উদ্‌যাপিত হোৱা হোলি বা ফাগুৱা (ফাকুৱা) চাহ জনগোষ্ঠীৰ অন্য এক জনপ্ৰিয় উসৱ। এই উসৱতে গোৱা গীতবোৰক ফাগুৱা গীত বুলি কোৱা হয়। এই গীতবোৰৰ এক সুকীয়া আবেদন আছে। সেইদৰে এই জনগোষ্ঠীৰ মাজত বহুলভাৱে প্ৰচলিত মনসা গীতবোৰেও লোক সাহিত্যৰ আয়তন বৃদ্ধি কৰাত সহায় কৰিছে।

চাহ জনগোষ্ঠীয় সমাজত শাদী বা বিবাহ অনুষ্ঠানৰ এক সুকীয়া গুৰুত্ব আছে। এই অনুষ্ঠানত পৰিৱেশন কৰা গীতবোৰক শাদী গীত বুলি অভিহিত কৰা হয়। মাংগলিক বিধি-বিধান অনুসৰি বেলেগ বেলেগ শাদী গীত গোৱা হয়। এই গীতবোৰো মূলতঃ নাৰী প্ৰধান।

হলদি হলদি পুৰা পাটনা
ৰাহি গিৰি চন্দনা, ৰাহি গিৰি চন্দনা গ'।
ওৰ শাশ হলদি পাঠাই দেলাই
মাখি বিকি নাহি গ' সহি বিকি নাহি গ' ধনী।।

বিভিন্ন প্ৰকাৰৰ লোকগীতে চাহ জনগোষ্ঠীয় লোক সাহিত্যৰ এক বৃহৎ অংশ অধিকাৰ কৰি আছে। এনেবোৰ লোকগীতৰ ভিতৰত নিচুকনি গীতৰ এক সুকীয়া পৰিচয় আছে। নিচুকনি গীতত মাতৃ বা ধাতৃৰ সূক্ষ্ম ভাবানুভূতি আৰু মমত্বৰ পূৰ্ণ প্ৰকাশ ঘটে। সেইবাবেই ই বিশ্বজনীন। কান্দি থকা শিশুক নিচুকাবৰ বাবে অথবা আমনি কৰা শিশুক ফুচুলাবৰ বাবে জীৱ-জন্তুৰ ভয় দেখুৱাই এইদৰে গোৱা হয়—

আইৰে বাঘুয়া শিয়াল
ঘৰ পিণ্ডাৰে থাক।
বাবুৰ মায়ে জলকে গেল
বাবুৰ কাণ কাট।।



এনে গীত-মাতৰ বাৰেবৰণীয়া সম্ভাৰে চাহ জনগোষ্ঠীয় লোকসাহিত্যক সমৃদ্ধ কৰিছে। লোকগীতসমূহৰ লগতে সাধুকথা, ফকৰা-যোজনা আদিয়েও এই জনগোষ্ঠীৰ লোকসাহিত্যৰ ভঁৰাল চহকী কৰাত ইন্ধন যোগাইছে। লোকজীৱনৰ বিশ্বাস, কল্পনা, চিন্তা আৰু আদৰ্শ সঞ্চিত হৈ থাকে সাধুকথা বা লোককথাত। চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত সাধুকথাবোৰ বিভিন্ন প্ৰকাৰৰ। জীৱ-জন্তু, ৰাক্ষস-ৰাক্ষসী, ৰজা-ৰাণী, দেৱ-দেৱী আদি বিভিন্ন চৰিত্ৰ আৰু বিষয় বৈচিত্ৰ্যৰ সমাৱেশ ঘটিছে এই সাধুকথাবোৰত।

ফকৰা-যোজনাবোৰ পৰম্পৰাগতভাৱে চলি অহা মৌখিক সাহিত্যৰ এক অমূল্য সম্পদ। চাহ জনগোষ্ঠীয় লোকসকলে ইয়াক শালুক বচন বুলি কয়। কিছুমানে কেৱল শালুক বুলি কয়। লোক-জ্ঞানৰ ভঁৰাল স্বৰূপ এই শালুক বচন অৰ্থাৎ ফকৰা-যোজনাবোৰ লোকসাহিত্যৰ উৎকৃষ্ট নিদৰ্শন। উদাহৰণ স্বৰূপে—

১। পৰে আশা বনে বাসা — পৰত আশ বনত বাস

২। হাতে নাই টাকা কড়ি
বিচ বাজাৰে দৌড়াদৌড়ি } — হাতত নাই বিত, মন কৰে পিত পিত

৩। পথে পাইলি কামাৰ
ফাল পিটে দে হামাৰ } — বাটত পালোঁ কমাৰ, দা গঢ়ি দিয়া আমাৰ

লোক সাহিত্যৰ অন্য এক নিদৰ্শন হৈছে সাঁথৰ। চাহ জনগোষ্ঠীয় সমাজত ইয়াক ভাঙ্‌নি কহনী নাইবা বুঝা কহনী বুলি কোৱা হয়। জ্ঞান, অভিজ্ঞতা আৰু বুদ্ধিদীপ্ততাৰ সাৰ্থক প্ৰতিফলন এই সাঁথৰবোৰত ঘটা দেখা যায়। উদাহৰণ স্বৰূপে—

১। এক থাল চুপাৰি
গণিতে না পাৰি } — তৰা

২। সাধেৰ ভাই
ঘাটে ঘাটে পানী খায় } — বৰশী

লোকসাহিত্যৰ আন এক অমূল্য সম্পদ হৈছে মন্ত্র সাহিত্য। চাহ জনগোষ্ঠীৰ মাজতো তাহানিৰ পৰা মন্ত্র সাহিত্যৰ প্রচলন আছে। জৰা-ফুঁকা কৰি বেমাৰ-আজাৰ ভাল কৰিব পৰা যায় বুলি চাহ জনগোষ্ঠীয় সমাজত লোক বিশ্বাস আছে। একাংশই দেওভূতত বিশ্বাস কৰে। গতিকে মন্ত্ৰৰ গুৰুত্বও এই সমাজত বেছি। বিভিন্ন লোকাচাৰ-লোকসংস্কৃতি, লোকবিশ্বাস-লোক কলা আৰু নানা তৰহৰ ৰীতি-নীতিৰ সমন্বয়ৰে গঢ়ি উঠিছে চাহ জনগোষ্ঠীয় লোক সাহিত্য। বিভিন্ন নৈ-উপনৈৰ বাৰিধাৰা সাগৰৰ বুকুত বিলীন হোৱাৰ দৰে ভাৰতৰ বিভিন্ন প্রান্তীয় লোকসাহিত্যৰ সংমিশ্রণ ঘটিছে চাহ জনগোষ্ঠীয় লোক সাহিত্যত। আর্য-অনার্য, জনজাতীয়, অজনজাতীয়, অষ্ট্রিক-দ্রাবিড় আদি বিবিধ উপাদানেৰে গঠিত হৈছে অসমৰ চাহ জনগোষ্ঠী। গতিকে তাৰ প্রতিফলনো সংমিশ্রিত আৰু সমন্বিত লোক সাহিত্যত স্পষ্টভাৱে পৰিলক্ষিত হয়। চাহ জনগোষ্ঠীৰ অংগীভূত প্রতিটো ফৈদৰে স্বকীয় বৈশিষ্ট্য বিদ্যমান। প্রতিটো ফৈদৰ লোক সাহিত্যৰ সঠিক বিচাৰ-বিশ্লেষণ কৰিব পাৰিলেহে সামগ্রিকভাৱে চাহ জনগোষ্ঠীয় লোক সাহিত্যৰ উচিত মূল্যায়ন কৰিব পৰা যাব। প্রসংগক্রমে উল্লেখ কৰিব পাৰি যে চাহ জনগোষ্ঠীয় লোকসাহিত্যৰ ভঁৰাল মেটমৰা হৈ আছে বুলি ন দি ক'লেও আধুনিকতাৰ পৰশত আৰু পৰিৱৰ্তিত সমাজ ব্যৱস্থাৰ প্ৰভাৱত এই জনগোষ্ঠীৰ বিবিধ সাংস্কৃতিক সম্ভাৰ আৰু লোকসাহিত্যৰ সমলবোৰ ক্ৰমে হেৰাই যোৱাৰ উপক্ৰম ঘটা বিষয়টো দুখেৰে লক্ষ্য কৰা হৈছে। সময় থাকোঁতেই সংশ্লিষ্ট অনুষ্ঠান-প্রতিষ্ঠান আৰু বিদ্বত সমাজে এই ক্ষেত্ৰত ইতিবাচক দৃষ্টিভংগীৰে উচিত পদক্ষেপ গ্রহণ কৰিব লাগিব। চাহ জনগোষ্ঠীয় লেখক-লেখিকা আৰু বুদ্ধিজীৱীসকলৰো এই ক্ষেত্ৰত কৰণীয় আছে। চাহ জনগোষ্ঠীয় লোক সাহিত্যৰ অভিন্ন অংগ লোকগীতবোৰৰ জনপ্রিয়তা সাম্প্রতিক কালত দুগুণে বাঢ়িছে। অৱশ্যে এচাম অসাধুলোকে সম্পূর্ণ ব্যৱসায়িক দৃষ্টিভংগীৰে এই গীতবোৰ প্রচাৰ কৰিবলৈ যাওঁতে অংশ বিশেষ বিকৃত কৰি পেলাইছে। এনেদৰে কৰি গৈ থাকিলে এদিন চাহ জনগোষ্ঠীয় লোক সাহিত্যৰ নিভাঁজ ৰূপ আৰু স্বকীয় বৈশিষ্ট্য হয়তো নাথাকিবগৈ। সচেতন ব্যক্তিসকলে এই দিশত চিন্তা কৰা উচিত। ■



# অসমৰ চাহ জনগোষ্ঠীয় লোক-উছৱৰ উৎস

ডিম্বেশ্বৰ তাছা

চাহ জনগোষ্ঠীৰ লোক উছৱেই হওক বা অন্যান্য জনগোষ্ঠীৰ লোক উছৱেই হওক প্রতিটো লোক উছৱৰে উৎস হ'ল কৃষিভিত্তিক। অসমৰ ব'হাগ বিহু, মাঘ বিহু এক কৃষিভিত্তিক উছৱ। মিছিং জনগোষ্ঠীৰ আলি আই লৃগাং, প'ৰাগ উছৱো কৃষিভিত্তিক উছৱ। এই উছৱবিলাকৰ উৎসই হ'ল কৃষিক কেন্দ্ৰ কৰি অহা লোক উছৱ। চাহ জনগোষ্ঠীৰ কৰম পূজা বা কৰম পৰৱ হ'ল কৃষিভিত্তিক লোক উছৱ। এই পৰৱৰ অন্তর্নিহিত আখ্যানভাগেও যেন তাৰেই ইংগিত দিয়ে। আখ্যানভাগৰ অন্তৰ্গত মূল নায়ক ৰূপে অভিহিত কৰিব পৰা কৰ্মা আৰু ধৰ্মা নামৰ ককাই-ভাই দুজনেও কৰ্মই যে ধৰ্ম তাৰেই এক সুন্দৰ তাৎপৰ্য দাঙি ধৰা দেখা পোৱা যায়। মানুহ হৈ জন্ম ল'লে কৰ্ম যে কৰিব লাগে তাকেই যেন ৰিঙিয়াই ক'ব খোজে। কৰ্মহীন মানুহৰ কোনো কাম নাই। কৰ্ম নকৰি কেৱল আনন্দ-উল্লাস কৰি জীৱন কটোৱাটো এক অৰ্থহীন কথা। আমাৰ সংস্কৃত সাহিত্যতো পোৱা যায়- 'নিয়ন্তে কৰ্মং কুৰু'। আমাৰ শাস্ত্ৰ পুথিবিলাকতো পোৱা যায় কৰ্মই ধৰ্ম। ইংৰাজীতো এনে ধৰণৰ আপ্তবাক্য পোৱা যায়- *Work is Workship* বুলি। আনকি এই পৰৱত ব্যৱহাৰ কৰা কৰম গছ বা চিকা মৰলীয়া গছৰ ডালটিয়েও, যিটো ডাল নহ'লে কৰম পূজা নহয়, অন্যথা বাঁহগছৰ আগটো পুতি হ'লেও এই পূজা অনুষ্ঠিত কৰা দেখা পোৱা যায়। এই গছপূজাৰ জৰিয়তে এইটোও উপলব্ধি কৰিব পৰা যায় যে সৌ তাহানিতে লেখিব পঢ়িব নজনা গ্রামাঞ্চল বাসীয়েও গছ-বিৰিখৰ প্রয়োজনীয়তাক উপলব্ধি কৰিব পাৰিছিল কাৰণেই গছক ভগৱানৰ প্রতীকৰূপে পূজা কৰি আহিছিল আৰু বৰ্তমানো সেই দৃশ্য দৃশ্যায়িত হোৱা দেখা

যায়। বৰগছ, জৰীগছ, পিপল গছক আজিও একৈশ শতিকাৰ চৰম প্ৰযুক্তিবিদ্যাৰ উন্নয়নৰ দিনতো ভগৱানৰ প্ৰতীকৰূপে পূজা কৰি আছে আৰু হয়তো কৰি থাকিব। কৰম পৰ্ব্বৰ অৰ্ন্তনিহিত কৰম পূজাই তাতেই এক সুন্দৰ দৃষ্টান্ত দাঙি ধৰা যেন অনুভৱ হয়। এই পৰ্ব্বৰ আখ্যানভাগ বৰ সুন্দৰ। কিন্তু এই পৰ্ব্বৰ উৎপত্তি স্থল ক'ত তাৰ কোনো স্পষ্ট নিৰ্দেশনা পোৱা নাযায় যদিও ঝুমইৰ গীতৰ এফাকি গীতে এই পৰ্ব্বৰ উৎপত্তি স্থলৰ বিষয়ে এক সামান্য আভাস দিয়ে। গীত ফাকি হ'ল—

*কৰম ৰাজা কাঁহাৰ বেটা*
*কহিতে নাপাৰি সেটা*
*আগে কৰম অযোধ্যা নগৰে*
*এবে কৰম ৰহিল সংসাৰে।*

গীত ফাকিৰ পৰা এটা কথাই অনুধাৱন কৰিব পাৰি যে এই পৰ্ব্ব প্ৰথমে ৰামৰ ৰাজ্য অযোধ্যা নগৰত অনুষ্ঠিত হৈছিল যদিও বৰ্তমান ভাৰতৰ সকলোতে এই পৰ্ব্ব অনুষ্ঠিত কৰে। পৰ্ব্বটিৰ অৰ্ন্তনিহিত হৈ থকা কাহিনীভাগৰ কৰ্মা আৰু ধৰ্মা নামৰ ককাই-ভাই দুজননো কাৰনো পুত্ৰ আছিল বা কাৰনো বেটা আছিল সেই বিষয়ে আখ্যানভাগ নিমাত। লোক পৰম্পৰা অনুসৰি এই উছ্ব পালন কৰি আহি আছে চাহ জনগোষ্ঠী সমাজে। ভাদ মাহৰ শুক্লা একাদশীত এই উছ্ব পালন কৰা হয়। যিসকল লোকে সময়ৰ অভাৱতেই হওক বা অন্য কাৰণতেই ভাদ মাহৰ শুক্লা একাদশীত কৰম পৰ্ব্ব অনুষ্ঠিত কৰিব নোৱাৰে সেইসকলে আহিন মাহৰ দশমীৰ দিনাখন এই পূজাভাগ অনুষ্ঠিত কৰা দেখা পোৱা যায়, যিটো সময়ত চাহ জনগোষ্ঠীৰ লোকসকলে দুৰ্গাপূজাৰ দেৱী বিসৰ্জনত ব্যস্ত থাকে। দেৱী দুৰ্গাক বিসৰ্জন দি দুখ-বেদনাত ভাগি পৰে আৰু সেই দিনটোতে এই পূজাভাগ অনুষ্ঠিত কৰে। সেই কাৰণে আহিন মাহৰ দশমীৰ দিনা অনুষ্ঠিত কৰা কৰম পূজাত ভাদ মাহৰ শুক্লা একাদশীত পোৱা মাদকতা পোৱা নাযায় বাবেই হয়তো ইয়াক বুঢ়ী কৰম বুলিও অভিহিত কৰা হয়। আনকি এই উছ্ব কোনোৱে আঘোণ মাহতো অনুষ্ঠিত কৰে যাক চাহ জনগোষ্ঠীৰ ৰাইজে আঘোৱা কৰম আৰু কোনোৱে ৰাসা ঝুমুৰ বুলিও অভিহিত কৰা দেখা পোৱা যায়।

কৰম পূজা বা কৰম পৰ্ব্ব মূলতঃ কৃষিভিত্তিক উছ্ব। লোক পৰম্পৰা অনুসৰিয়েই এই উছ্ব অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলে পালন কৰি আহিছে।



এই পৰ্ব্বৰ পূৰ্বতে যদিও চাহ জনগোষ্ঠীৰ মুষ্টিমেয় কেইটামান জাতি-উপজাতিৰ মাজত সীমাবদ্ধ আছিল। বৰ্তমান এই পৰ্ব্বে চাহ জনগোষ্ঠীৰ মাজত জাতি-ধৰ্ম নিৰ্বিশেষে সকলোৱে নিজৰ বুলি আঁকোৱালি লোৱাত এই পৰ্ব্বে সাৰ্বজনীনতা লাভ কৰা দেখা পোৱা যায়। কৰম পৰ্ব্বৰ সফলতা ইয়াতেই।

দৰাচলতে কৰম পৰ্ব্ব এক নাৰীকেন্দ্ৰিক উছ্ব। এই পৰ্ব্ব নাৰী প্ৰধান। পুৰুষৰ প্ৰাধান্য এই পৰ্ব্বত নাই বুলি ক'লেও অত্যুক্তি কৰা নুবুজায়। কৰম পৰ্ব্বৰ আখ্যানভাগ জনা বা কৰম পৰ্ব্বৰ ব্যাখ্যা কৰিব জনা এজন বয়সস্থ লোকৰ প্ৰয়োজন যিজনকে জনগোষ্ঠীৰ লোকসকলে 'কহনি কোৱা বুঢ়া' বুলি কয়। আৰু প্ৰয়োজন হয় মাদল বজোৱা এজন পুৰুষ আৰু ঝুমইৰ গীতৰ কলি আগুৱাই নিবৰ কাৰণে মাত্ৰ এজন পুৰুষৰ। কিন্তু বৰ্তমান যুগত মঞ্জৰি, খুটি তাল, বাঁহী আদিৰ পয়োভৰ ঘটাই এই পৰ্ব্বত পুৰুষৰ সংখ্যা বৃদ্ধি কৰাও দেখিবলৈ পোৱা যায়। এই পৰ্ব্ব কোনোবা এজন ব্যক্তিৰ চোতালত অনুষ্ঠিত কৰা হয়। কিন্তু জংঘলৰ কাষত বা চাহ বাগিচাৰ জনবসতি নথকা নিৰিবিলি ঠাইত এই উছ্ব পালন সাধাৰণতে নকৰে। কিন্তু এই পৰ্ব্ব হ'ল এক আনুষ্ঠানিক উছ্ব। নিয়ম-নীতিৰ মাজেদি কৰমতীসকলে পাঁচ ৰাতি-দিন ব্ৰতে- উপবাসে থাকি নৈ বা পুখুৰীৰ পাৰত নতুন পাচি বা খৰাহিত বালি ভৰাই স্নানাদি কাৰ্য সম্পাদন কৰি সেই বালি ভৰোৱা পাচি বা খৰাহিৰ লগত নিয়া মাহজাতীয় শস্য বা ধান আদি অংকুৰিত হ'বলৈ সিঁচি দিয়ে আৰু সেইখিনি অংকুৰিত হ'বলৈ ধৰে আৰু সেইটোকে 'ঝাৱা' বা জাৱাধৰা বুলি কয়। সেই সময়ত যিসকল নাৰী বা কৰমতীয়ে জাৱা ধৰে সেইসকল নাৰীয়ে প্ৰস্ৰাৱ কৰোতেও সাৱধান হয়। কিয়নো তেওঁলোকে যদিহে চেচেৰাই প্ৰস্ৰাৱ কৰে তেতিয়াহ'লে জাৱা ধৰা টুকুৰি বা পাচিত গাঁতৰ সৃষ্টি হয় বুলি বিশ্বাস কৰে। আনকি গৰম পানীয়েই হওক বা চাহপানী টোপাই হওক তেওঁলোকে ফুৱাই ফুৱাই নাখায়। তেনে কৰিলে জাৱা ধৰা টুকুৰি বা পাচিত অংকুৰিত হ'বলৈ ধৰা শস্য লেৰেলি যায় তথা জ্বলি যোৱাৰ সম্ভাৱনা থাকে বুলি এক দৃঢ় বিশ্বাস। কিয়নো অংকুৰিত হ'বলৈ ধৰা শস্যখিনি লেৰেলি গ'লে তেওঁ যি মনোকামনা লৈ জায়া ধৰিছিল সেই কামনা পূৰ্ণ নহয়। এনেবিলাক বিশ্বাসৰ বশৱৰ্তী হৈয়েই কৰমতীসকলে নৈষ্ঠিকভাৱে ব্ৰত পালন কৰি এই পৰ্ব্ব অনুষ্ঠিত কৰে। আনকি এই পৰ্ব্বৰ প্ৰয়োজনীয় যিটো চিকামৰলীয়া বা কদম গছৰ ডাল কাটি অনা হয় সেই গছজোপাকো আগতীয়াকৈ জনাই থৈ অৰ্থাৎ নিমন্ত্ৰণ দি থৈ আহে আৰু

পৰবৰ দিনাখন বাজনা বজাই ধূপ-দীপ আদি জ্বলাই বন্দনা গীতেৰে কিছু আড়ম্বৰ পূৰ্ণৰে সেই গছজোপাৰ ডাল কাটি আনি এই পৰব অনুষ্ঠিত কৰা হয়। সেই চোতালত ভক্তিভাৱেৰে ডাল পুতি বেদী সজাই আল্পনা, চিৰা, মুড়ি, মন্দাপিঠা আদিৰে সজাই পৰাই তেল-চাকি ধূপ-দীপ আদি জ্বলাই আৰাধনা কৰাৰ পাছতহে কৰমতীসকলে যেতিয়া ডালদালক বেৰি ধৰে তেতিয়াহে কাহিনী কোৱা বুঢ়াজনে পৰবৰ তাৎপৰ্য ব্যাখ্যা কৰে আৰু কৰম পৰবৰ আখ্যানভাগ কোৱা শেষ হোৱাৰ লগে লগে কৰম পৰবৰ তাৎপৰ্য ব্যাখ্যা কৰা মুখিয়াল ব্যক্তিজনে ব্ৰতে-উপবাসে থকা কৰমতী সকলক প্ৰশ্ন কৰে এনেধৰণৰ– 'ডাল ধৰি কি পাইলি?' উত্তৰ আহে– 'ডাল ধৰি কৃষ্ণৰ ৰকম স্বামী পাইলি', 'ৰামৰ ৰকম বেটা পাইলি' আদি। আৰু ইয়াতেই কহনি কোৱা বুঢ়াজনৰ দায়িত্ব শেষ। কৰম পৰবৰ আখ্যান ভাগ শেষ হোৱাৰ পাছতেই এটি বন্দনা গীতেৰে কৰম আৰম্ভ হয় ঝুমইৰ নৃত্য-গীত। সাধাৰণতে এই পৰবৰ নাচ-গানত গীতৰ কলি ৰামায়ণ, মহাভাৰত আদি শাস্ত্ৰীয় গ্ৰন্থৰ হ'লেও বৰ্তমান চাহ জনগোষ্ঠীৰ লোকসকলে নিজৰ দুখ-বেদনাৰ গীত, শোষণ-বঞ্চনাৰ গীত, অসমলৈ আহি পোৱা-নোপোৱাৰ গীত, প্ৰেম-পীৰিতিৰ গীত আদি গাই ঝুমইৰ থলীত এক কাব্যিকতাময় পৰিবেশৰ সৃষ্টি কৰে। যাৰ ফলত এই পৰবত ডেকা-বুঢ়া, যুৱক-যুৱতীসকলে নিজৰ আৰ্থিক দুৰৱস্থাৰ কথা, দুখ-বেদনাৰ কথা, পোৱা-নোপোৱাৰ বঞ্চনাৰ কথা, জাত-পাতৰ কথা, উচ্চ-নীচৰ ভেদাভেদৰ কথা ক্ষণিকৰ কাৰণে হ'লেও পাহৰি যায় আৰু নিজকে উটুৱাই দিয়ে ঝুমইৰ গীতৰ তালে তালে, মাদলৰ চেৱে চেৱে আনন্দ উলাসত। কৰম পৰবৰ ইয়েই হৈছে এক ডাঙৰ সফলতা-সমন্বয়ৰ এক দৃঢ় সেঁতু বন্ধনৰ সেউজীয়া পথ। কিন্তু এইটো বাস্তৱ সত্য যে চাহ জনগোষ্ঠীৰ লোকসকলে চাহ বাগিচাৰ কামত অসমলৈ দালালৰ প্ৰকোপত সৰ্বশ্ৰান্ত হৈ আহিলেও কিন্তু হাতত লৈ আহিছিল মেটমৰা লোক উছৱৰ লোক সংস্কৃতিৰ মেটমৰা ভঁৰাল। এই উছৱৰ উৎস হ'ল লোকাচাৰ তথা কৃষিকৰ্মৰ উৎস। নৈৰ পাৰত কাঁহী ফুল (কহুৱা) ফুলা দেখিলেই কৰম পৰবৰ দিন সমাগত আৰু কৃষিজীৱী গ্ৰাম্যাঞ্চলবাসীয়ে বুজি পাই কৃষিকৰ্ম কৰিবৰ অৰ্থ বুজি পায় যেনেদৰে অসমবাসীয়ে কেতেকী ফুল, তগৰ ফুল, বিহু ফুল ফুলা দেখিলেই ব'হাগ বিহুৰ আগমনৰ কথা গম পায়। অৰ্থাৎ এই লোক উছৱৰ উৎস হ'ল প্ৰকৃতিৰ লগত এক নিবিড় সম্বন্ধ। প্ৰকৃতিৰ পৰিৱৰ্তনেই এই উছৱবিলাকৰ উৎসৰ কথা যেন ৰিঙিয়াই ক'ব খোজে লোকাচাৰৰ জৰিয়তে।



আৰু লগতে সোঁৱৰাই দিয়ে কৃষিকৰ্মৰ কথা।

এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে মহাপুৰুষ মাধৱদেৱে যিখিনি নাটক সৃষ্টি কৰি থৈ গ'ল সেই নাটক সমূহৰো উৎস ঝুমুৰ। কিয়নো উত্তৰ ভাৰতৰ নাৰীকেন্দ্ৰিক নৃত্য-গীতৰ ঝুমুৰৰ পৰাই মহাপুৰুষ মাধৱদেৱে শ্ৰীকৃষ্ণৰ বাল্যকালৰ গোপিনীসকলৰ লগত লুকা-ভাকু খেলা একেটা স্কন্ধ চিত্ৰক লৈ যিখিনি নাটক ৰচনা কৰিলে (যেনে, চোৰধৰা, পিম্পৰা গুচোৱা) সেইখিনিক নাটক নুবুলি ঝুমুৰা বুলি অভিহিত কৰাৰ মূল কাৰণৰূপে দেখুৱাইছে যে উত্তৰ ভাৰতৰ ঝুমুৰ নাচৰ নৃত্য-গীতৰ প্ৰতি আকৃষ্ট হৈয়েই তেওঁৰ নাটক সমূহক নাটক নুবুলি ঝুমুৰা বুলি কোৱাৰ যুক্তি অসমীয়া সাহিত্যৰ সমালোচক সকলে দাঙি ধৰিছে। তেখেতসকলে ক'ব খোজে ঝুমুৰৰ পৰাই ঝুমুৰাৰ সৃষ্টি। অন্যহাতেদি কৰম পৰবৰ উৎসৰ থলী যে উত্তৰ ভাৰতৰ পৰা চাহ জনগোষ্ঠীৰেই এক অৱদান সেই কথা কৰম পৰবৰ ভাছান অৰ্থাৎ বিসৰ্জন পৰ্বত গোৱা গীতফাকিৰ পৰাই কিছু ৰেঙণি পোৱা যায়।

*'আজৰে কৰম ৰাজা ঘৰে-দুৱাৰে*
*কাইল ৰে' কৰম ৰাজা কাঁশ নদীৰ তীৰে*
*জানু জানু কৰম ৰাজা এহি বাৰমাস*
*আসছে ভাদৰ মাসে আনব ঘুৰাই।'*

বিসৰ্জনৰ সময়ত যিটো গীতৰ যোগেদি 'কাঁশ নদী' বুলি উল্লেখ কৰিছে আৰু সেই নদী বৰ্তমানেও কাশী নদীৰূপে উত্তৰ ভাৰতত জনাজাত। অৰ্থাৎ যিসকল চাহ শ্ৰমিকৰূপে উত্তৰ ভাৰতৰ পৰা অসমলৈ আহিছিল সেইসকলেই যে এই পৰবৰ গীত-মাত, নৃত্যৰ মেটমৰা ভঁৰাল বুকুত বান্ধি আহিছিল তাৰেই এক স্পষ্ট ধাৰণা আহি পৰে। আৰু এই পৰবৰ যোগেদি কৰ্মই যে ধৰ্ম আৰু কৰ্ম অবিহনে জীৱন বৃথা তাৰেই এক সুন্দৰ নিদৰ্শন দাঙি ধৰা দেখা পোৱা যায়। আৰু এই পৰ্ব যে এক কৃষিভিত্তিক উছৱ সেই কথা স্পষ্ট ৰূপত ধৰা দিয়ে এই পৰবৰ নীতি-নিয়ম আৰু ধৰণ-কৰণৰ যোগেদি।

চাহ জনগোষ্ঠীৰ আনটি সাৰ্বজনীনতাৰ দিশে গতি কৰা লোক উছৱ হ'ল- পুষ্ পৰব বা টুচু পূজা। এই উছৱো লোকাচাৰ অনুযায়ী পালন কৰা এক লোক উছৱ যদিও কৃষিকৰ্মৰ ওপৰত নিৰ্ভৰ কৰা অতিকে জনপ্ৰিয় লোক উছৱ। ইয়াৰ অন্তৰ্নিহিত কাহিনীভাগে কেনেকৈ মোগল নৱাবৰ হাতৰ পৰা নিজৰ পত্নীয়ে

সতীত্ব ৰক্ষা কৰিবৰ হেতুকেই স্বামীৰ জ্বলন্ত চিতাত আত্মজাহ দি নিজৰ সতিত্ব তথা নাৰী সমাজত সতিত্বক ৰক্ষা কৰিলে তাৰেই করুণ কাহিনীয়ে বিস্তৃতি লাভ কৰিছে। আৰু সময়ৰ গৰ্ভত মানৱীয় টুচু ওৰফে ৰুক্মিণী নামৰ সুন্দৰী নাৰীগৰাকী অমানৱীয় ৰূপত দেৱীৰ ওপৰত স্থান লভিবলৈ সক্ষম হৈছে চাহ জনগোষ্ঠীৰ সমাজত। এই কাহিনী ভাগ চুতীয়া ৰাজ্যৰ ৰাজকুঁৱৰীয়ে আহোম স্বৰ্গদেউৰ কবলৰ পৰা নিজৰ সতিত্বক ৰক্ষা কৰিবৰ হেতুকে তথা তাইৰ হাতত থকা সোণৰ মেকুৰীটো যাতে শত্ৰুৰ হাতত নপৰে তাৰ কাৰণে নিজৰ জীৱনটোকে দেশৰ কাৰণে স্বজাতিৰ কাৰণে উচ্ছৰ্গা কৰিবলৈ গৈ পাহাৰৰ ওপৰৰ পৰা জাঁপ মাৰি মৃত্যুবৰণ কৰিবলগীয়া হ'ল আৰু তাৰেই এক করুণ কাহিনী সম্বলিত চুতীয়া ৰজাৰ ৰাজকুঁৱৰী সতী সাধিনীয়ে আজিও সোঁৱৰাই দিয়ে এক স্বামীভক্তা নাৰীৰূপে, নিজৰ দেশৰ প্ৰতি থকা অপৰিসীম ভালপোৱা হেতুকে।

একে ধৰণৰ কাহিনীসম্ভূত টুচু দেৱীৰ ক্ষেত্ৰতো প্ৰযোজ্য। কিয়নো সেই সময়ত দিল্লীৰ বাদছাহ খেনোৰ মতে নৱাবে ৰাজ্য বিস্তাৰৰ কাৰণে কুৰ্মী/কুৰ্মীসকলৰ ৰাজ্য গুজৰাট আক্ৰমণ কৰাত কুৰ্মীৰজা কৰ্ণদেৱে দুই পুত্ৰসহ সীতাৰাম আৰু ৰঘুৰামক লৈ পঞ্চায়ত অন্তৰ্গত নৈষদ বা কুলন্দা ৰাজ্যৰ ৰজা বীৰবলৰ আশ্ৰয়প্ৰাৰ্থী হয়। আৰু ইয়াতেই বীৰবল ৰজাৰ দুহিতা সুন্দৰী ৰুক্মিণী ওৰফে টুচুদেৱীৰ প্ৰেমত পৰে আশ্ৰয়প্ৰাৰ্থী কুৰ্মিৰজা কৰ্ণদেৱৰ পুত্ৰ সীতাৰামে। এই কথাৰ উমান পাই বাদছাহ অথবা আম্বালাৰ নৱাবেও ৰুক্মিণীক বিয়া পাতিবৰ কাৰণে প্ৰস্তাৱ দিয়ে নৈষধ ৰাজ্যৰ ৰজা বীৰবলক। বিপদৰ আগজাননী পাই বীৰবলেও আশ্ৰয়প্ৰাৰ্থীৰ ৰজা আৰু তেওঁৰ পুত্ৰদ্বয়ক লৈ নিজৰ পৰিয়ালৰ সৈতে তীৰ্থ ভ্ৰমণৰ চেলু লৈ বিভিন্ন জন হিন্দু ৰজাৰ আশ্ৰয়ৰ বাবে প্ৰাৰ্থনা কৰাত পৰাক্ৰমী মোগল বাদছাহৰ ভয়ত কোনেও আশ্ৰয় নিদিলে। এনেদৰে দিহিঙে-দিপাঙে, হাবিয়ে-জংঘলে ঘূৰি-পকি অৱশেষত চাওতাল পৰগনাৰ আশ্ৰয়প্ৰাৰ্থী হ'ল। এই কথা মোগলৰ নৱাবে গম পাই খেদা মাৰি আহিছিল যদিও চাওঁতালসকলে গাহৰি মেলি দিয়াত মোগল সৈন্য যুদ্ধ এৰি পিছ হুঁহকি আহিব লগাত পৰে। এই ছেগতে তেওঁলোকে চাওঁতাল পৰগনা ৰাজ্য ত্যাগ কৰি ভূমিজসকলৰ ৰাজ্যলৈ গুছি অহাত ভূমিজসকলৰ শক্তিধৰ তথা ধাৰ্মিক ৰজা ভৰত সিঙৰ বদান্যতাত তাতেই আশ্ৰয়প্ৰাৰ্থী হৈ থাকিবলৈ লয়। ৰজা ভৰত সিঙৰ জীয়াৰী সূৰুজমণিৰ লগত ৰুক্মিণী প্ৰেমপাশত আৱদ্ধ হৈ সখিত্বৰ বান্ধোনেৰে বান্ধ খাই পৰে। এই সখিত্বই



বৰ্তমানো চাহ জনগোষ্ঠীৰ মাজত টুচু পূজাৰ সময়ত নদীৰ মাজত অৰ্থাৎ পানীৰ মাজত প্ৰাণৰ বান্ধৱৰূপে গাভৰুৱে গাভৰুৰ লগত, ডেকাই ডেকাৰ লগত 'ফুল-প্ৰাণ'ত আৱদ্ধ হৈ পৰা দেখা পোৱা যায়। অন্যহাতেদি ভূমিজ ৰজাই কুৰ্মী ৰজাৰ পুত্ৰ সীতাৰামৰ লগত বীৰবল ৰজাৰ দুহিতা ৰুক্মিণীৰ লগত প্ৰেম-পীৰিতিৰ কথা গম পাই বৰ ধুমধামেৰে তেওঁলোক দুজনৰ বিয়া পাতি দিয়ে। কিন্তু বিধিয়ে দিলেও বিধাতাই নিদিয়ে আপ্তবাক্যশাৰীয়ে তেওঁলোকৰ সাংসাৰিক জীৱন সুখৰ হ'বলৈ নিদিলে। কম সময়ৰ ভিতৰতে ৰুক্মিণীৰ স্বামী সীতাৰামৰ জীৱন বায়ু উৰি গ'ল। ভূমিজ ৰজা ভৰত সিঙৰ বদান্যতাত স্বামীৰ জ্বলন্ত চিতাত উঠি ৰুক্মিণীয়ে সতীৰূপে নিজৰ দেহ ত্যাগ কৰিলে স্বামীভক্তিৰ প্ৰতীক স্বৰূপে। আৰু এক দৃষ্টান্ত দাঙি থৈ গ'ল নাৰীসকলৰ স্বামীয়ে হ'ল একমাত্ৰ ভগৱানস্বৰূপ বুলি। তাৰেই এক সুন্দৰ দৃষ্টান্ত পাওঁ উল্লিখিত গীতটিৰ জৰিয়তে—

*গাছেৰ মধ্যে তুলসী*<br>
*ফলেৰ মধ্যে ধান*<br>
*নাৰীৰ মধ্যে ৰাধিকা সতী*<br>
*পুৰুষ ভগৱান ৰে'।*

উল্লিখিত কাহিনীভাগেই হৈছে চাহ জনগোষ্ঠীৰ অতিকে জনপ্ৰিয় লোক উছৱ টুচু পূজাৰ উৎস। সময়ৰ গতিত পৰি মানৱীয় শৰীৰৰ ৰুক্মিণী ওৰফে টুচুৱে দেৱীৰ স্থান অধিকাৰ কৰে চাহ জনগোষ্ঠীৰ সমাজত। টুচু দেৱীক অৱলম্বন কৰিয়েই চাহ জনগোষ্ঠীৰ লোকে ফুল পাতে অৰ্থাৎ সখিত্বৰ বান্ধোনেৰে বান্ধ খাই পৰে পানীৰ মাজত নৈৰ ঘাটত জল দেৱী বা দেৱতাক সাক্ষী কৰি। তাৰেই এক সুন্দৰ দৃষ্টান্ত—

*মাগ' আমি ফুল পাতাব'*<br>
*ফুল কে আমি কি দিব*<br>
*বাজাৰ যাব' পইচা পাব'*<br>
*ফুলকে আমি গন্ধতেল দিব।*

অৰ্থাৎ জীয়েকে মাকক সুধিছে যে তাই ফুল (সখী) পাতিব খুজিছে গতিকে ফুলকনো কি দিলে ভাল পাব আৰু তায়েই কৈছে যে বজাৰ গৈ ফুলক (সখীক) গোন্ধতেলৰ বটল এটাকে দিব খুজিছে বুলি মাকক কয় টুচু গীতৰ মাজেদি। এই ফুল-প্ৰাণত চাহ জনগোষ্ঠীৰ লোকসকল আৱদ্ধ হৈ পৰে মাঘ

বিহুৰ পৱিত্ৰ মকৰ সংক্ৰান্তিৰ দিনাখন নৈ বা পুখুৰীত স্নানাদি কৰাৰ সময়ত পৱিত্ৰ গংগা জলৰ মাজত। টুচু দেৱী যে এক মানৱীয় শৰীৰৰ নাৰী তাৰ উমান পোৱা যায় টুচু দেৱীৰ পূজাৰ সময়ত গোৱা গীতসমূহৰ পৰা। গীতসমূহৰ নামক লৈ গোৱা গীতসমূহ যেনে— টুচু পূজাৰ বন্দনাৰ গীত, টুচুৰ আদৰণী গীত, টুচুৰ জাগৰণী গীত, টুচু দেৱীক ঘুমাবৰ(শুবৰ) কাৰণে গোৱা গীত, টুচুৰ বিবাহৰ গীত, টুচু দেৱীৰ বৰ বিচৰা গীত, টুচুক ওমলা গীত, মালা বদল কৰা গীত, জোৰা নামৰ গীত, ফুলশয্যাৰ গীত, টুচুৰ ৰূপ-যৌৱনৰ গীত, টুচু দেৱীৰ ভাচান গীত আদিয়েই ক'ব খোজে যে টুচু এই পৃথিৱীৰেই এগৰাকী সতী-সাধ্বী, মানৱী দেহাৰ জীৱনৰ কথা। যিটো কাহিনীৰ কিছু পৰিমানে হ'লেও মিল আছে চুতীয়া ৰাজ্যৰ সতী-সাধ্বী ৰাজকুমাৰী সাধনীৰ জীৱন কাহিনীৰ লগত। কিন্তু অনাখৰী গ্ৰামাঞ্চলৰ পৰা অহা চাহ জনগোষ্ঠীৰ মানৱী দেহৰ টুচু দেৱীৰ ৰূপত আৱিৰ্ভাব হৈ দেৱীৰ স্থান অধিকাৰ কৰিছে বুলি ভবাৰ স্থল আছে। যিহেতুকে টুচু দেৱীৰ ইতিহাসে তাকেই যেন ৰিঙিয়াই ক'ব খোজে। নহ'লেনো টুচু দেৱীৰ ৰূপ-যৌৱনক লৈ এনে ধৰণৰ টুচু গীত হয়তো নাগালেহেঁতেন—

*আঁচিৰে পাঁচিৰে পদ্দঁ (পদুম ফুল)*
*পদ্দঁ ভায়া ফুটে না*
*টুচুৰ বুকে জবা পদ্দঁ(পদুম)*
*ভয়ে ভমৰ বসেনা।*

অৰ্থাৎ টুচু দেৱীৰ বুকুত যুৱীয়া পদুম ফুলি আছে অথচ ভোমোৰায়ো ভয়তে সেই পদুম ফুলৰ ৰসপান কৰিবলৈ কুণ্ঠাবোধ কৰিছে। তেনেদৰে—

*কুইল গাছে কুইলিনীৰ বাসা*
*ডালিম গাছে কেৰ্কেটা*
*হামদেৰ টুচু দান্দ আঁড়েছে*
*বাবোচ্ছে ৰাজাৰ বেটা।*

এনেবিলাক টুচু গীতৰ মাজেদিয়েই প্ৰকাশিত হয় টুচু দেৱী যে এগৰাকী মানৱী তাৰেই এক সুন্দৰ দৃষ্টান্ত। অৱশ্যে এইটোও সত্য যে, 'বিশ্বাসে মিলয় হৰি, তৰ্কে বহু দূৰ'। অৱশ্যে এইটোও সত্য যে, 'যুক্তি নিয়ে, তৰ্ক নিয়ে, তুমি যাও দিৰে, আমাতে ঘুমোতে দাও গভীৰ ছায়াৰে' (এবং ইন্দ্ৰজিতৰ উদ্ভট নাটকৰ ক্ষেত্ৰত কৰা সমালোচনা টুচু দেৱীৰ ক্ষেত্ৰতো প্ৰযোজ্য হয় কাৰণেই উদ্ধৃত কৰা



হ'ল)।

অৱশ্যে এইটোও স্বীকাৰ্য যে টুচু পূজাৰ কৃষিভিত্তিক বুলি ক'লেও হয়তো ভুল কোৱা নহ'ব। যিহেতুকে মাঘ বিহুৰ মকৰ সংক্ৰান্তিৰ আগদিনা যেনেকৈ গাঁওবাসীয়ে ভেলাঘৰ সাজি ভোজ-ভাত খাই মকৰ সংক্ৰান্তিৰ দিনাখন নৈত গা-পা ধুই বোৰাবীপুৱাতে মেজিত জুই দি অগ্নি পূজাৰেই এক সূচনা কৰে তেনেকৈ টুচুমতিসকলেও এমাহ দিনৰ পৰা টুচু পূজাৰ উপলক্ষে স্নানাদি কাৰ্য কৰি প্ৰতিদিন পুৱা-গধূলি টুচুদেৱীৰ নামত নৈষ্ঠিকভাৱে ধূপ-দীপ, চাকি-বন্তি জ্বলাই পিঠা-পনা আদিৰে নৈৱদ্য আদি সজাই পূজা-অৰ্চনা কৰি গীত গাই এক উছৱমুখৰ পৰিবেশৰ সৃষ্টি কৰে আৰু মকৰ সংক্ৰান্তিৰ দিনাখন পুৱাতেই গা-পা ধুই টুচু দেৱীক চৌদলত তুলি প্ৰথমে বাগিচাখনৰ সন্মানীয় ব্যক্তি এজনৰ ঘৰত টুচু দেৱীৰ বন্দনা কৰি গীত গাই নাচি-বাগি গোটেই দিনটো অতিবাহিত কৰি সন্ধ্যা সময়ত টুচু দেৱীক নৈ বা পুখুৰীত বিসৰ্জন দি ঘৰাঘৰি যায় আৰু পাছদিনাখন অৰ্থাৎ মাঘ মাহৰ প্ৰথম দিনাখন পথাৰত হাল এপাক বা বাৰীত কোৰ এচাব মাৰি হ'লেও কৃষিকৰ্মৰ সূচনা কৰে আৰু কোনোৱে প্ৰথম মাঘতে কুকুৰা যুঁজ, চিকাৰ কৰা (যাক চাহ জনগোষ্ঠীৰ ৰাইজে আঘাইন যাত্ৰা বুলি কয়) আদি কাৰ্য সমাপন কৰে। চাহ জনগোষ্ঠীৰ লোকসকলে বিশ্বাস কৰে যে প্ৰথম মাঘত হাল আদি জুটিলে খেতি-খোলাৰ ব্যাঘাত নঘটে। আৰু টুচু পূজা সুকলমে পাৰ হৈ গ'লে বেমাৰ-আজাৰ আদি ব্যাধিয়ে লাগ নিদিয়ে বুলি এক দৃঢ় বিশ্বাস আছে।

এইখিনিতে উনুকিয়াব খুজিছো যে আমি যদিও কৰম পূজা, টুচু পূজা বুলি অভিহিত কৰো কিন্তু প্ৰকৃতাৰ্থত এই উছৱ দুটা জানো পূজাৰ শাৰীত পৰে? কাৰণ পূজা বুলি ক'লেই ব্ৰাহ্মণৰ প্ৰয়োজন বা সমাজৰ মূল ব্যক্তিজন হ'লেও বিধি-বিধানৰ জৰিয়তে পূজা-পাতল কৰে। কিন্তু এই পৰৱ দুটাক পূজা বুলি ক'লেও পূজাৰ যিটো অৰ্থ তাৰ শাৰীত নপৰে। কিয়নো, এই দুটা উছৱত নাৰীসকলেই গীত-মাত গাই আকাশ-বতাহ মুখৰিত কৰি ধূপ-ধুনা জ্বলাই এক সুন্দৰ কাব্যিকতাময়ৰহে পৰিৱেশ সৃষ্টি কৰা দেখা পোৱা যায়। এই টুচু পূজা বা পুষ্ চাহ জনগোষ্ঠীৰ লোকসকলে নিজৰ প্ৰেমিকাজনীক পলুৱাই নি হিয়া-দিয়া-নিয়াৰে সাংসাৰিক জীৱনৰ পাতনি মেলে। সখিত্বৰ বান্ধোনেৰে একপ্ৰাণ হৈ জীৱন অতিবাহিত কৰে। সেয়ে এই উছৱসমূহ হ'ল সমন্বয়ৰ প্ৰতীক গঢ়া উচ্চ-নীচৰ ভেদা-ভেদ পৰিহাৰ কৰি এক প্ৰাণ এক জাতিৰূপে জীয়াই থকাটোৰেই

হ'ল এই উছৱসমূহৰ মূল চালিকা শক্তি। কিয়নো এই উছৱসমূহত প্ৰেম-পীৰিতি, দুখ-বেদনা, পোৱা-নোপোৱাৰ গীত গাই সকলো এক হৈ পৰে। ইজনে-সিজনৰ দুখ-বেদনাৰ সমভাগী হৈ পৰে আৰু ইয়েই হৈছে লোক উছৱসমূহৰ এক প্ৰেৰণাৰ উৎস, সমন্বয়ৰ উৎস।

চাহ জনগোষ্ঠীৰ আন এটি লোক উছৱ হ'ল গৰয়া পূজা বা সাঁহৰাই পৰৱ। এই পৰৱৰ উৎস শ্ৰীকৃষ্ণই ইন্দ্ৰ দেৱতাৰ অহংকাৰ ভংগ কৰিবলৈ গকুলবাসীক ৰক্ষা কৰিবৰ হেতুকে গোৱৰ্ধন পৰ্বতক দাঙি ধৰি সকলোকে ৰক্ষা কৰিবৰ হেতুকে গোৱৰ্ধন ধাৰণ কৰাৰ পৰাই গৰয়া পূজা বা সাঁহৰাই পৰৱ আৰম্ভ হ'ল বুলি ক'ব খুজিলেও চাহ জনগোষ্ঠীৰ গৱেষক সাহিত্যিক দেউৰাম তাছাই নাকচ কৰিছে এই উৎস সম্পৰ্কে। যিহেতুকে হিন্দু ধৰ্মাৱলম্বীৰ লোকসকলে ইতিহাসে ঢুকি নোপোৱা দিনাখনৰ পৰাই গো-মাতৃক পৱিত্ৰতাৰ প্ৰতীক, ঐশ্বৰ্যশালী লক্ষ্মীদেৱীৰ আসনত বহুৱাই আহিছে আনকি গৰুৰ গোবৰক পবিত্ৰতাৰ প্ৰতীকৰূপে গ্ৰহণ কৰি অহাৰ কাৰণেই গোবৰ পানীকে 'ছঁড়া' দি বাহী চোতালখনক সাৰি-মুছি পৱিত্ৰ কৰে। আনকি মূল ঘৰৰ দুৱাৰদলিত গোবৰ পানীৰে লেপন দি টকা-পইচা, ধন-সম্পত্তিৰ অধিষ্ঠাত্ৰী দেৱী লক্ষ্মীৰ আগমনলৈ অপেক্ষা কৰে। বাহী চোতালখনক গোবৰ পানী ছটিয়াই যাক চাহ জনগোষ্ঠীৰ লোকসকলে ছড়া দিয়া বুলি কয় আৰু পবিত্ৰতাৰ প্ৰতীক বুলি জ্ঞান কৰে আৰু তাৰ পাছতহে বাহী চোতাল সৰা-মোছা কৰাৰ নিয়ম। এনে কৰিলে গোটেই ঘৰখনেই পৱিত্ৰ হৈ পৰে আৰু তেনে ঘৰত লক্ষ্মীয়ে বাস কৰে বুলি চাহ জনগোষ্ঠীৰ লোকসকলে আজিও বিশ্বাস কৰে আৰু কৰি আহিছে। আনকি খন্তকতে ৰুষ্ট হোৱা আৰু খন্তকতে তুষ্ট হোৱা ভগৱানৰেই এক অংশস্বৰূপ মহাদিদেৱ জটাধাৰী শিৱৰো বাহন হ'ল গৰু। এনেবিলাক কাৰণতে হিন্দু ধৰ্মৰ লোকসকলে গো-জাতিক মাতৃজ্ঞান কৰে, লক্ষ্মীদেৱীৰ ৰূপত দৃষ্টিপাত কৰে তাৰ সুন্দৰ নিদৰ্শন হৈছে গৰয়া পূজাত গোৱা জাহ্‌লি গীত। গো-মাতৃক অৰ্থাৎ গো-জাতিক আদৰ-আপ্যায়ন ভক্তিভাৱেৰে কৰিব পাৰিলে গৃহস্থই ধনে-জনে ঐশ্বৰ্য-বিভূতিৰ গৰাকী হ'ব পাৰে তাৰেই এক সুন্দৰ ৰেঙণি তলত উল্লিখিত জাহ্‌লি গীতটিৰ পৰাই পোৱা যায়–

*তুঁহু দয়া কৰ্‌বে ঈশ্বৰ মহাদেৱা গ'*
*তুঁহু দয়া কৰ্‌বে বাঢ়ত ঘৰকে শান্তি কিষাণ গ'*
*বাঢ়ত শান্তি কিষাণ গ'*



*তুঁহু দয়া কৰ্‌বে চিৰি বিষ্টু দেৱা গ'*
*বাঢ়ত' ঘৰকে শান্তি গ'*
*তুঁহু দয়া কৰবে দচভূজা দেৱী গ'*
*বাঢ়ত কোটি প্ৰাণী গ'*
*তুঁহু দয়া কৰবে মহামায়া লখমী গ'*
*ঠুইক দেতই কোনাকা দালান গ'*
*অহীৰে, জাগমা লছমী, জাগমা ভগৱতী গ'*
*জাগমা আমাৰকা ৰাত হ'*
*জাগমা প্ৰতিদল দেৱে মা লছমী হ'*
*পাঁচ পুত্ৰ দচ ধেনু গাই হ'।*

উপৰিউক্ত জাহ্‌লি গীতফাকিৰ পৰাই গৰয়া পূজা ওৰফে সাঁহৰাই পৰৱৰ উৎস সম্পৰ্কে অধিক স্পষ্ট ৰূপত ধৰা দিয়ে। যদিও এই পৰৱ লোকাচাৰ অনুসৰিয়েই চাহ জনগোষ্ঠীৰ সমাজত বছৰৰ পাছত বছৰ ধৰি পালন কৰি আহিছে কাতি মাহৰ অমাৱস্যাৰ পাছতে ওলোৱা ন-জোনৰ দিনাখন। এই পবিত্ৰ উছৱতে চাহ জনগোষ্ঠীৰ লোকসকলে কাণ বিন্ধোৱা আদি পৰৱৰো অনুষ্ঠান অনুষ্ঠিত কৰা দেখা পোৱা যায় যিটো অনুষ্ঠান দেখি আমি সৰুতে অৰ্থাৎ বাল্যকালত অভিভূত হৈ পৰিছিলোঁ।

চাহ জনগোষ্ঠীৰ গৰয়া পূজা ওৰফে সাঁহৰাই পৰৱৰ কাহিনীভাগ কৰুণ ৰসাত্মকেৰে ভৰা। এই পৰৱত গোৱা গীতসমূহে অৰ্থাৎ জাহ্‌লি গীতসমূহে তাৰেই যেন এক সুন্দৰ ইংগিত দিয়ে আৰু এই জাহ্‌লি গীতসমূহৰ মাজতেই নিহিত হৈ আছে গৰয়া পূজাৰ বা সাঁহৰাই পৰৱৰ উৎস। গো-জাতিয়ে মত্যৰ মানুহে তেওঁলোকৰ ওপৰত কৰা অত্যাচাৰৰ পৰা ৰক্ষা পাবৰ কাৰণে কেনেদৰে তেওঁলোকৰ প্ৰভু অৰ্থাৎ গৰাকী সদৃশ ভগৱান শিৱৰ ওচৰত আৰ্জি পেচ কৰিছিল তাৰেই এক সুন্দৰ নিদৰ্শন জাহ্‌লি গীতৰ মাজেদি পৰিস্ফুট হোৱা দেখা পোৱা যায় এনেদৰেই–

*একদিনে চলে বৰদা দুৰ' দিনে চলে*
*তিনি দিনে ভগৱান পাল*
*শুনহ শুন ভগৱান সুখ দুখৰ বাতহ'*
*শুনে লিয়ে কাণ লাগায়।*

*মামা হ' ভাগিনী দুনঃ হলিয়া হ'*

*হুটল' বেলিয়া ডুবাই*

*আঁঠু ভৰি কাদা প্ৰভু ঠেওনা ভৰি পানী*

*তাহা প্ৰভু ৰাখল দাঁড়াই*

*পয়না ঘূৰাই যখন মাৰৱে*

*তখন জীৱে না সহায়।*

মত্যৰ মানুহে গো-জাতিৰ ওপৰত কৰা অত্যাচাৰৰ কথা মহাদেৱক ক'বলৈ বুলি বাটকুৰি বাই তিনিদিনৰ দিনাখন গৈ প্ৰভু ঈশ্বৰ শিৱৰ ওচৰ পালে আৰু তেওঁলোকে মামা-ভাগিনে ৰাতিপুৱাৰ পৰা সন্ধ্যালৈকে হালবোৱাৰ উপৰি কোনো জিৰণি নিদিয়াকৈ আঁঠুৰনি বোকা-পানীৰ মাজত হাল জুটি থিয় কৰাই থয় আৰু খোজকাঢ়ি যাব নোৱাৰাত কেনেদৰে নেজডাল মুচৰি হালোৱা এছাৰিৰে যেনেদৰে পিটন দিয়ে তাক সহ্য কৰাটো সঁচাকৈয়ে বৰ কঠিন। আমাক ডেকা আৰু বুঢ়াৰ লগত হাল জুটি যেতিয়া সমানে খোজ কাঢ়িব নোৱাৰা হওঁ তেতিয়া নেজডাল মুচৰি যিখিনি ঢকা মাৰে তাক বাৰু কেনেকৈ সহ্য কৰিম? জাহ্লি গীতত তাৰেই এক করুণ দৃশ্য অনুৰণিত হয়—

*ছোট বুঢ়া হাড়ে গৰু জুতহ বুঢ়া হাড়ে বাবুহ*

*নপাৰলে চললৈ সমান*

*মোচৰাই ভাঙত লাঠী গোঁতা মাৰত*

*বহুত কৰত অপমান।*

এনে ধৰণৰ অবৰ্ণনীয় অত্যাচাৰৰ কথাবিলাক ঈশ্বৰ প্ৰভু মহাদেৱৰ ওচৰত আৰ্জি পেচ কৰাত ভগৱান শিৱই গো-জাতিক প্ৰবোধ দিলে যে তোমালোক যোৱা। তোমালোকৰ খবৰ-খাতি কৰিবৰ হেতুকে অমাৱস্যাৰ ৰাতি যাম আৰু যিসকল গৃহস্থই চাৰিটা চুকত চাকি-বন্তি জ্বলাই মুখৰ আগত কটা ঘাঁহ দিব আৰু তেতিয়াই তোমালোকৰ দুখ-দুৰ্দশাৰ অন্ত পৰিব। এনেবিলাক কাৰণকে লৈ চাহ জনগোষ্ঠীৰ লোকসকলে গো-জাতিক পূজা কৰে, প্ৰতিপাল কৰে, পিঠা-পনা খুৱায়, কটা ঘাঁহ খাবলৈ দিয়ে, মাৰপিট নকৰে। সন্মান জনাই গো-জাতিৰ পৰা আশীৰ্বাদ বিচাৰে আৰু ব'হাগ বিহুৰ গৰু বিহুদিনাখনৰ দৰেই ন-পঘা বান্ধি সন্মান জনাই গো-জাতিক। মহ-ডাঁহে যাতে তেওঁলোকৰ তেজ শুহি নাখায় তাৰ কাৰণে ধোঁৱা দিয়ে গোহালিত। গৰু বিহু দিনাখনৰ দৰে নৈ বা পুখুৰীত তেল-টেঙা ঘঁহি



গা-পা ধুৱাই লাও-খা, বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা বুলি গো-জাতিৰ পৰা আশীৰ্বাদ বিচৰাৰ দৰেই চাহ জনগোষ্ঠীৰ লোকসকলেও সোঁহৰাই পৰ্বৰ জৰিয়তে আনুষ্ঠানিকভাৱে গো-পূজাৰ আয়োজন কৰে আৰু গৃহস্থৰ লগতে গৰখীয়াসকলেও যাতে তেওঁলোকক ভাল ঘাঁহনিলৈ নি চৰিবলৈ দিয়ে তাৰ এক সুব্যৱস্থা কৰাত ইন্ধন যোগায়। আনকি চাহ জনগোষ্ঠীৰ লোকসকলে সোঁহৰাই পৰ্বত গো-জাতিক বনৰীয়া জন্তু-জানোৱাৰৰ পৰা ৰক্ষা কৰিবৰ কাৰণে গোহালি ঘৰতে থাপনা সাজি কুকুৰা কাটি মংগল কামনা কৰে। তেওঁলোকে কেৱল নিজৰ ঘৰৰ গৰুকেই পূজা-অৰ্চনা নকৰে, ওচৰৰ-পাজৰৰ গৃহস্থৰ ঘৰলৈ গৈয়ো আদৰণী গীত গাই গাই জাহলি গীতৰ জৰিয়তে জাগৰণী গীত গাই তেল-সেন্দুৰ, চাকি-বন্তিৰে গৰুবিলাকক চুমান কৰে। আৰু আগতে তেওঁলোকক কৰা মাৰপিটৰ কথা পাহৰি যাবলৈ অনুনয়-বিনয় কৰে পৰ্বৰ দিনাখন। দেখা যায় গৰয়া পূজা বা সোঁহৰাই পৰ্বত গোৱা জাহিলি গীতসমূহেই এই পৰ্বৰ মূল উৎস বুলি ক'লেও হয়তো ভুল কোৱা নহ'ব।

এটা কথা স্বীকাৰ্য যে চাহ জনগোষ্ঠীৰ লোকসকলে বাৰটা মাহত তেৰটা পূজা পাতিলেও উল্লেখনীয় কৰম পৰ্ব, পুষ্ পৰ্বৰ লগতে গৰয়া পূজাও এক আকৰ্ষণীয় উছৱ। উল্লেখনীয় উছৱ তিনিটাই সকলোৰে মাজত সমন্বয় সৃষ্টিত ইন্ধন যোগায়। যদিও এই জনগোষ্ঠীৰ মাজত গ্ৰামপূজা, সূৰ্যাহী পূজা, ফাগুৱা পৰ্ব, ষট পূজা আদি বিভিন্ন পূজা বছৰে বছৰে অনুষ্ঠিত হৈ আহিছে। তাৰে ভিতৰত গ্ৰাম পূজা, ফাগুৱা পৰ্বো এক উল্লেখনীয় উছৱ। সমূহীয়াভাৱে এই পৰ্ব সকলোৱে অনুষ্ঠিত কৰে। গ্ৰামপূজা হ'ল চাহ জনগোষ্ঠীৰ এক উল্লেখনীয় হৰ্ষোল্লাসযুক্ত পূজা। এই পূজাত বাগিচাবাসীয়ে বেমাৰ-আজাৰৰ পৰা তেওঁলোক যাতে ৰক্ষা পৰে তাৰ কাৰণে নিজৰ নিজৰ বাগিচাৰ চাৰিসীমাত মাটিৰ তলত গাঁত খান্দি কুকুৰা কণী পুতি ৰঙা কাগজৰ বা ৰঙা চালুক কাপোৰেৰে ঝাণ্ডা পুতি চাৰিওদিশ নিৰ্ধাৰণ কৰাৰ পাছত ঘৰৰ গৃহস্থই ভঙা পাচি, খৰাহি, জাডু তথা জাবৰ-জোথৰ লৈ বেমাৰ-আজাৰৰ প্ৰতীকস্বৰূপে তেল-সেন্দুৰেৰে গাহৰি পোৱালি, কুকুৰাক কিছু নিয়ম-কানুনেৰে ঢাক-ঢোল বজাই বাগিচাখনৰ চাৰিসীমাৰ বাহিৰত এৰি দিয়ে আৰু ব্যাধিৰ প্ৰতীকস্বৰূপে গাহৰি পোৱালি বা কুকুৰাটো যাতে পুনৰ বাগিচাখনলৈ ঘূৰি আহিব নোৱাৰে তাৰ বাবে ৰাইজে দূৰলৈ খেদি পঠিয়ায়। এই গ্ৰামপূজা বাগিচাখনৰেই এজন বয়োজ্যেষ্ঠ ব্যক্তিক সন্মান জনাই

ঢাক-ঢোল বজাই গ্ৰামদেৱীৰ পূজাথলীলৈ লৈ আহে আৰু সেইজনা ব্যক্তিয়েই পূজাস্থলীত ঢাক-ঢোল বজাই গ্ৰামদেৱীক আৰাধনাৰ গীত গাই থকাৰ মাজতেই পূজাৰীৰ ৰূপত বৰণ কৰি অনা ব্যক্তিজনৰ গাত যেতিয়া গ্ৰামদেৱী লম্ভে তেতিয়া সেইজন ব্যক্তিয়েই বাগিচা বা গ্ৰামবাসীক নিদান দিয়ে কি কি ভুলৰ কাৰণে গাঁও বা বাগিচাবাসীয়ে বেমাৰ-আজাৰত ভুগিবলগীয়া হৈছে । গ্ৰামদেৱী লম্ভা বৰণ কৰি অনা পূজাৰীৰূপী ব্যক্তিজনে অসমৰ দেৱদাসী নৃত্যৰ দৰে মূৰটো ইফাল-সিফাল কৰি এক অদ্ভুত আচৰণ কৰি নিজৰ গাত সৌকাৰে কোবাই, গজাল পীৰাত উঠি জঁপিয়াই, বাঁহৰ ওপৰত লগোৱা ঝাণ্ডা থকা লিচপিচীয়া বাঁহটো উঠা আদি কিছুমান অদ্ভুত আচৰণ কৰি তাৰ মাজতেই গ্ৰামদেৱী লম্ভা পূজাৰীজনে বিধান দিয়ে আৰু সেই বিধান অনুসৰিয়ে গ্ৰামবাসী বা বাগানবাসী ৰাইজে কৰ্ম-কাণ্ড তথা বলি বিধান কৰি গ্ৰামদেৱীক পূজা-পাতল কৰে। তাৰ পাছতে সকলোৱে পুৰণা ডলা-খৰাহি, পাচি, ঝাড়ু, ঘৰৰ পেলনীয়া জাবৰ-জোথৰ আদিৰ লগতে গাহৰি-কুকুৰাক বেমাৰ-আজাৰৰ প্ৰতীকস্বৰূপে কিছু স্ফূতি-ফাৰ্তা, নাম-গুণ গাই চাৰিসীমা পাৰ কৰি হাবিৰ মাজলৈ এৰি দিয়ে। গ্ৰাম দেৱতা বা দেৱী হ'ল চাহ জনগোষ্ঠীৰ এক মানসকল্পিত দেৱতা। অৱশ্যে লোকাচাৰ অনুসৰি এই পূজা অনুষ্ঠিত কৰিলেও এই পূজাৰ উৎস নথকাও নহয়। যিহেতুকে বৰ্তমান শিক্ষিতৰ উচ্চ শিখৰত থকা ব্যক্তিসকলেও নতুনকৈ ঘৰ বান্ধিব খোজা ঠাইডোখৰৰ চাৰিওফালে জ্যোতিষীজনাৰ হতুৱাই যেনেদৰে অপায়-অমঙ্গল নহ'বৰ কাৰণে বান্ধি লয় আৰু মূল খুঁটাটো পোতোতে ৰঙা কাপোৰেৰে মেৰিয়াই লৈ মূল খুঁটা পোতাৰ গাঁতত পাঁচবিধ নৈবদ্য দিহে পোতে তেনেদৰে অনাখৰী চাহ জনগোষ্ঠীৰ লোক সকলেও ব্যক্তিগত ঘৰখনক নহয় সমগ্ৰ বাগিচাখনৰে চাৰিসীমাক কোনো অপায়-অমঙ্গল নহ'বৰ কাৰণে বৃহত্তৰ জনগণৰ স্বাৰ্থত গ্ৰাম দেৱতা-দেৱীৰ নামত বান্ধি পেলায়। গতিকে ব্যক্তিবিশেষে বন্ধা ঘৰ-ভেটিৰ আলমতে হওক অথবা লোকাচাৰ অনুসৰিয়েই এই গ্ৰামপূজাৰ যোগেদিয়েই সমগ্ৰ এলেকাটো বান্ধি পেলায়। কিছু আনুষ্ঠানিকভাৱে চাহ বাগিচাখনৰ চাৰিসীমা কল্পিত ৰেখাৰে অংকন কৰি আৰু ৰঙা ঝাণ্ডা পুতি এই পূজা সমাপন কৰে। এনে ধৰণেই বছৰে বছৰে এই পূজা অনুষ্ঠিত কৰি আহিছে চাহ জনগোষ্ঠীৰ ৰাইজে।

চাহ জনগোষ্ঠীৰ অন্য এটি জনপ্ৰিয় উছৱ হ'ল ফাকুৱা বা ফাগুৱা উছৱ। ভগৱানৰ প্ৰিয় ভক্ত প্ৰহ্লাদক জুইত পুৰি মাৰিবৰ কাৰণে নিজৰ পেহীয়েক হোলিকাই



যি চক্ৰান্ত কৰিছিল আৰু হোলিকাই সেই জুইত পুৰি চাৰখাৰ হৈ গৈছিল তাৰেই এক উৎস স্বৰূপে চাহ জনগোষ্ঠীৰ লোকসকলেও মানুহৰ ঘৰৰ পৰা কাঠ-বাঁহ, খৰি আদি চুৰি কৰি আনি চিতা সাজি হিৰণ্যকশিপুৰ ভনীয়েক হোলিকাক দাহ কৰি স্ফূৰ্তি-তামাচা কৰে এইদৰে, "হৰিৰে হৰি; হৰিৰ মাকে চুলাই (চৌতা ওৰফে চিতা) ভৰি" বুলি চিতা ওৰফে মেজি জ্বলোৱা দেখা পোৱা যায়। তেওঁলোকে বিশ্বাস কৰে যে বছৰত এবাৰ চুৰ কৰি পাপ অৰ্জন কৰিব লাগে আৰু এয়া ভগৱানৰ আদেশ বুলি জ্ঞান কৰে। অসমত গাঁওবাসীয়ে মাঘ বিহুৰ উৰুকাৰ দিনাখন যেনেকৈ চুৰি কৰা নিয়ম তেনেদৰে চাহ জনগোষ্ঠীৰ লোকসকলেও ফাকুৱা বা ফাগুৱা পৰ্বৰ আগদিনাৰাতি কাঠ-বাঁহ, খৰি আদি চুৰি কৰি চিতা সাজে আৰু শেষৰাতি এই চিতাত পেহীয়েক হোলিকাক দাহ কৰি আনন্দ-উল্লাহ কৰে আৰু পাছ দিনাখন ফাকু খেলা আৰম্ভ কৰে আৰু এই ফাকুৱা উছৱতো তেওঁলোকে কুকুৰা যুঁজ লগাই হাঁহি-তামাচা কৰে।

উল্লেখ্য যে চাহ জনগোষ্ঠীৰ মাজত থকা পাহাৰীয়া জনগোষ্ঠীৰ অৰ্থাৎ হিল্চ ট্ৰাইবেল ৰূপে জনাজাত চাওঁৰা জনগোষ্ঠীয়ে ৰং-বিৰঙৰ নতুন কাপোৰ-কানি পিন্ধি মূৰত চৰাইৰ পাখি পৰিধান কৰি তেওঁলোকৰ লোকসকলৰ আৰ্হিত থকা মাদল আদি বজাই ঝুমইৰ নৃত্যৰ দৰেই এক সুন্দৰ নৃত্য-গীত পৰিৱেশন কৰে গৃহস্থৰ ঘৰে ঘৰে। এই নৃত্য অতিকে মনোৰম। এই নৃত্যত বজোৱা বাজনাৰ তাল-মান-লয় আদিও সুকীয়া। নৃত্যৰ চেৱো সুকীয়া। গীত-মাতসমূহো সৰ্বসাধাৰণে বুজি নোপোৱা এক দুৰ্বোধ্য গীত। অৰ্থাৎ চাওঁৰা জনগোষ্ঠীয়ে আজিও এই গীতসমূহ তেওঁলোকৰ দোৱানতেই গোৱা দেখা পোৱা যায়। চাহ জনগোষ্ঠীৰ অন্যতম ফৈদ চাওঁৰাসকলে এই উছৱ বৰ ধুমধামেৰে পালন কৰা দেখা যায়। আৰু এই উছৱত তেওঁলোকে নিজৰ পূজাথলীত ম'হ বলি দি সমূহীয়াভাৱে ভোজ-ভাত খাই হাঁহি-তামাচা কৰে। চাওঁৰা জনগোষ্ঠীৰ মতে ম'হ হ'ল ৰাক্ষসৰ প্ৰতীক আৰু গো-জাতি হ'ল লক্ষ্মী মাতাৰ প্ৰতীক। সেয়ে তেওঁলোকে গোমাংস ভক্ষণ নকৰে, কৰে ম'হৰ মাংস। যিহেতুকে হিৰণ্যকশিপু হ'ল ৰাক্ষস কুলৰ আৰু ম'হো হ'ল ৰাক্ষস মহিষাসুৰৰ প্ৰতীক। যি কি নহওক, চাহ জনগোষ্ঠীৰ লোকসকলে ফাকুৱা পৰ্বৰ পালন কৰে বিশেষকৈ প্ৰহ্লাদৰ পেহীয়েক হোলিকাৰ দাহ কৰা কাৰ্য সমাপন কৰাৰ পাছতহে যদিও কিছুৱে এই উছৱ ৰামে ৰাৱণক বধ কৰি চৈধ্য বছৰ বনবাস খাটি নিজ ৰাজ্যলৈ ঘূৰি অহাৰ আনন্দত উত্ৰাৱল হৈ ৰঙৰ খেলা, বোকা

খেলা, বোকা ভাওনা আদিৰ যোগেদি এই উছৱ পালন কৰে প্ৰভু শ্ৰীকৃষ্ণৰ লীলাখেলাৰ মাধ্যমেৰে। আৰু চাহ জনগোষ্ঠীৰ লোকসকলে নিজৰ উপৰি পুৰুষক প্ৰথমে ৰং উছৰ্গা কৰাৰ পাছতহে ৰঙৰ খেলা আৰম্ভ কৰা দেখা যায়। জ্যেষ্ঠজনক ৰং সানিবলৈ হ'লে প্ৰথমে ভৰিত দি নমস্কাৰ কৰিহে ৰং সনা নিয়ম। ফাগুৱা পৰব হ'ল এক ভ্ৰাতৃত্ববোধৰ একতাৰ এনাজৰীৰে বান্ধ খোৱা এক আনন্দমুখৰ উছৱ। যিটো উছৱ ভগৱানৰ লগত সম্পৰ্কিত।

চাহ জনগোষ্ঠীৰ লোক-উছৱসমূহৰ ভিতৰত উল্লিখিত কৰম পৰব, পুষ পৰব, গৰয়া পূজা বা সাঁহৰাই পৰব, ফাগুৱা পৰব আদি উল্লেখযোগ্য পৰব। এই পৰববিলাকক কোনোৱে পূজা বুলি ক'লেও পূজাৰ শাৰীত নপৰে, পৰবৰ শাৰীতহে পৰে। ■

(প্ৰবন্ধটি দেউৰাম তাছাৰ পূজা-পৰব গ্ৰন্থৰ ছাঁ লৈ লেখা।)



# চাহ জনগোষ্ঠীৰ নিচুকনি গীত

(ছেন্না খেলা)

পদুমী গাজলু

চাহ জনগোষ্ঠী সমাজ লোক সাহিত্যত চহকী। লোক সাহিত্যৰ এক অংগ নিচুকনি গীত বা 'ছেন্না খেলা' গীত এই চাহ জনগোষ্ঠী সমাজৰ এক বিশেষ সম্পদ। ছেন্না খেলা গীত বৰ্তমান লুপ্ত হোৱাৰ পথত। শিশুসকলৰ মনত আনন্দৰ খোৰাক যোগোৱা, মনোগ্ৰাহী, প্ৰাণপ্ৰাচুৰ্যৰে ভৰা অসমীয়া সাহিত্যৰ ভঁৰালৰ এই সম্পদবোৰ জীয়াই ৰখাটো জাতিৰ, সমাজৰ দায়িত্ব।

বাস্তৱ আৰু কল্পনাৰ মাজেদি শিশুমনক ভয়, আনন্দ আৰু কৌতূহলৰ প্ৰলেপ দি গীতসমূহ নানা ৰহণীয়া চিত্ৰৰ ৰূপেৰে মুখে মুখে বাগৰি আহি এই নিচুকনি গীত বা ছেন্না খেলা গীতসমূহে কণমানিহঁতৰ অন্তৰ আত্মা স্পৰ্শ কৰিছে। নিচুকনি গীতবোৰত শব্দৰ ঠাঁচ, গঢ়, ৰহণ, ছন্দ, ভাষাৰ সুৰৰ মাধুৰ্য মন কৰিবলগীয়া। বিভিন্ন নিচুকনি গীতত ৰদন বা সুৰৰ মূৰ্চ্চনাই শিশুমন পুলকিত কৰি তোলে। নিচুকনি গীতৰ সুৰ কেতিয়াবা দুখৰ, কেতিয়াবা আনন্দৰ, কেতিয়াবা শিশুক ভয় খুওৱাৰ বাবে বাস্তৱ আৰু কাল্পনিক ৰহণ দি চিত্ৰৰ প্ৰলেপেৰে শিশুক টোপনি নিয়াবৰ বাবে গীতবোৰ গায়।

গছ-গছনি, জোন-বেলি, তৰা, জীৱ-জন্তু, চৰাই-চিৰিকতি আনকি বাঘ-ভালুক, বান্দৰ, শিয়াল আদি বিভিন্ন জীৱ-জন্তুৰ প্ৰতীকৰ চিত্ৰ অংকন কৰি নিচুকনি গীতসমূহে নান্দনিক সজ্জাৰে সজ্জিত কৰি সৰু-সৰু ল'ৰা-ছোৱালীৰ কান্দোনৰ মাজতো হাঁহিৰ খলকনি সৃষ্টি কৰে।

নিচুকনি বা ছেন্না খেলা গীতসমূহ বিজ্ঞানসম্মত নহ'লেও অন্তৰৰ অনুভূতিৰ পৰা স্বতঃস্ফূৰ্তভাৱে মুখে মুখে প্ৰচলিত। এটি শিশু জন্ম হোৱা মানে

ঘৰখন, ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনৰ আনন্দৰ বতৰা। মাতৃ হৃদয়ে নিজৰ সন্তানটিক লৈ গৌৰৱৰ অনুভৱ কৰে। নিচুকনি গীতৰ মাজেদি সন্তানৰ আলসুৱা মনক আনন্দ দিয়ে, মাকে পুতেকৰ গুণানুকীৰ্তন কৰে বিভিন্ন উপমাৰে।

চাহ জনগোষ্ঠী সমাজত সৰু-সৰু কেঁচুৱাবোৰক ৰ'দে-বৰষুণে বোকোচাত বান্ধি লৈ মাকে বাগানলৈ পাত ছিঙিবলৈ যায়। লগত যায় 'ছেন্না খেলা' ছোৱালীজনী। মাকে কেঁচুৱাটো বাগানৰ ওমলা ঘৰৰ খুঁটা দুটাত বান্ধি ঝুলনা বা দোলা শাৰীৰে বান্ধি দিয়ে। ছেন্না খেলা ছোৱালীজনীক ওমলাব কৈ মাক নিজৰ কায়িক শ্ৰম অৰ্থাৎ পাত ছিঙাত ব্যস্ত হৈ পৰে। তেতিয়া কেঁচুৱাটোৱে কান্দিলে ছেন্নাখেলা ছোৱালীজনীয়ে নিচুকনি গীতেৰে এনেকৈ শুৱাবলৈ যত্ন কৰে। ঝুলনাটো লাহে লাহে লৰাই গাবলৈ আৰম্ভ কৰে-

*'আইৰে ছেন্না পোনা মাছ ধৰতে যাব*
*মাছেৰ কাঁটা পায়ে লাগলে*
*দোলাই চাপে যাব।*
*দোলাই আছে কামৰাঙা (কৰদৈ)*
*ভাঙে ছিড়ে খাব।'*

যিমান লগৰ ল'ৰা-ছোৱালী আছে সকলোকে মাতিছে। আহ, আমি মিলিজুলি মাছ ধৰিবলৈ যাওঁ। মাছ ধৰোতে কোনোবাটোক শিঙি-কাৱৈ মাছে যদিও বিন্ধে দোলাত উঠি যাম। দোলাত আছে কামৰাঙা অৰ্থাৎ কৰদৈ, আমি ভাঙি ছিঙি খাম। শিশুগীতটো শুনি ঝুলনাটো লৰাই লৰাই দিয়াৰ বাবে আকৌ টোপনিত লালকাল দিয়ে। ফলত মাকেও পাত ছিঙিবলৈ আৰু ছেন্না খেলা ছোৱালীজনীয়ে খেলিবলৈ সুবিধা পায়।

মাক বাগানৰ পৰা আহি পানী আনিবলৈ বা ঘৰুৱা বিভিন্ন কামত ব্যস্ত হৈ থাকিলে ছেন্না খেলা ছোৱালীজনীক মাহী-পেহীহঁতে কোঁচত লৈ হাতেৰে থপৰিয়াই থপৰিয়াই শুৱাবলৈ যত্ন কৰে।

*'নাই আসবি ৰে বাড়িয়া (নেজ নথকা) শিয়াল*
*পিণ্ডাৰ (পিৰালি) দিকে থাক*
*বাবুৰ মায়ে পানী আনতে গেছে*
*বাবুৰ কাণ কাট।'*

কেতিয়াবা মাক-দেউতাক কামলৈ গ'লে এনেকৈ নিচুকনি গীতবোৰ



গোৱা শুনা যায়-

*'ভুনু ভুনু ভুনু (বাবু বা মিনি বুলি কয়)*
*হামদেৰ বাবু নাই কান্দে ৰে*
*ঐ আসছে হাড়কা (ল'ৰা ধৰা) ধৰা*
*হামদেৰ বাবুকে লিয়ে*
*যাবেক ৰে.....*
*নাই কান্দবিৰে ভুনু ভুনু ভুনু*
*বাবুৰ মায়ে পাত তুলতে গেছে*
*বাবুৰ বাপে কড় মাৰতে গেছে*
*ভুনু ভুনু ভুনু.........*
*নাই কান্দবি বাবু হাড়কা ধৰা আসছে।'*

মাক-দেউতাক কামলৈ গ'লে বা বাগানত ঠিকা পাত তুলিবলৈ ৰাতিপুৱাই যাব লগা হয়। সৰু-সৰু ল'ৰা-ছোৱালীবোৰ ঘৰতে আৱদ্ধ হ'বলগীয়া হয়। তেতিয়া 'হাড়কা ধৰা' অৰ্থাৎ ল'ৰা ধৰা আহে বুলি ল'ৰা-ছোৱালীবোৰক ঘৰৰ ভিতৰতে থাকিবলৈ কয়। ক'তো ওলাই নাযাবি বস্তাত ভৰাই লৈ যাব বুলি ভয় দেখুৱায়। গীতবোৰ ঠাঁচত ৰৈ ৰৈ দীঘলীয়া সুৰ দি গায়।

কেতিয়াবা মাকৰ ভাত ৰান্ধিবৰ সময় নাই বা ঘৰত ভাত নাথাকিবও পাৰে। নিচুকনি গীতত তাৰে ইংগিত পোৱা যায়—

*'চট্ ভনীৰে ছান্না খেলাবি*
*বটুৱাই আছে বাসি ভাত (পঁইতা ভাত)*
*কান্দলে খুৱাবি।"*
*"ওলট গাড়ী পালট গাড়ী*
*ছেন্না কান্দছে ঘৰকে যা।'*

ল'ৰা-ছোৱালীক ভাত বা অন্য কিবা আহাৰ খুৱাবলৈ বৰ সমস্যা। খাব নোখোজে। কিমান অভিমান নিচুকনি গীতত তাৰেই আভাস—

*'আইৰে চান্দো মামা—*
*হামৰে বাবু-মিনি নাই খাছে*
*ডাল-ভাত—*
*আইৰে চান্দো মামা—*

*দুধ ভাত দিয়ে যায়*
*হামৰে বাবু খায়ে দিবেক*
*টপ কৰে।'*

*আইৰে চান্দো মামা—"* কৈ কৈ ভাতখিনি খুৱায়। সকলো শিশুৰে অভিমানী মন এটা আছে, মৰম বিচাৰে। চাহ জনগোষ্ঠীৰ শিশু ব্যতিক্রম নহয়। মাত্র নিচুকনি গীতসমূহত ভাৱ-ভাষাৰ তাৰতম্য আছে। কেতিয়া থিয়দঙা দি এখোজ-দুখোজকৈ খোজ দিয়াৰ সময়ত হাতত ধৰি ধৰি খোজ কাঢ়িবলৈ শিকায়।

*'টাই টাই মামা ঘৰ যাই যাই*
*দুদু ভাত খাই খাই।'*

মামা-মামী সঁচাকৈয়ে সকলোৰে প্রিয়। এয়া নিচুকনি গীতত—

*'মামা মামী ড'লে*
*ডোলতে না পাৰে*
*মামাৰ পীড়াই বসতে গেলে*
*মামী মাৰ খায়ে—'* বা

*'মামা মামী ড'লে*
*ডোলতে না পাৰে*
*ছাগ্ বেগুন তুলে*
*তুলতে না পাৰে*
*বিচাই (কাপোৰ মেলি) কাপড় মাৰে—'*

অর্থাৎ মামা-মামী দুয়ো ঝুলনাত ঝুলি থাকে। মামাৰ পীৰাত যদি মামী বহিব যায় তেতিয়া মামীয়ে মাৰ খায়। দ্বিতীয় নিচুকনি গীতটোৰ তাৎপৰ্য এয়া— মামা-মামীয়েকৰ ভাগিন প্রতি মৰম হয়। সেয়ে ভাগিনক শুৱাবলৈ যত্ন কৰিছে। শাক-বেঙেনা তুলিছো কিন্তু তোলা নহ'ল, ভাগিন কান্দি আছে। মামা-মামীয়ে শাকনি-ব্রেঙেনা বাৰীতো কাপোৰ দি ঝুলনা বনাই দি দোলাবলৈ যত্ন কৰে। আচলতে মৰমতে আলাসতে শোৱাটো বিচাৰে।

*'বাঘ-বাঘিনী হাল জোঁটে*
*কুকুৰে বোনে ধান*
*ৰাগাল বুঢ়া নোড়া ঝাড়ে*
*যোড়িয়া কিষাণ।'*



*'চিল বিলাইল ডালেৰে—, শিয়াল বিলাইল খালে*
*আমাৰ বাবুকে খাই দিল ডাৰকনা মাছে।'*

নিচুকনি গীতেৰে প্ৰকাশ পায় সন্তান নথকা ঘৰ জনশূন্য যেন এখন অৰণ্য। সন্তান থকা ঘৰত হাঁহি-কান্দোনেৰে উলহ-মালহ। সৰু-সৰু আমনিৰে ভৰাই তোলে শিশুৰ মায়াৰে পূৰ্ণ এখন ঘৰৰ সম্পূৰ্ণ ছবি।

*'যাৰ ঘৰে ছাইলা নাই*
*তাৰ কেমন মন গ'*
*ছাইলা মুতে কাদা কৰে চাবাক চুবুক।'*

ল'ৰা-ছোৱালীবোৰ শুৱাই লৈ 'ছেন্নাখেলা' ল'ৰা-ছোৱালীয়ে বিভিন্ন ধৰণৰ খেল খেলে—

*'ৰিম ঝিমাইল ঝিমাইল*
*শালুক পাতাই পাতাইল*
*হামকে নাই দিল*
*গুডুম গুডুম পাইৰা ছেন্না*
*নদী কিনাৰে গাই জগেছে*
*গায়েৰ নাম বাছুৰ*
*বাগাল (গৰুৰখীয়া) কে কিনে দিব*
*টপ (ঝুনুকা) লাগা বাঁশী।'*

বাউসিত ইটোৰ পাছত সিটো ধৰি বা চৰাইৰ দৰে হাতদুখনে ডেউকা মাৰি মাৰি গীতটো গাই আগফালে এজনী ছোৱালী আহিব খোজে। কিন্তু তাইক আহিবলৈ নিদিয়ে। ডেউকা মেলি মেলি খেদি যায়। আকৰ্ষণীয় খেল। আন এটি খেল খুবেই প্রিয়।

*'ইচিক মিচিক দাঁত কিচি কিচি*
*লহা লতি বেলপাত*
*বাড়ীয়ে আছে নিমপাত*
*নিম ঝৰ ঝৰ কৰে— সতা-সতিনীৰ বেটি*
*নিত লাড়াই কৰি*
*থাল দিবি ন বাটি দিবি*

*সত্য কৰে বল*

*নইলে ভাসুৰ ভাতাৰ বাৰ।'*

(হাতে পাতে কুঁচিয়া লিবি ন খাকড়ি লিবি বল)

(কোনোবাই খাকড়ি কোনোবাই কুঁচিয়া ল'ম বুলি কয়।)

এই খেলৰ বিশেষত্ব হাতৰ পতাবোৰ মাটিৰ তলত থৈ এজনী এজনীকৈ গীত গাই যাব— 'ইচিক মিচিক, দাঁত কিচি কিচি'। গাই শেষ হ'লে হাতৰ ছাল জোৰ কৰি চিকুটি ধৰি সুধিব, কি লাগে? কুঁচিয়া ন খাকড়ি বুলি ক'লে হাতখন আনি কাষলতিৰ তলত থয়। কুঁচিয়া বুলি ক'লে মূৰৰ ওপৰত থয়। কেঁকোৰা লোৱাজনীক কয়, 'যা, যা, তই গাঁততে সোমাই থাক। তোৰ কেঁকোৰা তই নিজে খা। সদায় দাঁত কামুৰি কথা কৈ থকাটো ভাল নহয়। সত্ সতিনেৰ মানে বাপেক এটা মাক দুজনী হ'লে সিহঁতৰ মাজতো মনৰ মিল নাথাকে। অৰ্থাৎ সত্ পুংলিংগ সতিনী (স্ত্ৰীলিংগ) সেয়েহে যিজনী ছোৱালীয়ে উত্তৰ সোনকালে দিব নোৱাৰে লাজ দি ভাসুৰ অৰ্থাৎ বৰজনাকে বিয়া কৰিব বুলি কয়। কাৰণ 'বৰজনা' চাহ জনগোষ্ঠী সমাজত সন্মানীয় ব্যক্তি। ইয়াৰ ৰস পাবলৈ হ'লে নিজ চকুৰে চালেহে ইয়াৰ আমোদ পোৱা যাব। লিখনিৰে প্ৰকাশ কৰিব নোৱাৰি।

সৰু-সৰু ল'ৰা-ছোৱালীয়ে 'হাৱা-হাফা, হাৱা-হাফা' খেলে। দুজনে 'হাৱা-হাফা' কৰি ইজনে সিজনৰ বাউসিত ধৰি সৰু ল'ৰা বা ছোৱালীক তাৰ ওপৰত বহুৱাই লৈ থিয় হৈ চোতালত নাচে "ৰেগ ডে ডেং ডেং চালতা (চালতা- ঔটেঙাৰ গছ) গাছেৰ দুটা ঠেং।"

*"ধান কুটু কুটু, ধান কুটু কুটু*

*ঐ আসছে ৰাজাৰ বেটা*

*তিনটা পিঠা লিয়ে*

*একটি পিঠা কলং দলং*

*দুইটি পিঠা এক*

*ভাসুৰ কৰে তিন*

*এক হালচা মাটি লিব*

*কালী ধানেৰ বিশ গ*

*কালী ধানেৰ বিশ—"*

ল'ৰা-ছোৱালীয়ে বৰ আমনি কৰি থাকিলে মাকে বা যিকোনোৱে



আঙুলি এটা এটা ধৰি কয়— এইটো তোৰ মা খাবেক। বাবা খাবেক দিদি খাবেক। এইটা তুই খাবি। তাৰ পাছত যি কয় সি নিজৰ কিলাকুটিৰে ধান বানে সৰু ল'ৰা বা ছোৱালীজনীৰ হাতৰ পতাত। তাৰ পাছত এনেকৈ কয়— "আইচ কুটু বাইচ কুটু, ৰাজ বিলাইকে পায়েছি চাটুৰ দাগ দিয়েছি। কুতু কুতু কু-তু কু-তু বুলি কাষলতিত ভাকুট কুটাই দিয়ে। তেতিয়া ল'ৰা বা ছোৱালীজনী হাঁহিবলৈ বাধ্য হয়।

গধূলি চোতালত বহুত ল'ৰা-ছোৱালী একেলগে ঘূৰণীয়া হৈ বহি ইজনী সিজনীৰ হাতত ধৰি লয়। মাজত এজনী সোমায়। ভৰিৰ পৰা মূৰলৈকে চুই চুই ক'ব (নিজৰ হাত দুখন প্ৰথমে ভৰি, আঁঠু, কঁকাল, বুকু, ডিঙি, শেষত মূৰত)

*'এত্ এত্ পানী ঘ্ ঘ্ গংগা ৰাণী*

*এত্ (ইমান) এত্ পানী*

*এত্ এত্ কাঁদা চাহেব দাদা*

*কিৰকম যাব?'*

বাহিৰত থকা হাতে হাতে ধৰি থকা ছোৱালীবোৰে ক'ব

*'বাঁশ গাছে কাপড় ৰাখে*

*দৌড়ে দৌড়ে আয়।'*

বা এনেকৈ কয়—

*'কা কা কাউৰী পাকা কাঠাল খা*

*পানী আছে কি ৰকম যাব?'*

ভিতৰৰ জনীয়ে কয়—

*'এই দিগে কাটব ন নাই নাই কাটব*

*এই ঘৰ কাট।'*

প্ৰত্যেকজনী ছোৱালীয়ে হাতৰ মুঠি টান কৰি থয়। যিফালে অলপ সহজ পাই দৌৰি পলায়। এনেকৈয়ে এজনীৰ পাছত এজনী গতিৰে গৈ থাকে।

ইজনীয়ে সিজনীৰ বুঢ়া আঙুলিত ধৰি ধৰি হাতখন ঘূৰাই ঘূৰাই নিচুকনি গীতৰ আমোদ পায়।

*'কাঠাল মাজা মাজা*

*বেলমতি ৰাজা*

*একটা কাঠাল কাটে দিলে*

*ডিৰিং ডাং'—*

বুলি আঙুলিটো কাটি দিয়ে। তেতিয়া হাতখন গুচাই দিয়ে। এনেকৈ এজনীৰ কাটি কাটি গৈ থাকে।

*'আইৰে দান্দো মামা আই্ আই্ আই্*
*মামাৰ পিঠ উঠে আসছে*
*ৰাজা বেটা—*
*ৰাজাৰ বেটাৰ চাৰিটা ঠেং*
*ৰেগ ডেং ডেং*
*ৰেগ ডে ডে টেং*
*আলকাটি ৰাৱণ ৰাজা*
*হাতীৰ পিঠে দান্দো উঠে*
*চম চিটকাৰ গাঁঠিয়াৰ বেটা*
*উতো ৰাঙা দাকা ৰাজা*
*গৰম পানী ঠাণ্ডা পানী।'*

'দান্দো মামা' অদ্ভুত আকৃতিৰ বুলি কৈ ল'ৰা-ছোৱালীক ভয় খুৱায়। মুঠতে খেল-ধেমালিয়ে শিশুৰ মনৰ উৎকৃষ্ট সাধন কৰে। হাঁহি, মন প্ৰফুল্লই শাৰীৰিক-মানসিক বিকাশ সাধন কৰে।

*'ছাগ্যলাৰে বাগ্যলা*
*ছাগল কোথায়? উত্তম ভাঙাই।*
*খাই কি? লতা-পতা*
*হাগে কি? মৰিচ গুণ্ডা (গুঁড়া)*
*মুতে কি? তেল চুৰকা*
*টাঁকে ন ঢলে? ঢলে ঢলে।'*

ঢলে, ঢলে কৰি হাঁহি হাঁহি পৰি যায়। এয়া ছাগলী বাগালাক (ৰখীয়াক) প্ৰশ্ন সোধে। শেষত সোধে ছাগলীজনী শুৱে নে নুশুৱে। শোৱে শোৱে বুলি ঢলি পৰে। ইজনী সিজনীৰ গাত শুই পৰে।

কিছুমান ল'ৰা-ছোৱালীয়ে ইন্দুৰ বিলাই (নিগনি-মেকুৰী) খেলো খেলে। বৃত্তাকাৰ কৰি ছোৱালীবোৰ বহে ইন্দুৰ ভিতৰত বিলাই (মেকুৰী) বাহিৰত থাকে।



গুড়ু গুড়ু কৰি পিছফালে যিকোনো কপোৰৰ টোপোল্লা এটা পেলাই নিজৰ জেগাত বহি থাকে, নোৱাৰিলে এক্ ঢকা মাৰে।

কিছুমান খেল বেচ আমোদজনক। ভৰিৰ বুঢ়া আঙুলি ভৰি থৈ ধান কুটু-কুটু, ধান কুটু-কুটু ফট্ৰাচ ফাকুৰ দুম্। ধান ফুটছে বুড়ী জক্ (জোক) ধৰেছে বুড়ী বুলিকৈ গা ধুবলৈ যায়। ঘূৰি আহি কয়— দেন দুটি ভাত, ভোক লাগেছে।

কাবাডি, খাপটি, লুক লুকানি, ৰেডি পিটু (খাপটা), ইন্দুৰ-বিলাই, ৰাজাৰাণী, অলং-দলং, চোৰ-ডকাইত ইত্যাদি এই গীত-মাত বা খেলবোৰ কালক্ৰমত প্ৰায় নাইকিয়া হৈ পৰিছে।

সেয়ে চাহ জনগোষ্ঠীৰ ছেন্না খেলা বা নিচুকনি গীতসমূহ সংৰক্ষণ কৰাৰ লগতে ইয়াৰ সম্পৰ্কত গৱেষণা কৰাৰ প্ৰয়োজন আছে। অসম সাহিত্য সভাই এইক্ষেত্ৰত যথাযথ ব্যৱস্থা লোৱাটো কামনা কৰিছোঁ। কেৱল চাহ জনগোষ্ঠীৰেই নহয় সকলো জাতি, জনগোষ্ঠীৰ লোক সাহিত্য সংৰক্ষণ কৰা ইয়াৰ গৱেষণা হোৱাটোৰেই আমাৰ কাম্য। ■

# চাহ জনগোষ্ঠীয় লোকশিল্প আৰু ইয়াৰ প্ৰয়োজনীয়তা

**শিৱপ্ৰসাদ মাৰাৰ**

মানৱ সমাজ বৰ্বৰ অৱস্থাৰ পৰা সভ্যলৈ গতি কৰা দিনৰে পৰা শিল্পকলা দৈনন্দিন জীৱন ধাৰাৰ লগত শৰীৰৰ বস্ত্ৰৰ দৰেই এৰাব নোৱাৰাকৈ জড়িত হৈ পৰিছে। শিল্পকলা মানৱ মনৰ এক সূক্ষ্ম অনুভূতি যিয়ে আনন্দ দিয়ে, সৌন্দৰ্যৰ জগতত কলাই মানুহক এনে এটা স্থানলৈ লৈ যায় য'ত থাকে আনন্দ, সুখ, শান্তি, তৃপ্তি, আমেজ, উল্লাস ইত্যাদি। এক স্বৰ্গীয় আনন্দ পোৱা যায় এই জগতত। জন্মৰে পৰা প্ৰাকৃতিক ভাবেই মানুহ শিল্পকলাৰ একেবাৰে নিকটত অৱস্থান কৰে। সেয়ে আমি লক্ষ্য কৰোঁ শিশু এজনে মুক্ত মনে আঁক-বাঁক কৰি ভাল পায়। পঢ়া-শুনা কৰাতকৈ সিহঁতে ছবি আঁকি ভাল পায়। ৰং সানি ভাল পায়। সেয়ে আজি শিক্ষাবিদসকলে ছবিৰ দ্বাৰা শিশুক শিক্ষা দিয়াৰ পদ্ধতিত গুৰুত্ব দিছে। মানৱ সভ্যতাৰ ইতিহাসলৈ চালে দেখা যায় যে যি দিনৰ পৰা মানুহ অসভ্যৰ পৰা সভ্যৰ চিৰি বগোৱা আৰম্ভ কৰিছে সেই দিনৰ পৰাই দৈনন্দিন কাৰ্যকলাপৰ লগত চিত্ৰকলা জড়িত হৈ পৰিছে। অন্য নালাগে আমাৰ প্ৰাথমিক প্ৰয়োজনীয় বস্তু খাদ্য, বস্ত্ৰ আৰু বাসস্থানলৈ যদি মন কৰো, তাতো কলা আছে। ভাতৰ চৰু, চৌকা, জুইশলাৰ বাকছ, কাঁহী-বাতি, খাদ্য খোৱাৰ ধৰণ-কৰণ, কাপোৰ-কানিৰ ডিজাইন, আমি বাস কৰা ঘৰৰ ডিজাইন তথা ঘৰৰ প্ৰয়োজনীয় বিভিন্ন আচবাব আদি সকলোতে কলা আছে। কলাৰ অবিহনে মানুহৰ সভ্যতাৰ কথা আমি কল্পনাই কৰিব নোৱাৰো। গতিকে দেখা যায় পৃথিৱীৰ প্ৰত্যেকজন ব্যক্তি নিজৰ অজ্ঞাতে একোজন শিল্পী, একোজন কলাকাৰ।

শিল্পকলাৰ সাধাৰণ সূত্ৰ হ'ল- বিশৃংখল জগতখনক সুন্দৰ ৰূপত সজাই চাক্ষুস আনন্দ দিয়া। সুন্দৰকৈ থাকিবলৈ, সুন্দৰকৈ খাবলৈ, সুন্দৰকৈ চলা-ফুৰা কৰিবলৈ, কাপোৰ পিন্ধিবলৈ, সুন্দৰকৈ কথা ক'বলৈ আমি সকলো মানুহেই বিচাৰোঁ। দহৰ আগত নিজকে সকলো দিশতে পাৰদৰ্শিতাৰে, শ্ৰেষ্ঠতাৰে সুন্দৰকৈ প্ৰকাশ কৰাৰ মানৱ মনৰ যি হাবিয়াস সেই হাবিয়াস প্ৰাকৃতিক আৰু প্ৰাচীন। সেয়ে আমি প্ৰত্যেক দিনেই যেন শিল্পকলাৰ ন-ন ৰূপ দেখা পাওঁ। এটা ডিজাইন পুৰণি হ'লেই অন্য এটা আৱিষ্কাৰ হয়। প্ৰতিদিনে সলনি হৈ থকা শিল্পকলাৰ জগতখনো বিশাল হৈ গৈ আছে। যিবোৰ শিল্পকলাৰ বিষয়বস্তু লঘু তেনে বহুতো শিল্প কালৰ গহ্বৰত হেৰাই গ'ল আৰু যিবোৰৰ বিষয়ত মানৱ জাতি অথবা সমাজৰ দৰ্শন জড়িত থাকে তেনে শিল্পকলা বাৰে বাৰে চৰ্চা হয়। ধৰ্মৰ দ্বাৰা পৰিচালিত সমাজ ব্যৱস্থাবোৰত এনে শিল্পকলাকো ধৰ্মৰ লগত বিজ্ঞসকলে জড়িত কৰি লৈছে। যাৰ ফলত এক জনবিশ্বাসৰ সৃষ্টি হৈছে আৰু বহু যুগ ধৰি এনে শিল্পকলা মানৱ সমাজত পাৰম্পৰিকভাৱে চৰ্চিত হৈ আহিছে। এনে শিল্পকলাকে আমি লোককলা বুলি ক'ব পাৰোঁ। একোখন সমাজ বা জাতিক মূলসুঁতিত ধৰি ৰখাত এই লোককলাই বহু গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।

অসমৰ চাহ জনগোষ্ঠীয় লোকসকল বিভিন্ন জাতি, সম্প্ৰদায়ৰ সমষ্টি। প্ৰত্যেকৰে নিজা নিজা লোককলা আছে, যাৰ দ্বাৰা তেওঁলোকে আজি ডেৰশ বছৰীয়া 'চাহযাত্ৰা'ৰ পথতো নিজৰ পৰিচয় দিব পাৰিছে। মই মুণ্ডা, মই চাওঁতাল, মই তাঁতী, মই কুৰ্মী ইত্যাদি। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰা অহা অসমৰ চাহপাতৰ কৰ্মীসকলে নিজৰ পাৰম্পৰিক লোককলাকো লগত লৈ আহিছে। জীৱন-যাপন কৰিবলৈ কলাৰ প্ৰয়োজনীয়তা তেওঁলোকে ঠিকেই অনুভৱ কৰিছে। শিল্পকলাৰ দৰে সূক্ষ্ম অনুভূতিৰ সম্পদ তেওঁলোকৰ হাতত থকাৰ কাৰণেই ইমান দুখ যাতনাৰ মাজতো নিজকে কৰ্মঠ তথা সক্ৰিয় কৰি ৰাখিব পাৰিছে। ভাৰতবৰ্ষ শিল্প-সংস্কৃতিৰে পূৰ্ণ এখন দেশ। অন্য দেশতকৈ ভাৰতৰ শিল্পকলাৰ জগতখন অতি প্ৰাচীন আৰু সমৃদ্ধ। হৰপ্পা আৰু মহেঞ্জোদাৰোৰ শিল্পকলাই ইয়াৰ প্ৰমাণ। অজন্তা, ইলোৰা, বাঘ গুহা, বাদামী গুহা, কাবৰা পাহাৰ, চিঙঘনপুৰ আদি গুহাবোৰৰ দেৱালত অংকিত চিত্ৰসমূহ, ভাস্কৰ্যসমূহ আজিও সেই যুগৰ ইতিহাস সগৌৰৱে দাঙি ধৰি আছে। এইবোৰৰ উপৰি উৰিষ্যাৰ লিংগৰাজ মন্দিৰ, সূৰ্য মন্দিৰ, মণ্ডগিৰি-উদয়গিৰি, দক্ষিণ ভাৰতৰ মহাবলিপুৰম, চ'ৰ টেম্পল, মধ্যপ্ৰদেশৰ সাঁচী স্তুপ, খাজোৰাহো আদি শিল্পভাস্কৰ্যসমূহ পৃথিৱীবিখ্যাত। অন্যহাতে বহু প্ৰাচীন কালৰে

পৰা ভাৰতীয় সমাজত স্থানবিশেষে বিভিন্ন প্ৰকাৰৰ লোককলা পাৰম্পৰিকভাৱে চৰ্চা হৈ আহিছে। পশ্চিমবংগৰ কালিঘাটৰ পটচিত্ৰ, বাকুড়া, বীৰভূম আদি ঠাইৰ পোৰামাটিৰ ভাস্কৰ্য, মধ্যপ্ৰদেশ, ছত্তিশগড়, ঝাৰখণ্ড, উৰিষ্যা আদি কেইবাখনো ৰাজ্যতে পিতলৰ দগৰা পদ্ধতিত নিৰ্মাণ কৰা দেৱ-দেৱীৰ মূৰ্তি, কৰমা দেৱতাৰ মূৰ্তি, কাঠ-বাঁহেৰে সজা বিভিন্ন কাৰু-শিল্প, বিহাৰৰ মধুবনৰ মধুৱনী চিত্ৰ আদি লিখি অন্ত কৰিব নোৱাৰি। পাৰম্পৰিকভাৱে চৰ্চিত এই লোককলা আজিও জনপ্ৰিয় হৈ আছে। ওপৰত যি যি ঠাইৰ বিষয়ে উল্লেখ কৰা হৈছে সেই ঠাইবোৰৰ পৰাই নিজ নিজ কলা-সংস্কৃতিলৈ অসমৰ চাহ জনগোষ্ঠীৰ পূৰ্বপুৰুষসকল আহিছিল। নিঃসন্দেহে তেওঁলোকে নিজ নিজ লোককলা, যি জীৱন যাপনৰ লগত ওতপ্ৰোতভাৱে জড়িত সেয়া লৈ আহিছে আৰু আজিও চাহ জনগোষ্ঠীয় সমাজত নিতৌ লোককলাৰ চৰ্চা কৰি আহিছে। ঘৰৰ দেৱালত অংকিত ছবি। পিঠাগুৰিৰে পূজা-পাৰ্বণত অঁকা আল্পনা ডিজাইন, বিয়া, সকাম-নিকামতো ভিন ভিন জনজাতিৰ মাজত ভিন্ন ধৰণৰ লোককলাৰ প্ৰচলন দেখা যায়। মাটিৰ দেৱালত মাটিৰেই হাতী, হৰিণ, পদুম ফুল, সূৰ্য আদিৰ ছবি অঁকা দেখা যায়। এইবোৰ কিয় কৰে? আমি লক্ষ্য কৰিছোঁ যে পূৰ্বৰ পৰা চলি অহা পৰম্পৰাক অনেক লোকে আজি তাৰ নিহিত ভাব, দৰ্শনৰ প্ৰতি গুৰুত্ব নিদি মাথো অন্ধ অনুকৰণ কৰিব ধৰিছে। ইয়াৰ ফলত অনেক সময়ত লোকশিল্প কলাৰ শৈলীৰো পৰিৱৰ্তন হ'ব ধৰিছে। আজি যান্ত্ৰিক যুগত লোকলাৰ পৰিৱৰ্তন তথা ইয়াৰ বিকৃতকৰণে সমাজৰ বিকাশত এদিন বাধাৰ যে সৃষ্টি নকৰিব তাক ন-দি ক'ব নোৱাৰি। কলা-সংস্কৃতিৰ এনে পৰিৱৰ্তনবোৰ বহু সময়ত একোটা সামাজিক সমস্যাৰ সৃষ্টি কৰে।

আমি আগতে উল্লেখ কৰিছোঁ যে শিল্পকলা এনে এবিধ কলা যিয়ে আমাৰ জীৱনবোধ জগাই তুলি বিশৃংখল সমাজ-পৰিৱেশক এক শৃংখলাবদ্ধভাৱে সুন্দৰ কৰি তুলিব পাৰে। বৰ্তমান সময়ত চাহ জনগোষ্ঠীয় সমাজত যি বিশৃংখল ৰূপ এটা গা কৰি উঠিছে তাৰ পৰা ৰক্ষা পাবলৈ হ'লে প্ৰতিজন লোকে নিজৰ নিজৰ শিল্পসত্তাক জগাই তুলিব লাগিব। চাহ জনগোষ্ঠীয় লোকসকল শিল্প-সংস্কৃতিত খুবেই চহকী। লোকজীৱন শিল্পকলাৰ ভেটিতেই গঢ় লৈ উঠিছে. আজি অসমৰ চুকে কোণে থকা চাহ বাগিচাৰ লাখ লাখ শ্ৰমিকক পদে পদে প্ৰতাৰণা কৰা হৈছে সামান্য ব্যক্তিস্বাৰ্থৰ বাবে। (যিসকল চাহ জনগোষ্ঠীয় লোক নিজ জাতি-জনগোষ্ঠীৰ প্ৰতিনিধিত্ব কৰি ক্ষমতালৈ আহে, অতি দুৰ্ভাগ্যজনকভাৱে



সেইসকলও ব্যস্ত হৈ পৰে দলীয় তথা ব্যক্তিগত স্বাৰ্থ পূৰণৰ কামত। বিভিন্ন প্ৰচাৰ মাধ্যম, সভা-সমিতিসমূহত এই বিষয়বস্তুৰ ওপৰত সঘনে আলোচনা হৈ থাকে।) বহুতো আন্দোলন কাৰ্যসূচী হাতত লোৱা হয় যদিও আন্দোলন সফল নহয়। কিয় এনে হয়? আমাৰ দুৰ্বলতা ক'ত? অবিশ্বাস্য যেন লাগিলেও ই চিৰসত্য যে জীৱনবোধ, জ্ঞান আৰু আত্মবিশ্বাসৰ অভাৱেই আমাক দুৰ্বল কৰি তুলিছে। এজন নেতাৰ পৰা আৰম্ভ কৰি এজন সাধাৰণ শ্ৰমিকলৈকে প্ৰত্যেকজন ব্যক্তিৰে প্ৰথমে জীৱনবোধ লাগিব। শিল্প-সংস্কৃতিতেই লুকাই থাকে জীৱনবোধ জগাই তোলাৰ ৰহস্য। প্ৰায় দেখা যায় শিল্পী-সাহিত্যিক আদি সংস্কৃতিৰ কৰ্মীসকলক সমাজৰ এটা নিৰ্দিষ্ট স্থানত ফুলাম গামোচাৰে সন্মান জনাই একাষৰীয়াকৈ ৰখা হয়। সময় সাপেক্ষে ৰাজনৈতিক নেতাসকলে দলীয় স্বাৰ্থত শিল্পী-সাহিত্যিকক ব্যৱহাৰ কৰাও দেখা যায়। আমি ভাবো সমাজখনক নেতৃত্ব দি উন্নতিৰ দিশলৈ লৈ যাব পৰা ক্ষমতা থকা লোকসকলে নিজৰ শিল্পীসত্তাক জগাই তোলক লগতে জনগোষ্ঠীটিৰ প্ৰতিজন লোককে শিল্পকলাৰ যোগেদি জীৱনটোক বুজিবলৈ প্ৰেৰিত কৰক। এনে কৰিলে এদিন চাহ জনগোষ্ঠীৰ মুক্তি আন্দোলন সফল হ'ব।

আমি এই ক্ষেত্ৰত খুবেই আশাবাদী। কাৰণ চাহ জনগোষ্ঠীয় লোকৰ মাজত শিল্পচেতনা লুকাই আছে। বিভিন্ন জাতি-সম্প্ৰদায়ৰ মাজত থকা অনেক লোককলাৰ দৰ্শনত নিহিত আছে মানৱ জীৱনৰ গভীৰ তত্ত্ব। যিয়ে আমাক যান্ত্ৰিক জীৱনৰ পৰা আঁতৰাই আনি প্ৰকৃতিৰ নিকটত এক স্বৰ্গীয় আনন্দ দান কৰিব পাৰে। গতিকে আজিৰ জটিল সময়ত চাহ জনগোষ্ঠীয়ে নিজ নিজ লোকশিল্প কলাৰ চৰ্চা অব্যাহত ৰাখি তাক জীৱন-যাপনৰ এটি গুৰুত্বপূৰ্ণ বিষয় হিচাপে লোৱা উচিত। অন্যথা এদিন জনগোষ্ঠীটিয়ে নিজৰ দেশতে মগনীয়া হ'ব আৰু আত্ম পৰিচয় বিচাৰি হাহাকাৰ কৰি ফুৰিব। ■

# চাহ জনগোষ্ঠীৰ গহনা-গাঁঠৰিৰ কিছু আভাস

নিবেদিতা তাঁতী বাঢ়ৈ

জীৱশ্ৰেষ্ঠ মানৱ জাতি মানুহ হিচাপে জীয়াই থকাৰ আটাইতকৈ প্ৰয়োজনীয় উপাদানটো হ'ল সংস্কৃতি। সংস্কৃতিবিহীন জাতি এটা বেছিদিন জীয়াই থাকিব নোৱাৰে। সংস্কৃতিৰ জৰিয়তেই এটা জাতি মহীয়ান হৈ থাকে।

চাহ জনগোষ্ঠীৰ লোকসকলৰ আ-অলংকাৰ তথা গহনা-গাঁঠৰিৰ বিষয়ে কিছু আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হৈছে। বিভিন্ন ৰাজ্যৰ পৰা অসমলৈ কেঁচা সোণ বুটলিবলৈ অহা চাহ জনগোষ্ঠীৰ লোকসকলৰ সংস্কৃতিৰ পথাৰখন বৰ চহকী। নৃত্য-গীত, আচাৰ-ব্যৱহাৰ, সাজ-পাৰ, গহনা-গাঁঠৰি ইত্যাদিত এই লোকসকল ৰুচিসম্পন্ন। এই লোকসকল বিভিন্ন সৰু-বৰ গোষ্ঠী বা জাতিত বিভক্ত হৈ আছে। যেনে- ওৰাং, মুণ্ডা, চাওৰা, ভূমিজ, তাঁতী, বাঢ়ৈ, কৰ্মকাৰ, কুৰ্মি ইত্যাদি। এই সৰুবৰ জাতিবোৰ প্ৰায় একেই যদিও তেওঁলোকৰ বিশেষ অলংকাৰ কিছুমান আছে। যিয়ে গোত্ৰ অনুসৰি বিশেষত্ব লাভ কৰিছে। চাহ জনগোষ্ঠীৰ মহিলাসকল সৌন্দৰ্যপ্ৰিয়। তেওঁলোকে গহনা বা অলংকাৰৰ উপৰি প্ৰকৃতিৰ পৰা বিভিন্ন বস্তু যেনে- ফুল, চৰাইৰ পাখি, বিভিন্ন পাত ইত্যাদিৰো ব্যৱহাৰ কৰা দেখা যায়। এইবোৰৰ বৰ্ণনা আমি বিভিন্ন ঝুমইৰ গীতসমূহত প্ৰতিফলিত হোৱা দেখো। যেনে- গেন্দা ফুল, ঝিঙা ফুল ইত্যাদি। এইবোৰৰ উপৰি খদা বা টাটু অংকনেও এওঁলোকৰ সৌন্দৰ্যপ্ৰিয় মনৰেই ইংগিত দিয়ে।

মহিলাই পৰিধান কৰা বিভিন্ন অলংকাৰৰ ভিতৰত প্ৰধান গহনা হ'ল চন্দ্ৰহাৰ। এইবোৰৰ বাদেও ডিঙি (গলা), নাক, কাণ, হাত, বাউসী, ভৰি ইত্যাদিত পৰিধান কৰা হয় যদিও মূৰ, কঁকাল, খোপা আদিতো পিন্ধা কিছুমান গহনা আছে। সোণ, ৰূপ বা চান্দী, বাখৰ খটুওৱা বিভিন্ন গহনাৰ উপৰি ৰং-বিৰঙৰ মণি-মুকুতা, চিচা/কাঁচ বা বিভিন্ন



ধাতুৰে নিৰ্মিত গহনাৰ ব্যৱহাৰ দেখা যায়। কিছুমান গহনা মহিলাৰ বাদে পুৰুষেও পিন্ধা দেখা যায়। এইবোৰ হ'ল বিভিন্ন প্ৰকাৰৰ চেইন, আঙঠি, বাজু ইত্যাদি।

মহিলাসকলে পিন্ধা প্ৰধান অলঙ্কাৰবিধ হ'ল চন্দ্ৰহাৰ। ই ৰূপ বা চান্দীৰে নিৰ্মিত। ইয়াক ডিঙিত ওলমাই পিন্ধে। বুকুৰ ওপৰত চটাকৈ পৰি থকা বিভিন্ন সুন্দৰ ডিজাইন বা আৰ্হিৰে কিছুমান সৰু সৰু চেইনেৰে সংলগ্ন। ইয়াত ৰঙা, নীলা, সেউজীয়া মিনা কৰা থকা। তদুপৰি সিকিমালা, খগ্‌লা, হাচলি, ৰচুনমালা, মাদলি, মুংগামালা ইত্যাদি। সিকি বা আধলিৰে নিৰ্মিত বাবেই ইয়াক সিকিমালা বুলি কোৱা হয়। নহৰুৰ দৰে আকৃতিৰ মালাক ৰচুন (নহৰু) মালা বুলি কোৱা হয়। মাদলিৰ আকৃতিৰ মালাক মাদলি মালা বুলি কোৱা হয়। খগলা হ'ল গোটা আকৃতিৰ ডিঙিত চেপা খাই থকা গহনা। ইয়াত ৰূপৰ বিভিন্ন কাৰুকাৰ্য থকা দেখা যায়। মগু দাইলৰ আকৃতিৰ মালাক মুংগা মালা বুলি কোৱা হয়। এইবোৰৰ বাহিৰেও নানা আকৃতিৰ চেইন আৰু ৰং-বিৰঙী মণি-মুকুতা মালাৰ ব্যৱহাৰ কৰা হয়। বিবাহিতা মহিলাই ডিঙি খালীকৈ ৰাখিব নাপায় বুলি কোৱা হয়। কাৰণ ভূষণেই হৈছে সধবা নাৰীৰ প্ৰধান চিন।

কাণফুলি এবিধ এনে অলংকাৰ যাক সৰু ছোৱালীৰ পৰা বৃদ্ধালৈকে সকলোৱে পৰিধান কৰে। কাণৰ লতিত ফুটা বা বিন্ধা কৰি এইবিধ গহনা পিন্ধা হয়। কাণফুলি বিভিন্ন আকৃতিৰ আছে। ইয়েৰিং, টপ, ঝুমকা, কেৰু ইত্যাদি। সোণ, ৰূপ বা চান্দীৰে ইয়াক তৈয়াৰ কৰা হয় যদিও বিভিন্ন মণি খটুৱা, বাখৰ খটুৱা কাণফুলি পিন্ধোতাৰ ৰুচিৰ ওপৰত নিৰ্ভৰশীল। পাতল ৰিং কাণৰ তলিৰ ফুটাত পিন্ধা হয়। টপ কাণৰ পতাত বা লতিত চেপা খাই লাগি থাকে। ঝুমকা হ'ল কাণৰ লতিৰ পৰা অলপ ওলমি থকা। কাণতাড়কা এনে এবিধ অলংকাৰ যি দেখিবলৈ ঝুমকাৰ দৰে কিন্তু ওপৰফালে চুলিৰে সৈতে চেপেনা সদৃশ কাঁটাৰে সুন্দৰকৈ চুলি টানকৈ ধৰি ৰখা কিলিপৰ দৰে। কেইবা প্ৰকাৰৰ কেৰু পিন্ধাও দেখা যায়। কেৰুৰ বিভিন্ন ধৰণ হ'ল লংকেৰু, বটল কেৰু, কাঠকেৰু ইত্যাদি। লংকেৰু দেখিবলৈ লঙৰ দৰে। বটল কেৰু চিচাৰে তৈয়াৰী আৰু কাঠকেৰু কাঠেৰে তৈয়াৰ কৰা হয়। এইবোৰৰ উপৰি কাণফুলৰ আকাৰ-আকৃতি পিন্ধোতাৰ ৰুচিৰ ওপৰত নিৰ্ভৰশীল। সোণ, ৰূপৰ উপৰি বাখৰ খটোৱা, মিনাকৰা চানেকিয়ে সোণত সুৱগা চৰায়। কাণফুলি পুৰুষসকলেও ব্যৱহাৰ কৰা দেখা যায়। পুৰুষসকলে কানচি বা ইয়েৰিঙৰ ব্যৱহাৰহে কৰে। কাণচি কাণ ফুটোৱাবলৈয়ো ব্যৱহাৰ কৰা দেখা যায়।

মহিলাই পিন্ধা জনপ্ৰিয় অলংকাৰ হ'ল খাৰু। খাৰু কেইবা প্ৰকাৰৰ আছে। ডাঙৰ গোটাবিধৰ খাৰুক বালা বুলি কোৱা হয়। মিহি মিহি খাৰুবোৰক চুৰি বুলি কয়।

চুৰিবোৰৰ ঝন্ ঝন্ শব্দই নাৰীৰ মনত যৌৱনৰ উন্মেষ জগায়। চুৰিবোৰ সোণ, ৰূপ, তাম ইত্যাদিৰে তৈয়াৰ কৰে। ইয়াৰ কাৰুকাৰ্যই সকলোকে আকৰ্ষিত কৰিব পাৰে। সকলো শ্ৰেণীৰ তিৰোতাই খাৰু ব্যৱহাৰ কৰে। বৰ্তমান বিভিন্ন ধাতু, কাঁচ ইত্যাদিৰে নিৰ্মিত মন পছন্দৰ খাৰু ব্যৱহাৰ কৰা দেখা যায়।

কেইবাটাও সিৰা থকা ডাঙৰ গোটা আকৃতিৰ খাৰুবিধক কথৰিয়া-বন্দৰিয়া বুলি কোৱা হয়। এইবিধ খাৰুত গামখাৰুৰ দৰে পিন্ধিবলৈ কাটা বা শলখা ব্যৱহাৰ কৰা হয়। সাধাৰণতে ৰূপ বা ৰূপ-তাম মিশ্ৰিত কৰি তৈয়াৰ কৰা হয়। এইবোৰৰ উপৰি শাখা আৰু পলাৰ ব্যৱহাৰো দেখা যায়। নৱ বিবাহিতা নাৰীয়েহে ইয়াক গোত্ৰভেদে পৰিধান কৰে। শংখৰে তৈয়াৰী এই খাৰু ধকধকীয়া বগা। লগতে ৰঙা ৰঙৰ পলা নামৰ খাৰুবিধ পিন্ধা দেখা যায়।

গোত্ৰভেদে আৰু এবিধ খাৰুৰ প্ৰচলন আছে সেইবিধ লহাচুৰি। ই লোৰে নিৰ্মিত। এই চুৰি বিয়াৰ সময়ত নতুন কইনাক বিধান কৰি পিন্ধোৱা হয়। এই চুৰি স্বামীৰ বৰ্তমানত খোলা নিষেধ। স্বামীৰ মৃত্যু হ'লে এই চুৰি খুলি দিয়া হয়। ইয়াৰ আকাৰ আকৃতিও পিন্ধোতাৰ ৰুচিৰ ওপৰত নিৰ্ভৰশীল।

চুৰিৰ দৰে বাউসিতো এক প্ৰকাৰ অলংকাৰ পৰিধান কৰা দেখা যায়। এইবিধক বাজু বা বাহটাৰ বুলি কোৱা হয়। কিছুমান বিভিন্ন আকৃতি থকা খাৰুৰ দৰে আৰু কিছুমান ডিজাইন বা আকৃতিটোৰ লগত চেইনেৰে সংলগ্ন হৈ থাকে। বাহুত খাপ খাই থকা এইবিধ অলংকাৰ ৰূপেৰে তৈয়াৰ কৰা হয়। বিভিন্ন আকাৰ-আকৃতিয়ে পিন্ধোতাৰ ৰুচিবোধৰ চিনাকি দিয়ে।

হাতৰ লাহী আঙুলি কেইটাত তিৰবিৰাই থকা আঙঠি হ'ল এক জনপ্ৰিয় অলংকাৰ। আঙঠি পিন্ধি বেয়া পোৱা লোক হয়তো নায়েই। এই আঙঠিও সোণ, ৰূপ বা চান্দীত বাখৰ খটাই, মিনা কৰাই বিভিন্ন আকৃতিত গঢ়ি লোৱা হয়। কইনাৰ প্ৰধান অলংকাৰ হ'ল আঙঠি। কাৰণ দৰা-কইনাক আঙঠি পিন্ধায়েই বিয়া খাটাং কৰাৰ প্ৰথা এই জনগোষ্ঠীত প্ৰচলিত হৈ আছে। আঙঠি প্ৰধানকৈ হাতৰ অনামিকা আঙুলিত পিন্ধা হয় যদিও অন্য আঙুলিতো পিন্ধে। কিছুমানে ভৰিৰ আঙুলিতো আঙঠি পিন্ধে। এইবোৰক বিচ্ছুৱা বুলি কোৱা হয়। ইয়াৰ কাৰুকাৰ্য পিন্ধোতাৰ ৰুচিৰ ওপৰত নিৰ্ভৰ কৰে।

মহিলাসকলে নাকতো নানা প্ৰকাৰৰ অলংকাৰ পৰিধান কৰি নিজকে সজায়। সাধাৰণতে নাকত পিন্ধা গহনা হ'ল নাকফুলি। ই টপ্ বা ইয়েৰিঙৰ দৰে। নাকৰ উপৰিভাগত ফুটা বা বিন্ধা কৰি পিন্ধা হয়। নাকৰ দুই ফুটাৰ সংলগ্ন অংশতো ফুটা কৰি পিন্ধা অলংকাৰক নাকচি, লুলুক, মাক্‌ড়ি আদি নানা নামেৰে জনা যায়। এইবিধ অলংকাৰ



সোণ, ৰূপ বা তামেৰে তৈয়াৰ কৰা হয়। কিছুমান মিনাকৰা, কিছুমান বাখৰ খটোৱা। এইবোৰৰ উপৰি নথ নামৰ এবিধ অলংকাৰ পিন্ধা দেখা যায়। গোত্ৰভেদে এইবিধ গহনাৰ ৰূপ বা আকাৰ বিভিন্ন হোৱা দেখা যায়।

মূৰত বা সেওঁতাত পিন্ধা অলংকাৰবিধক কোৱা হয় ছিতাপাটী বা কপালী। এইবিধ অলংকাৰ কপাল আৰু সেওতাৰ মাজভাগলৈ সংলগ্ন হৈ থাকে। সোণ-ৰূপৰ উপৰি মণি-মুকুতা খটাই গঢ়া হয়। মূৰত মৰা বিভিন্ন অলংকাৰ ভিতৰত খঞ্চ, কাটা, কিলিপ ইত্যাদি। খঞ্চ কাটা বিভিন্ন আকৃতিৰ থাকে পাণপাত, ফুল, চৰাই, মাছ ইত্যাদিয়ে খোপাটোত যেনেদৰে সোণত সুৱগা চৰায় তেনেদৰে পিন্ধোতাৰ ৰুচিৰো পৰিচয় দিয়ে। এইবিধ গহনা ৰূপ বা চান্দীৰে তৈয়াৰ কৰা হয়। মূৰ চুলি সামৰি ৰাখিবলৈ বিভিন্ন আকৃতিৰ কিলিপ, খোপাত কাটা ব্যৱহাৰ কৰা হয়। এই কাটাবোৰ বিভিন্ন আকৃতিৰ বুট, ফল ইত্যাদি। এইবোৰে খোপাটো ধৰি ৰখাৰ উপৰি সৌন্দৰ্যবৰ্দ্ধনো কৰে।

ভৰিত পিন্ধা গহনাৰ ভিতৰত গড়মল, পয়ঁৰী, পায়েল আদিয়েই প্ৰধান। গড়মল গোল আৰু গোটা। ইয়াক ৰূপ-তাপ মিশ্ৰিত ধাতুৰে গঢ়া হয়। ঝুনুকা লগোৱা বিভিন্ন আকৃতিৰ সুন্দৰ ৰূপ বা চান্দীৰে নিৰ্মিত ভৰিত পিন্ধা গহনা হ'ল পয়ঁৰী। পঁয়ৰী মহিলাসকলৰ বৰ হেঁপাহৰ। পয়ঁৰীৰ বৰ্ণনা বিভিন্ন গীত-মাতত পোৱা যায়। সকলো বয়সৰ মহিলাই পায়েল আৰু পয়ঁৰী পিন্ধি ভাল পায়।

কঁকালত পিন্ধা গহনা হিচাপে কৰধনী বা কমৰদৰীৰ কথাকে ক'ব পাৰি। এইবিধ বিশেষকৈ সৰু ল'ৰা-ছোৱালীক পিন্ধোৱা হয়। ক'লা সূতাত কিছুমান মণি বা মাদলি আদিৰে সী বা গুঠি ইয়াক পিন্ধোৱা হয়।

দাঁত খুচৰিবলৈও দাঁত খোঁচনি ব্যৱহাৰ কৰা দেখা যায়। জোঙা আকৃতিৰ ৰূপ বা তাম মিশ্ৰিত এইবিধ কিছুমান মালাত গাঁঠি থয় যাতে সময়ত দাঁত খুচৰিব পাৰে।

চুলি সুলকি নাযাবলৈ টাৰচেল বা চন্তৰী ব্যৱহাৰ কৰা হয়। চুলিৰ মুঠা সৰহ আৰু দীঘল দেখাবলৈ এইবিধ ব্যৱহাৰ কৰা হয়। বিভিন্ন ৰঙৰ ফিটাৰে বান্ধি বা ৰবৰ মেৰিয়াই ইয়াৰ সৌন্দৰ্যবৰ্দ্ধন কৰা হয়। টাৰচেলক চুলদাৰ বুলিও কোৱা হয়।

সকলো নাৰীয়ে ব্যৱহাৰ কৰা বহু প্ৰচলিত গহনাবিধ হ'ল বিন্দী. শিশুৰ পৰা বৃদ্ধলৈ সকলোৱে ইয়াৰ ব্যৱহাৰ কৰে। সেন্দুৰেই হৈছে সধবা নাৰীৰ প্ৰতীক। ফোটটোৱে নাৰীৰ সৌন্দৰ্য বৃদ্ধিত সহায় কৰে।

সেন্দূৰ আৰু বিন্দীৰ দৰেই কাজলো নাৰীৰ অলংকাৰ। চকুৰ সৌন্দৰ্য বৃদ্ধিত ইয়াৰ অৱদান অপৰিহাৰ্য। কাজলক অঞ্জন বুলিও কোৱা হয়। কাজল সাধাৰণতে কাজললতি বা কাজললতা নামৰ এবিধ পাত্ৰত থোৱা হয়। ঘৰতে কাজল তৈয়াৰ কৰি লোৱা হয়।

এইবোৰৰ উপৰি নিজকে সজাই-পৰাই ক্ষান্ত নাথাকি স্থায়ীভাৱেও কিছুমান চিত্ৰ শৰীৰত অংকন কৰি লয়। শৰীৰৰ বিভিন্ন অংশত খদা বা টাটু অংকন কৰে। এই খদালোৱা প্ৰথা আদিম যুগৰে পৰা চলি আহিছে যদিও বৰ্তমান ফেশ্যনলৈ ৰূপান্তৰিত হৈছে। গোত্ৰ বা উপজাতি অনুসৰি খদা লোৱাৰ নিয়ম বেলেগ বেলেগ। খদাৰ উপৰি দুহাতত জেতুকাৰ ৰঙেৰে ৰাঙলি কৰি সৌন্দৰ্যপিপাসু মনৰ চিনাকি দিয়ে। জেতুকা যদিও ঔষধি গুণযুক্ত ই সৌন্দৰ্যৰ বাবেও বহু প্ৰচলিত।

কিছুমান লোকে গহনা গাঁঠৰিৰ উপৰি স্থায়ীভাৱে দাঁতত সোণ খটুৱাই লয়। আগদাঁত দুটাত সোণ লগাই নিজৰ স্বচ্ছল অৱস্থাৰ পৰিচয় দিয়াৰ উপৰি সৌন্দৰ্যপ্ৰিয় মনৰো নিদৰ্শন দাঙি ধৰে।

গহনা গাঁঠৰিসমূহত সোণ, ৰূপ বা চান্দীৰ ব্যৱহাৰ বেছি যদিও বৰ্তমান সোণৰ আকাশলংঘী দামৰ বাবে ৰূপৰহে প্ৰচলন বেছি। তাম বা অন্যান্য ধাতুৰ প্ৰচলনো দেখা যায়। বাখৰ খটোৱা, মিনাকৰা, মণি-মুকুতা খচিত গহনাৰ জনপ্ৰিয়তা আটাইতকৈ বেছি।

বৰ্তমান চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজতো আধুনিকতাৰ প্ৰভাৱ পৰিছে। পুৰণিৰ লগতে নতুনৰ সংমিশ্ৰণে নিসন্দেহে এই অলংকাৰসমূহে সোণত সুৱগা চৰাব। ■



# সাহিত্য

# অসম সাহিত্য সভা আৰু অসমৰ চাহ জনগোষ্ঠী

**বিনন্দ বৰুৱা**

অসম সাহিত্য সভাই অসমৰ সকলো থলুৱা জাতি জনগোষ্ঠীৰ লোকৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উত্তৰণৰ হকে যথেষ্ট কাম কৰি আহিছে। সেইসকলৰ ভিতৰত অসমৰ চাহ জনগোষ্ঠীও অসমৰ জাতীয় জীৱনৰ অন্যতম। এইসকল অসমতে থাকি আজি হাড়ে-হিমজুৱে অসমীয়া। চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ উপৰি সেইসকলৰ আৰ্থ সামাজিক দিশৰ কথা আৰু উল্লেখযোগ্য। চাহশিল্প, চাহ জনগোষ্ঠীৰ বিভিন্ন দিশ সম্পৰ্কত অসম সাহিত্য সভাই ভালেমান গ্ৰন্থ প্ৰকাশ কৰিছে। এইয়া অসমীয়া ভাষা-সাহিত্যৰ বাবে অতি উৎসাহজনক কথা। অসম সাহিত্য সভাই বৰ্তমানলৈকে প্ৰকাশ কৰা সকলো গ্ৰন্থৰ তালিকা তথা গ্ৰন্থসমূহৰ সম্পৰ্কত অভিমত দিয়া এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। অৱশ্যে আমাৰ এই লেখাত ১৯৬০ চনৰ পৰা অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থসমূহৰ কিছু উল্লেখহে কৰিবলৈ প্ৰয়াস কৰা হৈছে।

'চাহ বাগিচাৰ বনুৱা' শীৰ্ষক অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থখনৰ লেখক হ'ল নকুল চন্দ্ৰ ভূঞা। ভূঞাই লিখা এই গ্ৰন্থখনি ১৯৬০ চনতে প্ৰকাশ পাইছিল। সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক আছিল সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী। গোস্বামী ১৯৮০ চনত অসমৰ নগাঁও জিলাৰ বৰহাত অনুষ্ঠিত শ্ৰীমন্ত শংকৰদেৱ ক্ষেত্ৰত অসম সাহিত্য সভাৰ সপ্তচত্বাবিংশ অধিৱেশনৰো সভাপতি আছিল। আনহাতে গ্ৰন্থখনৰ লেখক নকুল চন্দ্ৰ ভূঞা ১৯৬৬ চনত ডিচেম্বৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুঃত্ৰিংশ অধিবেশনৰ সভাপতি আছিল। অসমৰ ভালেকেইখন চাহ বাগিচাত উচ্চপদস্থ চাকৰি কৰি অভিজ্ঞতাৰে লিখা গ্ৰন্থখন ৭৮ পৃষ্ঠাৰ। লেখক ভূঞাই এই গ্ৰন্থত অসমৰ চাহ বাগিচাবিলাকত বিভিন্ন পৰ্যায়ৰ চাকৰি কৰি থকা ব্যক্তিসকলৰ আৰু চাহ বাগিচাৰ বনুৱাসকলৰ আদি ঠাই ক'ত আছিল সেই দিশত আলোকপাত কৰাৰ লগতে ভূঞাই

অভিজ্ঞতাৰে পৰিপুষ্ট হৈ চাহপুলি ৰোৱাব ব্যৱস্থা, কলম দিয়া আদিৰ দিশতো আলোকপাত কৰিছে।

'চাহ বাগিচাৰ অসমীয়া' শীৰ্ষক প্ৰায় দুকুৰি পৃষ্ঠাৰ ভিতৰত লিখা কিতাপখনৰ লেখক হ'ল গোলাপ খাউণ্ড। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ থকা কালতে ১৯৬৭ চনত প্ৰথম প্ৰকাশ কৰিছিল।

১৯৭৪ চনত ড° নগেন শইকীয়া অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থকা সময়তে ডিব্ৰুগড়ৰ ৰুক্মধৰ গোহাঞিৰ 'কৰম পূজা আৰু ঝুমইৰ গীত' নামৰ ৭০ পৃষ্ঠীয়া এখন গ্ৰন্থ অসম সাহিত্য সভাই প্ৰকাশ কৰে। উক্ত পুথিখন নাৰায়ণ ঘাটোৱাৰে দিয়া পৰামৰ্শ অনুযায়ী পাণ্ডুলিপিটো প্ৰফুল্ল ভট্টাচাৰ্য, যতীন্দ্ৰনাথ গোস্বামী আৰু ডক্টৰ মহেন্দ্ৰ বৰাই চাই-চিতি দিয়াৰ পাছত উক্ত গ্ৰন্থখনি সভাই প্ৰকাশ কৰে বুলি প্ৰকাশক ড° শইকীয়াই লিখিছে। গ্ৰন্থখনত 'কৰম পূজা' (পৰব)ৰ আঁতিগুৰি হুবহু দিয়া হৈছে আৰু লগতে উক্ত পৰবৰ লগত জড়িত চাহ জনগোষ্ঠীয় সমাজৰ জাতিগত পৰিচয় এটি দিয়াতো লেখক কৃতকাৰ্য হৈছে বুলি নাৰায়ণ ঘাটোৱাৰে মন্তব্য প্ৰকাশ কৰিছে। গ্ৰন্থখনি কেঁচা বন্ধা।

বিশিষ্ট সাহিত্যিক নাৰায়ণ ঘাটোৱাৰে লিখা 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি' নামৰ ৫৬ পৃষ্ঠীয়া কেঁচা বন্ধা গ্ৰন্থখনি অসম সাহিত্য সভাই প্ৰকাশ কৰে সভাৰ প্ৰধান সম্পাদক সেই সময়ৰ ড° নগেন শইকীয়াদেৱে। গ্ৰন্থখনৰ প্ৰধান সম্পাদকৰ ক'বলগীয়াত তেওঁ লিখিছে 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি'ৰ লেখক নাৰায়ণ ঘাটোৱাৰ চাহ বাগিচাৰ অসমীয়া সমাজৰ পৰা ওলাই অহা এগৰাকী শক্তিশালী অসমীয়া লেখক। ঘাটোৱাৰ ১৯৬৬ চনৰ পৰা অসম সাহিত্য সভাৰ লগত ওতপ্ৰোতভাৱে জড়িত। উক্ত গ্ৰন্থখনৰ লেখক নাৰায়ণ ঘাটোৱাৰে লেখকৰ দুআষাৰত লিখিছে— 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি' নামৰ কিতাপ এখন ডিব্ৰুগড়ৰ বৰপথাৰ সাহিত্য সমাজে প্ৰকাশ কৰি সাহিত্য সাধক আৰু পাঠক-পাঠিকাৰ লগত মোক পৰিচয় কৰাই দিয়ে। উক্ত কিতাপখন প্ৰকাশ হৈ ওলোৱাৰ পিছতো অসমৰ বিশেষকৈ চাহ বনুৱা সমাজৰ সাংস্কৃতিক জীৱনৰ বিষয়ে লিখা আন কেইবাটাও প্ৰবন্ধ কাকতে পত্ৰই প্ৰকাশ হৈ গৈছে। তাৰো কেইটামান বচা বচা প্ৰবন্ধ সংযোগ কৰি পৰিবৰ্ধিত আকাৰত উলিয়াবলৈ মনত এটা অদমনীয় ইচ্ছা বহুত দিনৰ পৰা পোষণ কৰি আছিলোঁ।'

১৯৭৭ চনত বিশিষ্ট সাহিত্যিক দেউৰাম তাছাৰ চাহ বাগানৰ বনুৱাৰ মাজত প্ৰচলিত সাধু কিতাপ এখন প্ৰকাশ পায় বুলি জনা হয় যদিও গ্ৰন্থখন সময়মতে নোপোৱাত সেই দিশত আলোকপাত কৰিব পৰা নহ'ল। আনহাতে ১৯৭৮ চনত বিশিষ্ট গৱেষক,



চাহবিজ্ঞানী যোৰহাটৰ ড° দীননাথ বৰুৱাই লিখিছিল 'চাহৰ কথা।' উক্ত দুয়োখন গ্ৰন্থ অসম সাহিত্য সভাই প্ৰকাশ কৰিছিল যদিও সময়ত উক্ত গ্ৰন্থখনিও আমাৰ হাতত নপৰিল।

দেউৰাম তাছাই লিখা 'চাহ বাগিচাৰ পূজা পৰব' শীৰ্ষক ৯০ পৃষ্ঠাৰ কেঁচাবন্ধা কিতাপ এখনি অসম সাহিত্য সভাই প্ৰকাশ কৰে। বিশিষ্ট সাহিত্যিক গৱেষক তথা অসম সাহিত্য সভাৰ ১৯৯৭ চনৰ ফেব্ৰুৱাৰীত অনুষ্ঠিত বিলাসীপাৰা অধিৱেশনৰ লগতে পুনৰবাৰ ১৯৯৮ চনৰ ২৪ মাৰ্চৰ পৰা অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুঃষষ্ঠিতম হাওৰাঘাট (কিৰাত আক্ৰাম) অধিৱেশনৰ সভাপতি ড° নগেন শইকীয়াই অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰোঁতে ১৯৮১ চনত এই গ্ৰন্থখনি প্ৰকাশ পাইছিল। উক্ত গ্ৰন্থখনিৰ দিশত বিশিষ্ট লেখকগৰাকীয়ে গ্ৰন্থখনিৰ আগকথাত লিখিছে— 'ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ পৰা বিভিন্ন সংস্কৃতি কঢ়িয়াই অনা চাহ জনগোষ্ঠীৰ লোকসকলে নিজকে চাহ বাগিচাৰ অসমীয়া বুলি কৈ গৌৰৱবোধ কৰে যদিও সিবিলাকৰ মাজত প্ৰচলিত থকা বিভিন্ন সাংস্কৃতিক অনুষ্ঠান, পূজা-পৰব আদিৰ সম্যক পৰিচয় আজিও অনা-মজদুৰসকলৰ মাজত অবিদিত হৈ আছে। সেয়ে এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি সাপ্তাহিক জনমভূমিৰ ছত্ৰছায়াত 'চাহ বাগিচাৰ সংস্কৃতি' নামকৰণেৰে এলানি প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিছিলোঁ। এনে সময়ত অসম সাহিত্য সভায়ো (৭৮) বিভিন্ন দিশ সামৰাকৈ এই সমাজৰ পুথি এখন যুগুতাই দিবলৈ দায়িত্ব দিয়ে। সীমিত জ্ঞান আৰু সীমিত সমল লৈয়েই পুথিখন যুগুতাই উলিওৱা হ'ল যদিও নিখুঁত আৰু পৰিপূৰ্ণ ৰূপ দিব পাৰিছোঁ বুলি দাবী কৰাৰ সাহস কৰা নাই।' উক্ত গ্ৰন্থখনিৰ সম্পৰ্কত বিশিষ্ট সাহিত্যিক ড° নগেন শইকীয়াই অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক তথা গ্ৰন্থখনৰ প্ৰকাশক হিচাপে লিখিছে এনেধৰণে— 'অসমৰ চাহ বাগিচাত কাম কৰিবলৈ আহি থিতাপি লোৱা এইসকল লোক অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগত পৰিণত হ'ল। এই লোকসকলক অনেকেই চাহ বনুৱা বা চাহ মজদুৰ বুলি ক'লেও অসম সাহিত্য সভাই 'চাহ বাগিচাৰ অসমীয়া' বুলি ক'বলৈহে ভাল পায়। আধুনিক অসমীয়া ভাষাত চাহ বাগিচাৰ অসমীয়াসকলৰ মুখৰ অনেক শব্দই যিদৰে স্থান লাভ কৰিছে, ঠিক তেনেদৰে তেওঁলোকৰ সাংস্কৃতিক সম্পদসমূহেও অসমৰ লোক সংস্কৃতি চহকী কৰি তুলিছে। চাহ বাগিচাৰ কামৰ পৰা অব্যাহতি লোৱা মজদুৰসকলে অন্যান্য অসমীয়া গাঁওবাসীৰ দৰে গাঁও পাতি বসবাস কৰিছে আৰু অসমীয়া সমাজ জীৱনৰ লগত মিলি গৈছে। পুৰণি অসমীয়া সমাজৰ সংৰক্ষণশীলতা ইতিমধ্যে ভাগি গৈছে আৰু শিক্ষিত সমাজে চাহ বাগিচাৰ অসমীয়াসকলক নিজৰ মাজত সম্পূৰ্ণকৈ সামৰি লৈছে। অজ্ঞতাবশতঃ

কোনোবাই যদি এতিয়াও পার্থক্য ৰাখিছে সেইখিনি আঁতৰোৱাৰ বাবে শিক্ষিত আৰু সচেতনসকলে দায়িত্ব গ্ৰহণ কৰিব লাগিব। তদুপৰি তেওঁলোকৰ সমস্যাক নিজৰ সমস্যা হিচাপে ল'ব লাগিব আৰু শিক্ষাহীনতা আৰু অস্বাস্থ্যকৰ পৰিৱেশৰ পৰা মুক্ত কৰিব লাগিব।

অসম সাহিত্য সভাই ইতিপূৰ্বে চাহবাগিচাৰ অসমীয়াসকলৰ পৰিচয় জ্ঞাপক কেইবাখনিও পুথি প্ৰকাশ কৰিছে। চাহ বাগিচাৰ বনুৱা, সেউজী পাতৰ মাজে মাজে, চাহবাগিচাৰ অসমীয়া বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি, চাহ বাগিচাৰ মাজত প্ৰচলিত সাধু আৰু কৰম পূজা আৰু ঝুমইৰ গীত প্ৰকাশ কৰি উলিয়াইছে। ১৯৮০-৮১ চনৰ প্ৰকাশন আঁচনিত চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়ৰ মাজৰ পৰা ওলাই অহা দুগৰাকী প্ৰতিষ্ঠা লাভ কৰা অসমীয়া লেখক সুশীল কুৰ্মীৰ 'চাহ বাগিচাৰ কথা' আৰু দেউৰাম তাছাৰ 'চাহ বাগিচাৰ পূজা পৰ্ব্ব' অৰ্ন্তভুক্ত কৰি লোৱা হয়। অসম সাহিত্য সভাৰ লগত নিবিড়ভাবে জড়িত দেউৰাম তাছাই 'চাহ বাগিচাৰ পূজা পৰ্ব্ব' গ্ৰন্থখনি যুগুতাই দিয়ে।

দেখা গৈছে তাছাৰ উক্ত গ্ৰন্থখনিত চাহ বাগিচাৰ পূজা পৰ্ব্ব হিচাপে এইখিনি উছৱৰ কথা আলোকপাত কৰিছে। উছৱসমূহ হ'ল— কৰম পূজা, পুষ পৰ্ব্ব আৰু টুচু পূজা, গৰয়া পূজা বা সাঁহৰাই পৰ্ব্ব, গ্ৰাম পূজা, ফাগুৱা পৰ্ব্ব, ফুচপুনী মাৰ পূজা, বৰ পাহাৰী পূজা, বীৰ পূজা, চাৰুল পূজা, কুৰাল বাগদেই পূজা, সূৰ্যাহী পূজা, ক্ষেত্ৰ পূজা, প্ৰথম মাঘৰ অনুষ্ঠান, দুৰ্গা পূজা, মনসা পূজা, কুকুৰা যুঁজ, মংলা পূজা, কালী পূজা আৰু দেৱালী উছৱ, ধৰম পূজা, শাস্ত্ৰাচাৰ পদ্ধতিৰ কিছু পূজা-পাৰ্বণ, মাড়াল প্ৰথা, আন আন পূজা, নৱজাতকৰ বিধি পালন, মৃতকৰ সৎকাৰ পদ্ধতিৰ কিছু কথা, বিবাহৰ কেইটামান দিশ, পৰিশিষ্ট। আমাৰ অনুভৱ তাছাই উল্লেখ কৰা তথ্যসমূহ যথেষ্ট গুৰুত্বপূৰ্ণ আৰু প্ৰত্যেকটো উছৱৰ দিশত একোজন ব্যক্তিক সম্যক জ্ঞান লভাত লেখাসমূহে যথেষ্ট সম্বল যোগাব।

অসম সাহিত্য সভাৰ বৰ্তমানৰ এগৰাকী বিষয়ববীয়া বিশিষ্ট সাহিত্যিক প্ৰহ্লাদ চন্দ্ৰ তাছাৰ 'চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা'। ১৯৮১ চনতে প্ৰকাশ কৰা এই গ্ৰন্থখনি ৪৭ পৃষ্ঠাৰ। অসম সাহিত্য সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক আছিল বিশিষ্ট সাহিত্যিক দুৰ্গেশ্বৰ শৰ্মা। এই গ্ৰন্থখনিৰ লেখক তাছাই গ্ৰন্থখনিত 'লেখকৰ দুআষাৰ' শীৰ্ষক কথাৰ পৰা জনোৱামতে উক্ত গ্ৰন্থত সন্নিৱিষ্ট কৰা প্ৰবন্ধ-ৰাজি প্ৰয়োজনৰ তাগিদাত বিভিন্ন সময়ত লিখা। অসম সাহিত্য সভাই "চাহ শ্ৰমিকসকলৰ সাংস্কৃতিক জীৱনৰ পৰিচয়" শীৰ্ষক গ্ৰন্থ এখনি প্ৰকাশৰ অৰ্থে লেখকক অনুৰোধ কৰা মৰ্মেই "চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা" নামৰ গ্ৰন্থখনি প্ৰকাশ পায়।



এই গ্ৰন্থখনিৰ প্ৰকাশক দুৰ্গেশ্বৰ শৰ্মাই 'প্ৰধান সম্পাদকৰ কথাত' লিখিছে— 'অসম সাহিত্য সভাই ইতিমধ্যে চাহ বাগিচাৰ অসমীয়াসকলৰ বিষয়ে কেইবাখনিও গ্ৰন্থ প্ৰকাশ কৰিছে। সেইবোৰৰ ভিতৰত 'চাহ বাগিচাৰ বনুৱা', 'সেউজী পাতৰ মাজে মাজে', 'চাহ বাগিচাৰ অসমীয়া', 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি', 'চাহ বাগিচাৰ মাজত প্ৰচলিত সাধু', 'কৰম পূজা আৰু ঝুমুৰ গীত', 'চাহ বাগিচাৰ কথা', 'চাহ বাগিচাৰ পূজা পৰ্ব্ব আদি বিশেষভাৱে উল্লেখযোগ্য।'

অসম সাহিত্য সভাই ১৯৮১-৮২ চনতো গ্ৰন্থ প্ৰকাশ আঁচনি অনুসাৰে চাহ বাগিচাৰ অসমীয়া জীৱন আৰু সংস্কৃতি সম্পৰ্কে কেইখনমান পুথি প্ৰকাশৰ ব্যৱস্থা গ্ৰহণ কৰিছে। 'চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা' সভাৰ গ্ৰন্থ প্ৰকাশ আঁচনিৰ অৰ্ন্তভুক্ত পুথি। গ্ৰন্থখনি যুগুতাই দিয়ে বিশিষ্ট সাহিত্যিক প্ৰহ্লাদ চন্দ্ৰ তাছাই।

গ্ৰন্থখনিত গ্ৰন্থাকাৰে সন্নিৱিষ্ট কৰা প্ৰবন্ধসমূহ হ'ল, চাহ বাগিচাত প্ৰচলিত গ্ৰামপূজা, চাহ শ্ৰমিকসকলৰ বিবাহ পদ্ধতি, চাহ শ্ৰমিক জীৱনত ভাদ মাহৰ প্ৰভাৱ, দুৰ্গাপূজা আৰু চাহশ্ৰমিক জনজীৱন, চাহ শ্ৰমিক সমাজত তুলসী পূজাৰ প্ৰচলন, অন্য এক পৰ্ব্ব চহৰাই, দেৱীৰূপে পূজিতা টুচু, চাহ বাগিচাৰ ফাগুৱা পৰ্ব্ব, চাহ শ্ৰমিকৰ সাধুকথা। প্ৰৱন্ধৰ কলেৱৰ বৃদ্ধি হোৱাৰ ভয়ত অৱশ্যে প্ৰৱন্ধসমূহৰ দিশত আলোকপাত কৰিব পৰা নগ'ল।

বিশিষ্ট সাহিত্যিক সুশীল কুৰ্মীয়ে লিখা 'চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়' শীৰ্ষক গ্ৰন্থখনি ১৯৮৩ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰে। ৫৪ পৃষ্ঠাৰ কেঁচাবন্ধা কিতাপখন প্ৰকাশ পাইছিল অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰা সময়তে। বৰ্তমানলৈকে সুশীল কুৰ্মীৰ অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থসমূহ হ'ল— চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়, চাহ বাগিচাৰ কথা, চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি, চাহ গছৰ মাজে মাজে। উক্ত গ্ৰন্থখনত লেখকৰ একাষাৰত সুশীল কুৰ্মীয়ে আন কথাৰ মাজতে কৈছে— 'অসমীয়া সমাজৰ লগত সমন্বয়ৰ সাঁকো ৰচিত হৈছে। অসমীয়া, অনা অসমীয়া, চাহ মজদুৰ, অনা চাহ মজদুৰ ইয়াৰ সুমধুৰ সমন্বয় দেখি ক'বলৈ বাধ্য যে দুয়োখন সমাজ যেন দুয়োৰে পৰিপূৰক। এটাক বাদ দি আনটো পূৰ্ণাংগ বুলি ক'ব নোৱাৰি। যেন এটা টকাৰ দুটা পিঠি।' আমি ভাৱো গ্ৰন্থখনৰ প্ৰকাশক তথা সেই সময়ৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়াই লিখা এষাৰ কথা উল্লেখ কৰা ভাল হ'ব। 'অসম সাহিত্য সভাই ইতিপূৰ্বে কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰি আমাৰ চাহ বাগিচাৰ অসমীয়াসকলৰ সামাজিক জীৱন আৰু সাংস্কৃতিক জীৱনৰ পৰিচয় দাঙি

ধৰিছে। গ্ৰন্থখনিত প্ৰকাশিত প্ৰবন্ধৰাজি হ'ল— সমন্বয়,ভাষা আৰু শিক্ষা, সাহিত্য আৰু সংস্কৃতি, অসমৰ স্বাৰ্থই চাহ মজদুৰৰ স্বাৰ্থ, চাহ মজদুৰৰ সাম্প্ৰতিক মনোভাৱ, শীৰ্ষক প্ৰবন্ধৰাজিয়ে গ্ৰন্থখনিৰ যি নামভূমিকা তাত অভূতপূৰ্বভাৱে সহায় কৰিছে।'

এইগৰাকী লেখকৰে ৬৮ পৃষ্ঠাৰ আন এখন গ্ৰন্থ 'চাহ বাগিচাৰ কথা' অসম সাহিত্য সভাই ১৯৮১ চনত প্ৰথম সংস্কৰণ আৰু ১৯৯০ চনত দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰিছে। অসম সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক আছিল সতীশ চন্দ্ৰ চৌধুৰী। প্ৰধান সম্পাদকৰ একাষাৰত লিখিছে— "অসম সাহিত্য সভাই শিশুৰ উপযোগী গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত বিশেষ অগ্ৰাধিকাৰ দি আহিছে। ইতিমধ্যে সভাই চাহ বাগিচাৰ অসমীয়াসকলৰ ভালেসংখ্যক পৰিচয়জ্ঞাপক গ্ৰন্থ প্ৰকাশ কৰিছে। সেই গ্ৰন্থসমূহৰ ভিতৰত 'চাহ বাগিচাৰ কথা' গ্ৰন্থখনো অন্যতম।"

"চাহ গছৰ মাজে মাজে" সুশীল কুৰ্মিৰ ১৪০ পৃষ্ঠাৰ পকাবন্ধাকৈ আন এখন গ্ৰন্থ অসম সাহিত্য সভাই ২০০৮ চনত প্ৰকাশ কৰিছে। প্ৰধান সম্পাদক ড° প্ৰদীপ ভূঞাই প্ৰধান সম্পাদকৰ একাষাৰত লিখিছে গ্ৰন্থখনিত সন্নিৱিষ্ট ২৬ টা প্ৰবন্ধৰ সম্পৰ্কত এনেদৰে, 'গ্ৰন্থখনিত অসমৰ চাহশিল্প, চাহ বাগিচাৰ সম্পৰ্কত অধ্যয়নপুষ্ট লেখাৰ লগতে লেখকে চাহগোষ্ঠীৰ ভাষা-সাহিত্য, কৃষ্টি সংস্কৃতিৰ ওপৰত দৃষ্টিপাত কৰি গৱেষণামূলক প্ৰবন্ধ সন্নিৱিষ্ট কৰা হৈছে। আদিবাসীসকলৰ অন্যতম চাহ জনগোষ্ঠীয় কৃষ্টি-সংস্কৃতিৰ বিকাশৰ ওপৰতো আলোকপাত হোৱা সুশীল কুৰ্মীৰ এই গ্ৰন্থখনিত উক্ত জনগোষ্ঠীৰ ৰাইজৰ আৰ্থসামাজিক দিশৰ ওপৰতো পৰ্যালোচনা হৈছে।'

গ্ৰন্থখনিৰ প্ৰথম প্ৰবন্ধৰ দুৱাৰ লেখকৰ মনৰ কথাৰে জনাইছে— 'বাহিৰৰ পৰা দেখা ধুনীয়া চাহ বাগিচাবোৰৰ ভিতৰ চ'ৰা সিমান ধুনীয়া নহয়। শোষণ যন্ত্ৰই এই ধুনীয়াক লেতেৰা কৰি তুলিছে। ভিতৰৰ কাৰুকাৰ্যবোৰ চালে মূৰে-কপালে হাত দিব লগা হয়। যিকোনো শোষণ তোষণৰ পৰা চাহ বাগিচাবাসীক মুক্ত কৰি ৰাখিবৰ কাৰণে কিমান মজদুৰ সংগঠন আছে? মজদুৰ দৰদী সেৱকৰ দ্বাৰা পৰিচালিত এই সংগঠনবোৰ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ৰাজনীতিৰ মেৰপাকত আৱেষ্টিত। *INTUC*-ৰ অন্তৰ্গত এই সংগঠনবোৰৰ পৰা চাহ জনগোষ্ঠীৰ লোকসকলে যি আশা কৰিছিল সেই আশা কাৰ্যক্ষেত্ৰত নোহোৱাত ক্ষোভ আৰু হতাশাৰ সৃষ্টি হৈছে।'

ভালেমান উচ্চ আদৰ্শ আৰু প্ৰেৰণাৰে পৰিপুষ্ট সুশীল কুৰ্মীৰ গ্ৰন্থখনিয়ে আমাক চিন্তাৰ খোৰাক যোগাইছে।

'চাহ বাগিচাৰ জাতি-জনজাতি' বিশিষ্ট সাহিত্যিক দেউৰাম তাছাৰ ১৭৬ পৃষ্ঠাৰ এখন গ্ৰন্থ অসম সাহিত্য সভাই ১৯৮৬ চনত প্ৰকাশ কৰে। সভাৰ প্ৰধান সম্পাদক



ড° অমল ৰাজখোৱা। গ্ৰন্থখনিৰ সম্পৰ্কত প্ৰকাশক ৰাজখোৱাদেৱে লিখিছে— 'লেখক দেউৰাম তাছাৰ এইখন তেখেতৰ পৰিশ্ৰমৰ মাজেদি লেখা গ্ৰন্থ। অসমৰ বিভিন্ন প্ৰান্তৰত থকা বাগিচাসমূহত ভ্ৰমণ কৰি, তাত কাম কৰা জাতি জনজাতিসমূহৰ সামাজিক জীৱন পদ্ধতি অধ্যয়ন কৰি অভিজ্ঞতা সম্পন্নতাৰে এই গ্ৰন্থ লেখা হৈছে। বিভিন্ন গোষ্ঠীৰ জীৱন পদ্ধতি আলোচনা কৰাৰ বাবে আৰু নতুন তথ্যৰ সন্ধান দিবৰ বাবে গ্ৰন্থখন গৱেষণাৰ হাতপুথি হ'ব পাৰে বুলি আমাৰ ধাৰণা। গৱেষক, অনুসন্ধানকাৰী আৰু অধ্যয়নকাৰীয়ে এই গ্ৰন্থৰ পৰা কিছু উপকাৰ পালেই গ্ৰন্থকাৰ আৰু অসম সাহিত্য সভাৰ সাৰ্থকতা প্ৰকাশ পাব বুলি ভাবো। অসম সাহিত্য সভাই ইতিমধ্যে চাহ বাগিচাৰ অসমীয়াসকলৰ বিভিন্ন বিষয়ত ভিত্তি কৰি কেইবাখনো পুথি প্ৰকাশ কৰিছে।'

এই গ্ৰন্থখনিৰ লেখক দেউৰাম তাছাই লেখকৰ একাষাৰত লিখিছে— 'চাহ বাগিচাৰ জাতি-জনজাতিৰ বিষয়ে থূপতে পাব পৰা নিৰ্ভৰশীল কোনো পুথি-পাঁজি আদি নথকাত অশেষ শ্ৰম আৰু অৰ্থ ব্যয় কৰি সময় আৰু সুযোগ বুজি ডলাৰ বগৰীৰ দৰে ইঠাই সিঠাই ঘূৰি ফুৰি ব্যক্তিগতভাৱে ভালে কিছুমান জাতিৰ সাংস্কৃতিক কৰ্মকাণ্ডৰ 'চলতি' ৰূপৰ লেচেৰি বুটলিহে পুথিখন যুগুতাই তুলিব পাৰিলোঁ। অৱশ্যে স্বীকাৰ কৰিছোঁ, বুৰঞ্জীবিদৰ দৃষ্টিৰে চালে এইখন আচল বুৰঞ্জী-সাহিত্য কেতিয়াও হ'ব নোৱাৰে। কিন্তু এই কথা অন্ততঃ সঁচা হ'ব যে একেলগে ইমানবোৰ জাতি-জনজাতিৰ মাজত লুকাই থকা বহুতো অজান কথা পোহৰলৈ অনাত যৎকিঞ্চিতভাৱে হ'লেও পৰিচয় মালাৰ শিতানত এটা প্ৰাথমিক স্তৰ গঠনত সাহায্য দিব পাৰিছোঁ।'

'চাহবাগিচাৰ জাতি-জনজাতি' গ্ৰন্থখনত দেউৰাম তাছাই বিভিন্ন চাহ বাগিচাবোৰত বসবাস কৰা ৭০ টা চাহ বাগিচাৰ জাতি-জনজাতিৰ কোনটো সম্প্ৰদায়ৰ পূৰ্বৰ ঘৰ ক'ত আছিল, সেইসকলৰ আচাৰ-ব্যৱহাৰ, সেইসকলৰ সামাজিক নীতি-নিয়ম, যিধৰণে পালন কৰে তাৰো আভাস দিয়াৰ প্ৰচেষ্টা কৰিছে। বিশেষকৈ লেখক তাছাই নিজেই লিখিছে অশেষ শ্ৰম কৰি বিভিন্ন চাহ বাগিচাত গৈ তথ্য সংগ্ৰহ কৰি গ্ৰন্থখন লিখিছে। ভালেমান জাতিৰ সংস্কৃতি কৰ্মকাণ্ডৰ আভাস পাঠকক দিবলৈ যি আন্তৰিক প্ৰচেষ্টা কৰিছে সেয়া প্ৰশংসনীয়। আনহাতে লেখকে নিজেও জনাইছে যে এইখন হয়তো আচল বুৰঞ্জী সাহিত্য কেতিয়াও হ'ব নোৱাৰে। লেখকগৰাকীৰ যি স্পষ্টবাদিতা আৰু মনৰ খোৰাক মুকলিকৈ আমাক জনাইছে তাৰবাবে শ্ৰদ্ধা জনাইছোঁ।

'চাহ জনজাতিৰ কিম্বদন্তী' বিশিষ্ট সাহিত্যিক গণেশ চন্দ্ৰ কুৰ্মিৰ এই গ্ৰন্থখনি অসম সাহিত্য সভাই ১৯৯৭ চনত প্ৰকাশ কৰে। গ্ৰন্থখনিৰ আগকথাত সেই সময়ৰ সভাপতি বিশিষ্ট সাহিত্যিক ড° লক্ষ্মীনন্দন বৰাই লিখিছে, 'অসমীয়া ভাষা-সাহিত্য-

সংস্কৃতি বিষয়ক মূল্যবান গ্ৰন্থৰাজি প্ৰকাশৰ জৰিয়তে ভাষা জননীৰ সেৱা কৰাতো জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ অন্যতম ঘোষিত উদ্দেশ্য। এই পৰ্যন্ত কেইবাশও গ্ৰন্থ প্ৰকাশেৰে সভাই ইয়াৰ বাঞ্ছিত লক্ষ্যৰ অভিমুখে বহুদূৰ আগুৱাই গৈছে। সেয়ে হ'লেও গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত আত্মসন্তুষ্টি লভিব পৰা অৱস্থা এটা আহিবলৈ এতিয়াও অনেক বাকী আছে। যিবোৰ গুৰুত্বপূৰ্ণ বিষয়ত অসমীয়া ভাষাত এতিয়াও কিতাপ ছপা হৈ ওলোৱা নাই, তেনেবোৰ ক্ষেত্ৰ চিনাক্ত কৰি অসম সাহিত্য সভাই একোখন প্ৰকাশন আঁচনি যুগুতাই লৈ তাক বাস্তৱ ৰূপ দিবৰ প্ৰয়াস কৰে। সাম্প্ৰতিক কালত গ্ৰন্থ প্ৰকাশ কাৰ্য ব্যয়সাধ্য হৈ উঠাৰ হেতু সভাৰ প্ৰকাশন আঁচনি যে কিছু স্তিমিত হৈ পৰিছে তাক অস্বীকাৰ কৰিব নোৱাৰি। এনে পৰিস্থিতিত অসম সাহিত্য সভাই প্ৰকাশন কাৰ্য অব্যাহত ৰাখিবলৈ ৰাজ্যৰ প্ৰধান চৰকাৰী/ বেচৰকাৰী ব্যৱসায়িক তথা উদ্যোগিক প্ৰতিষ্ঠানসমূহৰ উদাৰ অৰ্থ সাহায্যৰ বাবে আহ্বান জনাইছে। সভাৰ এই আহ্বানৰ প্ৰতি সঁহাৰি দিয়া এটি প্ৰসিদ্ধ প্ৰতিষ্ঠান হৈছে মেক্‌ল্যাও ৰাছেল (ইণ্ডিয়া) লিমিটেড। এই প্ৰখ্যাত চাহ কোম্পানীটোৰ আৰ্থিক অনুদানেৰে চলিত বছৰত চাহ বাগিচাৰ জীৱনৰ সৈতে নিবিড়ভাৱে জড়িত দুটি বিষয়ৰ দুখনি বহুমূলীয়া পুথি প্ৰকাশ কৰা সম্ভৱ হৈ উঠিল। ইয়াৰ অন্যতম হৈছে লোকসংস্কৃতিৰ বিশিষ্ট গৱেষক গণেশ চন্দ্ৰ কুৰ্মিৰ 'চাহ জনজাতিৰ কিম্বদন্তী' শীৰ্ষক গ্ৰন্থখনি। কুৰ্মিয়ে অশেষ শ্ৰমেৰে সংগ্ৰহ কৰা চাহ জনজাতি সম্প্ৰদায়ৰ এই এমুঠি সাধুকথাই সকলো শ্ৰেণীৰ পাঠককে ৰসাস্বাদন কৰাবলৈ সমৰ্থ হ'ব বুলি আশা কৰিলোঁ।

গণেশ চন্দ্ৰ কুৰ্মিৰ এই গ্ৰন্থখনত ২৭ টা চাহ জনগোষ্ঠীয় সম্প্ৰদায়ৰ সাধুকথা সন্নিৱিষ্ট হৈছে। ১১৮ পৃষ্ঠাৰ পকাবন্ধা গ্ৰন্থখনিয়ে পাঠকৰ মনৰ খোবাক যোগাবলৈ সমৰ্থ হ'ব বুলি আমাৰো আশা।

'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি' বিশিষ্ট সাহিত্যিক সুশীল কুৰ্মীৰ ১১৭ পৃষ্ঠাৰ অন্যতম গ্ৰন্থ। ১৯৯১ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থখনৰ পাতনিত প্ৰখ্যাত চাহশ্ৰমিক নেতা বিজয় চন্দ্ৰ ভাগৱতীয়ে লিখা কথাসমূহৰ ভিতৰত তেখেতে লিখিছে— 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতিৰ বিষয়ে এখন কিতাপ যুগুত কৰি শ্ৰীসুশীল কুৰ্মিয়ে অসমীয়া সাহিত্যলৈ এটা লেখত ল'বলগীয়া বৰঙণি দিছে। কিতাপখনত সম্বলিত কৰা তথ্য-পাতি আৰু খা-খবৰবিলাক সংগ্ৰহ কৰোতে শ্ৰীমান কুৰ্মীয়ে যে অশেষ কষ্ট কৰিবলগা হৈছে কিতাপখনেই সেই কথাৰ সাক্ষী দিব। লেখকৰ দৃষ্টিভংগী, বিচাৰ পদ্ধতি, লিখন শৈলী আৰু ভাষা শলাগিবলগীয়া।'

এই গ্ৰন্থখনৰ সম্পৰ্কত আন এগৰাকী চিন্তাশীল ব্যক্তি তেজপুৰৰ ড° বিমল



নাথে কৈছে— 'সুশীল কুৰ্মীৰ চাহ বাগিচাৰ জীৱনআৰু সংস্কৃতি নামৰ কিতাপখন ছপাশাললৈ পঠোৱাৰ আগে আগে হাতেলিখা অৱস্থাতে এবাৰ পঢ়িবলৈ পাওঁ। কিতাপখন পঢ়ি বেচ ভাল লাগিল। চাহ জনগোষ্ঠীয় লোকসকলৰ অসম আগমনৰ পৰা আৰম্ভ কৰি তেওঁলোকৰ অতীত বৰ্তমানৰ সকলো কথা খৰছি মাৰি কিতাপখনত কৈছে। তেওঁলোকৰ আৰ্থসামাজিক জীৱনৰ কথা সকলোখিনি সামৰিছে। তেওঁলোকৰ কলা-কৃষ্টি-সংস্কৃতিৰো সকলোবোৰ কথা আঁতিগুৰি মাৰি কিতাপখনত আলোচনা কৰিছে। এই কিতাপখনৰ জৰিয়তে ৰাইজে এতিয়া চাহ বাগিচাৰ জীৱন কেনেকুৱা আৰু তাৰ সংস্কৃতি কেনেকুৱা সেই বিষয়ে ভালদৰে জনাৰ সুবিধা পাব।'

২০০১ চনত অসম সাহিত্য সভাই 'চাহ জনগোষ্ঠীৰ চিন্তা-চেতনা' শীৰ্ষক গ্ৰন্থখনি প্ৰকাশ কৰে। গ্ৰন্থখনি সম্পাদনা কৰিছে ৰাজেন গগৈয়ে। অসম সাহিত্য সভাৰ সভাপতি সেই সময়ৰ বিশিষ্ট সাহিত্যিক হোমেন বৰগোহাঞি। সভাৰ প্ৰধান সম্পাদক ড° বসন্ত কুমাৰ গোস্বামী। গ্ৰন্থখনৰ সম্পৰ্কত বিশিষ্ট সাহিত্যিক হোমেন বৰগোহাঞিয়ে কৈছে— '২০০০ খৃষ্টাব্দৰ ১৫ আৰু ১৬ জানুৱাৰীত, অৰ্থাৎ ভোগালী বিহুৰ সময়ত এই অভূতপূৰ্ব সমাৰোহ অনুষ্ঠিত হ'ল। চাহ জনগোষ্ঠীৰ বহুতো বিশিষ্ট লেখক-লেখিকা আৰু সমাজকৰ্মী সেই সমাৰোহত উপস্থিত আছিল। তেওঁলোকৰ সুচিন্তিত আৰু সাৰগৰ্ভ বক্তৃতাই আমাৰ মনত বিচিত্ৰ ভাৱৰ খলকনি তুলিলে। তেওঁলোকৰ হৃদয়ৰ সংবাদ জানিবলৈ আমাক এটা বিৰল সুযোগ দিলে। সমাৰোহৰ দিনকেইটাত মই ৰাজেন গগৈৰ চাহ বাগিচাৰ ঘৰত আলহী হৈ আছিলোঁ। সেইকেইদিন পুৱা-গধূলি মই আৰু ৰাজেন গগৈয়ে চাহ জনগোষ্ঠীৰ বিষয়ে বহুতো কথা আলোচনা কৰিছিলোঁ।'

গ্ৰন্থখনৰ সম্পাদক ৰাজেন গগৈয়ে তেওঁৰ সম্পাদকীয়ত 'চাহ জনগোষ্ঠীৰ চিন্তা চেতনা'ৰ সম্পাদকীয়ত এঠাইত লিখিছে, 'চাহ জনগোষ্ঠীৰ বিভিন্ন জাতি-জনজাতি, উছৱ-পাৰ্বণ, গীত-নৃত্য, ভাষা-সাহিত্য-সংস্কৃতি, সামাজিক-লোকাচাৰ, খেলা-ধূলা, ৰাজনীতি, অৰ্থনৈতিক আদি দিশ সাঙুৰি সততে পোৱা এখন হাতপুথিৰ সদায় অভাৱ অনুভৱ কৰি আহিছিলোঁ। বিশেষকৈ যেতিয়া চাহ বাগিচাৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে অসমৰ বাহিৰৰ মানুহে এখন কিতাপ বিচাৰে তেতিয়া বৰ অসুবিধাত পৰোঁ। সেয়ে এখন চমু অথচ সকলো দিশৰ বিষয়ে জানিব পৰা এখন হাতপুথি স্বৰূপে গঢ় দিবলৈ চেষ্টা কৰা হৈছে। ভৱিষ্যতে কেইটামান অধ্যায় ইংৰাজীত লিখি বাহিৰৰ মানুহক দিব পৰাকৈ কিতাপ এখন কৰাৰ পৰিকল্পনাও অন্তৰ্নিহিত হৈ আছে।'

বিশিষ্ট কবি সমীৰ তাঁতী, সনন্ত তাঁতী প্ৰমুখ্যে ভালেসংখ্যক চাহ জনগোষ্ঠীৰ বিশিষ্ট সাহিত্যিকৰ লিখনিৰে সমৃদ্ধ গ্ৰন্থখনিৰ সপ্তম অধ্যায়ত নতুন পুৰুষৰ চিন্তাত

ভালেকেইগৰাকী নতুন পুৰুষৰ চিন্তাৰ খোৰাক যোগাই প্ৰবন্ধ-পাতি লিখিছে আত্মাৰাম কুমাৰ, কামাখ্যা প্ৰসাদ তাছা, ধীৰেন চন্দ্ৰ ৰবিদাসৰ লিখনিয়ে ৩৫৭ পৃষ্ঠাৰ গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

২০০৯ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰিছে 'অসম সাহিত্য সভাৰ সভাপতি সকলৰ অভিভাষণত অসমৰ চাহ জনগোষ্ঠী' শীৰ্ষক গ্ৰন্থখনি। সংকলক/সম্পাদক হিচাপে আছে এসময়ৰ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰা ড° মানিক শইকীয়া। ৬৮ পৃষ্ঠাৰ পকাবন্ধা এই গ্ৰন্থখনিত অসম সাহিত্য সভাৰ প্ৰাক্তন ৩৩ গৰাকী বৰেণ্য সাহিত্যিকৰ ভাষণ তথা বিষয়বস্তুৱ সম্পৰ্কত কিয়দংশ লেখকে ভালেকেইখন গ্ৰন্থৰ আলমত আলোকপাত কৰাৰ কথা জনাইছে।

চাহ শিল্পৰ সম্পৰ্কত যথেষ্ট অভিজ্ঞ ড° অঞ্জন বৰুৱাই লিখা 'চাহ শিল্পৰ কথা আৰু অসম' নামৰ গ্ৰন্থখনি অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। ১৯৯৪ চনত ১৬৫ পৃষ্ঠাৰ পকাবন্ধা এই গ্ৰন্থখনি ড° ৰামচৰণ ঠাকুৰীয়া সভাৰ প্ৰধান সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰা কালত প্ৰকাশিত। লেখকৰ একাষাৰত ড° বৰুৱাই লিখিছে— 'পৃথিৱীৰ ভিতৰত অসম এখন বিখ্যাত চাহ উৎপাদন কৰা দেশ হিচাপে অসমীয়া মানুহে গৌৰৱ কৰে। চাহশিল্পৰ বুৰঞ্জী, কাহিনী, কলা-সংস্কৃতি, আচাৰ অনুষ্ঠান, ধৰ্মীয় ৰীতি নীতি মানৱ সমাজ আৰু সংস্কৃতিব বিকাশত কিদৰে ওতপ্ৰোতভাৱে লাগি আছে, আমি চাহদেশৰ মানুহ হিচাপে ক'বই নোৱাৰো।' গ্ৰন্থখনৰ প্ৰথম ভাগত চাহশিল্পৰ ইতিবৃত্ত ২২ টা, দ্বিতীয়ভাগত ১৩ টা আৰু তৃতীয়ভাগত চাহ কিছুমান প্ৰশ্নৰ উত্তৰ তথা ১২ পৃষ্ঠাৰ চাহশিল্পৰ কিছুমান গুৰুত্বপূৰ্ণ তথ্যচিত্ৰ গ্ৰন্থখনিৰ প্ৰতি ভাগতে আছে।

আনহাতে গ্ৰন্থখনিৰ প্ৰকাশক ড° ৰামচৰণ ঠাকুৰীয়াই লিখিছে— 'অসমৰ চাহশিল্পই ইতিমধ্যে ৰাষ্ট্ৰ তথা বিশ্বৰ চাহ বজাৰত এক সুকীয়া আসন গ্ৰহণ কৰিব পাৰিছে বুলি ভাবি গৌৰৱ কৰাৰ থল আছে। অসমত উৎপাদিত চাহে ভাৰতবৰ্ষৰ মুঠ চাহ উৎপাদনৰ প্ৰায় ৫৬ শতাংশ অধিকাৰ কৰিছে। তাতোকৈ গুৰুত্বপূৰ্ণ কথা অসমৰ চাহশিল্পৰ লগত জড়িত চাহ শ্ৰমিকৰ সংখ্যা প্ৰায় ৫০ লাখ হ'ব। আমাৰ বাবে উক্ত গ্ৰন্থখনে এখন জনপ্ৰিয় আৰু তথ্যনিষ্ঠ হাতপুথিৰ খালী ঠাই পূৰাব পাৰিব বুলি নিশ্চিতভাবে আশা কৰিব পাৰি।'

'চাহ জনগোষ্ঠীৰ মনোৰম সংস্কৃতিত এভুমুকি' শীৰ্ষক গ্ৰন্থখনিৰ লেখিকা নিবেদিতা তাঁতী বাঢ়ে আৰু প্ৰকাশ কৰিছে অসম সাহিত্য সভাৰ অন্যতম গোলাঘাট জিলাৰ এটি উল্লেখযোগ্য শাখা কমাৰগাঁও আঞ্চলিক সাহিত্য সভাই ২০০২ চনত। ৬২ পৃষ্ঠাৰ পকাবন্ধা গ্ৰন্থখনি প্ৰকাশ কৰিছে কমাৰগাঁও আঞ্চলিক সাহিত্য সভাই।



সভাৰ সেই সময়ৰ সম্পাদক মহেন শইকীয়াই লেখিকা নিবেদিতা তাঁতী বাঢ়ৈৰ চিনাকি দি লিখিছে, 'তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি নুমলীগড় উচ্চ মাধ্যমিক বিদ্যালয়ত সহকাৰী শিক্ষয়িত্ৰী হিচাপে কাৰ্যনিৰ্বাহ কৰা লেখিকাগৰাকী কমাৰগাঁও সাহিত্য সভাৰ যোগেদি অসম সাহিত্য সভাৰ সদস্যা' বুলি কোৱাৰ লগতে গ্ৰন্থখনিৰ দিশত লিখিছে 'পূৰ্বতে প্ৰকাশিত দুটিমান প্ৰবন্ধ আৰু নতুনকৈ লিখা ভালেকেইটা প্ৰবন্ধৰ একত্ৰ সংকলন এই গ্ৰন্থখনি'।

গ্ৰন্থখনিৰ লেখিকা নিবেদিতা তাঁতী বাঢ়ৈয়ে 'মিনতিৰে একাষাৰ'ত গ্ৰন্থখনিৰ দিশত বহু কথা জনোৱাৰ লগতে জনাইছে 'অসমৰ থলুৱা সংস্কৃতিৰ লগত চাহ জনগোষ্ঠী সংস্কৃতিৰ এক অপূৰ্ব সমন্বয় ঘটিছে। চাহ শ্ৰমিক লোকসকল বিভিন্ন জাতি-উপজাতিৰ সমষ্টি যদিও কিছুমান দিশ যেনে সাজপাৰ, খাদ্যাভাস, গীত-মাত আদিত আজি তেওঁলোকৰ কোনো পাৰ্থক্য নাই। ফলত এনেবোৰ সংস্কৃতিয়ে আজি এক স্বকীয় বৈশিষ্ট্য গ্ৰহণ কৰিছে। এই গ্ৰন্থখনিত চাহ জনগোষ্ঠীৰ লেখকসকলৰ মাজত থকা ৰীতি-নীতি তথা দৈনন্দিন ব্যৱহাৰ কৰা কিছুমান বস্তুৰ তাৎপৰ্যৰ বিষয়ে আলোকপাত কৰাৰ প্ৰয়াস কৰা হৈছে।' ১৩ টা প্ৰবন্ধৰে লেখিকাই উল্লেখ কৰা বিষয়বস্তুক আলোকপাত কৰাৰ লগতে 'চাহ জনগোষ্ঠীৰ কেইপদমান গহনা'ৰে সমৃদ্ধ গ্ৰন্থখনিৰ দিশত গোলাঘাট জিলা সাহিত্য সভাৰ সেই সময়ৰ সম্পাদক তথা বৰ্তমান কেন্দ্ৰীয় সমিতিৰ সদস্য হেমেন হাজৰিকাই লিখিছে, "নকৈ হাতত কলম তুলি লোৱা নিবেদিতা তাঁতী বাঢ়ৈৰ এই গ্ৰন্থখনি অসমীয়া সাহিত্যৰ দেউললৈ প্ৰথমপাহি শ্ৰদ্ধাৰ্ঘ। গ্ৰন্থখনিত অন্তৰ্ভুক্ত কৰা প্ৰবন্ধসমূহ অসমৰ বাবে বৰণীয়া সংস্কৃতিৰ অন্যতম চাহ জনগোষ্ঠী সংস্কৃতিৰ কেইবাটিও দিশ উজ্জ্বল কৰি তুলিছে। প্ৰবন্ধসমূহৰ মাজত লেখিকাৰ অনুসন্ধিৎসু মনটি মৰ্মবেদনা আৰু ক্ষেত্ৰ অধ্যয়নৰ উমান পোৱা যায়।' ■

# অসমীয়া উপন্যাসত চাহ জনগোষ্ঠীৰ জীৱনৰ চিত্ৰ

ড° মানিক শইকীয়া

১৮২৬ খ্ৰী.ৰ ইয়াণ্ডাবু সন্ধিৰ চৰ্ত অনুসাৰে অসম ইংৰাজৰ অধীন হয়। ইয়াৰ কেইবছৰমান পিছতেই ইংৰাজ চৰকাৰৰ বিষয়াসকলে অসমত চাহখেতিৰ বাণিজ্যিক সম্ভাৱনাৰ উমান পায়। ঔষধি গুণসমৃদ্ধ নিচাযুক্ত পানীয় হিচাপে পৰম্পৰাগতভাৱে ব্যৱহাৰ কৰি অহা চিংফৌ আৰু নৰা জনগোষ্ঠীৰ লোকসকলৰ পৰা ইংৰাজ বিষয়াসকলে অসমৰ চাহৰ বিষয়ে নানা তথ্য আহৰণ কৰিছিল বুলি বিভিন্ন উৎসৰ পৰা জানিব পৰা যায়। চাহ ব্যৱসায়ৰ ক্ষেত্ৰত তেতিয়ালৈকে আধিপত্য বিস্তাৰ কৰি থকা চীন দেশৰ লগত সম্পৰ্কৰ অৱনতি ঘটা বাবেও ইংৰাজ চৰকাৰে সেই সময়ত এক বিকল্প ক্ষেত্ৰৰ সন্ধানত গুৰুত্ব আৰোপ কৰিবলগীয়া হৈছিল।

১৮৩৪ খ্ৰীঃত অসমৰ চাহৰ বিষয়ে সবিশেষ অনুসন্ধান কৰিবলৈ ইংৰাজ চৰকাৰে চাহ সমিতি (*Tea Committee*) গঠন কৰি দিয়ে। এই সমিতিৰ তৰফৰ পৰা শদিয়া, চাবুৱা, জয়পুৰ, গাভৰু পাহাৰ আদিত পৰীক্ষামূলকভাৱে চাহ খেতি কৰা হৈছিল। ১৮৩৭ খ্ৰীঃত ১২ বাকচ আৰু ১৮৩৮ খ্ৰীঃত ৯৫ বাকচ চাহ অসমৰ পৰা ইংলণ্ডলৈ পঠোৱা হয় আৰু পৰীক্ষা-নিৰীক্ষাৰ অন্তত 'চীনদেশৰ চাহৰ সমানেই উৎকৃষ্ট' বুলি প্ৰমাণিত হয়। ১৮৩৮ খ্ৰী.ত অসমত খেতি কৰি চাহ উৎপাদনৰ উদ্দেশ্যে আসাম কোম্পানী (*The Assam Company*) গঠন কৰা হয়। ইংৰাজ চৰকাৰেও চাহখেতিৰ দায়িত্ব কোনোবা কোম্পানী বা ব্যক্তিগত



ব্যৱসায়ীক দিয়াটোকে উচিত বুলি বিবেচনা কৰিছিল। অৱশেষত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমত পৰীক্ষামূলকভাৱে চাহখেতি আৰম্ভ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। প্ৰথম অৱস্থাত, চাহ বাগিচাৰ কাম-কাজৰ বাবে নগা, কছাৰী, চিংফৌ, কাৰ্বি আদি থলুৱা লোকসকলৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। অৱশ্যে কাৰিকৰী দিশৰ কাম-কাজৰ ক্ষেত্ৰত চীন দেশৰ বনুৱা অপৰিহাৰ্য আছিল। পিছলৈ স্থানীয় বনুৱাৰ অভাৱ আৰু চীনদেশীয় বনুৱা আনি নিয়োগ কৰাটো অত্যন্ত খৰচী বুলি প্ৰতিপন্ন হোৱাত ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়াসকলে বিকল্প ব্যৱস্থাৰ কথা ভাবিবলৈ বাধ্য হয়।

সেয়েহে তেওঁলোকে বৰ্তমানৰ ঝাৰখণ্ড, পশ্চিমবংগ, ছত্তিশগড়, উৰিষ্যা, বিহাৰ, মধ্যপ্ৰদেশ,তামিলনাডু আদি ৰাজ্যৰ পৰা অৰ্থনৈতিকভাৱে দুৰ্দশাগ্ৰস্ত লোকসকলক অসমৰ বাগিচাত কাম কৰিবৰ বাবে আমদানি কৰাৰ ব্যৱস্থা কৰিলে। অৱশ্যে অৰ্থনৈতিকভাৱে দুৰ্দশাগ্ৰস্ত হ'লেও নিজৰ মাতৃভূমি এৰি আহিবলৈ অনিচ্ছুকসকলক ফুচুলাই, ভয় দেখুৱাই নাইবা কেতিয়াবা জোৰ-জবৰদস্তি কৰি হলেও অনাৰ ব্যৱস্থা কৰা হৈছিল। এটা নিৰাপদ আৰু সুন্দৰ জীৱনৰ আশাত, এনেদৰেই ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা আহি বনুৱাসকল অসমৰ চাহ বাগিচাত সমবেত হৈছিলহি। এওঁলোকৰ ভিতৰত কোনো আছিল ভাৰতৰ প্ৰাচীন অধিবাসীসকলৰ বংশধৰ। আন কিছুসংখ্যক আছিল বৃটিছ শাসন ব্যৱস্থাই প্ৰৱৰ্তন কৰা জমিদাৰী ব্যৱস্থাৰ অধীনত শোষণ-পীড়ণত জৰ্জৰিত দুখীয়া খেতিয়ক। জমিদাৰী ব্যৱস্থাৰ আগলৈকে ঘৰ-বাৰী আৰু খেতিৰ মাটি তথা ওচৰৰ হাবি বননিৰ ওপৰত তেওঁলোকৰ যি অধিকাৰ আছিল, পিছলৈ তাৰ অন্ত পৰিছিল। তেওঁলোকে ঘাইকৈ 'অৰণ্যৰ অধিকাৰ' হেৰুৱাই কপৰ্দকহীন ভূমিদাসত পৰিণত হৈছিল। ইয়াৰ উপৰি অসমলৈ অহা লোকসকলৰ কিছুসংখ্যকৰ উপৰিপুৰুষসকল পূৰ্বৰ বাসভূমিত তাঁতী, চমাৰ, কমাৰ, কুমাৰ, তেলী, বাঢ়ৈ আদি বিভিন্ন বৃত্তিজীৱী লোক আছিল। বৃটিছ শাসনৰ ফলত স্বনিৰ্ভৰশীল গ্ৰাম্য-অৰ্থব্যৱস্থা ভাগি পৰাত এই লোকসকলৰ বহুতেই নিজৰ নিজৰ বৃত্তি এৰি কৃষি-শ্ৰমিক হিচাপে জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছিল গতিকে তেওঁলোকে নিজ মাতৃভূমিৰ পৰা প্ৰব্ৰজন কৰিবলৈ একপ্ৰকাৰে বাধ্য হৈ পৰিছিল।

'অসমৰ মানুহ'ৰ ইতিহাস সমৃদ্ধ কৰি তোলা এই নবাগত জনসমষ্টিটোৱে অসমৰ সমাজ আৰু সংস্কৃতিক বিভিন্ন প্ৰকাৰে সমৃদ্ধ কৰিছে। এইখিনিতে

উল্লেখযোগ্য যে, ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰা প্ৰব্ৰজিত এই লোকসকল বেলেগ বেলেগ ভাষিক, সাংস্কৃতিক, সামাজিক আৰু ধৰ্মীয় গোটৰ অন্তৰ্গত আছিল। অসমৰ চাহ বাগিচাত বহু বছৰ ধৰি একেলগে বসবাস কৰাৰ ফলত উল্লিখিত ধৰণৰ বিভিন্নতাসমূহ ক্ৰমে ক্ৰমে অন্তৰ্নিহিত হ'বলৈ ধৰে আৰু এটা একক জনগোষ্ঠী (*a homogeneous tribe*)ত পৰিণত হয়। এনেদৰেহে তেওঁলোকৰ মাজত এক নতুন উমৈহতীয়া পৰিচয়ৰ সৃষ্টি হয়।

এই বিচিত্ৰ জনসমষ্টিটোৰ জীৱন আৰু সংস্কৃতিয়ে অসমীয়া সাহিত্যৰ সৃষ্টিশীল লেখকসকলক বাৰুকৈয়ে আকৰ্ষিত কৰিছিল। তাতে আকৌ বহুকেইজন লেখক আছিল শৈশৱ আৰু কৈশোৰত চাহ বাগিচাৰ বিনন্দীয়া পৰিৱেশৰ মাজত ডাঙৰ-দীঘল হোৱা লোক। সেয়েহে ক'ব পাৰি চাহ জনগোষ্ঠীৰ জীৱন আৰু সমস্যা অসমীয়া সাহিত্যৰ লেখত ল'বলগীয়া বিষয়বস্তু হিচাপে ধৰা দিছে।

অসমীয়া সাহিত্যৰ বিভিন্ন শাখাত চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন-চিত্ৰ প্ৰকাশিত হৈছে যদিও উপন্যাসত যি ধৰণে তেওঁলোকৰ জীৱন আৰু সমস্যাৰ সকলো দিশ বাস্তৱ ৰূপত ফুটি উঠিছে অন্য শাখাবোৰত তেনেদৰে ফুটি উঠা নাই। আনহে নালাগে চাহ জনগোষ্ঠীৰ লোকসকলৰ অসম আগমনৰ ইতিহাস আৰু তেওঁলোকৰ সমাজ কিম্বা জীৱন সম্পৰ্কেও বহুবোৰ জ্ঞাতব্য বিষয়ৰ সন্ধান অসমীয়া উপন্যাসৰ পৰাই পাব পাৰি। উল্লেখযোগ্য যে, চাহ জনগোষ্ঠীৰ লোকসকলৰ ভিন ভিন জনসমষ্টিৰ মাজত নৃগোষ্ঠীগত, ধৰ্মীয়, ভাষিক আৰু সাংস্কৃতিক বিভিন্নতা বিদ্যমান। এই লোকসকলৰ ধৰ্ম, ভাষা, খাদ্য, আবৰণ আৰু আভৰণ, উছৱ-পাৰ্বণ, গীত-বাদ্য-নৃত্য, মৌখিক লোকবিদ্যাৰ বিভিন্ন দিশ আদিও কেতিয়াবা পৃথক আৰু কেতিয়াবা সামগ্ৰিক ৰূপত উপন্যাসসমূহত সুন্দৰভাৱে প্ৰতিফলিত হৈছে। তদুপৰি চাহ বাগিচাৰ জীৱনভিত্তিক উপন্যাস কেইখন অধ্যয়ন কৰিয়েই এই লোকসকলে যে অসমীয়া ভাষা-কৃষ্টিক আঁকোৱালি লৈ অসমীয়া সমাজৰ লগত ক্ৰমে ক্ৰমে জীণ যাবলৈ আৰম্ভ কৰিছে সেই বিষয়েও এটা সম্যক ধাৰণা কৰিব পাৰি।

এইখিনিতে এষাৰ কথা উল্লেখযোগ্য যে, চাহ জনগোষ্ঠীৰ বহুকেইজন লেখকে অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগত কৃতিত্বৰ পৰিচয় দিবলৈ সক্ষম হৈছে যদিও উপন্যাসৰ ক্ষেত্ৰত জনগোষ্ঠীটোৰ পৰা ওলোৱা সাহিত্যিক নাই বুলিলেও হয়। জনগোষ্ঠীটোৰ পৰা ওলোৱা প্ৰথম গৰাকী ঔপন্যাসিক প্ৰাণেশ্বৰ লোম্‌গাৰ



'প্ৰতিবন্ধক' (১৯৮৮) আৰু দেৱকান্ত মাঝিৰ সুন্দৰ কাহিনী আৰু উপাদেয় বৰ্ণনাৰে সমৃদ্ধ 'প্ৰত্যাশা' (১৯৯৪) নামৰ উপন্যাসৰো বিষয়বস্তু চাহ বাগিচাকেন্দ্ৰিক নহয়। মন কৰিবলগীয়া যে, কেন্দ্ৰীয় বিষয় হিচাপে নহলেও অসমীয়া সাহিত্যৰ বহুবোৰ উপন্যাসত চাহ জনগোষ্ঠীৰ জীৱন-চিত্ৰ প্ৰাসংগিকভাৱে প্ৰকাশিত হৈছে।

চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন আৰু সমস্যা প্ৰাসংগিকভাবে অথচ অত্যন্ত গুৰুত্বপূৰ্ণ ৰূপত প্ৰকাশিত হোৱা প্ৰথমখন উপন্যাস হ'ল যোগেশ দাসৰ 'ডাৱৰ আৰু নাই ' (১৯৫৫)। বিশ্বব্যাপী হোৱা এক পৰিবৰ্তনে থলুৱা অসমীয়া সমাজখনৰ লগতে চাহ জনগোষ্ঠীৰ লোকসকলকো কেনেদৰে বিপৰ্যস্ত কৰি পেলাইছিল এইখন উপন্যাসৰ যোগেদি তাকে উপস্থাপন কৰা হৈছে। চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন আৰু সমস্যা যদিও উপন্যাসখনৰ কেন্দ্ৰীয় কথা নহয় তথাপি ভীম-গৌৰী-দুৰ্যোধন আদি চৰিত্ৰসমূহৰ যোগেদি ঔপন্যাসিকে খেৰজান বাগিচাৰ লোকসকলৰ সামগ্ৰিক জীৱন-চিত্ৰ অংকন কৰিবলৈ সমৰ্থ হৈছে। উপন্যাসখনৰ নায়ক বাখৰ আৰু নায়িকা অনুপমাৰ মূল কাহিনীটোৰ লগত অংগাংগীভাৱে সংলগ্ন কৰি দিয়া ভীম আৰু গৌৰীৰ প্ৰণয় কাহিনীটোৱে উপন্যাসখনক এক মাত্ৰা দিয়াৰ লগতে আকৰ্ষণীয় কৰি তুলিছে। অৱশ্যেই স্বীকাৰ কৰিবলাগিব এইখন উপন্যাসত চাহ জনগোষ্ঠীৰ লোকসকলৰ বেদনাময় জীৱন-কথা এক বিপৰ্যস্ত সময়ৰ প্ৰেক্ষাপটতহে তুলি ধৰা হৈছে। সেইকাৰণে তেওঁলোকৰ সমাজ-সংস্কৃতিৰ সম্যক প্ৰতিচ্ছবি কাহিনীৰ বাবে অৱশ্য-প্ৰয়োজনীয় হৈ পৰা নাই। তথাপি তাৰ মাজেদিয়ে প্ৰায় ডেৰশ বছৰ আগৰে পৰা আহি অসমত বসবাস কৰা চাহ জনগোষ্ঠীৰ লোকসকলৰ কেতিয়াবা পোৱাৰ আনন্দ আৰু কেতিয়াবা নোপোৱাৰ বেদনাক অসমীয়া উপন্যাস সাহিত্যত পোন প্ৰথমবাৰৰ বাবে ৰূপদান কৰাৰ লগতে এইসকল লোকৰ প্ৰতি দৃষ্টি প্ৰসাৰিত কৰাৰ কাৰণেও এইখন উপন্যাসৰ গুৰুত্ব চিৰদিন থাকিব।

শ্বেতাংগ পিতৃ আৰু আদিবাসী মাতৃৰ অসামাজিক সম্পৰ্কৰ ফলস্বৰূপে জন্ম লাভ কৰা এগৰাকী গাভৰুৰ মৰ্মদাহী বেদনা ৰাস্না বৰুৱাৰ 'সেউজী পাতৰ কাহিনী' (১৯৫৯) ৰ মূল উপজীব্য হ'লেও এইখন উপন্যাসত চাহ বাগিচা আৰু চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন-বৃত্তান্তৰ গুৰুত্বও কোনোগুণে কম নহয়। বৰং ক'ব পাৰি, চাহ বাগিচাৰ জীৱন আৰু সমাজ, ইয়াৰ মনোৰম প্ৰাকৃতিক সৌন্দৰ্য, ওচৰ-পাজৰৰ খিলঞ্জীয়া অসমীয়া লোকসকল, বাগিচাৰ শ্বেতাংগ

পৰিচালকসকল— এই সকলোবোৰৰ সম্যক উপস্থাপনৰ বাবেহে উপন্যাসখন এক যুগমীয়া সাহিত্যকৃতিত পৰিণত হৈছে। অসমৰ থলুৱা লোকসকলৰ গ্ৰাম্য জীৱনৰ পটভূমিত উপন্যাসখনৰ প্ৰথম অংশ নিৰ্মিত হ'লেও কাহিনীভাগে ক্ৰমান্বয়ে চাহ বাগিচাৰ মাজলৈ গতি কৰিছে আৰু এই লোকসকলৰ জীৱন, সমাজ আৰু সমস্যাক সাৰ্থকভাৱে তুলি ধৰিছে। সেউজীপাতৰ কাহিনী দৰাচলতে যেন চনিয়া নামৰ ছোৱালীজনীৰ জীৱনৰ কাহিনী— চাহাব এটাই বনৰীয়া জন্তুৰ দৰে মাক মহুৱাক আক্ৰমণ কৰাৰ ফলত যাৰ জন্ম। আনহাতে এই চনিয়া কোনো একক বা বিচ্ছিন্ন চনিয়া নহয়। চাহ বাগিচাৰ শোষিত-নিস্পেষিত হাজাৰ হাজাৰ মানুহৰ প্ৰতিনিধি চনিয়া। তথাপি ইমানকে ক'লেও তাইৰ বিষয়ে সকলো কোৱা নহয়। কাৰণ আনবোৰ চাহ বাগিচাৰ আনবোৰ মানুহৰ দৰে এটা নিজা পৰিচয়েই নাই। তাইৰ গাত চাহাব পিতৃ আৰু আদিবাসী মাতৃৰ মিশ্ৰ তেজ। চনিয়াৰ জীৱন কাহিনীৰ মাজেদি এনেদৰে চাহ বাগিচাৰ লোকসকলৰ ওপৰত চলি থকা অৰ্থনৈতিক শোষণৰ উপৰি ইয়াৰ মহিলাসকল কেনেদৰে যৌন-শোষণৰো বলি হ'ব লগা হৈছিল তাৰ পৰিচয় প্ৰকাশিত হোৱাৰ লগে তাইৰ জীৱনৰ আন এটা দিশ পোহৰলৈ আহিছে। সেইটো হৈছে চনিয়াৰ প্ৰকৃতিৰ লগত নিবিড় আত্মীয়তা। আমি আগতেই উল্লেখ কৰিছো মাতৃ স্বৰূপা 'অৰণ্যৰ অধিকাৰ' হেৰুৱাই ছিন্নমূল হৈ পৰা এইসকল লোকে জীৱন-জীবিকাৰ কেনেধৰণৰ তাড়নাত পৰি অসমলৈ প্ৰব্ৰজন কৰিবলগীয়া হৈছিল। সেই কাৰণে এইসকল লোকৰ অতীতৰ পৰাই গভীৰ আত্মীয়তা। চনিয়াৰ অত্যন্ত গভীৰ আৰণ্যক অভিজ্ঞতাই যেন জনসমষ্টিটোৰ অতীত জীৱনৰ ওপৰতো এচেৰেঙা পোহৰ পেলাব পাৰে। উপন্যাসখনৰ পটভূমি আৰু কাহিনী-নিৰ্মাণ সম্পৰ্কে ড° সত্যেন্দ্ৰনাথ শৰ্মাই 'অসমীয়া উপন্যাসৰ ভূমিকা' নামৰ গ্ৰন্থত মতপ্ৰকাশ কৰিছে —

> *পাততোলা শ্যামাংগী কুলী (যথা) যুৱতীৰ যৌন ইংগিতপূৰ্ণ হাস-পৰিহাস, মাদলৰ চেৰে চেৰে ঝুমুৰ নৃত্যৰ লীলায়িত নৃত্যভংগিমা, হাড়িয়া খাই অভাৱ-অনাটন, দুখ-কষ্ট পাহৰি যোৱাৰ প্ৰচেষ্টা সিহঁতৰ পাৰিবাৰিক হাই-কাজিয়া, জোনাক নিশা চাহ গছৰ আঁৰে আঁৰে কুলি (যথা) ডেকা-গাভৰুৰ লুকা-ভাকু, চাহগছৰ কুঁহিপাতৰ সেউজৰ মাজতঅন্তৰ্নিহিত হৈ থকা কুলী (যথা) ডেকা-গাভৰুৰ তেজ-ৰঙা ইতিহাস — এই সকলোবোৰ উপন্যাসখনৰ পাতত উজ্জ্বল হৈ আছে।'*



পৃ. ১৭৮

অসমলৈ খ্ৰীষ্টান মিছনেৰীসকল ঘাইকৈ আহিছিল ঔপনিৱেশিকতাবাদৰ হাতধৰা লিগিৰীহৈ। তাৎপৰ্যপূৰ্ণভাৱে সেই সময়ত বাগিচাৰ লাইনলৈ কোনো বাহিৰৰ মানুহ সোমাব নোৱৰা নিয়মৰ ব্যতিক্ৰম ঘটিছিল পাদ্ৰীসকলৰ ক্ষেত্ৰত। ধৰ্মই যে কাহানিও খাটিখোৱা মানুহৰ চকুপানী মচিব পৰা নাই— এইখন উপন্যাসৰ পাতে পাতে যেন সেই কথা পৰিষ্কাৰভাৱে জিলিকি উঠিছে। চাহ বাগিচাৰ শোষিত বনুৱাৰ জীৱনত পাদ্ৰীৰ ধৰ্মোপদেশ যেন ধৰ্ম বোলা প্ৰপঞ্চটোৰ প্ৰতিয়েই নিৰ্মম বিদ্ৰূপ। সেই কাৰণেই চাহাবৰ চাবুকৰ কোবত পিঠি ডৰাডৰ হোৱা ৰতৌৰ ওচৰত জোনাথন পাদুৰীৰ উপদেশ (*বুজিছ ৰতউ, দুখ সকলো মানুহৰে আছে, কিন্তু দুখ যিমানেই কষ্টৰ নহওক এদিন তাৰ অন্ত হ'ব। এই দুখেই ঈশ্বৰৰ স্বৰ্গৰাজ্যলৈ যোৱাত আমাক সহায় কৰিব।*) যে নিতান্ত উপৰুৱা, একপ্ৰকাৰৰ আন্তৰিকতাহীন আৰু জীৱন-সংগ্ৰামৰ প্ৰকৃত জটিলতাবোৰৰ পৰা পলায়নৰ পৰোক্ষ নিৰ্দেশ সেই কথা বুজিবলৈ কাৰোৰেই অসুবিধা নহয়।

অসমীয়া কথা সাহিত্যৰ অপ্ৰতিদ্বন্দ্বী সম্ৰাটস্বৰূপ চৈয়দ আব্দুল মালিকৰ 'প্ৰাচীৰ আৰু প্ৰান্তৰ' (১৯৬৮) এইটো ধাৰাৰ তৃতীয়খন উপন্যাস। এটা ৰোমান্টিক দৃষ্টিভংগীৰে উপন্যাসখনৰ কাহিনী বৰ্ণনা কৰা হৈছে। সোণফুলীয়া নামৰ এখন কাল্পনিক বাগিচাৰ ভগৱান দাস নামৰ এজন চাহ মজদুৰৰ জীৱন-কাহিনী এইখন উপন্যাসৰ ঘাই উপজীব্য। উপন্যাসখনৰ বৰ্ণনাত অতীত বীক্ষণ পদ্ধতি ব্যৱহাৰ কৰা হৈছে। ঘটনাচক্ৰত পৰি বাগিচাৰ মালিকক হত্যা কৰিবলগীয়া হোৱা ভগৱান দাসে নিজৰ কল্পনাতে হাকিমৰ এজলাচত গোটেই ঘটনাবোৰ বৰ্ণনা কৰিছে। বাগিচাৰ মালিক মৃত্যুঞ্জয় বৰুৱা আৰু তেওঁৰ সুন্দৰী পত্নী ৰঞ্জনাৰ এক বিশেষ ধৰণৰ মনস্তাত্বিক সমস্যা উপন্যাসখনৰ ঘাই বিষয়বস্তু। এই মনস্তাত্বিক সমস্যাটোৰ বাবেই বহুবোৰ যৌৱনমতী গাভৰুৱে দাম্পত্য জীৱনত অসুখী আৰু অসন্তুষ্ট মৃত্যুঞ্জয় বৰুৱাৰ বিকৃত কামনাৰ বেদীমূলত আত্মসমৰ্পণ কৰিবলগীয়া হয়। দৃষ্টিভংগী ৰোমান্টিক হোৱা বাবেই বাগিচাৰ শ্ৰমিকসকলৰ অৰ্থনৈতিক দুৰ্দশাতকৈ যৌন-শোষণৰ সমস্যাৰ প্ৰতিহে লেখকৰ মনোযোগ বেছিকৈ আকৰ্ষিত হৈছে। অৱশ্যে তাৰ মাজেদিয়ে সোণফুলীয়া বগিচাৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন কাহিনীয়ে সাৰ্থক প্ৰকাশ লাভ কৰাতো মন কৰিবলগীয়া।

এনেধৰণৰ বিষয়বস্তুৰ তৃতীয়খন উপন্যাস বীৰেন্দ্ৰ কুমাৰ ভটাচাৰ্যৰ

'কালৰ হুমুনিয়া' (১৯৮২)। চাহ বাগিচা এইখন উপন্যাসৰো পটভূমি আৰু চাহ জনগোষ্ঠীৰ লোকসকলৰ সমাজ-জীৱনৰ বিভিন্ন দিশৰ চিত্ৰণে উপন্যাসখনক এক সুকীয়া মৰ্যাদা দান কৰিবলৈ সক্ষম হৈছে। ইয়াৰ উপৰি—

*'. . . বেছিভাগ চাহ বাগিচাৰ জীৱনক লৈ ৰচিত উপন্যাসে শ্বেতাংগ পৰিচালকসকলে কৰা অন্যায় যেনেকৈ দাঙি ধৰে, এই উপন্যাসেও তাকেই কৰিছে। ইয়াৰ বিষয়বস্তুও সেইটোৱেই। শ্বেতাংগ পৰিচালকসকলে ইয়াত বনুৱাসকলক মানুহৰ মৰ্যাদা আৰু উপযুক্ত মজুৰি দিয়া নাই আৰু সেই ক্ষোভত বনুৱাসকল ক্ষুব্ধ হৈছে।'*[১]

ইয়াৰ পিছত ১৯৮৬ খ্ৰীঃত প্ৰকাশিত উমাকান্ত শৰ্মাৰ 'এজাক মানুহ এখন অৰণ্য'ত চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱন,সমাজ, সংস্কৃতি আৰু সমস্যা সাৰ্থকতৰ ৰূপত তুলি ধৰিছে। মধ্য ভাৰতৰ কিছুমান অঞ্চলৰ পৰা বৃটিছ চাহ উদ্যোগীসকলৰ কেইজনমান দালাল আৰু চৰ্দাৰে প্ৰায় এহেজাৰ লোকক প্ৰলোভন দেখুৱাই অসমলৈ আনি থকাৰ পৰা আৰম্ভ হোৱা উপন্যাসখনত এই লোকসকলৰ প্ৰায় তিনি পুৰুষ জোৱা জীৱন সংগ্ৰামৰ বিবৰণ বাস্তৱভিত্তিক তথ্যৰ অৱলম্বনত দাঙি ধৰা হৈছে। এই বিষয়ে গোবিন্দ প্ৰসাদ শৰ্মাই মত প্ৰকাশ কৰিছে—

*'অসমৰ চাহ বাগিচাবোৰৰ বনুৱাসকলৰ জীৱন, সমাজ, সংস্কৃতি আৰু তেওঁলোকৰ অস্তিত্ব আৰু সামাজিক স্থানৰ বিবৰ্তনৰ কলাত্মক দলিল হিচাপে, বহু জনগোষ্ঠীৰ বহুভাষী সেই লোকসকলৰ অসমত অসমীয়া ভৱনৰ প্ৰক্ৰিয়াৰ সুখকৰ চিত্ৰণ হিচাপে, বাগিচাৰ মালিক বা পৰিচালনা পক্ষই পশুবৎ ব্যৱহাৰ কৰা সৰ্বহাৰা নিম্ন মানবীয় পৰ্যায়ৰ (Sub-Human status) লোকসকলৰ ক্ৰমে ক্ৰমে মানবীয় মৰ্যাদা প্ৰাপ্তিৰ কলাত্মক ইতিহাস হিচাপে অসমীয়া সাহিত্যত এক উচ্চস্থানৰ অধিকাৰী এই উপন্যাস।'*[২]

উল্লেখযোগ্য যে, এইখন উপন্যাসক অসমীয়া সাহিত্যৰো অন্যতম শ্ৰেষ্ঠ উপন্যাস বুলি কোনো কোনো সমালোচকে মত প্ৰকাশ কৰিছে ।

অৰুণ গোস্বামীৰ 'গান গোৱাৰ আখৰা' (১৯৮৬) নামৰ উপন্যাসত 'বকুলবাৰী' নামৰ এখন চাহ বাগিচাৰ পটভূমিত এই লোকসকলৰ দাৰিদ্ৰক্লিষ্ট জীৱন, তেওঁলোকৰ মাজত প্ৰচলিত অন্ধবিশ্বাস আৰু ক্ৰমে ক্ৰমে উন্মেষিত হ'বলৈ ধৰা এক প্ৰতিবাদী চেতনাৰ প্ৰকাশ ঘটিছে। তদুপৰি এইখন উপন্যাসত জনগোষ্ঠীটোৰ মাজৰ পৰা ওলোৱা কিছুপৰিমাণে শিক্ষিত চামটোৱেই



মালিকপক্ষই আগবঢ়োৱা সামান্য সা-সুবিধা বা তোষামোদত ভোল গৈ নিজৰ অঙহী-বঙহীৰেই বিৰুদ্ধাচৰণ কৰাৰ বাস্তৱিক চিত্ৰ প্ৰকাশিত হৈছে।

জয়ন্ত মাধৱ বৰাৰ, অসম সাহিত্য সভাৰ গিৰিধৰ শৰ্মা বঁটাপ্ৰাপ্ত উপন্যাস 'অমৃত' (১৯৮৯) যোৰহাট জিলাৰ চকলাটিং নামৰ এখন বাগিচাত সংঘটিত এটা ৰোমহৰ্ষক হত্যাকাণ্ডৰ আংশিক পটভূমিত ৰচিত। উপন্যাসখনত বাগিচাখনৰ মজদুৰ ইউনিয়নৰ ৰামু চেক্ৰেটাৰীৰ দুমুখীয়া চৰিত্ৰ উদঙাই দেখুওৱা হৈছে। একেজন লেখকৰে আনখন উপন্যাস 'মৃগয়া' (১৯৯৮) ত ' বকুলবাৰী' নামৰ এখন বাগিচাত— *'এটা নিৰীহ জিএৰ দৰে স্বচ্ছ পাখি কোবাই জীয়াই থকাৰ গভীৰ গোপন বাসনাৰে আকুল সেউজীয়া সমুদ্ৰৰ মোৰ আপোনজনৰ সুখ, দুখ অথবা স্বপ্ন, যন্ত্ৰণা আৰু আক্ষেপ,ক্ৰোধ আৰু বিস্ময়ৰ'*[৩] চিত্ৰ অংকিত হৈছে।

স্বৰ্ণ বৰাৰ 'মেঘনা যমুনা থেম্চ' (১৯৯৫ ) আকৌ এখন চাহ বাগিচাৰ অসমীয়া মেনেজাৰৰ পত্নী অৰুণাৰ বাগিচাৰ বনুৱাসকলৰ প্ৰতি প্ৰেম আৰু সহানুভূতি প্ৰকাশিত হৈছে। চাহ জনগোষ্ঠীৰ লোকসকলক সঁচা অৰ্থত মানবীয় মৰ্যাদা প্ৰদান কৰি মানবিক গুণসমূহৰ বিকাশৰ আদৰ্শ এইখন উপন্যাসৰ বিশেষত্ব। উল্লেখ কৰিব পাৰি, চাহ জনগোষ্ঠীৰ লোকসকলৰ মানবীয় মৰ্যাদাপ্ৰাপ্তি আৰু এখন বিকশিত পৃথিৱীৰ ফালে গৰ্বিত পদক্ষেপ পেলোৱাৰ সূচনাৰেই এইটো ধাৰাৰ উপন্যাসৰ সমাপ্তি ঘটিছে বুলিব পাৰি।

ব্ৰিটিছ অধিকৃত ভাৰতবৰ্ষত ঘাইকৈ 'অৰণ্যৰ অধিকাৰ'[৪] হেৰুৱাই নিঠৰুৱা হৈ পৰা বিভিন্ন সম্প্ৰদায়ৰ লোকসকল চাহ মালিকসকলৰ দালাল অভিকৰ্তা আৰু চৰ্দাৰসকলৰ[৫] প্ৰৰোচনাত পৰি অসমলৈ অহা লোকসকলৰ দুৰ্যোগ-দুৰ্দশাৰ সম্যক চিত্ৰণেৰে আৰম্ভ কৰা 'এজাক মানুহ এখন অৰণ্য' উপন্যাসখন চাহ জনগোষ্ঠীৰ লোকসকলৰ জীৱনৰ সকলো বিষয়ৰে এক সামগ্ৰিক দলিল বুলিব পাৰি। এই লোকসকলৰ এৰি অহা জীৱন আৰু যাত্ৰাকালৰ দুৰ্দশাৰ বিষয়ে ঔপন্যাসিকে লিখিছে—

*'বান্হা নিথৰ হৈ বহি থাকে। অলপ আগতে খোৱা ভাতকেইটা যেন তাৰ পেটলৈ যোৱা নাই, বুকুত লাগি আছে। সেইবাবেই বোধহয় তাৰ উশাহ-নিশাহবোৰ বুকুৰ পৰা অহা নাই, আহিছে পেটৰ পৰা। খং উঠিবলৈ তাৰ কোনো কাৰণ নাই। বহুত দূৰত, শ শ মাইল দূৰত, তাৰ পিতৃভূমি সি এৰি থৈ আহিছে কিন্তু পিতৃভূমি তাৰ বাবে কেৱল এটা নাম, দৰাচলতে সি ভূমিহীন।*

*সম্পত্তি বুলিবলৈ তাৰ একো এটা নাই। সম্পত্তি বুলিবলৈ তাৰ মাত্ৰ আছে তাৰ নিজৰ শৰীৰটো। ঘৈণীয়েকৰ শৰীৰটো আৰু ল'ৰা-ছোৱালীকেইটাৰ শৰীৰকেইটা। শৰীৰকেইটাৰ ওপৰত অত্যাচাৰ কৰি কৰি, যাতনা ভুগি ভুগি, আধাপেটী খাই আৰু কেতিয়াবা পানী খাই সিহঁত জী আছে। বান্হাৰ বাপেক ককায়েকহঁত তেনেকৈয়ে মৰি গৈছে। তাৰ সৰু ভায়েকজনৰ তিৰোতাজনীক বিয়াৰ পিছতেই জমিদাৰৰ বাবে লৈ যোৱাৰ বাবে প্ৰতিবাদ কৰাৰ দোষত তাৰ ভায়েকজন মাৰ খাই মৰিল। তাৰ দুয়োজনী বায়েকক ঠাকুৰ জমিদাৰৰ ল'ৰাবিলাকে কেইবছৰমান ৰাখি, পাছত বান্দী কৰি অঙহী-বঙহীৰ ঘৰলৈ পঠিয়ালে। . . . বান্হাৰ খং নাই , আক্ষেপ নাই। খং কৰিবলৈ সি শিকাই নাই। খং ৰাগ ধনী মানুহৰ কথা। বান্হাহঁতে কাম কৰে, গালি খায়, মাৰ খায়। পিতৃভূমি মাতৃভূমি তাৰ বাবে মাত্ৰ এটা কথাৰ কথা। সেই ঠাইখন তাৰ পৰিচিত আছিল। . . . পৰিচিত ঠাই পৰিত্যাগ কৰি সি যাত্ৰা কৰিছে সোণৰ দেশলৈ । যাত্ৰাপথত দুৰ্ভোগ আছেই।'[৬]*

এইবোৰৰ উপৰি 'কুলী ডিপু'ত থাকোতে সিহঁতৰ ছোৱালী আৰু গাভৰু ঘৈণীয়েকবোৰ হেৰাই নোহোৱা হয়, কলেৰা হৈ মানুহ মৰে। উপন্যাসত তাৰ বৰ্ণনা এনেকুৱা—

*'. . . তুলসীৰ মাকে নামানে। ডাঙৰজনী ছোৱালী নাই। তাইৰ ওচৰলৈ আহি চৰ্দাৰে কিবা গুণ গুণকৈ কৈ আছিল। তাৰ পিছৰ পৰাই ছোৱালীজনী নোহোৱা হৈছে। মাকে চৰ্দাৰৰ ওচৰতে মাটিত আঁঠুকাঢ়ি বিনাই বিনাই কয়, মোক দুটা কোব মাৰ, কিন্তু মোৰ ছোৱালীজনী উলিয়াই দে। মোক যাবলৈ দে মই আনিম উলিয়াই।'[৭]*

এনেকুৱা দুৰ্যোগ-দুৰ্ভাৱনাৰ মাজেদিয়েই তেওঁলোক অসম পালেহি। ঔপন্যাসিকৰ বৰ্ণনাত প্ৰকাশিত হৈছে, বাগিচাখনলৈ বনুৱা হিচাপে অনা দলটো যেতিয়া ক্ৰমে ক্ৰমে বাগিচাখনত থিতাপি লাগিবলৈ আৰম্ভ কৰাৰ সময়তে তেওঁলোকে গধূলি গধূলি ওচৰৰ থলুৱা মানুহৰ গাঁও এখনৰ পৰা একেলগে এশটামান বাঘৰ গৰ্জন আৰু বহু মানুহৰ কোঢ়াল শুনিবলৈ পোৱা হ'ল। প্ৰতিদিনে গধূলি কিয় তেনে হয় তাকে জানিবলৈ এদিন বনুৱাসকল বাগিচা কৰ্তৃপক্ষৰ নিষেধাজ্ঞা ভংগ কৰি গাঁওখনলৈ ওলাই গ'ল। গাঁওখনত থলুৱা লোকসকলৰ মুখামুখি হৈহে তেওঁলোকে জানিব পাৰিলে সেয়া থলুৱা লোকসকলৰ গধূলিৰ



প্ৰাৰ্থনা বা নাম-প্ৰসংগ। বাঘৰ গৰ্জনৰ দৰে শব্দ কৰা সেয়া তেওঁলোকৰ ভোৰতাল। দুই সম্প্ৰদায়ৰ মানুহখিনিৰ মাজত চা-চিনাকি হোৱাৰ পিছত বনুৱাসকলকো মাহ-প্ৰসাদ দিয়া হ'ল। তেওঁলোকে বেছ তৃপ্তিৰে মাহ-প্ৰসাদ খাই লাইনলৈ ঘূৰি আহিল। এনেদৰেই থলুৱা লোকসকলৰ লগত সংশ্ৰৱত নিষেধাজ্ঞা থকা সত্বেও ধীৰে ধীৰে সংমিশ্ৰণৰ প্ৰক্ৰিয়া এটা আৰম্ভ হ'ল। দালালৰ ফুচুলনিত পৰি অহা দেউতাকৰ সৈতে অহা তুলসীৰ ল'ৰা অৰ্জুনে বাগিচাৰ বিদ্যালয়ৰ পৰা গৈ হাইস্কুলত পঢ়িলেগৈ। আৰু এদিন সি ডাক্তৰী পঢ়িবলৈ বুলি বাগিচা ত্যাগ কৰি যাত্ৰা আৰম্ভ কৰিলে।

এই অৰ্জুনৰ যোগেদিয়েই যেন চাহ জনগোষ্ঠীৰ সমাজত এক শিক্ষিত মধ্যশ্ৰেণীৰ উত্তৰণৰ ইংগিতো দাঙি ধৰা হৈছে। মন কৰিবলগীয়া যে, 'ডাৱৰ ...ঞ্ নাই' উপন্যাসত কেইটামান টকা আৰু ক্ষণিকৰ মনোৰঞ্জনৰ বাবে দেহা বিক্ৰী কৰা গৌৰী, 'মৃগয়া' উপন্যাসত এক অৰণ্য-আদিম বন্য জিঘাংসাত নিজৰ ভায়েকক হত্যা কৰি মৃতদেহৰ চাৰিওকাষে পৈশাচিক নৃত্য কৰা কৈলাস, 'গান গোৱাৰ আখৰা'ত মজদুৰ লাইনৰ পৰা গৈ বাগিচাৰ বাবু হোৱা জানকীৰামৰ বনুৱা শ্ৰেণীৰ প্ৰতি কৰা বিশ্বাসঘাতকতাৰ পৰা 'এজাক মানুহ এখন অৰণ্য'ৰ পৰোপকাৰী আৰু উচ্চশিক্ষিত অৰ্জুনলৈ ঘটা উত্তৰণ যেন চাহ জনগোষ্ঠীৰ সমাজখনৰ সামগ্ৰিক বিকাশৰেই ধাৰাবাহিক আৰু কলাসন্মত উপস্থাপন। নিতান্ত স্বাভাৱিকভাৱেই অৰ্জুনৰ নিচিনা শিক্ষিত চামটোৰ লগত সাম্প্ৰতিক কালত অসমীয়া সমাজৰ বিয়া-বাৰুৰ সম্পৰ্কও ঘটিবলৈ ধৰিছে। আৰু এনে বৈবাহিক সম্পৰ্কই দুয়োখন সমাজৰ সমন্বয়ত এক নতুন মাত্ৰা প্ৰদান কৰিছে ।

প্ৰায় কেইখন উপন্যাসতে ঘাইকৈ বাগিচাৰ চৰিত্ৰসমূহৰ কথোপকথনত চাহ বাগিচাত প্ৰচলিত ভাষা ব্যৱহাৰ কৰা হৈছে। লক্ষণীয় যে বহুতে এই ভাষাটোক 'চাদ্ৰী' বা 'চাদ্ৰী' বুলি অভিহিত কৰিলেও প্ৰকৃতাৰ্থত ইয়াক তেনে বুলি কৈ দিব নোৱাৰি। দৰাচলতে অসমৰ চাহ বাগিচাত বহু বছৰ ধৰি একেলগে বসবাস কৰাৰ ফলত চাওঁতালী, চাওঁৰা, মুণ্ডাৰী,উৰিয়া আদি ভাষাবোৰৰ সংমিশ্ৰণ আৰু কিছু পৰিমাণে অসমীয়া, হিন্দী, বঙালী আদি ভাষাৰ শব্দৰ সমাহাৰ ঘটি বাগিচাসমূহত এটা উমৈহতীয়া ভাষাই গঢ় লৈছে। উপন্যাসকেইখনৰ চৰিত্ৰসমূহৰ কথোপকথনত এই ভাষাকে ব্যৱহাৰ কৰাৰ বাবে কাহিনীভাগৰ বিশ্বাসযোগ্যতা বঢ়াৰ লগতে পাঠকে তেওঁলোকৰ ভাষাটোৰ বিষয়েও জনাৰ সুবিধা হৈছে । দৃষ্টান্ত স্বৰূপে—

*'তুই কিচেৰ বাপৰে? কিচেৰ বাপ? শ্যালা মোৰ মাইকীক দুচৰাই ভাগাইকে লেই গেল, একটা মাত নাই দিলি। লাইনমে মিটিং হ'ল, মিটিংমেও নাই গেলি। শ্যালা তুই কিচেৰ বাপ। হাম অখন পুলিচকে চামনে যাব। টাকা লাগে। মোকে টাকা দে। টাকা নাই দেবে ত' বাত বেয়া হতা টাকাদে। শ্যালা তুই কিচেৰ বাপ? হামাৰ শ্যালা জিন্দেগী খাৰাপহেই গেল আৰ' তুই ভাত খাইকে ঘুমালেহি। শ্যালা তুই মৰ নাইযেহি কাহে?'*[৮]

ইয়াৰ উপৰি উপন্যাসকেইখনৰ মাজেদি চাহ জনগোষ্ঠীৰ লোকসকলৰ দৈনন্দিন জীৱন, তেওঁলোকৰ ধৰ্মবিশ্বাস, উছৱ-পাৰ্বণ, গীত-মাত আদিৰ সম্যক প্ৰকাশৰ কথাও উল্লেখযোগ্য। বাস্তৱিকতে ঘটা ঘটনা বাবেই আটাই কেইখন উপন্যাসতে জনগোষ্ঠীটোৰ মহিলা আৰু গাভৰুহঁতৰ ওপৰত সংঘটিত যৌন-শোষণৰ বিষয়টোও গুৰুত্বসহকাৰে বৰ্ণিত হোৱাটোও মন কৰিবলগীয়া। উল্লেখযোগ্য যে অসমৰ স্বাধীনতা আন্দোলনৰ নেতা অমিয় কুমাৰ দাস, নবীন চন্দ্ৰ বৰদলৈ আদিয়েও বিভিন্ন প্ৰসংগত চাহ বাগিচাৰ মহিলাসকলৰ ওপৰত হোৱা নিৰ্যাতনৰ সন্দৰ্ভত উদ্বেগ প্ৰকাশ কৰিছিল। আনহাতে মহাত্মা গান্ধীয়ে এই বিষয়ে প্ৰতিক্ৰিয়া ব্যক্ত কৰি লিখিছিল—

*'বাগিচাই বাগিচাই য়ুৰেছিয়ান ল'ৰা-ছোৱালীবোৰে মুনিহ আৰু তিৰোতাৰ নিৰ্লজ্জ সম্পৰ্কৰ কাহিনীৰ নিদৰ্শন হিচাপে থিয় দিছে। মোৰ ক্ষমতা থকা হ'লে যি বিলাক বাগিচাত ভাৰতীয় নাৰীৰ ওপৰত এই অপমান অব্যাহত হৈ আছে, সেইবিলাক বাগিচা মই বন্ধ কৰি দিলোঁহেতেন। মই জানো এই সমস্যাটো জটিল। য়ুৰোপীয় এজনে নিজৰ ভনীয়েকক সন্মান কৰাৰ দৰে ভাৰতীয় তিৰোতালৈকো তেওঁৰ তেনে সন্মান থকাহেঁতেন বিয়া নোহোৱাকৈ এনেবিধৰ অবৈধ য়ুৰেছিয় ল'ৰা-ছোৱালীৰ জন্ম নহ'লহেঁতেন।'*[৯]

চাহ জনগোষ্ঠীৰ লোকসকলৰ নিজৰ ভিতৰত পাৰস্পৰিক সন্মতি সাপেক্ষে হোৱা এই ধৰণৰ সম্বন্ধবোৰৰ উপৰি বাগিচাৰ থলুৱা অসমীয়া কৰ্মচাৰী আৰু মালিক-পৰিচালকসকলৰ লাম্পত্যৰ বৰ্ণনাই উপন্যাস কেইখনৰ বহু পৃষ্ঠা আবৰি আছে। কেইবাখনো উপন্যাসত এনে প্ৰসংগৰ খোলা-মেলা বৰ্ণনাই মাত্ৰাধিক ৰূপ লাভ কৰাও পৰিলক্ষিত হয়। এই ক্ষেত্ৰত 'প্ৰাচীৰ আৰু প্ৰান্তৰ' উপন্যাসত বাগিচাৰ মালিক মৃত্যুঞ্জয় বৰুৱাই লক্ষ্মী নামৰ বাগিচাৰ মহিলা গৰাকীক



আন এগৰাকী গাভৰুৰ সন্মুখত উলংগ কৰি কোন বেছি সুন্দৰী পৰীক্ষা কৰাটোলৈকে আঙুলিয়াব পাৰি। প্ৰসংগক্ৰমে উল্লেখ্য যে, বিদেশীয়েই হওক বা স্বদেশীয়েই হওক ধনাঢ্য লম্পটসকলে চাহ বাগিচাৰ মহিলাসকলক ইতৰ প্ৰাণীতকৈ কোনো বেছি মৰ্যাদা দিব খোজা নাছিল। উল্লিখিত উপন্যাসখনতে, বাগিচাৰ মালিকে লক্ষ্মীক ৰক্ষিতা হিচাপে ৰখাৰ পিছত উপভোগৰ বাবে তাইৰ গাভৰু জীয়েকক আনিবলৈ পঠোৱা নাইবা আন কোনো উপন্যাসত সকলোৰে শুনাকৈ কোনোবা গাভৰুক নিতান্ত সহজভাৱেই কৈ দিব পাৰে 'আজিৰ পৰা তই মোৰ বঙলাত কাম কৰিবি'। দেখাত পোনপটিয়া অৰ্থসমৃদ্ধ এনে বাক্যৰ অৰ্থ চাহ বাগিচাৰ প্ৰায়বোৰ মানুহেই বুজি পায়— কি কাৰণে এগৰাকী গাভৰু মজদুৰ জীয়ৰীক বাগিচাৰ কামৰ পৰা নি বঙলাৰ কামত লগোৱাগৈ হয়। তদুপৰি বঙলাৰ চকীদাৰে মালিক বা পৰিচালকৰ ৰাত্ৰিযাপনৰ বাবে 'মাইকী' যোগাৰ কৰিবলগীয়া হোৱাতো সাধাৰণ কথা হিচাপেই দাঙি ধৰা হৈছে কেইবাখনো উপন্যাসত। এইবোৰ উদাহৰণে প্ৰমাণ কৰে, এই লোকসকলক ইতৰ প্ৰাণীতকৈ কোনো গুণে উচ্চস্থান দিয়া হোৱা নাছিল। অৱশ্যে অসহায় হৈ আত্মসমৰ্পণ কৰিবলগীয়া হোৱাৰ নিচিনা প্ৰতিকূল পৰিস্থিতিৰ পিছতো চাহ জনগোষ্ঠীৰ গাভৰু বা মহিলাসকল মানৱিক গুণসমূহেৰে উদ্ভাসিত হৈ উঠিবলৈ যত্ন কৰাটোও মন কৰিবলগীয়া। মানৱিক গুণসমূহৰ স্বকীয় প্ৰভাৱে উজলি-উদ্ভাসি উঠা চৰিত্ৰৰ ভিতৰত 'সেউজী পাতৰ কাহিনী'ৰ চনিয়া আৰু আলোমণি, 'প্ৰাচীৰ আৰু প্ৰান্তৰ'ৰ লক্ষ্মী, 'মৃগয়া'ৰ ফুল, 'এজাক মানুহ এখন অৰণ্য'ৰ কালোন্দী আদি উল্লেখযোগ্য।

শেষত ক'ব পাৰি, অসমত চাহ জনগোষ্ঠীৰ লোকসকলৰ অৱস্থিতি আৰু ইতিহাস, তেওঁলোকৰ আৰ্থিক অৱস্থা, সামাজিক অৱস্থান আদিৰ বিষয়ে সম্যক সচেতনতা এই উপন্যাসকেইখনৰ ঘাই বিশেষত্ব। সেয়েহে গোবিন্দ প্ৰসাদ শৰ্মাই লিখিছে—

*'এই জনগোষ্ঠীটো ইতিহাসৰ এক বিশেষ তাগিদাত বাহিৰৰ পৰা আহি অসম পোৱাৰে পৰা এই পৰ্যন্ত তেওঁলোকৰ গোষ্ঠীগত বিৱৰ্তন অংকন কৰিছে অসমীয়া উপন্যাসে। তাৰ মাজেদি অসমীয়া উপন্যাসে দেখুৱাইছে অসমীয়া সমাজৰ পৰা এসময়ত সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ এই জনগোষ্ঠীটো ক্ৰমে ক্ৰমে অসমীয়া সমাজৰ লগত একীভূত হৈ যোৱাৰ প্ৰক্ৰিয়া। অসমীয়া উপন্যাসে আৰু দেখুৱাইছে মূলসুঁতিৰ অসমীয়া সমাজৰ লগত তেওঁলোকৰ*

*সমাজখন সম্পূৰ্ণৰূপে অংগীভূত কৰিবলৈ অসমীয়া সমাজৰ কৰণীয় আৰু কি বাকী আছে? চাহ জনগোষ্ঠীৰ হিতসাধনত এইদৰে অসমীয়া সাহিত্যই যি কৰিছে, সেইদৰে আকৌ এই জনগোষ্ঠীটোৰ অৱস্থিতিয়েও অসমীয়া সাহিত্যৰ বিষয়বস্তুৰ বৈচিত্ৰ বৃদ্ধি কৰি অসমীয়া সাহিত্যক সামাজিক চিন্তাত সমৃদ্ধ কৰাত সহায় কৰিছে।'*[১০]

প্ৰসংগ-টোকা ঃ

১. গোবিন্দ প্ৰসাদ শৰ্মা, অসমীয়া উপন্যাসত চাহ-শ্ৰমিকৰ জীৱন আৰু সমস্যা, গৰীয়সী, দ্বাদশ বছৰ দ্বাদশ সংখ্যা, সাহিত্য প্ৰকাশ, গুৱাহাটী, চেপ্তে. ২০০৫, সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া, পৃ. ২৯।

২. উল্লিখিত।

৩. বাটচ'ৰা, 'মৃগয়া' উপন্যাসৰ পাতনি, জয়ন্ত মাধৱ বৰা।

৪. এই লোকসকলে বসবাস কৰা বা কাষৰ পাজৰৰ অৰণ্যাণীৰ পৰাই জীৱন ধাৰণৰ বাবে সকলোখিনি সম্পদ আহৰণ কৰিছিল। কিন্তু ব্ৰিটিশ্বসকলে নানাধৰণৰ আইন প্ৰণয়ন কৰি তেওঁলোকৰ এনে অধিকাৰ হৰণ কৰা এই লোকসকলে কেৱল যে অৰণ্যৰ অধিকাৰকে হেৰুৱাবলগীয়া হৈছিল তেনে নহয় তাৰ লগে লগে জীৱন যাপনৰ বাবে নতুন বিকল্পৰো সন্ধান কৰিবলগীয়া হৈছিল ।

অৰণ্যৰ অধিকাৰ, মহাশ্বেতা দেৱী, অনু. মনু সেন, ভৱানী পাব্লিচিং কনচাৰ্ণ, ১৯৮৯।

আদিবাসী জগৎ ,ভেৰিয়াৰ এলউইন, অনু. মহাশ্বেতা দেৱী, পৃথ্বিশ্ব সাহা, সাহিত্য অকাডেমী, ২০০৫।

৫. ঘাইকৈ এই দুই পদ্ধতিৰে শ্ৰমিকসকলক সংগ্ৰহ কৰা হৈছিল।

৬. উমাকান্ত শৰ্মা, এজাক মানুহ এখন অৰণ্য, বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড, গুৱাহাটী, ১৯৯৫, পৃ. ৫।

৭. উল্লিখিত, পৃ. ৭।

৮. মৃগয়া, জয়ন্ত মাধৱ বৰা, পৃ. ৫৪।

৯. চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পা.) অসমত মহাত্মা, পৃ. ১৪,১৫।

১০. গোবিন্দ প্ৰসাদ শৰ্মা, পূৰ্বোল্লিখিত, পৃ. ৩৩।



গ্ৰন্থপঞ্জী ঃ মূল গ্ৰন্থ


১. **অমৃত** ঃ জয়ন্ত মাধৱ বৰা, গোলোক ৰায় মেধি স্মৃতি প্ৰকাশন, গুৱাহাটী, ১৯৮৯।

২. **মৃগয়া** ঃ জয়ন্ত মাধৱ বৰা, সাহিত্য প্ৰকাশ, ট্ৰিবিউন বিল্ডিংছ , গুৱাহাটী, ১৯৯৮।

৩. **প্ৰাচীৰ আৰু প্ৰান্তৰ** ঃ চৈয়দ আব্দুল মালিক , মিত্ৰ এজেন্সি এণ্ড কোং, তিনিচুকীয়া, ১৯৬৮।

৪. **গান গোৱাৰ আখৰা** ঃ অৰুণ গোস্বামী, এ বি এচ পাব্লিকেশ্যন, গুৱাহাটী, ১৯৮৬।

৫. **এজাক মানুহ এখন অৰণ্য** ঃ উমাকান্ত শৰ্মা ,বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড, গুৱাহাটী, ১৯৯৫।

৭. **সেউজী পাতৰ কাহিনী** ঃ ৰাস্না বৰুৱা, চপলা সাহিত্য সদন, শ্বিলং, ১৯৫৯।

৮. **মেঘনা যমুনা থেমচ** ঃ স্বৰ্ণ বৰা, সুনীল প্ৰকাশন নগাঁও, ১৯৯৫।

৯. **ডাৱৰ আৰু নাই** ঃ যোগেশ দাস, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৮৯।


প্ৰাসংগিক গ্ৰন্থ ঃ


১. Antrobus , H . **A History Of Assam Company , 1839-1953,** Edinburgh, 1959.

২. Griffith, Percivaî **The History Of The Indian Tea Industry**, Weidenfeld and Nicolson 5th. Winsley Street, London, 1967.

৩. Guha, A. **Planter Raj To Swaraj– Freedom Struggle And Electoral Politics In Assam,** 1826-1947, Indian Council of Historical Research ,New Delhi, 1977.

৪. বৰুৱা, অঞ্জন ঃ **বিশ্ববন্দিত চাহ শিল্প**, প্ৰকাশিকা, এঞ্জেলা বৰুৱা, যোৰহাট ১৯৯১।

৫. গগৈ, ৰাজেন (সম্পা) ঃ **চাহ জনগোষ্ঠীৰ চিন্তা চেতনা**, অসম সাহিত্য সভা, ২০০১।

৬. শইকীয়া মানিক ঃ আধুনিকতাবাদী অসমীয়া কবিতা আৰু অন্যান্য ৰচনা, আকাশীতৰা প্ৰকাশন, ২০০২।
৭. শইকীয়া, মানিক ঃ অসম সাহিত্য সভাৰ সভাপতি সকলৰ অভিভাষণত অসমৰ চাহ জনগোষ্ঠী, অসম সাহিত্য সভা, ২০০৯।
৮. কুৰ্মি গণেশ চন্দ্ৰ (সম্পা.) ঃ দেউৰাম তাছা ৰচনাৱলী, অসম সাহিত্য সভা, ২০০১।
৯. গোস্বামী, তাৰক চন্দ্ৰ (সম্পা) ঃ চাহ জনগোষ্ঠীৰ জীৱন-চৰ্যা,নতুন সাহিত্য পৰিষদ, গুৱাহাটী,২০০৪।
১০. চাংমাই , জগত ঃ চিংফৌ জাতি আৰু বিছা ৰজাৰ ইতিবৃত্ত,যোৰহাট, ২০০৩।■



# অসমীয়া গল্প সাহিত্যলৈ চাহ-জনগোষ্ঠীয় গল্পকাৰৰ অৱদান

**থানেশ্বৰী গঞ্জু**

পুৰণি কালত সাধুকথাৰ প্ৰচলন আছিল। এই সাধুকথাৰ পৰা আধুনিক চুটিগল্পৰ জন্ম নহ'লেও সাধুকথাবোৰ আছিল চুটিগল্প সৃষ্টিৰ পথ নিৰ্দেশক। পৃথিৱীৰ চাৰিখন দেশত একেসময়তে গল্পই আত্মপ্ৰকাশ কৰিছিল। সেইসমূহ হ'ল– ফ্ৰান্স, ৰুচিয়া, জাৰ্মানী, আৰু আমেৰিকা। আধুনিক গল্প সাহিত্যৰ ইতিহাস মেলি চালে আমি দেখিবলৈ পাওঁ প্ৰায় অষ্টাদশ শতিকাৰ আগভাগতেই বা সোতৰশ শতিকাতেই আধুনিক গল্প সাহিত্যৰ শুভাৰম্ভ হয়।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক অসমীয়া গল্প সাহিত্যৰ জনক বুলি কোৱা হয়। বেজবৰুৱাদেৱৰ পিছতেই বহুতো গল্পকাৰে গল্প ৰচনা কৰি অসমৰ গল্প সাহিত্যৰ ভঁৰাল চহকী কৰি আহিছে। অসমত বসবাস কৰি থকা নেপালী, বঙালী, অভিবাসী মুচলমান, বড়ো, মিছিং আদি জাতি উপজাতিৰ গল্পকাৰসকলে অসমীয়া ভাষা সাহিত্যলৈ অৱদান আগবঢ়োৱাৰ দৰেই অসমত বসবাস কৰি থকা চাহ জনগোষ্ঠীৰ গল্পকাৰসকলেও অসমীয়া গল্প সাহিত্যলৈ লেখত লবলগীয়া অৱদান আগবঢ়াই আহিছে।

চাহ জনগোষ্ঠীয় সম্প্ৰদায়ৰ লোকসকলৰ স্বীকৃত ভাষা নথকাৰ বাবে তেওঁলোকে অসমীয়া ভাষাতেই নিজ সাহিত্য সংস্কৃতিৰ চৰ্চা কৰি অসমীয়া ভাষা সাহিত্যলৈ লেখত লবলগীয়া অৱদান আগবঢ়াই আহিছে। এই জনগোষ্ঠীৰ

লেখক- লেখিকাসকলে অসমীয়া ভাষা সাহিত্যলৈ বহু অৱদান আগবঢ়াই আহিছে যদিও চাহ জনগোষ্ঠীয় গল্পকাৰসকলৰ সংখ্যা তেনেই কম।

সত্তৰ দশকৰ কালছোৱাত প্ৰথম গল্প লিখিছিল চাহ জনগোষ্ঠীয় সম্প্ৰদায়ৰ দুৰ্গাচৰণ তাঁতীদেৱে। ডিব্ৰুগড় জিলাৰ হেজালবেঙ্ক চাহ-বাগিচাত বসবাস কৰা তাঁতীয়ে চাহ-জনগোষ্ঠী সম্প্ৰদায়ৰ জীৱন ধাৰাক ওপৰত ভিত্তি কৰি গল্পসমূহ ৰচনা কৰিছিল। তেওঁৰ গল্পত চাহ জনগোষ্ঠীৰ ৰীতি-নীতি, লোকাচাৰ আদি ছবি পৰিস্ফুট হোৱা দেখা যায়।

চাহ জনগোষ্ঠীৰ গল্পকাৰসকলে অসমীয়া গল্প সাহিত্যলৈ লেখত ল'বলগীয়া অৱদান আগবঢ়াই আহিছে। সেইসকলৰ ভিতৰত দুৰ্গাচৰণ তাঁতী, জোনমণি চাহু, সুশীলা ৰাজবংশী, হেমপ্ৰভা তাছা, ৰীতা গোৱালা, বিশ্বেশ্বৰ বৰাইক, বিশ্বেশ্বৰ বাঢ়ৈ, থানেশ্বৰী গঞ্জু, প্ৰসাদ নাগবংশী, মণিৰাম কুৰ্মী, দেবেন তাছা, মাখনলাল বাঢ়ৈ, ডিম্বেশ্বৰ তাছা, নিবেদিতা তাঁতী বাঢ়ৈ আদিয়েই উল্লেখযোগ্য।

হেমপ্ৰভা তাছা চাহ-জনগোষ্ঠীয় গল্পকাৰসকলৰ ভিতৰত এটি উল্লেখযোগ্য নাম। তেওঁ তিনিখন গল্প পুথি ৰচনা কৰি অসমীয়া গল্প সাহিত্যলৈ গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াইছে। তেওঁৰ প্ৰথমখন গল্পপুথি 'অৰ্ধ আকাশ' (১৯৯৭), দ্বিতীয়খন গল্পপুথি 'জীৱন নদীৰ ঘাটত' (২০০২), তৃতীয়খন গল্পপুথি 'হৃদয় যদি এখন আকাশ হয়, (২০০5)। তেওঁৰ প্ৰথমখন গল্পপুথিত সন্নিৱিষ্ট গল্পসমূহ হ'ল— সঙ্কল্প, সংঘাত, সংগ্ৰাম, অতিথি, অমানিশা, চাকনৈয়া, বিড়ম্বনা, প্ৰতীক্ষা, দৰ্পণ, নিৰাশা, সোঁৱৰণী, অৰ্ধ আকাশ। দ্বিতীয়খন পুথিত সন্নিৱিষ্ট গল্পসমূহ হ'ল— নিৰ্বিকাৰ, হৃদয় যাৰ নাম,পঙ্কিলতা চকুলো আৰু পৃথিৱী, নিশান্ত, কালান্তৰৰ আত্মকথা, নিসঙ্গতা, ওৰণি তলৰ মুখ, প্ৰহেলিকা, পুৱতি নিশাৰ তৰা, প্ৰতিবাদ, জোনাক জোনাক লাগে, নিৰ্জনতা, জীৱন নদীৰ ঘাটত,আৰু মৌন হিয়াৰ ৰাগিনী। তেওঁৰ তৃতীয়খন গল্পপুথিত সন্নিৱিষ্ট গল্পসমূহ হ'ল— হৃদয় যদি এখন আকাশ হয়, কামনা বাস্তৱ হ'ল, মোৰ শেষ সিদ্ধান্ত, ৰজনী বিদুৰ বৈভেল, সু-হৃদয়তা, নিশি পৰভাত বৈভেল, এখন আধা আঁকা ছবি, এটি মিঠা সপোন, সংলাপ সপোন আৰু শূন্য হৃদয়ৰ অনুভৱ। হেমপ্ৰভা তাছাৰ গল্পক প্ৰেমমূলক, সামাজিক,



পাৰিবাৰিক, মনস্তত্ত্বমূলক আদি ভাগত ভগাব পাৰি। তেওঁৰ গল্পত বিষয়বস্তু, চৰিত্ৰ, সংলাপ, সময়, স্থান আৰু কাৰ্যৰ মাজত ঐক্য থকা দেখা যায়। সেয়ে তেওঁৰ প্ৰায়খিনি গল্পকে সাৰ্থক গল্প বুলি ক'ব পাৰি। হেমপ্ৰভা তাছাৰ গল্পই অসমীয়া গল্প সাহিত্যলৈ এক লেখতলবলগীয়া অৱদান আগবঢ়াইছে যে তাক সহজেই বুজিব পাৰি।

চাহ জনগোষ্ঠীয় গল্পকাৰসকলৰ ভিতৰত আন এক সুযোগ্য গল্পকাৰৰ নাম হ'ল ডিব্ৰুগড় জিলাৰ সুশীলা ৰাজবংশী। সুশীলা ৰাজবংশীৰ প্ৰথমখন গল্প সঙ্কলন 'মিনিৰ মনস্তাপ'। এই গল্প সঙ্কলনখনিত উৰ্মি, দলদলি, দৰমহা কাকা, দাহিন, মিনিৰ মনস্তাপ, সন্দেহ, পদ্মফুল, সনামণিৰ জীৱন, শাদী, ভিক্ষাৰী, প্ৰেমেৰ ফল, আৰু ভুৱা চিঠিৰ পৰিণতি নামৰ ১২ টা গল্প আছে। প্ৰায়ভাগ গল্পই চাহ-বাগিচাৰ ঘটনাভিত্তিক। গল্পকাৰে এই গল্পসমূহৰ মাজেদি চাহ শ্ৰমিকৰ যাতনা, জীৱন কাহিনী, সামাজিক ৰীতি-নীতিৰ বিষয়ে অৱগত কৰিছে। তেওঁৰ দ্বিতীয়খন গল্প সঙ্কলন 'চক্ৰব্যূহ'ত (২০০৭ চন) বনাচ টাকা, ধুৱেৰ ৰাজনা সুন্দৰ লাগে, তৰ আশাই, মদাৰ ফুল, চক্ৰ ব্যূহ, উপলব্ধি, সেউতী বাহৰ সন্ধানত, অহঙ্কাৰী, সূৰুয ডুবে গেল, বিদেশ, স্মৃতি নামৰ গল্প সন্নিৱিষ্টৰে সঙ্কলনখনি পাঠকৰ অন্তৰ চুই যোৱাকৈ আটকধুনীয়াকৈ আগবঢ়াইছে। এই গল্পসমূহতো সামাজিক জীৱন যাত্ৰাৰ ছবি ফুটাই তোলাৰ লগতে সমাজৰ বেয়া দিশটো পাঠকৰ চকুৰ আগত দাঙি ধৰিছে। বাস্তৱ জীৱনৰ সঁচা কাহিনীবোৰ জীৱন্ত ৰূপত পাঠকৰ আগত দাঙি ধৰাত গল্পকাৰ সফল হৈছে বুলিয়েই ক'ব পাৰি। তেওঁৰ কেইটামান গল্প এতিয়াও অপ্ৰকাশিত ৰূপতেই আছে। এই গল্পসমূহ হ'ল— দুখেৰ বসা, মাংৰাৰ মৰম, চয়তান, সেই পাগলীজনী, ৰক্ষণাবেক্ষণ, কন্টকাকীৰ্ণ, ফলোদয়, অনুশোচনা, ফকীৰ, ভ্ৰংশ, পৰিশ্ৰান্ত আদি। তেওঁ গল্প ৰচনাক কেন্দ্ৰ কৰিয়েই অসম লেখিকা সংস্থাই অনুষ্ঠিত কৰা 'অচ্যুত চুতীয়া সোঁৱৰণি' অনুষ্ঠানত পঞ্চম পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ 'পদ্মফুল' গল্পটিৰ বাবে তেওঁ উদ্‌গণিমূলক বঁটা লাভ কৰিছিল। তেওঁৰ গল্পই পাঠকৰ চিত্ত আকৰ্ষণ কৰিব পাৰিছে। তেওঁৰ গল্পসমূহ অসমীয়া গল্প সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান হিচাবে পৰিগণিত হৈছে।

ডিব্ৰুগড় জিলাৰ ৰীতা গোৱালা চাহ জনগোষ্ঠীয় গল্পকাৰসকলৰ ভিতৰত

এটি উল্লেখযোগ্য নাম। তেওঁৰ গল্পৰাজিয়ে অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱাত সক্ষম হোৱা দেখা যায়। তেওঁৰ 'আশাবোৰ গোলাপৰ পাহিত' গল্পপুথিত ১০ টা গল্প সন্নিৱিষ্ট কৰিছে। ইয়াৰ প্ৰায়ভাগ গল্পই চাহ জনগোষ্ঠীয় পটভূমিত ৰচিত। তেওঁৰ মৰহা গোলাপ পাহিৰ গোন্ধ, নিৰৱে হৃদয়ত জ্বলিছিল প্ৰেমৰ শলিতাগছি, মাংৰা কাকাৰ বিলাপ, মিনিৰ বেদনা, উদ্দীপ্ত সুৰুযৰ ৰং, অনুতাপত ভাঙিল বিৰিণাৰ ডাল, জীৱন প্ৰেৰণাৰ সঁফুৰা, বিধাতাৰ খেলা, চমা গড়ৰ জীৱনৰ কথা আদি কেইটামান উল্লেখযোগ্য গল্প। তেওঁৰ কেইবাটাও গল্পত আমি দৰিদ্ৰ সমাজৰ চিত্ৰ দেখা পাইছোঁ। চাহ-জনগোষ্ঠী সমাজৰ শোষণ, নিষ্পেষণ দুখ-বেদনা আদিৰ চিত্ৰ তেওঁৰ গল্পত, সুন্দৰভাৱে ফুটি উঠা দেখা যায়। তেওঁৰ মাংৰা কাকাৰ বিলাপ, মিনিৰ বেদনা, চমা গড়ৰ জীৱন কথা আদি গল্পই পাঠক সমাজৰ সমাদৰ লাভ কৰা দেখা যায়। গতিকে অসমীয়া গল্প সাহিত্যলৈ তেওঁৰ অৱদান নুই কৰিব নোৱাৰি।

দেবেন তাছা চাহজনগোষ্ঠীয় গল্পকাৰসকলৰ ভিতৰত উল্লেখযোগ্য গল্পকাৰ। তেওঁৰ গল্পসমূহ বিভিন্ন আলোচনীত সিঁচৰতি হৈ আছে। তেওঁৰ আঘোণৰ সুবাস, সোঁৱৰণি, অপ্ৰকাশ্য, অনিশ্চয়তা, অন্তৰ্ধান, সোঁৱৰণীৰ বক্ষ বিদাৰি আদি গল্পত মালিক শ্ৰেণীৰ শোষণ, উৎপীড়নৰ লগতে চাহজনগোষ্ঠীয় সম্প্ৰদায়ৰ মাজত থকা অন্ধবিশ্বাস, জাত-পাতৰ ভেদাভেদ, মদৰ ব্যাপকতা আদি দিশসমূহ পাঠক সমাজৰ আগত মনোগ্ৰাহী আৰু হৃদয়স্পৰ্শ কৰিব পৰাকৈ দাঙি ধৰিছে। তেওঁৰ প্ৰায়খিনি গল্প চাহবাগিচাৰ পটভূমিত ৰচিত যদিও দুই এটা গল্পত অসমীয়া সমাজৰ সামাজিক ৰীতি নীতিৰ চিত্ৰও প্ৰকাশ পোৱা দেখা যায়। তেওঁ এজন ভাল প্ৰবন্ধকাৰ। পুথি আকাৰে প্ৰকাশ কৰিলে তেওঁৰ গল্পই অসমীয়া গল্প সাহিত্যৰ ভঁৰাল চহকী কৰাত অৰিহণা যোগাব। প্ৰাচীৰ নামৰ উপন্যাসিকা এখনো 'কেঁচাসোণ' নামৰ আলোচনীত ধাৰাবাহিকভাৱে প্ৰচাৰিত হৈ সমাদৃত হৈছে।

বিশ্বেশ্বৰ বৰাইক গোলাঘাট জিলাৰ চাহ জনগোষ্ঠীয় সম্প্ৰদায়ৰ এক লেখত ল'বলগীয়া গল্পকাৰ। তেওঁ চাহ-শ্ৰমিকৰ কণ-কণ মইনাহঁতৰ শিক্ষাদানত ব্ৰতী এজন শিক্ষক। বৰাইকৰ গল্পত নিজ সমাজৰ শৈক্ষিক, সামাজিক, অৰ্থনৈতিক আদি দিশৰ চিত্ৰ পৰিস্ফুট হোৱা দেখা যায়। তেওঁ চাহ-জনগোষ্ঠীয় সমাজখনৰ



উত্তৰণৰ বাবেই হাতত কলম তুলি লোৱা বুলি অনুভৱ হয়। দুখৰ সাগৰত পৰি ককবকাই থকা মানুহৰ দুখ, দৈন্য, কপটতা আদিৰ ছবি পঢ়ুৱৈৰ আগত দাঙি ধৰাৰ প্ৰয়াসেৰে তেওঁ গল্প ৰচনাত অধিক মনোনিৱেশ কৰা দেখা যায়। তেওঁৰ 'ধনশিৰি পাৰৰ বিননি' গল্পপুথিত চাহ জনগোষ্ঠী সম্প্ৰদায়ৰ সামাজিক দিশটো প্ৰতিফলিত কৰাৰ চেষ্টা কৰিছে। এই গল্প সংকলনখনিত– ইন্টাৰভিউৰ শেষত, প্ৰায়শ্চিত্ত, মোহবন্ধন, হোষ্টেলৰ প্ৰথম নিশা, পয়মাল, ধনশিৰি পাৰৰ বিননি, হাৰাধন চকীদাৰ, পৰিণাম, অন্ধকাৰ পথৰ যাত্ৰী, তাৰামণিৰ লাজ নামৰ দহোটা আটকধুনীয়া হৃদয়স্পৰ্শকাৰী গল্প সন্নিৱিষ্ট কৰিছে। তেওঁৰ 'ধনশিৰি পাৰৰ বিননি' গল্পত দুখীয়া শ্ৰেণীটোৰ ওপৰত চলোৱা নিৰ্মম অত্যাচাৰ, লুণ্ঠন আদিৰ চিত্ৰ প্ৰতিফলিত হোৱা দেখা যায়। এই গল্পৰ নায়িকা ৰহিমলাই চাকৰি বিচাৰি যাওঁতে প্ৰথম দুটা নিশা তাই মন্ত্ৰীৰ কোৱাৰ্টাৰত কটাবলগীয়া হ'ল। কিন্তু পিছদিনা ৰাতিপুৱাই মালতী খুৰী আৰু মধুকাইৰ ৰঙীণ কল্পনাৰ সৌধ নিমিষতে ভাঙি চুৰমাৰ কৰি দিলে বিষপান কৰি আত্মহত্যা কৰা ৰহিমলাৰ শৱদেহটোৱে। এনেধৰণৰ সুন্দৰ বৰ্ণনাশৈলীৰ দ্বাৰা গল্পকাৰে আমাৰ সমাজৰ এক শ্ৰেণীৰ নেতাৰ মুখাৰ আঁৰৰ মুখবোৰ পাঠকৰ আগত দাঙি ধৰাৰ চেষ্টা কৰিছে। 'তাৰামণিৰ লাজ' গল্পটিৰ জৰিয়তে গল্পকাৰে চাহ-জনগোষ্ঠীয় সম্প্ৰদায়ৰ এজনী দুখীয়া ছাত্ৰীৰ লজ্জা নিবাৰণৰ সামান্যতম আহিলাৰ অভাৱ আৰু দৰিদ্ৰতাৰ এক কৰুণ চিত্ৰ পাঠক সমাজৰ ওচৰত দাঙি ধৰিছে। তেওঁৰ গল্পসমূহ নিসন্দেহে অসমীয়া গল্প সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান বুলি আমি গৌৰৱেৰে ক'ব পাৰো। ভৱিষ্যত সম্ভাৱনাপূৰ্ণ এইজন গল্পকাৰৰ পৰা অধিক অৱদান লাভ কৰাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱা চাহ জনগোষ্ঠীৰ আন এগৰাকী গল্পকাৰৰ নাম হ'ল থানেশ্বৰী গঞ্জু। শোণিতপুৰ জিলাৰ বিহালী অঞ্চলত বসবাস কৰি থকা থানেশ্বৰী গঞ্জুৰ 'পুৱঁতি নিশাৰ সপোন' গল্প পুথি অসমীয়া গল্প সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান বুলি কব পাৰি। তেওঁৰ 'পুৱঁতি নিশাৰ সপোন' গল্প পুথিত সন্নিৱিষ্ট গল্পসমূহ হ'ল– প্ৰতিশোধ, লোভ, এবুকু জীয়া জুই, এবুকু সেউজীয়া হেঁপাহ, পুঁৱতি নিশাৰ সপোন, জোক, ভালপোৱা, ৰক্তাক্ত বেদনা, চম্পাৱতী, বেদনাই যেতিয়া উচুপি উঠে, মমতাৰ চিঠি, নীলাঞ্জনা, সাপ,

সাফল্যৰ হাঁহি, মা আৰু মৰম, নামৰ ১৫ টা গল্প। এই গল্পসমূহৰ প্ৰায়ভাগ গল্পতেই নাৰী নিৰ্যাতনৰ চিত্ৰ সুন্দৰভাৱে ফুটি উঠা পৰিলক্ষিত হয়। ইয়াৰ উপৰি তেওঁৰ আহাঁ আমি পোহৰ বিচাৰি যাওঁ, নিৰ্বাচনৰ ধুমুহা, তাই পাগলী নাছিল, হৃদয় আদালতৰ বিচাৰ, অভিনয়, অৰ্পণাৰ প্ৰতিশোধ, সমাৰীৰ সুখৰ জুপুৰী তাই ডাইনী নাছিল, ৰতন বুঢ়াৰ অভিশাপ, দেবাৰীৰ ভুলৰ সংশোধন, অন্ধবিশ্বাস, ৰতন আৰু বুধুৱা, এটি অন্ধবিশ্বাসৰ অপমৃত্যু, অন্ধকাৰৰ মাজত পূৰ্ণিমাৰ জোন আদি গল্প বিভিন্ন কাকত, আলোচনী, স্মৃতিগ্ৰন্থ আদিৰ পাতত সিঁচৰতি হৈ আছে। তেওঁ কেইটামান শিশু উপযোগী গল্প অসমীয়া ভাষা সাহিত্যলৈ আগবঢ়াইছে। সেইবোৰ হ'ল– প্ৰায়শ্চিত্ত, চেষ্টাৰ অসাধ্য একো নাই, ফুলমণিৰ ঋণ পৰিশোধ, মৰমৰ মা, বেয়া দেউতা, জন্মদিনৰ উপহাৰ, সঁচা কথাৰ পুৰস্কাৰ আদি। তেওঁৰ গল্পসমূহতো চাহ জনগোষ্ঠীয় সমাজখনত থকা ডাইনী, বেজ, ওজা, দৰিদ্ৰতা, দালাল, মহাজন, পুঁজিপতিৰ শোষণ লুণ্ঠন অত্যাচাৰ আদিৰ বিৱৰণেৰে পাঠক সমাজৰ চিত্ত আকৰ্ষণ কৰা দেখা যায়। তেওঁ গল্পবোৰৰ চৰিত্ৰসমূহ ইমান হৃদয়স্পৰ্শী ৰূপত ফুটাই তুলিছে যে গল্পবোৰ পঢ়ি যাওঁতে মনঃচক্ষুৰে সেইবোৰ প্ৰত্যক্ষ কৰাৰ দৰে অনুভৱ হয়। গতিকে তেওঁৰ গল্পসমূহ অসমীয়া ভাষা সাহিত্যলৈ এক লেখত ল'বলগীয়া অৱদান বুলিব পাৰি।

অসমীয়া গল্প সাহিত্যলৈ বিশেষ বৰঙণি আগবঢ়োৱা আন এগৰাকী গল্পকাৰ হ'ল বিশ্বেশ্বৰ বাঢ়ৈ। তেওঁৰ সোণালী স্বপ্ন, সুখ-দুখ আৰু চিন্তা, প্ৰেম, মৰম আৰু বিশ্বাস, ৰেখামণিৰ স্বপ্ন, বিনুমতিৰ চকুলো, আঘাত, ৰামলাল চৰ্দাৰৰ প্ৰতিজ্ঞা, সপোন, সংগ্ৰাম, ৰাধিকাৰ প্ৰেম, হেঁপাহৰ সৰু সংসাৰ, অনুভৱ আদি গল্প অসমীয়া গল্প সাহিত্যলৈ আগবঢ়াইছে। তেওঁৰ সৰহ সংখ্যক গল্পই চাহ বাগিচাৰ পটভূমিত ৰচিত। তেওঁ তেওঁৰ গল্পৰ জৰিয়তে চাহ জনগোষ্ঠীয় সমাজখনৰ এটি চিত্ৰ পাঠকৰ আগত দাঙি ধৰাৰ প্ৰয়াস কৰিছে। অদূৰ ভৱিষ্যতে সম্ভাৱনাপূৰ্ণ গল্প লেখক বিশ্বেশ্বৰ বাঢ়ৈৰ গল্পই অসমীয়া গল্প সাহিত্যৰ ভঁৰাল চহকী কৰাত সহায়ক হ'ব বুলি আশা কৰিব পাৰি।

অসমীয়া গল্প সাহিত্যলৈ বৰঙণি যোগোৱা আন এজন চাহ জনগোষ্ঠীয় গল্পকাৰ হ'ল কাৰ্বি আংলংত বসবাস কৰি থকা প্ৰসাদ নাগবংশী। নাগবংশীৰ



উপলব্ধি, যাত্ৰা, জাঁজ, পলাশৰ ৰং, সাগৰ, মৃতিকা, হিমান্ত, সোণৰ ৰূপৰ খাৰু, বগা পদুম, তৰঙ্গ, কুহক, বহুৰূপী, মেঘাচ্ছন্ন আকাশ, শিৰীষৰ কেঁচা তেজ, চাহপাতৰ ৰং, প্ৰেমৰ কোমল দলিচা, শ্যামল দলিচা, দলিচা, আকাশৰ পৰিধি, সদাত্মা, বিষাদ, হিমজ গহ্বৰ, বিশ্বাস, চক্ৰান্ত, চক্ৰব্যূহ নীলকণ্ঠ, দুঃস্বপ্ন বালিঘৰ আদি গল্পত আমি বৰ্ণনাশৈলীৰ চমৎকাৰিত্ব দেখিবলৈ পাওঁ। তেওঁৰ গল্পতো আমি চাহ জনগোষ্ঠীয় সমাজখনৰ এটি সুন্দৰ চিত্ৰ দেখিবলৈ পাওঁ। ভৱিষ্যত সম্ভাৱনাপূৰ্ণ এইজন নবীন গল্পকাৰৰ গল্পইয়ো অসমীয়া গল্প সাহিত্যৰ ভঁৰাল চহকী কৰাত অৰিহণা যোগাইছে।

অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱা চাহজনগোষ্ঠীৰ আন এগৰাকী গল্পকাৰ হ'ল ডিব্ৰুগড়ৰ জোনমণি চাহু। জোনমণি চাহুৰ গল্প সঙ্কলন 'দৰিদ্ৰতাৰ অনুভূতি' গল্প পুথিত চাহ জনগোষ্ঠীয় সমাজৰ চিত্ৰ সুন্দৰভাৱে প্ৰতিফলিত হোৱা দেখা যায়। তেওঁৰ 'দৰিদ্ৰতাৰ অনুভূতি' গল্প সঙ্কলনত সন্নিৱিষ্ট থকা গল্পসমূহ হ'ল– প্ৰতিশোধ, দুৰ্নীতি, উপলব্ধি, সংস্কাৰ, মণিৰ চিঠি, মৃত্যু, কিমান দূৰ গন্তব্য স্থান, বান্ধোন, দৰিদ্ৰতাৰ অনুভূতি, মনোবেদনা, নীলাম্বৰৰ হৃদয়, আশা পূৰণ, দুৰ্ভিক্ষ সময় আদি। তেওঁৰ আন কিছুমান গল্প বিভিন্ন কাকত, আলোচনী আৰু স্মৃতিগ্ৰন্থ আদিত সিঁচৰতি হৈ থকা দেখা যায়। সেইবোৰ হ'ল– স্মৃতি, কাৰ হৃদয় কেতিয়া ভাঙে, সেউজী পাতৰ বিননি, ডাঙৰ মানুহ, জীয়াই থকাৰ সুবাস, আজিৰ চুক্তি, আইন, যন্ত্ৰণা, জীৱনৰ অন্য এক মাদকতা, বিজনেচ, আজব চিন্তা, অভিনৱ খিৰিকীৰ কাযত প্ৰেম, অপৰাধ, বিশ্বাসঘাতক, প্ৰেম চিৰন্তন, শেষ সিদ্ধান্ত আদি। বাস্তৱ জীৱনক লৈ লিখা তেওঁৰ গল্পসমূহ নিঃসন্দেহে অসমীয়া গল্প সাহিত্যলৈ এক লেখত ল'বলগীয়া অৱদান। ভৱিষ্যতেও এইজন গল্পকাৰৰ গল্পই অসমীয়া গল্প সাহিত্যৰ সৌষ্ঠৱ বঢ়োৱাৰ সম্ভাৱনা থকা দেখা পোৱা যায়।

অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱা আন এগৰাকী চাহ জনগোষ্ঠীয় গল্পকাৰ হ'ল খুমটাইৰ মাখনলাল বাঢ়ৈ। তেওঁৰ গল্পসমূহো চাহ জনগোষ্ঠীয় পটভূমিত ৰচিত। তেওঁৰ গল্পসমূহ হ'ল– চেতনা, আত্মবিশ্লেষণ, অনুশোচনা, মদৰ ৰং ৰঙা আদি। তেওঁৰ গল্পৰাজিত বিষয়বস্তু, চৰিত্ৰ, সংলাপ,

স্থান আৰু কাৰ্য্যৰ মাজত ঐক্য থকাৰ লগতে গল্পৰ ঘটনা বিন্যাসো সু-সংঘবদ্ধ ৰূপত দেখা যায়।

অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱা আন এগৰাকী চাহ জনগোষ্ঠীয় গল্পকাৰ হ'ল তেজপুৰৰ মনোমতী কুৰ্মী। মনোমতী কুৰ্মীয়ে শেৱালিৰ সপোন, ভ্ৰান্ত স্বপ্ন, নীৰৱ অনুভূতি আদি গল্পৰ জৰিয়তে গাঁৱলীয়া সমাজৰ চিত্ৰ, দৰিদ্ৰ লোকৰ বেদনা, হা-হুতাশ, হুমুনিয়াহ আদিৰ কথা সুন্দৰভাৱে প্ৰকাশ কৰিছে। তেওঁ অমৃতা প্ৰীতমৰ হিন্দী গল্পও অসমীয়ালৈ অনুবাদ কৰিছে। সেইবোৰ হ'ল— বৃহস্পতিবাৰৰ ব্ৰত, আৰু নদী বৈ আছে, মা সাৰদা, নিম গছেও বতাহ বিলায় আদি।

অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱা চাহ জনগোষ্ঠীৰ আন এক গল্পকাৰ হ'ল যোৰহাটৰ মণিৰাম কুৰ্মী। মণিৰাম কুৰ্মীৰ গল্পসমূহ হ'ল— সন্ধ্যা লোৱাৰ বিদায়, বৈধব্যৰ যাতনা, ভগৱানৰ খেতি, বৰ বঙলাৰ ভূত, তেজপিয়া, জ্বলি নিঃশেষ হোৱা মমৰ পোহৰ, মেমকাৰী, অৱসৰৰ অৱসাদ, মৰহা ফুলৰ কলি, সমন্বয়ৰ সাঁকো, মিতা, ৰং-জুলিৰ ৰং, মৰিকলঙৰ ঢল, মৰুদ্যান আদি। তেওঁৰ অধিকাংশ গল্পই চাহ জনগোষ্ঠীৰ পটভূমিত লিখা। 'বৈধব্যৰ যাতনা' গল্পত তেওঁ বিধবা লোকৰ হা-হুতাহ, হুমুনিয়াহ, জীৱন যন্ত্ৰণাৰ কথা সুন্দৰভাৱে চিত্ৰিত কৰিছে। তেওঁৰ গল্পই পাঠক সমাজক আকৃষ্ট কৰাৰ লগতে নিজস্ব ৰচনাশৈলীৰে গল্পসমূহক সুকীয়া সৌন্দৰ্য প্ৰদান কৰিছে। তেওঁ নিজ সাহিত্য প্ৰতিভাৰ বাবে 'মেঘৰাজ কৰ্মকাৰ আৰু দেউৰাম তাছা সাহিত্য বঁটা' লাভ কৰিবলৈ সক্ষম হৈছে।

এইসমূহৰ উপৰি চাহ জনগোষ্ঠীয় সম্প্ৰদায়ৰ ৰেখা তাছা আন এটি উল্লেখযোগ্য নাম। ৰেখা তাছাৰ স্বপ্ন, কৰ্ম প্ৰবাহ, দোষী কোন, ভাৰাতীয়াৰ বিঁলে, অবৈধ খোজ, পিষ্ট অনুভৱ আদি গল্পই তথাকথিত সমাজখনৰ চিত্ৰ সুন্দৰভাৱে উদঙাই দেখুৱাইছে। ডিম্বেশ্বৰ তাছাৰ 'চল মিনি আসাম যাব', অভিনেতা, গল্প লিখাৰ বেদনা আদি উল্লেখযোগ্য গল্প। নিবেদিতা তাঁতী বাঢ়ৈৰ 'নবৌ', 'সম্বৰ্দ্ধনা', আদি উল্লেখযোগ্য গল্প। ৰেণু গোৱালাৰ ডেডবডিৰ স'তে এনিশা, আশাৰ বেদনা, সঞ্জীৱ কুমাৰ গণৰ হায় বাৰ্দ্ধক্য, আমি জানো প্ৰকৃত শিক্ষিত, ৰাজীৱ কুৰ্মিৰ মৰমে মৰম বুজে, গজানন বাউৰীৰ ট্ৰেড ইউনিয়ন শিক্ষাৰ প্ৰাককালীন অভিজ্ঞতা,



ভগীৰথ হৰপালৰ সঙ্কল্প, ইডিউচ নাগৰ অনুশোচনা, চুচান্তি ইন্দোৱাৰৰ প্ৰতিশোধ, প্ৰাণেশ্বৰ লুমগাৰ মঙ্গলু চৰ্দাৰ উল্লেখযোগ্য গল্প। উজনি অসমৰ অমল হৰই চাহ-জনগোষ্ঠীৰ পটভূমিত গল্প লিখাৰ উপৰি 'হৰৰ' গল্পও লিখিছিল। পাৰ্বতী কুৰ্মীৰ অপৰাজিত, শিৱপ্ৰসাদ মাৰাৰৰ কেইবাটাও অপ্ৰকাশিত গল্প, কমল তাঁতীৰ গল্প, নিৰুপমা তাঁতীৰ অনুবাদ গল্প আদিয়ে অসমীয়া গল্প সাহিত্যলৈ অৱদান আগবঢ়োৱাৰ থল আছে। বিহালীৰ ললিতা কুৰ্মীৰ কেইবাটাও অপ্ৰকাশিত গল্পই ভৱিষ্যতে অসমীয়া গল্প সাহিত্যলৈ অৰিহণা যোগাব। এই ক্ষেত্ৰত বিহালীৰ মাধুৰী ওৰাঙৰ নামো উল্লেখ কৰিব পাৰি।

চাহ-জনগোষ্ঠীৰ যি কেইজন সাৰ্থক গল্পকাৰ আছে তেওঁলোকৰ গল্পৰ মাজেদি কাহিনীয়ে ধ্বনিত কৰিছে জীৱনৰ কোনো এক মুহূৰ্তৰ ঘনীভূত ইতিহাস। এই জনগোষ্ঠীৰ গল্পকাৰসকলে গল্পৰ উদ্দেশ্য, কাৰ্য আৰু ঐক্যৰ লগত গল্পৰ চৰিত্ৰৰ সঙ্গতি ৰাখি সুন্দৰ পৰিকল্পনাৰে গল্পসমূহৰ ভাৱৰাশি সুস্থভাৱে প্ৰকাশ কৰাৰ চেষ্টা কৰিছে। চুটি গল্পৰ বিশিষ্ট উপাদানসমূহ যেনে— বিষয়বস্তু, কাহিনী গল্পকাৰৰ জীৱন দৰ্শন, সংলাপ, ঐক্য, ৰচনা ৰীতি, পৰিৱেশ সৃষ্টি এইসমূহ চাহ জনগোষ্ঠীয় গল্পকাৰসকলৰ গল্পতো সুন্দৰভাৱে প্ৰতিফলিত হোৱা দেখা যায়। মানুহৰ গতিশীল জীৱনৰ লগত ওতপ্ৰোত সম্বন্ধ থকা ৰীতি-নীতি, সমাজ-সংস্কৃতি-সভ্যতা, ধৰ্ম আৰু জীৱনৰ সুখ-দুখৰ কাহিনী প্ৰকৃতিৰ স'তে মানুহৰ সংগ্ৰামৰ কথাবোৰেই আমি চাহ- জনগোষ্ঠীয় গল্পকাৰ সকলৰ গল্পত দেখিবলৈ পাওঁ। চাহ-জনগোষ্ঠীয় বেছিভাগ গল্পকাৰে মানুহৰ ভণ্ডামি আৰু সামাজিক অন্যায়, অসমতা আদি উদঙাই দেখুৱাই সমাজত প্ৰচলিত অন্ধবিশ্বাস, ৰীতি-নীতিবোৰ চালি-জাৰি চাই সামাজিক ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত গল্প ৰচনা কৰি এখন নতুন, নিকা, সুন্দৰ সমাজ গঢ়াৰ প্ৰচেষ্টা হাতত লোৱা দেখা যায়।

মুঠতে অসমীয়া গল্প সাহিত্যলৈ চাহ জনগোষ্ঠীয় গল্পকাৰৰ অৱদান কোনোগুণে কম নহয়। অৱশ্যে এইটো কথাও ঠিক যে চাহ জনগোষ্ঠীয় গল্পকাৰসকলে বহুতো গল্প ৰচনা কৰিছে, যদিও আৰ্থিক অভাৱৰ বাবে তেওঁলোকে গল্পসমূহ প্ৰকাশ কৰাত অসমৰ্থ হৈ পৰিছে। চাহ জনগোষ্ঠীয় গল্পকাৰসকলৰ

গল্পসমূহ 'অসম সাহিত্য সভাই' প্ৰকাশৰ ব্যৱস্থা কৰিলে অসমীয়া গল্প সাহিত্যৰ ভঁৰাল চহকী কৰাৰ লগতে ইয়াৰ সৌষ্ঠব যে বৃদ্ধি কৰিব ই ধ্ৰুৱপ। অদূৰ ভৱিষ্যতে চাহ-জনগোষ্ঠীয় গল্পকাৰসকলৰ গল্পই অসমীয়া গল্প সাহিত্যৰ উন্নতিত বিশেষ অৰিহণা যোগাব পাৰিব বুলি নিসন্দেহে কৈ দিব পাৰি। ■



# অসমীয়া সাহিত্যলৈ চাহ জনগোষ্ঠী লেখক-লেখিকাৰ অৱদান

অনিতা কুৰ্মী

মজদুৰ চালানৰ কৰুণ কাহিনী চাহ জনগোষ্ঠী সমাজখনে আজিও পাহৰিব পৰা নাই। এইখন সমাজৰ পূৰ্ব পুৰুষসকলক ফুচুলাই দালালে যিদৰে অসমলৈ আনিছিল তাক ভুক্তভোগীয়েহে জানে। চাহ জনগোষ্ঠীৰ অসম আগমনৰ ইতিহাস কৰুণ কাহিনীৰে ভৰপূৰ। ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা বিভিন্ন জাতিৰ বিভিন্ন ভাষাভাষীৰ লোকসকলক যেতিয়া চাহ বাগিচাৰ লাইনবোৰত ৰাখিবলৈ ধৰিলে তেতিয়া ইজনে সিজনৰ ভাষা বুজিব নোৱাৰি আকাৰে ইংগিতে মনৰ ভাব প্ৰকাশ কৰিব ধৰিলে। মুণ্ডাসকলৰ কথা চাওঁতালে বুজি নাপায়, চাওতালৰ কথা ওৰাঙে বুজি নাপায়, ওৰাঙৰ কথা কুৰ্মীয়ে বুজি নাপায়, কুৰ্মীৰ কথা তেলেঙাই বুজি নাপায়, তেলেঙাৰ কথা উৰিয়াই বুজি নাপায়, ইত্যাদি ইত্যাদি— অথচ সকলোবোৰ মানুহ একেখন বাগিচাতে, একেখন লাইনতে থাকে। কামো কৰে একেলগে। কিন্তু কোনেও কাৰো কথা বুজি নাপায়। আকাৰে ইংগিতেই মনৰ ভাব ব্যক্ত কৰে। এইদৰে দিনবোৰ বাগৰিবলৈ ধৰে। দিন যোৱাৰ লগে লগে তেওঁলোকৰ মাজত থকা বুজিব পৰা সহজ কথাবোৰ অজানিতভাবে পৰস্পৰৰ মাজত প্ৰচলন হ'বলৈ ধৰিলে আৰু কালক্ৰমত ইয়েই এদিন বাগানীয়া ভাষাৰ ৰূপ ল'লে। অসমৰ মাটিত মিশ্ৰিত ৰূপত জন্ম লাভ কৰা বাগানীয়া ভাষা আজি চাহ জনগোষ্ঠীৰ মাতৃভাষা হ'লেও অসমীয়া ভাষা তেওঁলোকৰ ধাত্ৰী বা সংযোগী

ভাষা। অসমীয়া ভাষা তেওঁলোকৰ ওপৰত কোনেও জাপি দিয়া নাই। তেওঁলোকৰ মাজত ইয়াৰ প্ৰসাৰৰ বাবে কোনেও কাম কৰা নাই। এই ভাষাৰে পঢ়া-শুনা কৰি সাহিত্য চৰ্চা কৰিব লাগে বুলিও কোনেও কোৱা নাই। 'আসাম মৰলে হামৰাও মৰব' বুলিও ক'বলৈ কোনেও কোৱা নাছিল। কিন্তু ক'ব নোৱাৰাকৈয়ে আপোনা-আপুনি এইবোৰ তেওঁলোকৰ মাজত হৈ উঠিল। আজি তেওঁলোকে অসমীয়া ভাষাৰে পঢ়া-শুনা কৰে, অসমীয়া ভাষাৰে নিজৰ ভিতৰত কথা পাতে আৰু অসমীয়া ভাষাৰে সাহিত্য চৰ্চা কৰে। অসমীয়া ভাষা সাহিত্য তেওঁলোকৰ আপোন হৈ পৰিল। অসমখনো আপোন হৈ পৰিল। সেয়ে অসম আন্দোলনত হাজাৰ হাজাৰ চাহ বাগিচাৰ লোকে পথত সমদল উলিয়াই মুক্তকণ্ঠে জয়ধ্বনি দি আন্দোলনক সমৰ্থন কৰিছিল।

কিন্তু বৰ দুখৰ বিষয় যে, অসমত প্ৰায় দুশ বছৰ বসবাস কৰা আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক নিজৰ বুলি জ্ঞান কৰা চাহ জনগোষ্ঠীয় লোকসকল আজিও অসমীয়া হ'ব নোৱাৰিলে। স্বাৰ্থৰ সময়তহে তেওঁলোকক অসমীয়া বুলি কয়। আন সময়ত নহয়। সময়ত অসমীয়া আৰু সময়ত কুলী বুলি কোৱা কথাবোৰে চাহ জনগোষ্ঠী সমাজখনক ভৱাই তুলিছে। যাৰ কাৰণে সকলোৱে এদিন হয়তো অনুতাপ কৰিব লাগিব। খাটি অসমীয়া নহ'লেও তেওঁলোক চাহ বাগিচাৰ অসমীয়া।

সমাজখন শিক্ষা দীক্ষাত একেবাৰে পিছপৰা। য'ত শিক্ষা নাই তাত সাহিত্য নাই। সাহিত্য কি বস্তু তেওঁলোকে নজানে, এইবোৰ জনাৰ তেওঁলোকৰ দৰকাৰো নাই। কাম কৰিব লাগে, হাজিৰা পাব লাগে, ৰেছন পাব লাগে, বোনাচ পাব লাগে, বচ্ ইমানেই। যাৰ বৰ্তমান আছে, ভৱিষ্যত নাই। তেনে এখন সমাজত সাহিত্যৰ কথা বহুত দূৰতে থাকি যায়। তাৰ মাজতো সমাজখনৰ কিছু লোকে সাহিত্য চৰ্চা কৰিছে। সাহিত্য সভাৰ লগত জড়িত হৈ পৰিছে। সাহিত্যিক পেঞ্চনো পাইছে। অসম সাহত্য সভাৰ কাৰ্য নিৰ্বাহক সদস্যকে ধৰি বিষয়ববীয়া হৈছে. নাৰায়ণ ঘাটোৱাৰ, মেঘৰাজ কৰ্মকাৰ, দেউৰাম তাছা আৰু গণেশ চন্দ্ৰ কুৰ্মি, সুশীল কুৰ্মীয়ে সাহিত্যিক পেঞ্চন পাইছে। ভালেমান কিতাপ-পত্ৰ তেওঁলোকৰো প্ৰকাশ পাইছে। অসম সাহিত্য সভাত চাহ জনগোষ্ঠীৰ প্ৰথম কাৰ্য নিৰ্বাহক সদস্য আছিল শিৱসাগৰ জিলাৰ ৰঘুৱা তাঁতী। সময়ত কাৰ্য নিৰ্বাহক সদস্য হিচাপে নিৰ্বাচিত হৈছিল দেউৰাম তাছা, নাৰায়ণ ঘাটোৱাৰ, প্ৰহ্লাদ চন্দ্ৰ তাছা, সুশীল



কুৰ্মী, গুৰুচৰণ কুৰ্মী, গণেশ চন্দ্ৰ কুৰ্মি আদি ভালে কেইজন লেখক। বস্তুতৰে বহু লেখনি কাকত আলোচনীত প্ৰকাশ পাইছে। নতুন নতুন লেখক-লেখিকা ওলাই আহিছে। ই এক গৌৰৱৰে কথা।

কবিতাৰ জগতত সনন্ত তাঁতী আৰু সমীৰ তাঁতীয়ে এক সুকীয়া স্থান দখল কৰিছে। দুয়োৰে ভালেমান কবিতাৰ পুথি প্ৰকাশ পাইছে।

গল্প লিখা লোকৰ সংখ্যা কম। যি কেইজন আছে তেওঁলোক হ'ল-- প্ৰাণেশ্বৰ লোমগা, দুৰ্গাচৰণ তাঁতী, অমল হৰ', অবিনাশ হৰ', সুশীলা ৰাজবংশী, থানেশ্বৰী কুৰ্মী গঞ্জু, হেমপ্ৰভা তাছা, জোনমণি চাহু, বিশ্বেশ্বৰ বৰাইক, ৰীতা গোৱালা উল্লেখযোগ্য।

চাহ জনগোষ্ঠীৰ কলমত শিশু উপযোগী পুথিও প্ৰকাশ পাইছে। পুথিকেইখন হ'ল-- থানেশ্বৰী কুৰ্মী গঞ্জুৰ 'অকণমানি ছোৱালীজনী'; নকুল কুৰ্মীৰ 'বুধিয়ক মেকুৰী'; সুৰেশ কালিন্দীৰ 'বন্ধুলৈ চিঠি'; সুশীল কুমাৰ চুঁড়ীৰ 'বিমলৰ তৈলক্ষেত্ৰ দৰ্শন' আৰু 'মাইনাৰ জগতখন'; জয়ন্ত কুৰ্মীৰ 'মাহ আৰু ঋতুৰ কথা' আৰু 'চিকাৰী বুঢ়ী'; ৰেখা তাছাৰ 'কৰম গছ আৰু পদ্মঁ ফুল'; বিষ্ণু মুণ্ডাৰ 'অমনু ড্ৰাইভাৰ' আৰু 'মলুৱা বান্দৰ'; ৰেণু গোৱালাৰ 'চতুৰ পণ্ডিত'; মুৰুলীধৰ কুৰ্মীৰ 'বগাহাতী' আৰু ৰীতা গোৱালাৰ 'বুঢ়া-বুঢ়ী আৰু বাঘ মামা' আৰু 'ধূৰ্ত শিয়াল'।

চাহ জনগোষ্ঠীৰ কেইবাজনো সাহিত্যিক জিলা সাহিত্য সভাৰ সভাপতি হৈছে। তেওঁলোক হ'ল-- মেঘৰাজ কৰ্মকাৰ, প্ৰহ্লাদ চন্দ্ৰ তাছা আৰু গুৰুচৰণ কুৰ্মী।

অসম চাহ মজদুৰ সংঘৰ 'চাহ মজদুৰ' নামৰ এখনি মাহেকীয়া বাৰ্তালোচনী দীৰ্ঘদিন ধৰি প্ৰকাশ পাই আছে। চাহ জনজাতি ছাত্ৰ সন্থাৰ অধুনালুপ্ত মুখপত্ৰ 'সেউজী পাত' আৰু অধিৱেশনবোৰত প্ৰকাশ পাই থকা স্মৃতিগ্ৰন্থসমূহে লেখক-লেখিকাৰ সৃষ্টিত অৰিহণা যোগাই আহিছে। গণেশ চন্দ্ৰ কুৰ্মি আৰু চেনিৰাম কুৰ্মীৰ সম্পাদনাত 'মাদল' নামৰ মাহেকীয়া আলোচনী এখন প্ৰকাশ পাইছিল। বিভিন্ন সময়ত বিভিন্ন জনৰ সম্পাদনাত কাগজ-আলোচনী প্ৰকাশ পাইছিল। 'আদিবাসী আৱাজ', 'হামাদেৰ আৱাজ', 'আঙনা', 'জননী' আদিৰ কথা মনত পৰে। ১৯৭০ চনত হোমেন বৰগোহাঞিৰ সম্পাদনাত 'চাহ মজদুৰ বিশেষ সংখ্যা' হিচাপে প্ৰকাশ পাইছিল। ১৯৮০ চনত সুশীল কুৰ্মীৰ সম্পাদনাত দ্বিতীয় বাৰ কাকতখন 'চাহ মজদুৰ বিশেষ সংখ্যা' হিচাপে প্ৰকাশ পাইছিল। দুয়োটা বিশেষ

সংখ্যাতে এইখন সমাজৰ লেখক লেখিকাই কলম চলাইছিল। কলম চলাইছিল অৱনীন্দ্ৰ বৰা সম্পাদিত 'কালপুৰুষ' আৰু কৌশিক আচাৰ্য সম্পাদিত 'সৃষ্টি'ত। দুয়োখনেই আছিল জ্যোতিষ সম্পৰ্কীয় মাহেকীয়া আলোচনী। এদিন সাপ্তাহিক জনমভূমিত 'সেউজী পাতৰ আঁৰে আঁৰে', অগ্ৰদূতত 'চাহ শ্ৰমিকৰ কণ্ঠস্বৰ' নীলাচলত চাহ বাগিচাৰ মজিয়াৰ পৰা আদি চাহ বাগিচাৰ আচুতীয়া শিতান আছিল। এতিয়া কেৱল দৈনিক জনমভূমিত 'এটি কলি দুটি পাত' চাহ বাগিচাৰ আচুতীয়া শিতান আছে। মাহেকীয়া আলোচনী 'জোনবিৰি'য়ে প্ৰথম বাগিচাৰ শিতান মুকলি কৰে। শিতানটি সুশীল কুৰ্মীয়ে পৰিচালনা কৰিছিল। তাৰ পাছত মাহেকীয়া আলোচনী 'যুগ'তো 'চাহ বাগিচাৰ প্ৰতিধ্বনি' নামেৰে শিতান মুকলি কৰা হৈছিল। তাৰো পৰিচালনাৰ দায়িত্ব কুৰ্মীৰ ওপৰতে ন্যস্ত আছিল। আচুতীয়া শিতানবোৰ বন্ধ হৈ গ'লেও লেখক লেখিকাৰ কলম বন্ধ হৈ যোৱা নাই। এতিয়াও বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাই আহিছে। চাহ জনগোষ্ঠী লেখক-লেখিকাৰ বহুতৰে লিখনি কাগজ আলোচনীত প্ৰকাশ পাইছে। দিনক দিনে নতুন নতুন লেখক-লেখিকাৰ সংখ্যা বাঢ়ি গৈ আছে। আগৰ দৰে এতিয়া আৰু আঙুলিৰ মূৰত হিচাপ কৰিব নোৱাৰি। শিক্ষাৰ প্ৰসাৰ হোৱাৰ লগে লগে লেখাৰ প্ৰসাৰ বৃদ্ধি কৰাৰ লগতে বহুতৰে বহুত ধৰণৰ কিতাপো প্ৰকাশ পাইছে। এতিয়ালৈকে যিসকলৰ গ্ৰন্থ প্ৰকাশ পাইছে তাৰ ভিতৰত আমি জানিব পৰা গ্ৰন্থসমূহ হ'ল এনে ধৰণৰ — মেঘৰাজ কৰ্মকাৰৰ ১. খেলি-মেলি, ২. শালুক বচন, ৩. কৰম একাদশী, ৪. দশভূজা দুৰ্গামাতা, ৫. চঁহৰাই, ৬. পানকে ডাঠি, ৭. যৌৱনেৰ ভাল মন্দ, ৮. সতী টুচুমনি, ৯. গোপীন বন্দনা; দেউৰাম তাছাৰ ১. চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু, ২. চাহ বাগিচাৰ পূজা পৰ্ব্ব, ৩. চাহ বাগিচাৰ জাতি জনজাতি, ৪. চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ, ৫. চাহ বাগিচাৰ ভাঙানী কহনী, ৬. চাহ বাগিচাৰ কুইজ, ৭. চাহ বাগিচাৰ পুৰাণ কাব্য, ৮. চাহ জনগোষ্ঠী লোকগীতত খাদ্য সম্ভাৰ; নাৰায়ণ ঘাটোৱাৰৰ ১. বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি, ২. ঝুমুৰ গীতৰ মাজেদি বনুৱা জীৱনত এভুমুকি; সন্তোষ কুমাৰ তপ্পৰ মুণ্ডা জাতিৰ চমু পৰিচয়; গণেশ চন্দ্ৰ কুৰ্মিৰ ১. কুৰ্মি ক্ষত্ৰিয় জাতিৰ চমু পৰিচয়, ২. চাহ জনগোষ্ঠী লোকসংস্কৃতিত এক ঝলক, ৩. ব্ৰহ্মাৰ চকুলো, ৪. পঞ্চতন্ত্ৰকে কাহ্নী, ৫. ডমকচ গীত, ৬. কৰম পৰ্ব্ব আৰু ঝুমুৰ গীত, ৭. চাহ জনজাতিৰ কিম্বদন্তী, ৮. সুৱৰ্ণ সম্ভাৰ, ৯. দেউৰাম তাছা ৰচনাৱলী (সম্পাদিত); সুশীল কুৰ্মীৰ ১. চাহ



মজদুৰ লোকগীত, ২. টুচু গীতৰ মাজে মাজে, ৩. চাহ বাগিচাৰ কথা, ৪. চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়, ৫. চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি, ৬. কৰম পৰ্ব্ব আৰু ঝুমইৰ গীত, ৭. অসমৰ চাহ শ্ৰমিকৰ অৱদান, ৮. চাহ গছৰ মাজে মাজে, ৯. নিৰ্যাতিতৰ পৰা বীৰাংগনালৈ- স্বাধীনতা আন্দোলনত অসমৰ প্ৰথম মহিলা ছহিদ মাংৰি ওৰাওঁ; বিপিন চন্দ্ৰ মাহাতোৰ ১. বিৱৰ্তনত চাহ জনগোষ্ঠীৰ জীৱন আৰু সংস্কৃতি, ২. জীৱনৰ বাটে গীতৰ শৰাই; দীলেশ্বৰ তাঁতীৰ ১. ঝুমুৰ সংগ্ৰহ, ২. ঝুমইৰ গীতৰ মাজে মাজে, ৩. অসমৰ চাহ জনগোষ্ঠীৰ লোকগীতৰ কিছু আভাস; হৰেন ৰাজোৱাৰৰ ১. কৰম ৰাইতে ঝুমইৰ গীত, ২. চাহ বাগিচাৰ ভক্তিগীত; গৌৰ মাহাতোৰ জাহলি বা কপিলা মংগল গীত; সমীৰ তাঁতীৰ ১. সেউজীয়া উৎসৱ, ২. বিষয় ঃ দুৰ্ভীক্ষ, ৩. এই আন্ধাৰ এই পোহৰৰ তন্ময়তা, ৪. শোকাকুল উপত্যকা, ৫. যুদ্ধভূমিৰ কবিতা, ৬. অত্যাচাৰৰ টোকাবহী, ৭. কদম ফুলাৰ ৰাতি, ৮. সময় শব্দ সপোন, ৯. ঈশ্বৰ আৱৰ্জনা আৰু পতিতালয়, ১০. কাফ্ৰি কবিতা, ১১. বিষাদ সংগীত আৰু তেজ আন্ধাৰৰ নাও; সনন্ত তাঁতীৰ ১. উজ্জ্বল নক্ষত্ৰৰ সন্ধানত, ২. মই মানুহৰ অমল উৎসৱ, ৩. নিজৰ বিৰুদ্ধে শেষ প্ৰস্তাৱ, ৪. শব্দত অথবা শব্দহীনতাত, ৫. মৃত্যুৰ আগৰ ষ্টেপেজত, ৬. টোপনিতে কেতিয়াবা বাৰিষা আহে, ৭. ধোঁৱা ছাঁইৰ সপোন, ৮. আপুনি আপোনাৰ সতে যুদ্ধ কৰিব পাৰিবনে; প্ৰহ্লাদ চন্দ্ৰ তাছাৰ ১. চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা, ২. চাহ বাগিচাত শিক্ষা, ৩. কৰম পৰ্ব্ব আৰু ঝুমইৰ নৃত্য-গীত, ৪. ব্যক্তিত্বৰ সন্ধানত, ৫. ঝুমইৰ নৃত্য গীত; ৰাম প্ৰসাদ কুমাৰৰ মৰহা ফুলৰ কুকি; পদুমী গাজলুৰ ১. সেউজীয়া সোণ, ২. প্ৰিয় বন্ধু, ৩. স্মৃতিৰ সুৰ আৰু দ্যোতনা; ৰেখা তাছাৰ ১. চাহ জনগোষ্ঠীৰ লোককলা, ২. সেউজীয়া গোষ্ঠীৰ বিনন্দীয়া লহৰ; জোনমণি চাহুৰ ১. মেজৰ চাহাবৰ ডাক্তৰ গিৰি, ২. এটি শিকলি চিঙাৰ গান, ৩. দৰিদ্ৰতাৰ অনুভূতি, ৪. হাঁহি ধোত উভতনি দোষ, ৫. আকৌ এবাৰ পৃথিৱী গৰ্ভৱতী হওক; সুশীলা ৰাজবংশীৰ ১. চক্ৰবেহু, ২. ভগ্ন হৃদয়ৰ কথা, ৩. মিনিৰ মনস্তাপ, ৪. কেঁচা সোণ; হৰি প্ৰসাদ কুৰ্মীৰ ১. শিৰীষ তলৰ আৰ্তনাদ, ২. পৌষ পৰ্ব্ব, ৩. মাদলৰ তালে তালে; বিশ্বেশ্বৰ বাঢ়ৈৰ আখড়া মাঝে মাদল বাজে; অভিৰাম তাছাৰ চাহ বাগিচাৰ গণ্তিশালৰ চিন্তা-চৰ্চা; কল কুমাৰ তাঁতীৰ ১. মাৰাংবুৰ আমাৰ পিতা, ২. নিম্নবৰ্গ সমাজ ঐতিহ্য; বিশেশ্বৰ বৰাইকৰ ১. তপস্বী জয়মংগল বৰ্মা, ২. ধনশিৰি পাৰৰ বিননি; জয়ৰাম কুৰ্মীৰ ১. শিৰীষ তলৰ বিলাপ, ২. তোমাৰ বিয়াৰ

বাবে আঙঠিৰ কথা যে কৈছা; মহেশ কুৰ্মীৰ নিৰৱতাৰ বুকু ফালি; শিৱকুমাৰ ৰাজবংশীৰ ১. প্ৰেমেৰ বাঁশী, ২. টুচুমণি; প্ৰাণেশ্বৰ লোমগাৰ মংগলু চৰ্দাৰ; ডিম্বেশ্বৰ তাছাৰ চাহ জনগোষ্ঠীৰ সাধুকথা; জয়ন্ত কুৰ্মীৰ সেউজী হৃদয়ৰ আৰ্তনাদ; ৰেণু গোৱালাৰ মাদলৰ আজন্ম প্ৰেমিক; থানেশ্বৰী কুৰ্মীগঞ্জুৰ ১. পুঁৱতি নিশাৰ সপোন, ২. ঝুমইৰ গীত, ৩. অকণমানি ছোৱালীজনী; নিবেদিতা তাঁতী বাঢ়ৈৰ চাহ জনগোষ্ঠীৰ মনোৰম সংস্কৃতিত এভুমুকি; দময়ন্তী চিকৰ জাৱা; হেমপ্ৰভা তাছাৰ ১. অৰ্ধ আকাশ, ২. জীৱন নদীৰ ঘাটত, ৩. হৃদয় যদি এখন আকাশ হয়, ৪. ধুসৰ পৃথিৱীত মই, ৫. চাহ বাগিচাৰ নাৰী আৰু অন্যান্য; জীৱনজ্যোতি চৌধুৰীৰ মকৰাজাল; কাজল দাসৰ মা তুমি নাকান্দিবা; উমেশ বৰাইকৰ মাদল; ৰীতা গোৱালাৰ আশাবোৰ গোলাপৰ পাহিত; প্ৰকাশ কুৰ্মিৰ ঝিলিমিলি মাড়ৱা; বিজয় ৰবিদাসৰ তাম বৰণীয়া মানুহ; গণেশ মোদিৰ দুখৰ দিনৰ কবিতা; দীপক পানতাঁতীৰ পৰশমণি; দীনেশ্বৰ তাছাৰ ঐতিহাসিক প্ৰেক্ষাপটত অসম চাহ জনজাতি সন্থাৰ ইতিবৃত্ত আৰু দেবেন তাছাৰ ১. হিৰণ্ময় পৃথিৱীৰ গান, ২. নামঘোষা (বাগানীয়া ভাষাত অনুদিত), ৩. চাহ বাগিচাৰ শব্দ সম্ভাৰ, বীৰছা মুণ্ডা আদি উল্লেখযোগ্য। ■

(উল্লিখিত গ্ৰন্থসমূহৰ বাহিৰেও হয়তো কোনোবা লেখক-লেখিকাৰ গ্ৰন্থৰ নাম বাদ পৰি যাব পাৰে। তাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ- লেখিকা।)



# অৰ্থনীতি

# অসমত চাহশিল্পৰ গুৰি কথা

দণ্ডেশ্বৰ শইকীয়া

অনাদি কালৰে পৰা পূব অসমৰ চিংফৌ, টাইফাঁকে, তাংচা আদি জনজাতিসকলে চাহগছ চিনি পাইছিল, ৰুইছিল আৰু তাৰ পাতৰ পৰা নানাবিধ তৃপ্তি লগাকৈ তৰকাৰী আৰু পানীয় তৈয়াৰ কৰিছিল। কিন্তু এই জনজাতিসকলৰ ওচৰতে থকা অজনজাতিৰ ভৈয়ামবাসীয়ে চাহপাতৰ পৰা খাদ্য আৰু পানীয় তৈয়াৰ কৰি তাক উপভোগ কৰা দূৰৈৰে কথা, চাহগছকে চিনি নাপাইছিল। বৃটিছ অহাৰ পৰাহে অসমীয়া লোকে চাহগছ চিনি পাইছিল আৰু চাহপানী খাবলৈ শিকিছিল; তাকো কাষতে থকা জনজাতিসকলৰ পৰা নহয়, সাত সাগৰ তেৰনদী পাৰ হৈ অসম দখল কৰিবলৈ অহা বৃটিছ সকলৰ পৰাহে। যি দেশত চাহগছ কোনোপধ্যে ৰোপণ কৰিব নোৱাৰি, যি দেশৰ মানুহে চাহগছ দেখি পোৱা নাই, তেনে এখন দেশৰ পৰা অহা বৃটিছসকলে যুগ যুগ ধৰি বনৰীয়া চাহগছে আৱৰি থকা অসমৰ লোকসকলক কেনেকৈ চাহপানী খাবলৈ শিকালে সিও এক আমোদজনক কাহিনী।

*Percival Griffiths*-অকে ধৰি ইংলণ্ডৰ চাহশিল্পৰ ইতিহাস লেখকৰ লেখাবোৰত পোৱা যায় যে ১৬০০ খ্ৰীষ্টাব্দ মানৰপৰাই ইউৰোপৰ ঘাইকৈ পৰ্তুগীজৰ দুঃসাহসিক ভ্ৰমণকাৰীসকলে চীন আৰু জাপান ভ্ৰমণ কৰোঁতে তাৰ মানুহবিলাকে চাহপান কৰা দেখিবলৈ পাইছিল আৰু নিজেও তাৰ সোৱাদ লৈছিল। চাহপানীৰ কথা এই পৰিব্ৰাজকসকলে তেওঁলোকৰ ভ্ৰমণ কাহিনীৰ যোগেদি নিজৰ নিজৰ দেশৰ মাজত প্ৰচাৰ কৰিছিল। সময়ত সেই প্ৰচাৰবিলাক গোটেই ইউৰোপতে বিয়পি পৰিল। পৰ্তুগীজৰ বণিকসকলে চীন আৰু জাপানৰ পৰা

সেই চাহপাত নি ইউৰোপৰ দেশবিলাকৰ মাজত বিক্ৰী কৰিবলৈ ধৰিলে। প্ৰথমতে ইউৰোপৰ মানুহে ঔষধ হিচাপেই তাক গ্ৰহণ কৰিছিল। এই চাহপাতৰ কাহিনীবোৰে ইউৰোপৰ, বিশেষকৈ ইংলণ্ডত এক আলোড়নৰ সৃষ্টি কৰিছিল। ইংলণ্ডৰ চহা কবিসকলে চাহপাতক লৈ কবিতাও ৰচনা কৰিবলৈ ধৰিলে। তাৰে নমুনা হিচাপে তিনিটি পদ্যৰ অসমীয়ালৈ ভাৱানুবাদ কৰা হ'ল–

১. *মোৰ গান মোৰ সুৰ*
*চাহৰ কথাই ভৰপুৰ*
*চাহেই হ'ল মোৰ প্ৰাণ।*
*আলোকিত কৰে মন।।*

২. *বালি, জামু আঙুৰৰ গুটি*
*যদিও দিয়ে গাত শকতি।।*
*নহ'ব কিন্তু চাহৰ সমান।*
*সকলোৰে ওপৰত চাহৰ মান।।*

৩. *যদিহে খোৱা এপিয়লা চাহ।*
*মনৰ আন্ধাৰ কৰিব শেহ।।*
*তেতিয়া হ'ব পৰম জ্ঞানী।*
*দেখাতো হ'বা অতি শুৱনি।।*

ইংলণ্ডত কেনেকৈ, কেতিয়া আৰু কি ৰূপত চাহ প্ৰৱেশ কৰিছিল, তাৰ বিৱৰণ *William Robinson*-ৰ *'A Descriptive Accounts of Assam'* বোলা কিতাপত এইদৰে দিয়া আছে– *This leaf was first imported into Europe by the Dutch East India Company in the early part of the 17th Century; but it was not untill the year 1664, that a small quantity was carried to England, when East India Company bought 2 lbs 20z of tea as a present for His Majestry. Yet, from a period earlier than any to which the memories of any of the existing generation can reach, tae has been one of the principal necessaries of life among all classes of the British Community. To provide a*



*sufficient supply of aliment; many thousand tons of the first mercantile navy in the world are annually employed in trading with a people by whom all dealings with foreigners are merely tolerated (page 135)*।

১৬৬৯ চনৰ পৰাই বৃটিছ চৰকাৰৰ ইষ্ট ইণ্ডিয়া কোম্পানী (পূৰ্ব্বৱতী নাম *Society of Merchants trading to East India*)য়ে নিয়মীয়াভাৱে চীনৰ পৰা চাহ আমদানি কৰিবলৈ আৰম্ভ কৰে। সেই বছৰত ইংলণ্ডে মাত্ৰ ১৫০ পাউণ্ড চাহপাত আমদানি কৰিছিল। ইংলণ্ডত চাহৰ চাহিদা ইমান বেছিকৈ বাঢ়িবলৈ ধৰিলে যে ১৮৩৩ চনত ইংলণ্ডত প্ৰতি বছৰে ৩২ কোটি পাউণ্ড চাহপাতৰ প্ৰয়োজন হ'ল। সেয়েহে পৃথিৱীৰ ভিতৰত ইংলণ্ডেই আটাইতকৈ বেছি চাহপানী খোৱা দেশ হৈ পৰিল। ইংৰাজ কবি উইলিয়াম কোবাৰে লিখিছিল- *Tea cup that cheers and not embriate*। অৰ্থাৎ চাহকাপে নিচা নলগায়, কেৱল মন প্ৰফুল্লহে কৰে। কিন্তু কিছুদিনৰ ভিতৰতে ইংলণ্ডৰ সৰ্বসাধাৰণ মানুহৰ মাজতো চাহ খোৱাৰ এনে ধুম উঠিবলৈ ধৰিলে যে কোনোৱে পানী নোখোৱাকৈ থাকিব পাৰিলেও চাহ নোখোৱাকৈ থাকিব নোৱাৰা হ'ল।

১৬৬৯ চনৰ পৰা চেগাচোৰোকাকৈ চাহপাত আমদানি কৰিলেও পিছলৈ নিয়মীয়াকৈ চাহপাতৰ যোগান পাবৰ কাৰণে বৃটিছ চৰকাৰে চীন চৰকাৰৰ লগত এখন চুক্তি স্বাক্ষৰ কৰে। সেই চুক্তি অনুসাৰে প্ৰায় ডেৰশ বছৰ কাল বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে চাহৰ যোগান পাই আছিল। সেই সময়চোৱাত চীনাসকলে দেখিলে যে চীনৰ আশে পাশে থকা সকলো দেশতে ইউৰোপৰ শক্তিবিলাকৰ ৰাজনৈতিক ক্ষমতা বাঢ়ি গৈছে। বহুতো দেশ বৃটিছ, ফ্ৰান্স, পৰ্তুগীজ আদিৰ কলনি হৈ পৰিছে। সেইকাৰণে ইউৰোপীয় দেশবিলাকক চীনাসকলে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। চাহগছৰ ৰোপণ আৰু চাহপাত তৈয়াৰ কৰাৰ কাৰিকৰী ব্যৱস্থাখিনি যাতে ইউৰোপৰ লোকসকলে জানিব নোৱাৰে, তাৰ কাৰণে তেওঁলোক সাৱধান হৈছিল। ইউৰোপৰ চাহ বণিকসকলক সদায় চাহবাগিচা আৰু চাহপাত তৈয়াৰ কৰা কাৰখানাবিলাকৰ পৰা আঁতৰাই ৰাখিছিল যাতে তেওঁলোকে চাহ খেতিৰ বিষয়ে একো জানিব নোৱাৰে। অসম কোম্পানীৰ ইতিহাসত তেনে এটি বিৱৰণ এনে ধৰণৰ ঃ

"প্ৰথম অৱস্থাত ডাচ্ চৰকাৰে জাভাদ্বীপ অধিকাৰ কৰাৰ পিছত তাত

চাহখেতি আৰম্ভ কৰিবৰ কাৰণে *J.I.L.L. Jacobson* নামৰ এজন লোকক চীনদেশৰ পৰা চাহৰ পুলি, গুটি আৰু চীনা কাৰিকৰ আনিবৰ কাৰণে চীনদেশৰ কেণ্টন প্ৰদেশলৈ পঠাইছিল। জেকবচনৰ পাছত হাজাৰজন চীনা গুপ্তচৰে তেওঁক অনুসৰণ কৰিছিল। বিদেশী লোকক তেওঁলোকে সদায় সন্দেহৰ চকুৰে চাইছিল আৰু প্ৰতি খোজত বিপদৰ সন্মুখীন হৈছিল। তেওঁৰ লগত যোৱা চীনা দোভাষীজনক বন্দী কৰি জেলত ৰাখিছিল। ডাচ্ চৰকাৰৰ হস্তক্ষেপতহে তেওঁলোকে মুক্তি পালে *(A History of Assam Company by H. Antrobus page 14)*।"

উইলিয়াম এইচ উকাৰ্চ-এ তেখেতৰ *All About Tea* বোলা কিতাপতে আন এটা ঘটনাৰ কথা এনেদৰে প্ৰকাশ কৰিছে– 'চীনদেশৰ পৰা যাতে কোনোৱে চাহগছৰ সঁচ নিব নোৱাৰে তাৰ কাৰণে এটা গুপুত শক্তিয়ে কাম কৰি আছে। তেওঁলোকে চাহগুটিবিলাক সিজাই বিক্ৰী কৰিছিল যাতে বিদেশত সেই গুটিৰ পৰা গছ হ'ব নোৱাৰে। চীনদেশৰ চাহগুটিৰে যাতে আন দেশত চাহগছ নহয়, তাৰ কাৰণে বহুত ধৰণৰ চালাকিও কৰিছিল *(All About Tea by W. Ukers, Page 141)*'।

চীনৰ পৰা চাহ সংগ্ৰহ কৰিবলৈ যোৱা বৃটিছ সদাগৰসকলক কেনে ধৰণৰ ব্যৱহাৰ কৰিছিল তাৰ বিৱৰণ অসম কোম্পানীৰ ইতিহাসত এনেদৰে লিখা আছে– 'এই কথা সকলোৰে সুবিদিত যে লেখমাত্ৰ কাৰণ নথকাকৈ চীনা কৰ্তৃপক্ষই চাহৰ যোগান প্ৰায় বন্ধ কৰি দিয়ে আৰু বিনাদ্বিধাই আৰু কোনো লুকঢাক নৰখাকৈ বৃটিছ সদাগৰসকলক সিহঁতৰ সুপৰিচিত শব্দ *"Barbarian English"* বুলি যেতিয়াই তেতিয়াই দেশত্যাগ কৰিবলৈ হুকুম জাৰি কৰিছিল। এনে কৰাত ব্যৱসায়টোত বাধা পৰাই নহয়, প্ৰত্যেকজন সদাগৰৰ কাৰণে অতি অপমানজনক বিষয় হৈ পৰে। এনে অপমান সহ্য কৰিও চাহৰ ব্যৱসায় অটুট ৰাখিব লগা হৈছিল। চীনাসকলৰ তথাকথিত 'দেৱৰাজ্য'ৰ পৰা মুক্তি লভাটো প্ৰত্যেক সদাগৰৰে কাম্য হৈ পৰিছিল *(A History of Assam Company, Page 159)*'।

বৃটিছসকলে চাহক বাদ দিব নোৱাৰাৰ কাৰণেই এনে অপমান সহ্য কৰিও চীনৰ লগত চাহ ব্যৱসায় চলাই থাকিব লগা হৈছিল। চাহপাত নিয়মীয়াকৈ পাবৰ কাৰণে ১৭১৫ চনতে বৃটিছ চৰকাৰ আৰু চীন চৰকাৰৰ মাজত এখন চুক্তি স্বাক্ষৰ কৰা হৈছিল। সেই চুক্তি অনুসৰি বৃটিছে একচেতীয়াভাৱে চীনৰ পৰা চাহপাত



আমদানি কৰিব আৰু বৃটিছেও চীনৰ লগত কানি ব্যৱসায় চলাই যাব। কিন্তু পিছলৈ চীন চৰকাৰে কানিৰ অপকাৰিতা অনুভৱ কৰিবলৈ ধৰিলে। বৃটিছ চৰকাৰে কানিৰ মাধ্যমেৰেই চাহপাতৰ মূল্য দি আছিল। চীনে যদি কানিৰ ব্যৱসায় বাদ দিয়ে, বৃটিছ চৰকাৰে চাহৰ মূল্য তেতিয়া কেৱল সোণ-ৰূপৰ মুদ্ৰাৰেহে দিব লাগিব। সেই সম্পৰ্কে উইলিয়াম চনৰ– *A Descriptive Accounts of Assam*-ত এইবুলি উল্লেখ আছে– *'The Chinese Government deeply sensible of the demoralising effects of the trade in opium are now setting about the prevention of importation of it, in which, if they succeed the only form of payment for our teas will be in species, as the quantity of British Manufactures taken in return is scarcely worth notice: The growth of that necessary of life, therefore, in India, is an object so decidedly national, that it calls for the warmest support and encouragement from our Government..................(Page 141)'*।

(চীন চৰকাৰে কানি ব্যৱসায়ৰ পৰা নৈতিক অধঃপতন হোৱাৰ কথা গভীৰভাৱে হৃদয়ংগম কৰিছে। কানিৰ আমদানি বন্ধ কৰাৰ কাৰণে চীনা চৰকাৰ এতিয়া উঠি পৰি লাগিছে। এই কামত তেওঁলোক কৃতকাৰ্য হ'লে তেওঁলোকক চাহৰ মূল্য সোণ-ৰূপৰ মুদ্ৰাৰে দিয়াৰ বাহিৰে আন উপায় নাথাকিব, যিহেতু তেওঁলোক ল'বপৰা আন গ্ৰহণীয় বস্তুৰে চাহৰ মূল্য দিবলৈ আমাৰ দেশত তেনে বস্তু তৈয়াৰ হোৱা নাই বুলিয়ে ক'ব লাগিব। আমাৰ এই প্ৰয়োজনীয় সামগ্ৰী ভাৰতত উৎপাদন কৰিব পাৰিলে দেশৰ কাৰণে তাতকৈ অধিক মংগলজনক কাম একো থাকিব নোৱাৰে। তাৰ কাৰণে চৰকাৰৰ ঘৰৰ পৰাও অতি উষ্ম আদৰণি পোৱা যাব।)

ইয়াৰ পৰা বুজা যায় যে বৃটিছ চৰকাৰে চীনক চাহৰ মূল্য কানিৰেহে পৰিশোধ কৰিছিল। সেই কাৰণে চীন চৰকাৰে ১৮৩৩ চনত একপক্ষীয়ভাৱে চুক্তিখন নাকচ কৰি বৃটিছক চাহ যোগান দিয়াটো বন্ধ কৰি দিলে। ইয়াৰ কাৰণে গ্ৰেট ব্ৰিটেইনত হাহাকাৰ লাগিল। সেই বছৰতে, অৰ্থাৎ ১৮৩৩ চনতে বৃটিছ চৰকাৰে

চাহখেতিৰ সম্ভাৱনা পৰীক্ষা কৰি চাবৰ কাৰণে এখনি *Tea Committee* গঠন কৰি দিছিল। সেই কমিটিয়ে ভাৰতৰ বিভিন্ন ঠাইত চাহৰ সম্ভাৱনীয়তা পৰীক্ষা কৰি অসমতে চাহ আৰম্ভ কৰাৰ ব্যৱস্থা কৰে। ১৮৩৮ চনতে অসমৰ বনৰীয়া চাহগছ আচল চাহগছ বুলি *Tea Committee*-য়ে ঘোষণা কৰে আৰু ১৮৩৯ চনতে চৰকাৰৰ তৰফৰ পৰা প্ৰথম 'অসম কোম্পানী' গঠন কৰে। চাহৰ কথা উল্লেখ নকৰি কেৱল 'অসম কোম্পানী'ৰ নাম এই কাৰণেই ৰখা হৈছিল যাতে কোম্পানীটোৱে অসমৰ অন্য সম্পদো অৰ্ন্তভুক্ত কৰিব পাৰে। চীন চৰকাৰে কানিৰ অপকাৰিতা উপলব্ধি নকৰা হ'লে হয়তো আৰু ভালেমান দিনলৈকে অসমত চাহ উদ্যোগ গঢ়ি নুঠিলহেঁতেন।

১৮৩৮ চনতে অসমৰ থলুৱা চাহগছক আচল চাহগছ বুলি *Tea Committee*-য়ে প্ৰমাণ পত্ৰ দিলেও চীনৰ পৰা অনা চাহপুলি আৰু চাহগুটিৰে অসমত চাহখেতি আৰম্ভ হৈছিল। অসমৰ আদি চাহ বাগিচাবিলাক, যেনে, চাবুৱা, দিনজান, জয়পুৰ আদিত চীনৰ পৰা অনা চাহগুটি আৰু চাহপুলিৰে বাগিচা হৈছিল। কিন্তু কিছুদিনৰ ভিতৰতে চাহ খেতিয়কসকলৰ মাজত এক চিন্তাৰ উদয় হয়। চীনৰ পৰা অনা চাহপুলি আৰু গুটিৰে চাহখেতি নকৰি কেৱল থলুৱা জাতৰ চাহপুলিৰে খেতি কৰিলে আমি ভাল চাহপাত তৈয়াৰ কৰিব নোৱাৰিম নে? সেই কাৰণে কিছুমান বাগিচাত থলুৱা আৰু চীনা দুয়ো জাতৰ চাহগছেৰে চাহখেতি হ'বলৈ ধৰিলে।

নাহৰকটীয়াৰ ওচৰত অসমৰ আটাইতকৈ পুৰণি চাহবাগিচা জয়পুৰ। এই জয়পুৰেই আছিল বৃটিছ প্ৰশাসনৰ আৰম্ভণিতে উজনি অসমত প্ৰধান ব্যৱসায় কেন্দ্ৰ, বিশেষকৈ কাঠৰ ব্যৱসায়। চীনা জাতৰ চাহগছ আৰু থলুৱা জাতৰ চাহগছৰ মাজৰ পাৰ্থক্য জানিব খুজিলে এই জয়পুৰ বাগিচালৈকে যাব লাগিব। এই বাগিচাৰ এক নং ডিভিজনত এবিঘা মাটি জোৰা এটা প্লট দুভাগ কৰি তাঁৰেৰে বেৰা দিয়া আছে। এটা প্লটত চীনাজাতৰ চাহগছ আৰু আনটো প্লটত থলুৱা জাতৰ চাহগছ ৰোপণ কৰা আছে। প্লটটোত এটা ইটাৰে গঁঠা স্তম্ভ আছে। স্তম্ভটোত এইবুলি লিখা আছে ঃ



**JHANZIE TEA ASSOCIATION LTD**
**JAIPUR DIVISION**
Secretaries - ALEX LAVRIE AND CO Ltd Calcutta.
The China plants in this plot were raised from seeds imported from China about 1834.
The Assam plants in this plot were raised or propagated from seeds off the indigenous trees discovered at Nam Sang by Dr. Wallich and Bruce in 1836.

এই দুটা প্লটত থকা চাহগছবোৰলৈ লক্ষ্য কৰিলে দেখা যাব যে চীনাজাতৰ চাহগছৰ পাতবোৰ সৰু আৰু নিশকতীয়া, অসমৰ চাহপাতবোৰ ডাঙৰ, সবল আৰু বেছি সেউজীয়া। এই দুয়োবিধ জাতৰ চাহগছৰ প্ৰতি লক্ষ্য কৰি কিছুমান উদ্ভিদ বিজ্ঞানীয়ে সেই সময়ত এটা প্ৰশ্ন তুলিছিল যে প্ৰকৃততে চীনৰ পৰা চাহগছ অসমলৈ অনা হৈছিল নে অসমৰ চাহগছৰ সঁচ আদিতে চীনদেশলৈ নিয়া হৈছিল? তেওঁলোক একমত যে চীনাজাতৰে হওক বা অসমীয়া জাতৰে হওক আদিতে চাহগছৰ এটাই জাত আছিল। এই সম্পৰ্কে *William H. Ukers*-য়ে তেওঁৰ *All About Tea* বোলা কিতাপত এইবুলি অভিমত প্ৰকাশ কৰিছে– *'Speaking from Botanical point of view, however, the subject presents other aspects and for many years controversies raged among scientific men and scholars as to whether the tea pla originated in China or In India?'*

দুয়োটা জাতৰ প্ৰকৃতি আৰু আকৃতি পৰীক্ষা কৰি *Samuel Baildon* নামৰ এজন উদ্ভিদ বিজ্ঞানীয়ে মত পোষণ কৰিছে যে চাহগছৰ আদি জন্মস্থান অসমহে, চীন নহয়। *Baildon*-য়ে *1877* চনতে *Tea in Assam* নামৰ কিতাপ এখন প্ৰকাশ কৰিছিল। তেওঁ যুক্তি দৰ্শাইছিল যে পৃথিৱীত এটা জাতৰ চাহগছ আছে, সেয়া হৈছে ভাৰতৰ (অসমৰ) চাহগছৰ জাত। চীনদেশৰ

চাহপাতবোৰ সৰু আৰু নিশকতীয়া। ভাৰতত চাহগছবোৰ ডাঙৰ আৰু সবল। এই কথাৰ পৰা সহজে সহজে পতিয়ন যাব পাৰি যে ভাৰতীয় চাহগছৰ সঁচটোহে আচল চাহগছৰ সঁচ। ভাৰতীয় চাহগছৰ সঁচ আদিতে চীনলৈ লৈ যাওঁতে আৰু অসমৰ মাটিৰ তুলনাত চীনৰ মাটি কম সাৰুৱা হোৱাৰ কাৰণে ভাৰতৰ চাহগছে তাত নিশকতীয়া ৰূপ ল'লৈগে। *Samuel Baildon*-এ তেওঁৰ সমৰ্থনত *Dr. C.P. Cohen Stuart* নামৰ জাভাদ্বীপৰ প্ৰখ্যাত বোটানিষ্টৰ গৱেষণাৰ পৰিণাম উল্লেখ কৰি প্ৰতিপন্ন কৰিব খোজে যে আদিতে অসমৰ চাহগছহে চীনলৈ লৈ যোৱা হৈছিল। অৰ্থাৎ চাহগছৰ আদি জন্মস্থান অসম।

কিন্তু জাত হিচাপে বিতৰ্ক যেনেকুৱাই নহওক লাগে, এটা কথা ঠিক যে থলুৱা জাতৰ চাহখেতিৰ পৰা অসমৰ বাগিচাবিলাক বেছি লাভৱান হ'ব পাৰিছিল। সেয়েহে অসমৰ চাহ খেতিয়কসকলে পিছলৈ চীনা জাতৰ চাহগছৰ খেতি বাদ দি কেৱল থলুৱা জাতৰ চাহখেতি কৰিবলৈ ধৰিলে। এতিয়া অসমত থলুৱা জাতৰেই চাহখেতি হয়। ■



# অসমৰ অৰ্থনীতিত চাহ শিল্পৰ অৱদান

দীনেশ্বৰ তাছা

অসম ভাৰত গণৰাজ্যৰ এখনি ক্ষুদ্ৰ অংগৰাজ্য। ধান, মাহ, সৰিয়হ, আলু, কচু, বেঙেনা, জলকীয়া, আদা, হালধি, কুঁহিয়াৰ, নহৰু, পিঁয়াজ, কবি, কেৰেলা, জিকা, উৰহী, লাউ, কোমোৰা, তিয়ঁহ প্ৰমুখ্যে কৃষিজাত শস্যৰ অসমত অভাৱ নাই। বাঁহ, বেত, মূল্যবান কাঠ আদি বনজাত সম্পদৰো অভাৱ নাই। খনিজাত তেল, কয়লা, সোণ, প্ৰাকৃতিক গেছ আদি অসমত অপৰ্যাপ্ত। কিন্তু অসমলৈ ঔপনিবেশিক বৃটিছসকল অহাৰ আগলৈকে দুই এক পৰ্বতীয়া জাতিগোষ্ঠীয়ে সীমিত পৰিমাণেৰে ব্যৱহাৰ কৰা আৰু অনাদৃতভাৱে প্ৰকৃতিৰ দান হিচাপে বনৰীয়া গছ হিচাপেই পাৰ্বত্যভূমি আৰু হাবি-জংঘলত থকা চাহগছবিলাকৰ পৰাই বিশ্ব বন্দিত অসমৰ চাহশিল্প গঢ়ি উঠিল। অসমৰ মাটি, পানী, জলবায়ু আদি চাহ উৎপাদনৰ বাবে উপযোগী বুলি জ্ঞাত হোৱাৰ লগে লগেই বেপাৰী বুদ্ধিৰ বৃটিছসকলে সেই মাটি, পানী, জলবায়ু আৰু সাৰুৱা ক্ষেত্ৰ অসম ভূখণ্ডত চাহশিল্প গঢ়ি তুলিবৰ কাৰণে উদ্যোগ ল'লে, কৃতকাৰ্য হ'ল, মুনাফা লুটিলে। আৰু যেতিয়া ভাৰতীয় জনসাধাৰণে তেওঁলোকে নিবিচাৰিলে ভাৰতভূমি এৰি গুচি গ'ল। কিন্তু ৰৈ গ'ল অসমৰ চাহশিল্প, অসম তথা ভাৰতৰ দ্বিতীয় সৰ্ববৃহৎ বৈদেশিক মুদ্ৰা অৰ্জনকাৰী কৃষিজাত সামগ্ৰীয়ে গঢ় দিয়া বৃহত্তম উদ্যোগ।

প্ৰকৃতিপ্ৰদত্ত সম্পদ চাহ উৎপাদনৰ কাৰণে প্ৰয়োজন পাঁচটা উপাদানৰ— ভূমি, শ্ৰম, মূলধন, পৰিচালনা আৰু সংগঠন। উদ্যোক্তা বৃটিছ বেপাৰীসকলে প্ৰথমে স্বদেশত আৰু পিছত তেওঁলোকৰ উপনিবেশ ভাৰতত

সমষ্টিগত কোম্পানী আৰু ব্যক্তিগত মালিকানা সাজু কৰিলে। পৰিচালনাৰ কাৰণে তেওঁলোকে স্বদেশৰ গুণ্ডাগিৰি কৰি থকাসকলক অসমৰ প্ৰস্তাৱিত চাহশিল্পলৈ ধান্দা কৰিবৰ কাৰণে বাচনি কৰিলে আৰু তেওঁলোকক সকলো প্ৰকাৰে সহযোগিতা কৰিবৰ কাৰণে অনুগত আৰু তোষামোদকাৰী একশ্ৰেণী ভাৰতীয় লোকক বাচি ল'লে। উদ্যোক্তা, সংগঠন, পৰিচালনা ঠিক-ঠাক কৰি লোৱাৰ পাছত আহিল মূলধনৰ প্ৰসংগ। সৰ্বসাধাৰণ লোকে মূলধন বুলিলে সাধাৰণতে টকা-পইচাকে বুজে, কিন্তু বৃটিছ উদ্যোক্তা আৰু সংগঠনে? তেওঁলোকে বুজে যিবিলাক উৎপাদিত দ্ৰব্যই পুনৰ অধিক উৎপাদনত সহায় কৰে সেইবোৰহে মূলধন। অৰ্থাৎ মূলধনৰ ব্যৱহাৰে কম সময়ত অধিক উৎপাদন সক্ষম কৰি তোলে। অৰ্থাৎ মূলধন মাত্ৰকে শ্ৰম আৰু প্ৰাকৃতিক সম্পদৰ সহায়ত উৎপাদন কৰে আৰু এনে উৎপাদিত দ্ৰব্য পুনৰ অধিক উৎপাদনৰ অৰ্থে ব্যৱহাৰ কৰা হয়। চতুৰ চূড়ামণি ঔপনিবেশিক বৃটিছসকলৰ অসম ভূখণ্ডৰ 'ভূমি' (কেৱল মাটিৰ উপৰিভাগ নহয়) অৰ্থাৎ মাটি, পৰ্বত, পাহাৰ, নদ-নদী, খনিজ সম্পদ, বনজ সম্পদ আদি প্ৰকৃতি প্ৰদত্ত সকলো সম্পদৰ ওপৰতেই একচেতীয়া কৰ্তৃত্ব আছিলেই। কেৱল আইন-কানুনৰ চোলাটো পিন্ধালেই হ'ল আৰু আইন-কানুন ৰক্ষা কৰিবৰ কাৰণে প্ৰভুভক্ত বলৱৎকাৰী গোটবিলাক আছিলেই। কিন্তু তেওঁলোকৰ সমস্যাটো হ'ল 'শ্ৰম'ক লৈ।

শ্ৰম হ'ল সম্পদৰ উৎপাদন আৰু বিতৰণৰ অৰ্থে মানুহে শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰাটো। চাহশিল্পত কিছুমান কামত মানুহৰ অধিক শাৰীৰিক শ্ৰমৰ প্ৰয়োজন হয় আৰু অন্য কিছুমান কামত শাৰীৰিক শ্ৰমৰ তুলনাত মানসিক শ্ৰম অধিক হয়। কিন্তু শাৰীৰিক আৰু মানসিক উভয় প্ৰকাৰৰ শ্ৰমৰ অবিহনে পণ্যদ্ৰব্য চাহ উৎপাদন সম্ভৱপৰ নহয়। আৰম্ভণী কালত বৃটিছ পুঁজিপতি সকলে কোম্পানী গঠন কৰিলেও এই শ্ৰমৰ কাৰণে থমকি ৰ'ব লগা হৈছিল। গৱৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেন্টিংকৰ ১৮২৮ ৰপৰা ১৮৩৫ চনলৈ ৰাজত্ব কালত পৰীক্ষা-নিৰীক্ষা কৰোঁতেই পাৰ হৈছিল। পৰৱৰ্তী কালত লৰ্ড অকল্যাণ্ডৰ ১৮৩৬-১৮৪২ চনৰ ৰাজত্ব কালচোৱাত প্ৰথমে ৰেভিনিউ 'চিৰস্তাদাৰ' আৰু 'হেচিলদাৰ' পদত বহুৱাই আৰু পাছত কৰতলীয়া ৰজা পুৰন্দৰ সিংহৰ লগত প্ৰধান বিত্তীয় বিষয়া 'বৰভাণ্ডাৰ বৰুৱা' পদত বহুৱাই আনুগত্য আৰু তোষামোদত উত্তীৰ্ণ হোৱা মণিৰাম দত্তক অসম চাহ কোম্পানীৰ 'দেৱান' পাতি অসমৰ চাহশিল্প গঢ়ি



তোলাৰ দায়িত্ব অৰ্পণ কৰিলে। কিন্তু মণিৰাম দত্ত হ'ল অসমীয়াৰ ভিতৰত অত্যন্ত বুধিয়ক আৰু প্ৰভুভক্ত। তেওঁ 'বুৰঞ্জী বিবেকৰত্ন', 'বাৰভূঞা চৰিত্ৰ', 'ভক্তি প্ৰদীপ' আদি গ্ৰন্থৰ প্ৰণেতা। অসমীয়া প্ৰজাই মণিৰাম দত্তৰ পূৰ্বৰ পদবীবোৰৰ প্ৰয়োগ-প্ৰকোপত অতিষ্ঠ হৈ আছিল আৰু মানৰ দিন তথা মোৱামৰীয়া বিদ্ৰোহৰ কালৰে পৰাই দুৰ্বলী-নিশকতীয়া হৈ আছিল। কাজেই আৰম্ভ হ'ল প্ৰচলিত দাস কিনা-বেচা দেশৰ দাসত্ব প্ৰথাৰ চূড়ান্ত অপপ্ৰয়োগ। কিন্তু গৱৰ্ণৰ জেনেৰেল লৰ্ড এলেনবৰোৰ ১৮৪২ ৰপৰা ১৮৪৪ চনৰ চমু ৰাজত্বকালতযেই ৰাজধৰ্ম পালন কৰি "দাসত্ব প্ৰথা বিলোপ, ১৮৪৪" আইন জাৰী কৰিলে আৰু লগে লগে স্বদেশী আৰু বিদেশী চাহ শিল্পপতিৰ পাৰ্থক্য কৰিলে, বাধ্য হৈ মণিৰাম দত্তই ১৮৪৫ চনত দেৱান পদটোকে ইস্তফা দিলে। কিন্তু ইস্তফা দিয়াৰ পূৰ্বেই গড়গাঁও কাৰেংঘৰৰ সন্মুখত ২১৩ একৰ মাটিৰে আগুৱা এক বিশাল চাহ বাগিচাৰ উপৰি নাজিৰা মহকুমাৰ বিভিন্ন ঠাইত চাহ বাগিচা খুলিলে। আনকি নিজৰ বাবেও চেনিমৰা আৰু চেংলুং বাগিচা দুখন খুলিলে অসম চাহ কোম্পানীৰ বাগিচা কেইখনৰ তুলনাত উন্নততৰ উৎপাদনৰ। মণিৰাম দেৱান প্ৰদৰ্শিত পথকেই আইন কানুনৰ চোলা পিন্ধাই মুনাফাখোৰ ঔপনিবেশিক বৃটিছ চৰকাৰ আৰু কোম্পানীবিলাকে শেষ গৱৰ্ণৰ জেনেৰেল আৰু প্ৰথম ভাইচৰয় লৰ্ড কেনিং (১৮৫৬-১৮৬২)ৰ আমোলত "৯৯ বছৰীয়া ভূমি পট্টন"ৰ আধাৰত ১৮৫৮ চনত জাৰী কৰা "কেনিং ৰেহাই"ৰ সুযোগ লৈ সংগঠন আৰু পৰিচালনাকাৰী কোম্পানীবিলাক ১৮৫৯ চনত একগোট হৈ "কলকাতা কুলী ৰিক্ৰুইটী অফিচ" আৰু ৰাঁচী-হায়দৰাবাদ-বেৰহমপুৰ-জব্বলপুৰ-ৰায়পুৰ আদিৰ কুলী ডিপো প্ৰৱৰ্তন কৰি লক্ষ লক্ষ সহজ-সৰল মানুহক ধৰি-বান্ধি আনি শাৰীৰিক পৰিশ্ৰমত আৰু অসম তথা বংগৰ অসমীয়া আৰু বংগীয় একাংশ লোকক মানসিক পৰিশ্ৰমত লগালে। চাওঁতে চাওঁতে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ লগতে অসমৰ চাহশিল্প এক প্ৰকাণ্ড উদ্যোগ আৰু ব্যৱসায় কেন্দ্ৰ হৈ পৰিল।

ঔপনিবেশিক বৃটিছ ৰাজত্বৰ ১৮৩৯ চনৰ পৰা ১৯৪৭ চনলৈকে ১০৮ বছৰত বৃটিছ শাসিত অসম ৰাজ্যখন পৃথিৱীৰ মানচিত্ৰত প্ৰসিদ্ধ চাহ উৎপাদনকাৰী ভাৰতীয় ৰাজ্যৰ মৰ্যাদা পালে। চাহশিল্পৰ লগে লগে চাহ ৰপ্তানিৰ উদ্দেশ্যৰেই ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে আৰু বৰাক উপত্যকালৈ ৰে'লসেৱা প্ৰৱৰ্তনৰ যোগেদি উত্তৰ-পূব ৰে'লৱেৰ প্ৰধান কাৰ্যালয় পালে। চাহশিল্পৰ কৃষিকাৰ্যৰ বাবে

লাগতিয়াল কোষ-পাতিকোষ-ভৰনকোষ, কটাৰী-কলম, কটাৰী-চিপৰাং আদিৰ বাবে আনুষংগিক কমাৰশিল্প, পাত ছিঙিবৰ বাবে টোপা-টুকুৰী আৰু অন্যান্য বাঁহ-বেতৰ কামৰ বাবে বাঁহ-বেতৰ শিল্প, শাৰীৰিক-মানসিক পৰিশ্ৰম কৰা চাহ শ্ৰমিকসকলৰ নিত্য ব্যৱহাৰ্য সামগ্ৰী থাওকতে পোৱাকৈ বাগিচাই বাগিচাই মাৰোৱাৰী গোলা বা কেঞা দোকান, চাহপাত সৰবৰাহ আৰু মাটি চহাবৰ বাবে ট্ৰাক-ট্ৰেক্টৰ-লৰী আদিৰ মেৰামতিৰ বাবে যান্ত্ৰিক শিল্প, কলঘৰৰ আচবাব আদি যন্ত্ৰপাতি আৰু সৰ্বোপৰি যোৰহাটস্থ টোকোলাই চাহ গৱেষণা কেন্দ্ৰ আদি আনুযঙ্গিক সকলোখিনিয়েই পালে। নাপালে কেৱল অসম তথা ভাৰতৰ অৰ্থনীতিত চাহশিল্পই আগবঢ়োৱা অৱদানৰ মৰ্যাদা। আনকি ভাৰতবৰ্ষৰ কেন্দ্ৰীয় প্ৰশাসনত চাহশিল্পৰ ঔপনিৱেশিক বেপাৰী আৰু মুনাফাখোৰ বৃটিছসকলে বাণিজ্য দপ্তৰত সমগ্ৰ চাহশিল্পটো ভৰাই থৈ গ'ল। স্বাধীনতাৰ পাছৰ স্বাধীন ভাৰত চৰকাৰেও বৃটিছ অনুসৰিত নীতিকে বাহাল ৰাখিলে। অৰ্কমণ্য অসমীয়া বিবেকেৰে পৰিপূৰ্ণ অসমৰ ৰাজ্য চৰকাৰে চাহ উদ্যোগটো দুভাগ কৰি এভাগ উদ্যোগ দপ্তৰত আৰু আনভাগ শ্ৰম দপ্তৰত ভৰাই দিলে। শ্ৰম দপ্তৰটোত সেই বৃটিছসকলৰ আদিভূমি ইলেণ্ডৰ ৰাজধানী লণ্ডনত ঘাই শিপা থকা ভাৰতীয় চাহ সন্থাৰ কেৱল অৰ্থনীতিৰ মূল পাঁচটা উপাদানৰ ভূমি- মূলধন-পৰিচালনা-সংগঠনৰ স্বাৰ্থ অটুট ৰাখি শ্ৰমক দখল-আন্দাজ কৰা 'অসম চাহ বাগিচা শ্ৰম আইন, ১৯৫১'ৰ বলৱৎকৰণ বাহাল থকাত শ্ৰমত জড়িতসকল প্ৰতাৰিত হৈ থকিল।

স্বাধীন ভাৰত গণৰাজ্যৰ অংগ অসম ৰাজ্যত যিসকল চাহ শ্ৰমিক কৰ্মৰত হৈ আছে, তেওঁলোক পৰাধীন ভাৰতবৰ্ষৰ ১০৮ বছৰৰ অভিজ্ঞ পূৰ্বপুৰুষ চাহ শ্ৰমিকসকলৰ পুত্ৰ-পৌত্ৰাদিক্ৰমে বংশগত তেজ প্ৰৱাহিত হৈ অহা বংশধৰসকলেই। ফলস্বৰূপে অসমৰ চাহ উদ্যোগৰ গুটি পচোৱা বা কাটিং পুলি প্ৰস্তুত কৰাৰ পৰা আৰম্ভ কৰি ৰোপণ, আপডাল, কলম, পাত তোলা, পাত লেবেলুৱা, চিটিচি মেচিন চলোৱা, গুড়ি কৰা, শুকুওৱা, গ্ৰত বাহিৰ কৰা, বাকচত পেকিং কৰা আৰু আনকি নীলাম বজাৰৰ বাবে চাহৰ বাকচ উলিয়াই পঠোৱালৈকে সমুদায় কাম কৰাত অভিজ্ঞ। তদুপৰি 'মোল্লাৰ দৌৰ মছজিদ পৰ্যন্ত, চাহ শ্ৰমিকৰ দৌৰ চৰ্দাৰ পৰ্যন্ত' এতিয়া নচলে। মোল্লাৰ দৌৰ হয়তো মছজিদলৈ থাকিব পাৰে কিন্তু চাহ শ্ৰমিকৰ সন্তানে পূৰ্বৰ কৰ্মচাৰী-কেৰাণী-মহৰীৰ পৰা সহকাৰী পৰিচালক-পৰিচালক পৰ্যন্ত দৌৰ মাৰিব পৰা হ'ল। আজিৰ চাহ বাগিচাৰ



পৰিচালনা আৰু মালিকানা বাদ দি তেওঁলোকে সকলো কামেই কৰিব পাৰে আৰু কৰে। হাজাৰ-হাজাৰ ক্ষুদ্ৰ চাহ বাগিচাৰ মালিকসকল এওঁলোকক লৈয়েই মালিকানাগিৰি কৰিছে। বৃহৎ, মজলীয়া আৰু সৰু আকাৰৰ চাহ বাগিচাৰ নতুন মালিকানাসকল বা পৰিচালনা কৰাসকলতকৈ সাধাৰণ চাহ শ্ৰমিকৰেই চাহজ্ঞান বেছি। অসম ৰাজ্যত বৰ্তমান শাৰীৰিক পৰিশ্ৰম কৰি থকা চাহশিল্পৰ শ্ৰমত নিযুক্ত কৰ্মৰত চাহ শ্ৰমিকৰ তথ্য বিচাৰিলে পোৱা যাব যে (সংলগ্ন তালিকা) ঃ

| | ২০০৩ | ২০০৪ | ২০০৫ | ২০০৬ | ২০০৭ |
|---|---|---|---|---|---|
| তিৰোতা চাহ শ্ৰমিক | ৬,১৮,৬৩০ | ৬,২০,৭৫০ | ৬,২৩,৭২৭ | ৬,৬০,৬৪২ | ৬,৩৪,২১৪ |
| পুৰুষ চাহ শ্ৰমিক | ৫,৮৯,৮৫৪ | ৫,৯৭,৮৩৫ | ৬,০০,০৩৫ | ৬,০০,১৮০ | ৬,০০,০৪০ |
| ডেকা-গাভৰু চাহ শ্ৰমিক | ৪৭,৭২৬ | ৩৯,০২৫ | ৩৫,০৩৮ | ২৮,৬৭৮ | ২৫,১৮৭ |
| মুঠ | ১২,৫৬,২১০ | ১২,৫৭,৬১০ | ১২,৫৮,৮০০ | ১২,৫৯,৫০০ | ১২,৫৯,৯৫০ |

এই লক্ষ লক্ষ চাহ শ্ৰমিক সকলে পুৱা সাত বজাৰ পৰা আবেলি চাৰি বজালৈ ৯ ঘণ্টাৰ কঠোৰ শাৰীৰিক পৰিশ্ৰম কৰি অসমৰ চাহশিল্প গঢ়ি তুলিছে। আঠ বজাৰ কামত ধৰিবলৈকে শুই উঠাৰ পৰা পুৱা সাত বজাৰ ভিতৰত ঘৰুৱা কাম-কাজ সামৰি ৰান্ধি-বাঢ়ি খাই ল'ৰা-ছোৱালীক স্কুললৈ উলিয়াই পঠিয়াই ২ কিলোমিটাৰৰ পৰা ৫-১০ কিলোমিটাৰ দূৰলৈকে খোজকাঢ়ি গৈ কামত ধৰেগৈ। আকৌ আবেলি চাৰি বজাত ঘৰ আহি পায় পাঁচ বজাত আৰু গা-পা ধুই, সন্ধ্যা আহ্নিক কৰি ৰান্ধি-বাঢ়ি খাই, খুৱাই ৰাতি ৮-৯ বজাৰ ভিতৰতে শুই পৰিবলগা হয়। তেওঁলোকে কিমান মজুৰি পায় বা কিমান মজুৰি দিয়ে সেই প্ৰশ্ন সুকীয়া। কিন্তু চাহ বাগিচা, কলঘৰ, চাহ শ্ৰমিকৰ বাসস্থান আদি পৰ্যন্ত দেখা নোপোৱা বা ভৰি দি নোপোৱা চাহ বাগিচাৰ অসংখ্য মালিক সকলৰ নামত পালিচ কৰা জোতাত ধূলি-মাকতি লাগিব, চাহ শ্ৰমিকৰ বেমাৰো সোঁচৰিব পাৰে জাতীয় ধ্যান-ধাৰণাৰ একাংশ পৰিচালক-পৰিচালিকাৰ নিৰ্দেশ অনুযায়ী হিচাপ ৰখা, গন্তি কৰা, হাজিৰা লিখা, পৰিদৰ্শন কৰা আদি কামৰ বাবে ৰখা বেতনভোগী কৰ্মচাৰীৰ তত্বাৱধানত চৰ্দাৰ-ঘাই-অলা-চকীদাৰ আদিৰ সহযোগত অসমৰ চাহশিল্পৰ চাহ শ্ৰমিক সকলে চলিত একৈশ শতিকাৰ প্ৰথম সাত বছৰত উৎপাদন

কৰা বিক্ৰী আৰু ৰপ্তানিযোগ্য চাহ জিলাভিত্তিত তথ্য বিচাৰিলে পোৱা যায় যে,- (নিযুত কিলোগ্ৰাম হিচাপে অবিভক্ত জিলা ভিত্তিত)

| জিলা | ২০০১ | ২০০২ | ২০০৩ | ২০০৪ | ২০০৫ | ২০০৬ | ২০০৭ |
|---|---|---|---|---|---|---|---|
| ডিব্ৰুগড় আৰু তিনিচুকীয়া | ১,৬৭,০৪৭ | ১,৫৯,০৬৬ | ১,৭৫,৩৩৯ | ১,৭৮,৩৫২ | ২,১১,৩৭৬ | ২,২৩,৮৭৬ | ২,২৫,৩২১ |
| শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট | ১,১৯,৬২৬ | ১,১৫,২৪৩ | ১,০০,৬৯৩ | ১,০২,১৯২ | ১,১৩,৩৯২ | ১,১৭,২৩১ | ১,১৮,৬২২ |
| লক্ষিমপুৰ আৰু ধেমাজী | ৯,০৭৫ | ৯,০৭৯ | ৮,৫০২ | ৮,২৮০ | ৮,৩৮৭ | ৮,৯৯৩ | ৯,১৬৫ |
| নগাঁও আৰু মৰিগাঁও | ১১,৮৩৬ | ১১,৬৯৬ | ১১,৫৮৭ | ১০,৯৮১ | ১১,৮২১ | ১০,৭৪২ | ১২,৪২৯ |
| কামৰূপ(গ্ৰাম্য আৰু মেট্ৰ') | ৪,৫৮৮ | ৪,৪৩৪ | ৪,৩৩৩ | ৪,৩০৪ | ৪,০২১ | ৩,৭২০ | ৩,৯৮২ |
| দৰং আৰু শোণিতপুৰ | ৭৮,২২৪ | ৭৫,৭৪৩ | ৮০,২৯১ | ৮০,৪৭৪ | ৮২,২৮১ | ৮৩,৪০৪ | ৮৪,৯৭৬ |
| গোৱালপাৰা, ধুবুৰী, কোকৰাঝাৰ, বঙাইগাঁও | ৬,৩৩৮ | ৬,০৩১ | ৬,১৩৭ | ৫,৬৬৫ | ৫,২৭১ | ৬,৩২৭ | ৬,৮৪৭ |
| কাৰ্বি আংলং | ১,৯৪৫ | ২,১৮৬ | ২,০২৮ | ২,০১২ | ১,৬৬৩ | ১,৬৮২ | ১,৬৬৭ |
| উত্তৰ কাছাৰ | ৫,১১৬ | ৪,৩৪০ | ৪,৪৩৮ | ৪,৬৩২ | ৪,৪১৭ | ৪,২৩৪ | ৪,৭৩৫ |
| কাছাৰ, কৰিমগঞ্জ আৰু হাইলাকান্দি | ৪৯,৭৯৩ | ৪৫,৫৬৯ | ৪১,৪১১ | ৩৮,৭৫৭ | ৪৪,৮৫৮ | ৪১,৮৩২ | ৪৪,১৩১ |
| অসম ৰাজ্য | ৪,৫৩,৬৮৭ | ৪,৩৩,৩২৭ | ৪,৩৪,৭৫৯ | ৪,৩৫,৬৪৯ | ৪,৮৭,৪৮৭ | ৫,০২,০৪১ | ৫,১১,৮৮৫ |



অৱশ্যে উপৰিউক্ত হিচাপ অসম শাখা ভাৰতীয় চাহ সংস্থা তথা চাহ সমিতিৰ অনুমোদিত তথ্যৰহে। আজিকালিৰ দুৰ্নীতি গ্ৰস্ততাই সৰ্বত্ৰ গ্ৰাস কৰাৰ দৰে তদাৰককাৰী পৰিচালকসকলৰ চাহ শ্ৰমিকক ভৱিষ্যনিধি-বৃত্তিনিধি, চাহ শ্ৰমিক কল্যাণ, চাহ শ্ৰমিকৰ বোনাচ আৰু চৰকাৰী কৰ-কাটলৰ জুলুমৰ পৰা বাচিবলৈ প্ৰায় বাগিচাত দুখন হিচাপ বহী থাকে, তাৰে এখনত নিজে ভিতৰুৱাকৈ জনা আৰু অন্যখন ৰাজহুৱাভাৱে ঘোষণা কৰা। তদুপৰি একাংশ ক্ষুদ্ৰ চাহ বাগিচাৰ মালিকৰ উচ্চতনিত ৰাতি-ৰাতি লোকৰ বাগিচাৰ পাত চোৰসকল আছেই।

অসম ৰাজ্যৰ বাহিৰেও উত্তৰ, উত্তৰ পূব আৰু দক্ষিণ ভাৰতৰ বিভিন্ন ৰাজ্যত চাহশিল্প আছে আৰু চাহ উৎপাদন হয়। উত্তৰ ভাৰতৰ বিহাৰ, ঝাৰখণ্ড, ছত্তিশগড় আদি ৰাজ্যত, উত্তৰ পূব ভাৰতৰ ত্ৰিপুৰা, ছিকিম, নাগালেণ্ড, অৰুণাচল প্ৰদেশ আদি ৰাজ্যত, দক্ষিণ ভাৰতৰ তামিলনাডু ৰাজ্যৰ কইম্বাটোৰ, কন্যাকুমাৰী, মাদুৰাই, নীলগিৰি, টিৰুনেলভেলি আদি জিলাত, কৰ্ণাটক ৰাজ্যৰ দুৰ্গ, চিকমাগালোৰ, হাছান আদি জিলাত, কেৰেলা ৰাজ্যৰ কোট্টায়ম, ইডুকি, পালঘাট, কুইনল, ত্ৰিশুৰ, ত্ৰিবান্দ্ৰম, ওৱানাড় আদি জিলাত চাহ উৎপাদন হয়। অসমৰ চাহ শ্ৰমিক সকলে ২০০৯-১০ চনলৈ দিন মজুৰী ৫৮.০০ টকাৰ বিপৰীতে দক্ষিণ ভাৰতৰ ১১০.০০ টকা দিন মজুৰী লৈ তেওঁলোকে কৰা উৎপাদন এইদৰে,-

| দক্ষিণ ভাৰতৰ ৰাজ্য | জিলা | ২০০০ | ২০০১ | ২০০২ | ২০০৩ | ২০০৪ | ২০০৫ |
|---|---|---|---|---|---|---|---|
| তামিলনাডু | কইম্বাটোৰ | ২৫,২৮১ | ২৫,৪০৭ | ২৬,১৭১ | ২৮,৭৪৬ | ২৯,৯৬৯ | ৩০,০৪৫ |
| তামিলনাডু | কন্যাকুমাৰী | ১৬৭ | ১৭৪ | ১৭৯ | ২০২ | ২০৬ | ২০৪ |
| তামিলনাডু | মাদুৰাই | ৩,০৭৮ | ৩,১১৭ | ৩,২১১ | ৩,২৮৬ | ৩,৪১২ | ৩,৪০৬ |
| তামিলনাডু | নীলগিৰি | ২,২৫,৪৪০ | ২,৩৭,১৩৬ | ২,৪৪,২৭৬ | ২,৩৩,৯৭৫ | ২,৩০,২৩৫ | ২,৩০,৫৭২ |
| তামিলনাডু | টিৰুনেলভেলি | ১,৮১৪ | ১,৮৩১ | ১,৮৮৬ | ২,১৪২ | ২,২০৫ | ২,১৫৮ |
| মুঠ | | ২,৫৫,৭৮০ | ২,৬৭,৬৬৫ | ২,৭৫,৭২৩ | ২,৬৮,৩৫১ | ২,৬৬,০২৭ | ২,৬৬,৩৮৩ |
| কৰ্ণাটিক | কুগ | ৬৪৭ | ৬৫৬ | ৬৭৬ | ৮১০ | ৮২৯ | ৮১৫ |
| কৰ্ণাটিক | চিকমাগালেৰ | ২,৫৩১ | ২,৫৫২ | ২,৬২৯ | ২,৮৭৯ | ২,৯৭৫ | ৩,২৪৫ |
| কৰ্ণাটিক | হাছান | ৬১১ | ৬২৯ | ৬৪৮ | ৭১৪ | ·৭০৪ | ৭০৯ |
| মুঠ | | ৩,৭৮৯ | ৩,৮৩৭ | ৩,৯৫৩ | ৪,৪০৩ | ৪,৫০৮ | ৪,৭৬৯ |



| | | | | | | | |
|---|---|---|---|---|---|---|---|
| কেৰেলা | কোট্টায়ম | ১,১০৯ | ১,১০৯ | ১,১৪২ | ১,৩২৫ | ১,৩৫৭ | ১,৩১২ |
| কেৰেলা | ইডুকি | ৫৮,৩৯৯ | ৫৮,৪৫৭ | ৬০,২১৮ | ৬৫,৭৪৯ | ৬৮,০৮৬ | ৬৭,৯৬৩ |
| কেৰেলা | পালঘাট | ১,৯৫৮ | ১,৯৫২ | ২,০১১ | ২,৩৮১ | ২,৪৬৪ | ২,৪৭০ |
| কেৰেলা | কুইলন | ৫৪৬ | ৫৫২ | ৫৬৯ | ৬৭৪ | ৬৯৩ | ৬৯০ |
| কেৰেলা | ত্ৰিচুৰ | ১,৫৩৯ | ১,৫৫০ | ১,৫৯৭ | ১,৯০৩ | ১,৯৭৩ | ১,৯৮২ |
| কেৰেলা | ত্ৰিবান্দ্ৰম | ৮২৯ | ৮২৯ | ৮৫৪ | ৯৬৭ | ১০১০ | ১০০৮ |
| কেৰেলা | উইনাড় | ১২,৭০৬ | ১২,৭৪৯ | ১৩,১৩৩ | ১৪,১৮৫ | ১৪,৭৭৫ | ১৪,৭২৩ |
| মুঠ | | ৭৭,০৮৬ | ৭৭,১৯৮ | ৭৯,৫২৪ | ৮৭,১৮৪ | ৯০,৩৫৮ | ৯০,১৪৮ |
| দক্ষিণ ভাৰতৰ মুঠ | নিযুত কিলোগ্ৰাম | ৩,৬৬,৬৬৫ | ৩,৪৮,৭০০ | ৩,৫৯,২০০ | ৩,৫৯,৯৩৮ | ৩,৬০,৮৯৩ | ৩,৬১,৩০০ |
| সৰ্বভাৰতৰ মুঠ উৎপাদন | নিযুত কিলোগ্ৰাম | ১২,১০,০৫৫ | ১২,৩২,১৫০ | ১২,৫৫,১০০ | ১২,৫৬,২১০ | ১২,৫৭,৬১০ | ১২,৫৮,৮০০ |

নামমাত্ৰ মূল্যত উদ্যোক্তা ঔপনিবেশিক বৃটিছ চৰকাৰ আৰু সেই বৃটিছ সকলৰেই আধিপত্য থকা সংগঠন আৰু পৰিচালনলৈ অসমৰ ভূমি জব্দ কৰি টকা-পইচাৰ পাহাৰ সৃষ্টি কৰা পুঁজিপতি মূলধন বিনিয়োগকাৰী লুণ্ঠন-শোষক চাহ বাগিচা মালিকসকলক স্বাধীন ভাৰত কংগ্ৰেছ দলীয় চৰকাৰে দেখিও নেদেখা হৈ থকাৰ কাৰণেই অসমৰ চাহ শ্ৰমিকসকলৰ পুতৌলগা মজুৰী বৃদ্ধিৰ প্ৰচেষ্টাৰ লক্ষ্যৰেই ১৯৮৫ চনলৈকে আৰু তাৰো বহু বছৰ পাছলৈকে এক পইচাও পাৰিতোষিক নথকা এছাম মিনিমাম ওৱেজেছ এডভাইজৰী বোৰ্ড বা অসম নিম্নতম মজুৰী উপদেষ্টা ব'ৰ্ড নামৰ পৰিনিয়ত নিকায়টোৰ অধ্যক্ষ পদটো তৎকালীন মুখ্যমন্ত্ৰী-শ্ৰমমন্ত্ৰীৰ অনুমোদনত দীনেশ্বৰ তাছাই দখল কৰিছিল আৰু মালিকপক্ষ তথা মালিকপক্ষীয় চাহ শ্ৰমিক সংগঠন পক্ষৰ জোবদাৰ প্ৰভাৱ সত্বেও নিজৰ চাৰে তিনিবছৰীয়া কাৰ্যকালত সকলো তথ্য-পাতি একত্ৰিত কৰি ১৯৯০ চনৰ হ্ৰস্বকালীন অৰ্থাৎ পদ্মনাথ কৈৰীৰ আমোলত হাঁহি উঠা মজুৰী বৃদ্ধিৰ এক পইচা-দুই পইচাৰ পৰিবৰ্তে একেছাতেই পাঁচ টকাৰ পৰা পোন্ধৰ টকা মজুৰী বৃদ্ধিলৈ জপিয়াইছিল যদিও সেই অগপদলীয় শ্ৰমমন্ত্ৰী, বিধায়ক পদবীধাৰী অধ্যক্ষ আৰু মালিকপক্ষীয় চাহ শ্ৰমিক সংগঠনৰ নেতৃত্বই লক্ষাধিক টকা ঘোচ খাই পাঁচ টকালৈকে বৃদ্ধি কৰিবলৈ বাধ্য হৈছিল। সুদীৰ্ঘ ছবছৰীয়া অসম আন্দোলনৰ পৰৱৰ্তী কালত প্ৰথম কেইবছৰমান চৰকাৰী টকা লুটপাত কৰি খোৱাৰ পৰা বিৰত থকা অগপ মুখ্যমন্ত্ৰী-শ্ৰমমন্ত্ৰীৰ অনুমোদন সাপেক্ষেই অসমৰ চাহ শ্ৰমিকসকলৰ কল্যাণৰ কাৰণে চিন্তা কৰোতা একমাত্ৰ চিন্তাবিদ লোকনায়ক অমিয় কুমাৰ দাসৰ সৃষ্টি 'অসম চাহ বাগিচা ভৱিষ্যনিধি আৰু বৃত্তিনিধি আঁচনি' ৰ ন্যাসৰক্ষক মণ্ডলীৰ পৰিনিয়ত নিকায়টোৰো আমোলাতন্ত্ৰৰ বাহিৰৰ প্ৰথম আৰু অন্তিম একমাত্ৰ উপাধ্যক্ষৰূপেও দীনেশ্বৰ তাছা সাধাৰণ পাৰিতোষিক লৈয়েই চাহ শ্ৰমিকৰ সঞ্চয়ৰ ধন বাহিৰে বাহিৰে লুটপাত নহ'বৰ কাৰণেই নগদ ধনৰ পৰিবৰ্তে চেকযোগে ধন প্ৰদান প্ৰৱৰ্তন আৰু লক্ষ লক্ষ টকা ভাড়া কৰি চলোৱা ভাৰাঘৰৰ পৰিবৰ্তে গুৱাহাটীৰ লালমাটিত নিধি ভৱন আৰু জিলা সদৰ সমূহতো নিজা ভৱন নিৰ্মাণ কৰোৱাইছিল। ১৯৫৮-১৯৯০ চনৰ অগপ চৰকাৰৰ আমোলত পোৱা তথ্য-পাতি অনুসৰি-



| বছৰ/উৎপাদন/অৰ্জন | ১৯৮৫ | ১৯৮৬ | ১৯৮৭ | ১৯৮৮ | ১৯৮৯ | ১৯৯০ |
|---|---|---|---|---|---|---|
| অসমৰ উৎপাদন | ৩৫৩ মি. কিগ্ৰা. | ৩৩৬ মি. কিগ্ৰা. | ৩৬৯ মি. কিগ্ৰা. | ৩৭২ মি. কিগ্ৰা. | ৩৭১ মি. কিগ্ৰা. | প্ৰায় ৪০০ মি. কিগ্ৰা. |
| সৰ্ব ভাৰতৰ উৎপাদন উৎপাদন | ৬৫৬ মি. কিগ্ৰা. | ৬২৪ মি. কিগ্ৰা. | ৬৭৪ মি. কিগ্ৰা. | ৭০০ মি. কিগ্ৰা. | ৭০৩ মি. কিগ্ৰা. | প্ৰায় ৭১৫ মি. কিগ্ৰা. |
| স্থানীয় ব্যৱহাৰ | ৪৪২ মি. কিগ্ৰা. | ৪২১ মি. কিগ্ৰা. | ৪৬৫ মি. কিগ্ৰা. | ৪৮০ মি. কিগ্ৰা. | ৫০০ মি. কিগ্ৰা. | প্ৰায় ৫১০ মি. কিগ্ৰা. |
| বিদেশলৈ ৰপ্তানি | ২১৪ মি. কিগ্ৰা. | ২০৩ মি. কিগ্ৰা. | ২০৯ মি. কিগ্ৰা. | ২২০ মি. কিগ্ৰা. | ২০৩ মি. কিগ্ৰা. | প্ৰায় ২৩০ মি. কিগ্ৰা. |
| বৈদেশিক মুদ্ৰা অৰ্জন | ৬৯৫ কোটি টকা | ৫৭৯.৪৮ কোটি টকা | ৬০০ কোটি টকা | ৬৫৮ কোটি টকা | ৯০৫ কোটি টকা | ১০০০ কোটি টকা |

উল্লিখিত পৰিসংখ্যাই অকণো লুক-ঢাক নকৰাকৈ স্পষ্টভাৱে দাঙি ধৰিছে, স্থানীয় ব্যৱহাৰৰ যোগেদি আৰু বিদেশলৈ ৰপ্তানিযোগে চাহে আনি দিয়া বৈদেশিক মুদ্ৰা উপাৰ্জনৰ যোগেদি কেৱল অসমেই নহয়, সমগ্ৰ ভাৰত গণৰাজ্যৰ অৰ্থনীতিত কি অৱদান যোগাইছে? অসম কৃষিপ্ৰধান ৰাজ্য আৰু বৃটিছ সকলৰ আগমনৰ পূৰ্বে কৃষি বুলি বা কৃষিজাত সামগ্ৰী বুলি নজনা একপ্ৰকাৰৰ অপতৃণ চাহৰ ওপৰত ভিত্তি কৰিয়েই অসমৰ চাহশিল্প গঢ়ি উঠিল। আৰু অসম ৰাজ্যতো বাদেই চাহ স্বাধীন ভাৰত গণৰাজ্যখনৰেই মেৰুদণ্ডস্বৰূপ। ১৯৬১ চনৰ পৰা ২০০৭ চনলৈকে উৎপাদিত ভাৰতীয় চাহৰ পৰিসংখ্যা তলত উল্লেখ কৰাৰ দৰে—

(ক) উত্তৰ ভাৰত ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | চি টি চি | অৰ্থডক্স | দাৰ্জিলিং | গ্ৰীণ | মুঠ |
|---|---|---|---|---|---|
| ১৯৬১ | ১১৮.৮ | ১১৫.১ | ১০.১ | ২৯.৩ | ২৭৩.৩ |
| ১৯৭১ | ২১০.২ | ৯৩.২ | ১০.৩ | ১৮.৬ | ৩২৩.৩ |
| ১৯৮১ | ২৯৯.৩ | ১১৯.৩ | ১২.২ | ৭.০ | ৪৩৭.৮ |
| ১৯৯১ | ৪৩১.৯ | ৭৯.৫ | ১৩.৯ | ৭.৬ | ৫৬২.৯ |
| ১৯৯২ | ৪৮৫.১ | ৬৫.৯ | ১২.৪ | ৭ | ৫৭০.৪ |
| ১৯৯৩ | ৫০৭ | ৫৭.৭ | ১৩ | ৫.৮ | ৫৮১.৫ |
| ১৯৯৪ | ৪৯৮.৮ | ৫০.৮ | ১১.১ | ৭.৩ | ৫৬৮ |
| ১৯৯৫ | ৫২০.৭ | ২৯.২ | ১১.৩ | ৭.৪ | ৫৬৮.৬ |
| ১৯৯৬ | ৫৪২.৮ | ৩৬.৯ | ১০.৬ | ৭.৮ | ৫৯৮.১ |
| ১৯৯৭ | ৫৪৯.৫ | ৩৭.১ | ১০.১ | ৮ | ৬০৪.৭ |
| ১৯৯৮ | ৫৯৪.১ | ৩৯.৫ | ১০.৩ | ৬.৮ | ৬৭০.৭ |
| ১৯৯৯ | ৫৭৬ | ৩২.৫ | ৮.৭৬ | ৬২৩.২ |  |
| ২০০০ | ৫৯০.১ | ৩৫.৭ | ৯.৩৫.৬ | ৬৪০.৭ |  |
| ২০০১ | ৫৯২.১ | ৪৪.৪ | ৯.৮৪.৫ | ৬৫০.৮ |  |
| ২০০২ | ৫৭০.৪ | ৪৮.৪ | ৯.২৩.৮ | ৬৩১.৮ |  |
| ২০০৩ | ৬০৭.৯ | ২৬.৯ | ৯.৬৩.৯ | ৬৪৮.৩ |  |
| ২০০৪ | ৬১৭.৮ | ২৮.৯ | ১০.১ | ৫.৪ | ৬৬২.২ |
| ২০০৫ | ৬৬৭ | ৩২.৬ | ১১.৩ | ৭.৫ | ৭১৮.৪ |
| ২০০৬ | ৭০২.১ | ৩০.৮ | ১০.৯ | ৯.৪ | ৭৫৩.২ |
| ২০০৭ | ৭০১.৪ | ৪৪.৫ | ১০ | ৮.৮ | ৭৬৪.৭ |



উত্তৰ ভাৰতত প্ৰধানকৈ অসম আৰু পশ্চিমবংগৰ উত্তৰবংগৰ উপৰি ছিকিম, ত্ৰিপুৰা, নাগালেণ্ড, অৰুণাচল প্ৰদেশ, ঝাৰখণ্ড, বিহাৰ ছত্তিশগড়, মধ্য প্ৰদেশ, উৰিষ্যা আনকি উত্তৰ প্ৰদেশৰ দোৱাব অঞ্চলযুক্ত হৈ আছে। বৃহৎ উৎপাদন কিন্তু অসমৰ চাহ আৰু দ্বিতীয় স্থানত উত্তৰবংগৰ গোৰ্খালেণ্ড এলেকা। প্ৰধানকৈ চি.টি.চি, অৰ্থডক্স, দাৰ্জিলিং আৰু গ্ৰীণ চাহ গুণাগুণ অনুসৰি কোটিৰ পৰিৱৰ্তে নিযুত কিলোগ্ৰামৰ হিচাপতহে চাহ নীলাম কৰা হয়। অসমৰ কৰিমগঞ্জ জিলাৰ বাংলাদেশ সীমান্তৰ পত্নী (বা পথিনী) চাহ বাগিচাখনতহে গ্ৰীণ চাহ উৎপন্ন হয়। সেইদৰে দাৰ্জিলিং চাহ উত্তৰ বংগৰ গোৰ্খাল্যাণ্ড স্বায়ত্তশাসিত এলেকাতহে উৎপন্ন হয়। অসমত আসাম চাহ হোৱাৰ দৰে দাৰ্জিলিং এলেকাত দাৰ্জিলিং চাহ। কিন্তু চি.টি.চি. আৰু অৰ্থডক্স কোৱালিটি বা গুণাগুণৰ চাহ সৰ্বত্ৰ কৰা হয়।

(খ) দক্ষিণ ভাৰত ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | চি টি চি | অৰ্থডক্স | গ্ৰীণ | মুঠ. |
|---|---|---|---|---|
| ১৯৬১ | ৩.৩ | ৭৬.২ | ১.৬ | ৮১.১ |
| ১৯৭১ | ২৯.৮ | ৭১.৪ | ২ | ১০৩.২ |
| ১৯৮১ | ৫৮.২ | ৬৩.৮ | ০.৬ | ১২২.৬ |
| ১৯৯১ | ১৪১.৭ | ৪৭.৪ | ২.২ | ১৯১.৩ |
| ১৯৯২ | ১২৫.৬ | ৩৩.৯ | ২.৪ | ১৬১.৯ |
| ১৯৯৩ | ১৩৯.৩ | ৩৮.৫ | ১.৫ | ১৭৯.৩ |
| ১৯৯৪ | ১৩৭ | ৪৭.৪ | ০.৫ | ১৮৪.৯ |
| ১৯৯৫ | ১৪১.৭ | ৪৫.২ | ০.৫ | ১৮৭.৪ |
| ১৯৯৬ | ১৩৮.১ | ৪৩.৪ | ০.৫ | ১৮২ |
| ১৯৯৭ | ১৫০.৬ | ৫৪.২ | ০.৫ | ২০৫.৩ |
| ১৯৯৮ | ১৪৪.১ | ৫৮.৮ | ০.৫ | ২০৩.৪ |
| ১৯৯৯ | ১৭২.১ | ৩০.২ | ০.৪ | ২০২.৭ |
| ২০০০ | ১৭০.৩ | ৩৫.৩ | ০.৬ | ২০৬.২ |
| ২০০১ | ১৬৭.৪ | ৩৪.৮ | ০.৯ | ২০৩.১ |
| ২০০২ | ১৭৪.৭ | ৩১.১ | ০.৯ | ২০৬.৭ |
| ২০০৩ | ১৯১.৬ | ৩৭.২ | ১ | ২১৯.৮ |
| ২০০৪ | ১৯৬.৮ | ৩২.৫ | ১.৫ | ২৩০.৮ |
| ২০০৫ | ১৮২.৪ | ৪৩.৩ | ১.৯ | ২২৭.৬ |
| ২০০৬ | ১৯১.৩ | ৩৫.৫ | ১.৮ | ২২৮.৬ |
| ২০০৭ | ১৮৬.৫ | ৩৪.১ | ১.১ | ২২১.৭ |

উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ পৰা উৎপন্ন হোৱা চি.টি.চি., অৰ্থডক্স, দাৰ্জিলিং আৰু গ্ৰীণ চাহ লৈয়েই সৰ্বভাৰতীয় উৎপাদিত চাহ।

(গ) ভাৰত গণৰাজ্য ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | চি টি চি | অৰ্থডক্স | দাৰ্জিলিং | গ্ৰীণ | মুঠ |
|---|---|---|---|---|---|
| ১৯৬১ | ১২২.১ | ১৯১.৩ | ১০.১ | ৩০.৯ | ৩৫৪.৪ |
| ১৯৭১ | ২৪০ | ১৬৪.৬ | ১০.৩ | ২০.৬ | ৪৩৫.৫ |
| ১৯৮১ | ৩৫৭.৫ | ১৮৩.১ | ১২.২ | ৭.৬ | ৩৬০.৪ |
| ১৯৯১ | ৬০৩.৬ | ১২৬.৯ | ১৩.৯ | ৯.৮ | ৭৫৪.২ |
| ১৯৯২ | ৬১০.৭ | ৯৯.৮ | ১২.৪ | ৯.৪ | ৭৩২.৩ |
| ১৯৯৩ | ৬৪৬.৩ | ৯৪.২ | ১৩ | ৭.৩ | ৭৬০.৮ |
| ১৯৯৪ | ৬৩৫.৮ | ৯৮.২ | ১১.১ | ৭.৮ | ৭৫২.৯ |
| ১৯৯৫ | ৬৬২.৪ | ৭৪.৪ | ১১.৩ | ৭.৯ | ৭৫৬ |
| ১৯৯৬ | ৬৮০.৯ | ৮০.৩ | ১০.৬ | ৮.৩ | ৭৮০.১ |
| ১৯৯৭ | ৭০০.১ | ৯১.৩ | ১০.১ | ৮.৫ | ৮১০ |
| ১৯৯৮ | ৭৩৮.২ | ১১৮.৩ | ১০.৩ | ৭.৩ | ৮৭৪.১ |
| ১৯৯৯ | ৭৪৮.১ | ৬২.৭ | ৮.৭ | ৬.৪ | ৮২৫.৯ |
| ২০০০ | ৭৬০.৪ | ৭১ | ৯.৩ | ৬.২ | ৮৪৬.৯ |
| ২০০১ | ৭৫৯.৫ | ৭৯.২ | ৯.৮ | ৫.৪ | ৮৫৩.৯ |
| ২০০২ | ৭৪৫.১ | ৭৯.৫ | ৯.২ | ৪.৭ | ৮৩৮.৫ |
| ২০০৩ | ৭৯৯.৫ | ৬৪.১ | ৯.৬ | ৪.৯ | ৮৭৮.১ |
| ২০০৪ | ৮১৪.৬ | ৬১.৪ | ১০.১ | ৬.৯ | ৮৯৩ |
| ২০০৫ | ৮৪৯.৪ | ৭৫.৯ | ১১.৩ | ৯.৪ | ৯৪৬ |
| ২০০৬ | ৮৯৩.৪ | ৬৬.৩ | ১০.৯ | ১১.২ | ৯৮১.৮ |
| ২০০৭ | ৮৮৭.৯ | ৭৮.৬ | ১০ | ৯.৯ | ৯৮৬.৪ |



উল্লিখিত চাৰিটা উৎপাদনৰ কোৱালিটি বা গুণাগুণ অনুসাৰে ভাৰত তথা অসমৰ চাহশিল্পই উৎপাদন কৰা চাহ স্বদেশ আৰু বিদেশত বিক্ৰী-ৰপ্তানি কৰি যি টকা পোৱা যায়, সেইখিনিয়ে মূল উৎপাদক বা প্ৰকৃত উৎপাদনকাৰী চাহ শ্ৰমিকসকলক দিনৰ দিনটো আৰু তাকো বছৰৰ পিছত বছৰ ধৰি, প্ৰজন্মৰ পিছত প্ৰজন্ম ধৰি হাড়ভঙা পৰিশ্ৰমৰ বিনিময়ত দৈনিক মজুৰী চলিত বছৰলৈকে দিয়া হৈছে, কেৱল ৫৮.৫০ টকা মাত্ৰ। আৰু একে কৰ্ম কৰা দক্ষিণ ভাৰতীয় শ্ৰমিকে দৈনিক মজুৰি পায় ১১০.০০ টকা আৰু গোৰ্খালেণ্ড স্বায়ত্তশাসিত এলেকাত পায় ৬৮.০০ টকা। অসমৰ চাহ শ্ৰমিক সকলে ছুটিৰ দিন বা দেওবৰীয়া মজুৰিও নাপায়। স্বাধীনতাপূৰ্ব ১০৮ বছৰ আৰু স্বৰাজোত্তৰ ৬৩ টা বছৰত স্বাধীন ভাৰত চৰকাৰৰ অৰ্থনীতিৰ মেৰুদণ্ড পোন কৰি ৰখা চাহ শ্ৰমিকসকল নিয়োজিত হৈ থকা অসমৰ চাহশিল্পৰ মালিক পক্ষ আৰু পৰিচালক পক্ষক চাহ শ্ৰমিক থকা ঘৰবিলাকত সুমুৱাই ৫৮.৫০ টকা বিনাশ্ৰমে প্ৰদান কৰিলেও তেওঁলোকৰ কি অৱস্থা হ'লহেঁতেন বিনা পইচাত ঔপনিৱেশিক বৃটিছ চৰকাৰ নামৰ উদ্যোক্তাপক্ষ, তৎকালীন সংগঠক আৰু পৰিচালক পক্ষই হয়তো অনুভৱেই কৰিব নোৱাৰিলেহেঁতেন। উদ্যোক্তাপক্ষত পূৰ্বৰ ঔপনিবেশিক বৃটিছ চৰকাৰৰ স্থানত আজি স্বাধীন ভাৰত গণৰাজ্যৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ নামাৱলী মেৰিওৱা কংগ্ৰেছী চৰকাৰে অন্য এক মাৰাত্মক খেল খেলিলে পত্নী বা পাথিনী চাহ বাগিচা কেন্দ্ৰীয় পৰিনিয়ত নিকায়ৰ জৰিয়তে আৰু ১৫ খন চাহ বাগিচা অসম চাহ নিগম নামৰ ৰাজ্যিক পৰিনিয়ত নিকায়যোগে পৰিচালনা ভেকো ভাওনাখন পাতি। চাহশিল্প বা চাহ বাগিচা ১৯৩৯ চনৰ পৰা আজি ২০১০ চনলৈ সুদীৰ্ঘ ১৭১ বছৰৰ ইতিহাসে কয়, চাহশিল্প কোনোদিনেই ৰুগ্ন নহয়। ৰুগ্ন উদ্যোক্তাপক্ষ আৰু পৰিচালনাকাৰী পক্ষহে। এই মুহূৰ্তত যদি ২০০২ ৰপৰা ২০০৮ চনলৈ চাহ শিল্পই যোগোৱা উৎপাদনৰ আভাস লোৱা যায়, তেতিয়া দেখা যাব সেই ভেকোভাওনা। অন্য বাগিচাই উৎপাদন দিয়ে, কেৱল কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰৰ পৰিচালনাধীন পৰিনিয়ত নিকায়ৰ অন্তৰ্ভূক্ত বাগিচাইহে লোকচান দিয়ে- ই এক অসম্ভৱ কথা।

## বৰ্তমান ভাৰতৰ চাহ উৎপাদনৰ অভিলেখ

(১) কেলেণ্ডাৰ বছৰ ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | উত্তৰ ভাৰত | দক্ষিণ ভাৰত | মুঠ ভাৰতৰ উৎপাদন |
|---|---|---|---|
| ২০০২ | ৬৩১.৭৫ | ২০৮.৭২ | ৮৩৮.৪৭ |
| ২০০৩ | ৬৪৮.২৮ | ২২৯.৮৫ | ৮৭৮.১৩ |
| ২০০৪ | ৬৬২.১৯ | ২৩০.৭৮ | ৮৯২.৯৭ |
| ২০০৫ | ৭১৮.৪২ | ২২৭.৫৫ | ৯৪৫.৯৭ |
| ২০০৬ | ৭৫৩.২৪ | ২২৮.৫৬ | ৯৮১.৮০ |
| ২০০৭ | ৭৬৪.৭৪ | ২২১.৬৯ | ৯৮৬.৪৩ |
| ২০০৮ | ৭৩৩.৯২ | ২৪৬.৯০ | ৯৮৫.৮২ |

(২) বিত্তীয় বছৰ ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | উত্তৰ ভাৰত | দক্ষিণ ভাৰত | মুঠ ভাৰতৰ উৎপাদন |
|---|---|---|---|
| ২০০২-০৩ | ৬৩৯.৮৪ | ২০৮.৭২ | ৮৪৫.৯৭ |
| ২০০৩-০৪ | ৬৪৭.৯৪ | ২৩০.৭১ | ৮৭৮.৬৫ |
| ২০০৪-০৫ | ৬৭৩.৫৭ | ২৩৩.২৭ | ৯০৬.৮৪ |
| ২০০৫-০৬ | ৭২১.৪৭ | ২২৭.৪৭ | ৯৪৮.৯৪ |
| ২০০৬-০৭ | ৭৪৮.৪৩ | ২২৪.৬৪ | ৯৭৩.০৭ |
| ২০০৭-০৮ | ৭৫৮.২৭ | ২২৮.৭৫ | ৯৮৭.০২ |
| ২০০৮-০৯ | ৭৩৪.০৩ | ২৩৮.৭৪ | ৯৭২.৭৭ |

(৩) ক্ষুদ্ৰ আৰু বৃহৎ চাহ বাগিচাৰ পৰা ভাৰতৰ উৎপন্ন চাহ ঃ (নিযুত কিলোগ্ৰাম হিচাপত)

| বছৰ | ক্ষুদ্ৰ চাহ বাগিচা | বৃহৎ চাহ বাগিচা | ভাৰতৰ মুঠ উৎপাদন |
|---|---|---|---|
| ২০০৩ | ১৮০.৬৬ | ৬৯৭.৪৭ | ৮৭৮.১৩ |
| ২০০৪ | ২০১.৯৬ | ৬৯১.০১ | ৮৯২.৯৭ |
| ২০০৫ | ২৩১.২৯ | ৭১৪.৬৮ | ৯৪৫.৯৭ |
| ২০০৬ | ২৪৯.৭১ | ৭৩২.০৯ | ৯৮১.৮০ |
| ২০০৭ | ২৫৭.৪৬ | ৭২৮.৯৭ | ৯৮৬.৪৩ |
| ২০০৮ | ২৫৭.৪৬ | ৭২৩.৩৬ | ৯৮০.৮৩ |



উল্লিখিত উৎপন্ন চাহ স্থানীয়ভাৱে আৰু ৰপ্তানি কৰি ভাৰত তথা অসমৰ অৰ্থনীতি মজবুত হৈছে। অন্য কোনো কৃষিজাত সামগ্ৰীয়ে চাহৰ লগত ফেৰ মাৰিব পৰা নাই আৰু কোনোদিনেই নোৱাৰে।

চাহ ৰপ্তানিৰ পৰা ভাৰতৰ অৰ্থনীতিৰ ভঁৰাললৈ অহা হাজাৰ কোটি টকাৰ প্ৰায় অৰ্দ্ধ-হাজাৰ কোটি টকাৰ বৈদেশিক মুদ্ৰা ১৯৮৯-৯০ চনৰ পৰা পৌনঃপুনিক অনুপাতত অসমৰ চাহশিল্পই যোগান ধৰে। এইটোৱেই ভাৰত তথা অসমৰ অৰ্থনীতিলৈ চাহ শিল্পৰ ঘাই অৱদান। কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰৰ 'পঞ্চমবাৰ্ষিক পৰিকল্পনা'সমূহত স্বদেশৰ আৰু বিদেশৰ বৰ্ধিত চাহৰ চাহিদা আৰু জনপ্ৰিয়তালৈ লক্ষ্য কৰি চৰকাৰ, একো একোটা সামন্ততান্ত্ৰিক চৰকাৰৰ লেখীয়াকৈ গপচত থকা চাহ শিল্পপতি বা মালিক সকল, চাহ সমিতি, নেশ্যনেল বেংক ফৰ এগ্ৰিকালচাৰ এণ্ড ৰুৰেল ডেভেলপমেন্ট অৱ ইণ্ডিয়া (বা নাবাৰ্ড), ইণ্ডাষ্ট্ৰিয়েল ডেভেলপমেন্ট বেংক অৱ ইণ্ডিয়া, ষ্টেট বেংক অৱ ইণ্ডিয়া আদিৰ স্পষ্ট, সৌহাৰ্দ্যপূৰ্ণ আৰু সক্ৰিয় সহযোগিতাৰে, লগতে টোকোলাই চাহ গৱেষণাৰ আধুনিক জৈৱ কাৰিকৰী বা জৈৱ প্ৰযুক্তিবিজ্ঞানৰ যোগেদি নিৰ্দিষ্ট উচ্চ মানদণ্ডৰ অধিক উৎপাদনৰ ব্যৱস্থা কৰাহেঁতেন প্ৰতিদ্বন্দ্বী চীন, জাপান, শ্ৰীলংকা, কেনিয়াৰ সৈতে ফেৰ মাৰি অধিক বৈদেশিক মুদ্ৰা আৰু অধিক অৰ্থনৈতিক সম্পদ আহৰণ হ'লহেঁতেন। কেৱল বৈদেশিক মুদ্ৰাই নহয়, এক বিপুল সংখ্যক লোকক চাহশিল্পই জীৱিকা উপাৰ্জনৰ ব্যৱস্থাও কৰিছে। বৃহৎ, মজলীয়া, সৰু আৰু ক্ষুদ্ৰ চাহ শিল্পপতিৰ চাহশিল্পত দৈনিক ১৫-১৬ লাখ চাহ শ্ৰমিক কৰ্মৰত হৈ থাকেই, চাহশিল্পৰ লগত জড়িত অন্যান্য দৈনিক মজুৰ, ঠিকাদাৰ, প্ৰশাসন, নীলাম বজাৰ, দালাল বা ব্ৰ'কাৰ্চ, ব্লেণ্ডাৰচ, অ'কচনাৰ্চ, গুদাম, পৰিবহন, বিজ্ঞাপন, ভৱিষ্যনিধি আৰু বৃত্তিনিধি, বেংকিং, পেকিং বাকচ নিৰ্মাতা, প্লাইউড শিল্প, কাগজ শিল্প, ৰাসায়নিক সাৰ আৰু কীটনাশক দৰৱ, কয়লা, লোহা, তীখা আদিৰ প্ৰতিষ্ঠান, যান্ত্ৰিক মেৰামতি কাৰখানা আদি চাহ শিল্পৰ ওপৰত নিৰ্ভৰশীল। ঔপনিবেশিক বৃটিছ চৰকাৰে পাতি থৈ যোৱা কেইবাখনো চাহ বাগিচাৰ মধ্যস্থলৰ হাট-বজাৰসমূহ, দেশীয় মদৰ দোকানবিলাক আৰু আবকাৰী বিভাগৰ পকেট গৰম কৰি ৰখা চুলাই মদৰ ভাটাসমূহ, চাহ বাগিচাৰ মালিকসকলে চাহ শ্ৰমিকক শোষণ কৰি জমা ৰখা টকাসমূহ লাখৰ হিচাপত থপিয়াই নিয়া সন্ত্ৰাসবাদী সংগঠনসমূহ পৰ্যন্ত চাহশিল্পৰ বিপৰীতমুখী একপ্ৰকাৰ অৱদানেই। মুঠতে অসমৰ অৰ্থনীতিত চাহশিল্পৰ অৱদান

আকাশলংঘী, কোনো সন্দেহ নাই।

অসীম সাহসী, বিচক্ষণ দূৰদৃষ্টি, অমিত কৰ্মশক্তি আৰু সুনিপুণ বেপাৰী বুদ্ধিৰ ঔপনিবেশিক বৃটিছসকলে অনাদৃত, অপতৃণস্বৰূপ চাহ গছক কেন্দ্ৰ কৰিয়েই এক নতুন অৰ্থনৈতিক বুনিয়াদ গঢ়ি তোলে। দেৱান মণিৰাম দত্তক লৈ ১৯৩৯ চনত সংগঠিত বৃটিছ সকলৰ প্ৰথম চাহ কোম্পানী অসম চাহ কোম্পানীটোৱে পাঁচ লাখ পাউণ্ড মূলধনেৰে ১৮৪১ চনৰ ২,৩১২ একৰৰ চাহনি দ্বিতীয় চাহ কোম্পানী যোৰহাট চাহ কোম্পানী গঠন হোৱালৈকে ৮,০০০ একৰৰ মাটি লৈ চাহনি সম্প্ৰসাৰণ কৰিছিল আৰু ১৮৪১ চনৰ ঘোষিত উৎপাদনৰ মূল্য ১৯,২৬৭ পাউণ্ডৰ পৰা ১৮৫৯ চনলৈ এক নিযুত পাউণ্ডলৈ বৃদ্ধি কৰিছিল। অন্য এক তথ্য অনুযায়ী, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকে ৫২ হাজাৰ একৰ মাটিৰ পৰা চাহনিৰ পৰিসৰ ৩৩৮ হাজাৰ মাটিলৈ সম্প্ৰসাৰিত কৰিছিল আৰু চাহৰ উৎপাদনৰ পৰিমাণ সেই কালচোৱাত ১২ নিযুত পাউণ্ডৰ পৰা ১৩৪ নিযুত পাউণ্ডলৈ বৃদ্ধি হৈছিল। অসমৰ আটাইতকৈ পুৰণি এই দুই চাহ কোম্পানীৰ এক বিৱৰণীমতে, চাহৰ খেতি আৰু বেপাৰ কৰি আৰম্ভণিতে মাত্ৰ এক লাখ পঁচিশ হাজাৰ পাউণ্ড মূলধন খৰচ কৰি ১৮৪০ চনৰ পৰা ১৯৫৪ চনলৈকে অসম চাহ কোম্পানীটোৱে ১,২,৮২,৮৪৭ পাউণ্ড লাভ কৰিছিল আৰু যোৰহাট চাহ কোম্পানীটোৱে ৬০ হাজাৰ পাউণ্ড পৰ্যন্ত মূলধন খৰচ কৰি ১৮৫৯ চনৰ পৰা ১৯৪৫ চনলৈকে ৯৮,১০,৭৭১ পাউণ্ড লাভ কৰে। ঔপনিৱেশিক বৃটিছ চৰকাৰৰ আমোলত বৃটিছ মূলধন বিনিয়োগকাৰী চাহ বাগিচাৰ মালিক সকলে স্বাধীনতাৰ আগৰ কালচোৱাত সৰ্বমুঠ দুই হাজাৰ কোটি টকা লাভ কৰিছিল বুলি জনা যায়। বৃটিসকলে কৰা এনে ঘোষণাৰ বিপৰীতে স্বাধীনতাৰ পিছত অসম ৰাজ্যত যিবিলাক ৰাজ্য চৰকাৰ হ'ল সেই চৰকাৰবোৰে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ গৰাহত পৰি নীৰৱতা অৱলম্বন কৰে আৰু কেন্দ্ৰ ৰাজ্যত একে ৰাজনৈতিক দলৰ বা বুজাবুজি থকা চৰকাৰ থকা সত্বেও নিজৰ প্ৰাপ্য আদায় কৰিবলৈ সক্ষম হোৱা নাই। এক তথ্যমতে, ১৯৭৮ চনত অসমত জনতা পাৰ্টিৰ চৰকাৰ থকা কালত এক চৰকাৰী আবেদনত পোৱা গৈছিল যে অসমৰ উৎপাদিত চাহৰ পৰা সেই কালচোৱাত উপাৰ্জিত ১৩৭ কোটি টকাৰ শতকৰা ৮৬ ভাগ অৰ্থাৎ ১১৮ কোটি টকা কেন্দ্ৰীয় চৰকাৰে ৰাখে আৰু শতকৰা ১৪ ভাগ অৰ্থাৎ মাত্ৰ ১৯ কোটি টকাহে অসম চৰকাৰে পাইছিল। অসম চৰকাৰে চাহৰ লাভাংশৰ ওপৰত লগোৱা ৰাজহৰ পৰাহে



শতকৰা ৬০ ভাগ কৃষি আয়কৰ পায়, কেন্দ্ৰৰ শতকৰা ৪০ ভাগতকৈ বেছি। উক্ত কৃষি আয়কৰৰ বাদেও কেন্দ্ৰ আৰু ৰাজ্য উভয় চৰকাৰে চাহশিল্পৰ পৰা পায় আবকাৰী কৰ আৰু উপকৰ।

অসমৰ চাহশিল্পৰ সমগ্ৰ কৃষিভূমি অসম ৰাজ্যৰ কিন্তু চাহ বাগিচাবোৰৰ সদৰ কাৰ্যালয়বোৰ অসম ৰাজ্যৰ বাহিৰত অসমৰ ব্যক্তিগত মালিকানা সকলৰ বাহিৰে। আন ভাৰতীয় চাহ বোৰ্ডৰ প্ৰধান কাৰ্যালয়ো অসমৰ বাহিৰত। আঞ্চলিক কাৰ্যালয় ১৯৮১ চনতহে খোলা হৈছে। ফলস্বৰূপে অসমৰ ভূমিত উৎপাদিত চাহৰ পৰা অসম ৰাজ্যখনে যেনেধৰণে উপকৃত হ'ব লাগিছিল, অসমৰ অৰ্থনীতি যেনেধৰণে টনকীয়াল হ'ব লাগিছিল, একাংশ প্ৰশাসন চলোৱা ৰাজনৈতিক দলৰ নেতৃস্থানীয় ব্যক্তিসকলৰ ব্যক্তিগত অৰ্থনীতি টনকীয়াল হোৱাৰ বাহিৰে বিশেষ উপকৃত হ'ব পৰা নাই। এক সমীক্ষামতে, ১৯৮৫-৮৬ চনত ৰাজ্য চৰকাৰে কৃষি আয়কৰ হিচাপে ৰাজহ পাইছিল ৬০-৬১ কোটি টকা, ১৯৮৬-৮৭ চনত বাঢ়ি হৈছিল ৬২ কোটি টকা কিন্তু ১৯৮৭-৮৮ চনত ৰাজহ কমি হৈছিল ২৬.৯৮ কোটি টকা। অথচ ১৯৮৫-৮৬ চনত অসমৰ উৎপাদন আছিল ৩৫৫ নিযুত কিলোগ্ৰাম। ১৯৮৬-৮৭ চনত উৎপাদন আছিল ৩৩৬ নিযুত কিলোগ্ৰাম, ১৯৮৮-৮৯ চনত উৎপাদন আছিল ৩৭২ নিযুত কিলোগ্ৰাম। দৈনিক জনমভূমি কাকতত ড° ভুবন বৰুৱাই "চাহ উদ্যোগে অসমৰ ৰাজকোষলৈ কি দিছে?" শীৰ্ষক লেখনীত ১৯৯০ চনৰ ২৮ জুলাইৰ সংখ্যাত প্ৰশ্নটো উত্থাপন কৰাৰ তিনিমাহ পিছত "অসম শাখা ভাৰতীয় চাহ সন্থা" বা এবিটাই দৈনিক জনমভূমিৰ পাতত ১৯৯০ চনৰ ২০ অক্টোবৰ সংখ্যাত বিজ্ঞাপনযোগে জনালে যে, "অসম চৰকাৰে ৰাজহ হিচাপে ১৩০ টকা পায়।" অৰ্থাৎ সৰিয়হৰ ভুলিতে ভূতৰ বাস। যিসকলৰ হাতত অসমৰ অৰ্থনীতিৰ চাবিকাঠী সেইসকলেই যেতিয়া অৰ্থনীতিৰ ভাণ্ডাৰ খালী কৰাত লাগে, অসমৰ অৰ্থনীতি টনকীয়াল হয় ক'ৰ পৰা? অসম আৰু অসমীয়া জাতিৰ অৰ্থনৈতিক জীৱনত চাহশিল্পই মহত্বপূৰ্ণ, গুৰুত্বপূৰ্ণ, সম্ভাৱনাপূৰ্ণ আৰু সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাইছিল, পেলাইছে আৰু পেলাব। কিন্তু ৰাজনৈতিক নেতৃত্বই সৃষ্টি কৰা কেৰোণবিলাক আৰু শোষণ-লুণ্ঠনৰ দিশবিলাক আঁতৰাব লাগিব। নতুবা চাহশিল্পটোকেই ৰাষ্ট্ৰীয়কৰণ কৰিব লাগিব। ইয়াৰ বাদে কোনো বিকল্প নাই।

অসমত অতীজৰ পৰা এতিয়ালৈকে অসমৰ চাহশিল্পই লোকচান দিয়া নাই আৰু ৰুগ্ন আখ্যা দিব পৰা চাহ বাগিচা নাই। কিন্তু স্বাধীনতাৰ পাছত উদ্যোক্তা,

সংগঠক, পৰিচালক পক্ষৰ অতি ধুৰন্ধৰসকলে ১৯৩৯ চনৰ পৰা ১৯৪৭ চনলৈকে একচেতীয়াভাৱে ঔপনিৱেশিক বৃটিছ চৰকাৰৰ সক্ৰিয় সহযোগত মানুহৰ এটা শ্ৰেণীক যি নিৰ্মম-নৃশংস অত্যাচাৰ উৎপীড়নৰ মাজেৰে এক প্ৰকাৰ যন্ত্ৰমানৱ বা ৰবটৰ দৰে ব্যৱহাৰ কৰি শোষণ-লুণ্ঠন চলাই আহিল, তাকো অব্যাহত ৰখাৰ উপায় নোহোৱা হ'ল। ফলস্বৰূপে ভাৰত গণৰাজ্যত গণতান্ত্ৰিক চৰকাৰ স্থাপন হোৱাৰ পাছত ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক অৰ্থনীতিত অৱদান যোগাবলগীয়া হোৱা কাৰণে স্বদেশী-বিদেশী মালিকপক্ষৰ ব্যক্তিগত অৰ্থনীতিত বিষম ভাটা পৰিব। ইমানদিনে নিষ্পেষিত কৰি ৰখা চাহ শ্ৰমিকসকলৰ চকু গজিবলৈ আৰম্ভ কৰাত আৰু কেন্দ্ৰ তথা ৰাজ্য চৰকাৰৰ লোকনায়ক অমিয় কুমাৰ দাস, বিশিষ্ট শ্ৰমিক নেতা বিজয় চন্দ্ৰ ভাগৱতী, প্ৰদীপ গোস্বামী, মহেন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে একাংশ শ্ৰমিক নেতাই চাহ শ্ৰমিক সকলৰ সপক্ষে অৱস্থান লোৱাত মালিকপক্ষই 'ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ সংঘ' ছত্ৰছায়াত গঠন হোৱাত পূৰ্ণ সহযোগ দিয়া চাহ শ্ৰমিক ট্ৰেড ইউনিয়ন সংগঠনবোৰেও অসমৰ চাহ জনগোষ্ঠীৰ উত্থানত বাধা দিব নোৱাৰাত সভ্য সমাজৰ চিন্তা বিভ্ৰমৰ বাবে 'ব্যক্তিগত মালিকানা অবিহনে চাহশিল্প দেউলীয়া হ'ব', এই ধাৰণা উদ্ৰেকৰ বাবে একাংশ ৰাজনৈতিক নেতা, একাংশ টকা পালে নিজৰ মাকক বা নিজৰ পত্নীকে বেচি দিব পৰাকৈ নিকৃষ্টতম মানসিকতা থকা চাহ শ্ৰমিক নেতা আৰু সেই নেতাসকলৰ অনু সমৰ্থক বা স্তাৱকসকলক লৈ ১৯৭০ চনত অসম বিধান সভাত অসমত এটি চাহ নিগম খোলাৰ ঘোষণা কৰা হয় আৰু ১৯৭২ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখে সেই উদ্যোক্তাসকলৰ সহযোগত চৰকাৰী পৰিনিয়মৰ আওতাত এক 'পৰিনিয়ম নিকায়'ৰ সৃষ্টি কৰা হ'ল। ১৯৭৩ চনৰ ছেপ্টেম্বৰ মাজভাগত কাৰ্যকাল আৰম্ভ কৰা এই পৰিনিয়ম নিকায়টোৱেই নাম হ'ল 'অসম চাহ নিগম লিমিটেড'। আৰম্ভণিতে ১৬ খন চাহ বাগিচাক সুপৰিকল্পিতভাৱে দেউলীয়া ঘোষণা কৰোৱাই নিগমৰ মূল উদ্দেশ্য ঘোষণা কৰিলে—

১. দেউলীয়া হোৱা গাইগুটীয়া মালিকৰ বাগিচা কিনি পৰিচালনাৰ দায়িত্ব ল'ব।

২. চাহ কৰ্মীৰ হক ৰক্ষা কৰিব আৰু বাগিচাৰ অৰ্থনৈতিক দিশত সজাগ দৃষ্টি ৰাখিব আৰু

৩. নিগমৰ উৎপাদিত চাহ ৰাজ্যৰ ভিতৰত বা বাহিৰত নিলাম বিক্ৰী কৰা হ'ব।

কিন্তু দেখা গ'ল সেই বচা বচা ১৬ খন চাহ বাগিচাৰ পৰা আজিলৈকে



ৰুগ্ন আৰু দেউলীয়া চাহ বাগিচা সেই ষড়যন্ত্ৰকাৰীসকলে নালাগেই বৰঞ্চ সেই বাগিচা কেইখনৰ মাটি, লোহা-লংকৰ বিক্ৰীকে আদি কৰি যতমানে লুটিব লাগে লুটি লৈ এনেভাৱে সভ্য সমাজক দেখুৱালে যেন ৰাষ্ট্ৰীয়কৰণৰ দৰে অসমৰ চাহশিল্প ৰাষ্ট্ৰীয়কৰণ কৰিলে 'অসম চাহ নিগম লিমিটেড'ৰ দৰেই চাহ শ্ৰমিক সকলৰ দুৰ্দশা হ'ব। ১৯৮৫ চনত সেই ষড়যন্ত্ৰকাৰীসকলৰ হাতৰ পৰা ৰাজনৈতিক-প্ৰশাসনিক ক্ষমতা হস্তান্তৰ কালত "দি টী ছেট, জুলাই ১৯৮৫"-এ প্ৰকাশ কৰা এক তথ্যমতে— (লাখত)

| বছৰ | লাভ | লোকচান | + লাভ<br>- লোকচান |
|---|---|---|---|
| ১৯৭২ | ০.৫২ | - | +০.৫২ |
| ১৯৭৩ | - | ১০.৯ | -১০.৩৯ |
| ১৯৭৪ | ৫৪.৯৩ | - | +৪৪.৫৪ |
| ১৯৭৫ | ৪.৫২ | - | +৪৮.৭৯ |
| ১৯৭৬ | ১৩২.৪০ | - | +১৮১.১৯ |
| ১৯৭৭ | ৪৭.২৮ | - | +২২৮.৪৭ |
| ১৯৭৮ | - | ১৩৮.০০ | +৯০.৪৭ |
| ১৯৭৯ | - | ১৩৫.৫৬ | -৪৫.০৯ |
| ১৯৮০ | - | ২৮.৬৭ | -৩২৫.৭৬ |
| ১৯৮১ | - | ৩৫৮.৩৭ | -৬৮৪.১৩ |
| ১৯৮২ | - | ৩১৬.১৬ | -১০০০.৯০ |
| ১৯৮৩ | ৫৩.২৫ | - | -৯৪৭.০৪ |
| ১৯৮৪ | ১১৩.০৪ | - | -৮৩৩.৯৬ |
| ১৯৮৫ | - | - | - |
| মুঠ | ৪০৫.৭১ | ১২৩৯.৬৭ | -৪৩৩.৯৬ |

ভূমি, শ্ৰম আৰু মূলধনৰ সমন্বয়তহে উৎপাদন অধিক বা লাভ হয়। এই তিনিটা উপাদানক একগোট খুৱাই সেইবোৰৰ মাজত সমন্বয় সাধন কৰি অসম চাহ নিগমে কি উৎপাদন কৰিব, প্ৰথমটো বছৰৰ পৰাই লাগি গ'ল লুণ্ঠন আৰু দান প্ৰক্ৰিয়াত। প্ৰধান মন্ত্ৰী সাহায্য পুঁজি, মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজি, বি বৰুৱা

কেম্পাৰ ইনষ্টিটিউট, গুৱাহাটী চাহ নিলাম কেন্দ্ৰ ভৱন নিৰ্মাণ আদিত অপৰ্যাপ্ত দান আগবঢ়োৱা বা আগবঢ়াব পৰাকৈ অৰ্থনৈতিক স্বাচ্ছন্দ্য পোৱা 'অসম চাহ নিগম লিমিটেড' ১৯৭৮ চনৰ পাছত দেউলীয়া আৰু লোকচান দিয়া প্ৰতিষ্ঠানত পৰিণত হোৱাৰ মূল কাৰণটো হ'ল ৰাজ্য প্ৰশাসন তথা নিগম প্ৰশাসনৰ শিল্প উদ্যোগটোৰ মালিকপক্ষৰ সৈতে কৰি অহা সুদূৰপ্ৰসাৰী ষড়যন্ত্ৰ। লগতে ক'ব পৰা যায়, কুশাসন, ত্ৰুটীপূৰ্ণ পৰিচালনা আৰু দুৰ্নীতি।

অসম বুৰঞ্জীৰ ঐতিহাসিক তথ্যই কয় আহোম ৰজা চুলুংমুং বা চক্ৰধ্বজ সিংহৰ ১৬৬৩ চনৰ পৰা ১৬৬৯ চনৰ আমোলত কামৰূপ জিলাক বাদ দি অসমৰ জনসংখ্যা আছিল ৪০ লাখ। সেই আহোমৰে পূৰ্বপুৰুষ খুনলুং ৰজাৰ এজন পুত্ৰৰ অধীনত থকা তেতিয়াৰ ব্ৰহ্মদেশ আৰু আজিৰ ম্যানমাৰৰ পৰা অহা 'মানৰ দিন'ত অৰ্থাৎ ১৮২১ চনৰ পৰা ১৮২৫ চনৰ ভিতৰত সেই জনসংখ্যা টুটি হৈছিলগৈ কামৰূপ জিলাৰ ৪ লাখ লোকক বাদ দি কেৱল ৬ লাখ। ঔপনিবেশ বৃটিছ ৰাজৰ দিনত কোলা অসমৰ চাহ শিল্পই সেই ১০ লাখ লোকৰ বসতিস্থল বাদ দি হৈ পৰা বিশাল অৰণ্যখন আজিৰ অসম ৰাজ্য ক্ষেত্ৰলৈ পৰিৱৰ্তন কৰিলে। চাহ শ্ৰমিক সকলক বাদ দি সেই ১০ লাখ লোকৰ সতি-সন্ততিয়েই আজি অসমৰ ৰাজনীতি-অৰ্থনীতি-সমাজনীতিৰ সৰ্বেসৰ্বা। কিন্তু যি অসমৰ চাহ শিল্পই ভাৰত গণৰাজ্যৰ অৰ্থনীতিৰ মেৰুদণ্ড পোন কৰি ৰাখিবলৈ সমৰ্থ হৈছে একেই অৱস্থা অসম ৰাজ্যৰ অৰ্থনীতিত পৰিলক্ষিত নোহোৱাৰ মূল কাৰণটো কি? অনুমান, অনুভৱ আৰু উপলব্ধি কৰি সেইমতে প্ৰতিবিধানৰ ব্যৱস্থা ল'লেহে 'অসমৰ অৰ্থনীতিত চাহ শিল্পৰ অৱদান' সকলোৰে দৃষ্টিগোচৰ হ'ব বুলি ন দি ক'ব পৰা যায়। অসমত চাহ শিল্প স্থাপনৰ পৰাহে অসমত ৰে'লপথ, জলপথ, বিমানপথ আৰু ভূমিপথৰ প্ৰগতিৰ সূচনা হৈছিল। অৰ্থাৎ সমগ্ৰ পৰিবহন ব্যৱস্থাটোৰে এক প্ৰগতিৰ ইতিহাসৰ সূচনা আৰু ৰূপায়ণ হৈছিল। কিন্তু আজি গণতান্ত্ৰিক অসম চৰকাৰ নামৰ ক'লা চামৰাৰ চাহাবসকলৰ চাহাবী ঢংটোৰ প্ৰগতিৰ বাহিৰে একো নোহোৱাৰ মূল কাৰণটো অসম চৰকাৰৰ পৰিচালিত 'অসম চাহ নিগম লিমিটেড' চকুত আঙুলি দি নতুন প্ৰজন্মৰ সন্মুখত নিদৰ্শন দাঙি ধৰিছে। একেদৰেই এছিয়াৰ বৃহত্তম ট্ৰেড ইউনিয়ন সংগঠন বুলি দাবী কৰা 'অসম চাহ মজদুৰ সংঘ'ৰ দ্বাৰা পৰিচালিত 'এটেইকল' 'উখা চাহ বাগিচা'ই তেওঁলোকৰ স্বৰূপ উদ্ভাসিত কৰিছে। মন্তব্য নিষ্প্ৰয়োজন।



# অসমৰ চাহ জনগোষ্ঠীৰ উত্তৰণত অৰ্থনৈতিক অৱস্থাৰ ভূমিকা

ড° লিখনেশ্বৰ ঘাটোৱাৰ

চাহ উদ্যোগ অসমৰ এক গুৰুত্বপূৰ্ণ উদ্যোগ। অসমত মুঠ ৮৫৬ খন চাহ বাগিচা আছে। এই বাগিচাসমূহত মুঠ প্ৰায় ৬৪.৫ লাখ মানুহে কাম কৰে। বছৰি এই বাগিচাসমূহে প্ৰায় ৪৬১ নিযুত কিলোগ্ৰাম চাহ উৎপাদন কৰে। ই ভাৰতৰ চাহ উৎপাদনৰ প্ৰায় ৫০ শতাংশ। অসমত ক্ষুদ্ৰ চাহ বাগিচাৰ সংখ্যা ১০০০-তকৈ বেছি আছে। এই বাগিচাসমূহত বহুতো নিবনুৱা যুৱকে নিযুক্তি লাভ কৰিছে। অসমত উৎপাদন হোৱা কেঁচা পাতসমূহ প্ৰক্ৰমন (*Processing*) কৰিবৰ কাৰণে প্ৰায় ৬০০ টামান কলঘৰ (*Factory*) আছে। ২০০২-০৩ চনৰ পৰিসংখ্যা অনুসৰি এই সকলোবোৰ কলঘৰত নিযুক্তপ্ৰাপ্ত কাৰিকৰী আৰু অ-কাৰিকৰী শ্ৰমিক কৰ্মচাৰীৰ সংখ্যা ৬,০২,৫৩১ জন। ইয়াৰ ভিতৰত ৪,২৩,৪৩৭ জন আবাসিক, ৫৪,৪৬৩ জন অনাবাসিক স্থায়ী কৰ্মচাৰী। বাকী থকা ১,২৪,৬৩১ জন অস্থায়ী ভিত্তিত নিযুক্ত শ্ৰমিক। অসমৰ মুঠ কৰ্মৰত জনশক্তিৰ ৬.৩২ শতাংশই এই শিল্পত নিযুক্ত হৈ আছে।

অসমৰ ভূমিতে আৱিষ্কাৰ হোৱা চাহ গছৰ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৮৩৫ চনত পৰীক্ষামূলকভাৱে প্ৰথম বাগান খোলে। ১৮৪৪ চনত এই বাগিচাসমূহ অসম কোম্পানীত বিক্ৰী কৰে। লাহে লাহে চাহ বাগিচাৰ সংখ্যা বাঢ়ে আৰু ই ক্ৰমে অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাৰ বহুত ঠাইত বিয়পি পৰে। যোৱা ডেৰশ বছৰৰ ভিতৰত এক শিল্পৰ ৰূপ লোৱা চাহ উদ্যোগে যথেষ্ট প্ৰসাৰ লাভ কৰিছে আৰু বৰ্তমান অসম চাহশিল্পৰ কাৰণে প্ৰখ্যাত বুলি গোটেই বিশ্বতে বিয়পি পৰিছে। চাহ বাগিচাবোৰ অসমৰ চুকে-কোণে, একেবাৰে দূৰণি ঠাইত অৱস্থিত কাৰণে তেতিয়াৰ

সময়তে যথেষ্ট অসুবিধা হৈছিল। এই ঠাইবোৰ বসবাসৰ বাবেও উপযুক্ত নাছিল। সেইকাৰণে অন্য ঠাইৰ পৰা বনুৱা এই ঠাইবোৰলৈ আহিবলৈ বৰ টান পাইছিল। সেয়ে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ পৰা বৃটিছসকলে নানা কৌশলেৰে বনুৱাসকলক এই বাগিচাসমূহলৈ আনিছিল। সেইসকল বনুৱাই হৈছে অসমৰ চাহ জনগোষ্ঠী। এই বনুৱাসকলে অসমকে নিজৰ মাতৃভূমি তথা কৰ্মভূমি হিচাপে গ্ৰহণ কৰি পূৰ্বৰ বাসস্থানলৈ উভতি নগৈ ইয়াতেই থাকি গ'ল। এইসকল লোকৰ আৰ্থ-সামাজিক দিশসমূহ অতীতত কেনে আছিল আৰু বৰ্তমান কেনে এই সম্বন্ধে আলোচনা কৰা অতি প্ৰয়োজনীয়। এইসকল লোকৰ অৰ্থনৈতিক উন্নতিৰ ধাৰা অতি লেহেম।

মানুহেই হৈছে সকলো অৰ্থনৈতিক কাৰ্যকলাপৰ গুৰি আৰু অন্ত। মানুহৰ শ্ৰমশক্তিৰ প্ৰয়োগৰ জৰিয়তে বিভিন্ন অৰ্থনৈতিক কাৰ্যকলাপ সম্পাদিত হয় আৰু ইয়াৰ ফলত মানুহৰ অভাৱ পূৰণৰ জৰিয়তে মানৱৰ কল্যাণ সাধন কৰে। অৰ্থনৈতিক উন্নয়নৰ মূল অৰ্থ হ'ল মানৱ কল্যাণ বৃদ্ধিৰ জৰিয়তে জীৱন নিৰ্বাহৰ মান উন্নত কৰা।

শ্ৰমশক্তি যিকোনো শিল্পৰ উৎপাদনৰ এটা মৌলিক আৰু অতি সক্ৰিয় উপাদান। শ্ৰমশক্তি অবিহনে প্ৰাকৃতিক সম্পদৰাজিৰ ব্যৱহাৰ আৰু উৎপাদন কাৰ্য কেতিয়াও সম্পাদিত হ'ব নোৱাৰে। এই শ্ৰমশক্তিৰ গৰাকী হ'ল নিৰ্দিষ্ট ভৌগোলিক পৰিসীমা এটাৰ ভিতৰত বসবাস কৰা মানৱ সমষ্টি অৰ্থাৎ সেই অঞ্চলটোৰ জনসাধাৰণ। সেয়ে শ্ৰমশক্তিৰ উৎস হ'ল জনসংখ্যা। এই জনসংখ্যাৰ সকলো লোকেই অৰ্থনৈতিক কাৰ্যকলাপত লিপ্ত নহয়। মুঠ জনসংখ্যাক অৰ্থনৈতিভাৱে সক্ৰিয় (*Active*) আৰু নিষ্ক্ৰীয় (*Inactive*) এই দুটা ভাগত বিভক্ত হয়। যিকোনো দেশৰ বা জনগোষ্ঠীৰ অৰ্থনৈতিক উন্নয়ন মুঠ জনসংখ্যাৰ অৰ্থনৈতিকভাৱে সক্ৰিয় অংশটোৰ ওপৰত বহু পৰিমাণে নিৰ্ভৰ কৰে। সক্ৰিয় মানে কামত নিযুক্ত আৰু নিষ্ক্ৰীয় মানে কাম কৰিবলৈ আগ্ৰহী কিন্তু কামত নিযুক্ত হ'ব নোৱাৰা ব্যক্তিৰ সমষ্টিক বুজায়।

শ্ৰমশক্তি যোগানৰ দুটা দিশ আছে– সংখ্যাগত বা পৰিমাণগত (*Quantitative*) আৰু গুণগত বা মানগত (*Qualitative*)। সংখ্যাগত দিশ বুলিলে জনসংখ্যাৰ অৰ্থনৈতিকভাৱে সক্ৰিয় লোকসকলৰ মুঠ সংখ্যাকে বুজোৱা হয়। এই শ্ৰম বাহিনীৰ আয়তন মুঠ জনসংখ্যাৰ আয়তন (*Population Size*), বৃদ্ধিৰ হাৰ, বয়সভিত্তিক গঠন, লিংগ অনুপাত, প্ৰত্যাশিত আয়ুস, শ্ৰমৰ চলনশীলতা, আন্তঃ আৰু বৰ্হি প্ৰব্ৰজন, শ্ৰম বা কৰ্ম বাহিনীত যোগদান আদিৰ ওপৰত নিৰ্ভৰশীল। গুণগত দিশ বুলিলে শ্ৰম বাহিনীৰ দক্ষতা, নিপুণতা বা অধিক উৎপাদনশীলতাক বুজায়। শ্ৰম বাহিনীৰ দক্ষতা, কৰ্মপটুতা নিৰ্ধাৰণ কৰা উপাদানসমূহৰ ভিতৰত শাৰীৰিক সক্ষমতা,



প্ৰশিক্ষণ আৰু আৰ্জিত নৈপুণ্য, মানসিক আৰু পাৰিপাৰ্শ্বিক অৱস্থা, উপযুক্ত আহিলাৰ প্ৰাপ্যতা ইত্যাদিয়েই প্ৰধান। শ্ৰমিকৰ কৰ্মনিপুণতা, দক্ষতা, প্ৰায়োগিক জ্ঞান প্ৰভৃতি গুণসমূহে শ্ৰম বাহিনীৰ উৎপাদনশীলতা বৃদ্ধি কৰি শ্ৰমৰ যোগান বৃদ্ধি কৰে।

এখন দেশ তথা জাতিৰ অৰ্থনৈতিক উন্নয়নত মানৱ মূলধন বা সম্পদৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। অৰ্থনীতিবিদসকলৰ মতে আমেৰিকান অৰ্থনীতিৰ দ্ৰুত বিকাশৰ গুৰিত থকা অন্যতম প্ৰধান কাৰণটো হ'ল শিক্ষাৰ শিতানত কৰা বৃহৎ বিনিয়োগ। মানৱ সম্পদৰ বিকাশত উপযুক্ত বিনিয়োগ নোহোৱাটোৱেই অৰ্দ্ধোন্নত দেশসমূহৰ অৰ্থনৈতিক উন্নয়ন মন্থৰ হোৱাৰ প্ৰধান কাৰণ। এনে দেশৰ শ্ৰম বাহিনীত অদক্ষ, অনিপুণ সাধাৰণ শ্ৰমিকৰ প্ৰাচুৰ্য আৰু দক্ষ, কৰ্মনিপুণ শ্ৰমিকৰ নাটনি দেখা যায়। ঔদ্যোগিক খণ্ডৰ বাবে প্ৰয়োজনীয় কৰ্মপটু শ্ৰমশক্তিৰ নাটনি আৰু দক্ষতাহীন সাধাৰণ শ্ৰমশক্তিৰ অতিৰিক্ত যোগান- ই পাৰস্পৰিকভাৱে সম্পৰ্কিত কিন্তু বিপৰীতমুখী মানৱ সম্পদ সম্বন্ধীয় সমস্যা দুটাৰ প্ৰথমটোৱে অৰ্থনৈতিক বিকাশৰ প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে। ফলস্বৰূপে দ্বিতীয় সমস্যাটো অৰ্থাৎ কৰ্মহীনতা বা জনশক্তিৰ অপচয়ৰ সমস্যাটো জটিল হৈ পৰে। মানৱ মূলধন গঠনত অধিক বিনিয়োগ কৰি প্ৰথমটো সমস্যা সমাধান কৰিলেহে দ্বিতীয় সমস্যাটো লাঘৱ কৰাটো সম্ভৱপৰ হ'ব।

অৰ্দ্ধোন্নত দেশসমূহত বস্তুগত মূলধনী সামগ্ৰীৰ পৰিমাণ সীমিত। এনে সীমিত মূলধনী সামগ্ৰীৰ সম্ভৱপৰ পূৰ্ণ উপাদানমূলক ব্যৱহাৰৰ জৰিয়তে অৰ্থনৈতিক উন্নয়ন দ্ৰুত কৰি তোলাৰ বাবে দক্ষতাসম্পন্ন শ্ৰম বাহিনী থকাটো অপৰিহাৰ্য। মানৱ মূলধন অভাৱ থাকিলে মূলধনী সমাগ্ৰীৰ যথোপযুক্ত ব্যৱহাৰ সম্ভৱপৰ নহয়। ফলত উন্নয়নৰ গতি শিথিল হৈ পৰে।

এটা জনগোষ্ঠীৰ বা এখন দেশৰ অৰ্থনৈতিক উন্নয়নত বাধাৰ সৃষ্টি কৰা কাৰকসমূহক দুটা মূল ভাগত ভগাব পাৰি। এই দুটা হ'ল অৰ্থনৈতিক কাৰক আৰু অনা অৰ্থনৈতিক কাৰক (*Economic and Non-economic*)।

অৰ্থনৈতিক কাৰকসমূহ হৈছে–

ক) দ্ৰুত জনসংখ্যাৰ বৃদ্ধি

খ) প্ৰাকৃতিক দুৰ্যোগ

গ) একাষৰিক ভৌগোলিক অৱস্থিতি

ঘ) High Cost Structure

ঙ) পিছপৰা পৰিৱহণ আৰু যোগাযোগ ব্যৱস্থা

চ) মূলধনৰ অভাৱ

ছ) নিপুণ শ্ৰমিকৰ অভাৱ
জ) ঋণ দিয়া প্ৰতিষ্ঠানৰ অভাৱ
ঝ) প্ৰশিক্ষণ প্ৰতিষ্ঠানৰ অভাৱ
ঞ) পুৰণি Technology
ট) চৰকাৰৰ ত্ৰুটিপূৰ্ণ উদ্যোগ নীতি।

অনা অৰ্থনৈতিক কাৰকসমূহ হৈছে –
ক) স্পৰ্শকাতৰ ভৌগোলিক চাৰিসীমা
খ) অশৃংখল আইন ব্যৱস্থা
গ) উগ্ৰপন্থীৰ সমস্যা
ঘ) সুনিপুণ দক্ষতাসম্পন্ন পৰিচালকৰ অভাৱ
ঙ) সামাজিক গঠন।

জনসংখ্যা বৃদ্ধিৰ আৰু অৰ্থনৈতিক উন্নয়নৰ মাজত ওতঃপ্ৰোত সম্বন্ধ আছে। জনসংখ্যা বৃদ্ধি অৰ্থনৈতিক প্ৰগতিৰ অন্তৰায় স্বৰূপ। চাহ শ্ৰমিকৰ ক্ষেত্ৰতো এনে এক সমস্যাই দেখা দিছে। জনসংখ্যা বৃদ্ধিৰ ফলত অৰ্থনৈতিক উন্নয়ন একেবাৰে বেয়াৰ ফালে ধাৱমান হোৱা দেখিবলৈ পোৱা যায়।

অসমত প্ৰাকৃতিক দুৰ্যোগেও চাহ জনগোষ্ঠীৰ অৰ্থনৈতিক বিকাশত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে। এইবোৰ ভিতৰত বানপানী, চাপ তাপৰ তাৰতম্য, বৰষুণৰ পৰিমাণ কমি যোৱা ইত্যাদিয়েই প্ৰধান। অসমৰ অৱস্থিতি একাষৰীয়া হোৱাৰ কাৰণে মূল ভূখণ্ডৰ লগত ইয়াৰ পৰিবহন আৰু যোগাযোগ ব্যৱস্থা উন্নত নহয়। মূলধনৰ অভাৱত আগৰ পুৰণি কাৰিকৰী কৌশলেই চলোৱা হৈছে। নিপুণ শ্ৰমিকৰ অভাৱ, শ্ৰমিকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা নাই, সেয়ে উৎপাদন বঢ়োৱাৰ কোনো অৱকাশ নাই। অসমৰ আইন-শৃংখলা ব্যৱস্থাৰ অৱনতি হোৱাৰ লগে লগে ইয়াত উগ্ৰপন্থী গোটসমূহে মূৰ দাঙি উঠিছে। সুনিপুণ পৰিচালকৰ অভাৱ হোৱা হেতুকে বাগিচাসমূহক পৰিচালনা কৰা কষ্টকৰ হৈ পৰিছে। এনে পৰিস্থিতিত বহুতো চাহ বাগিচা ৰুগ্ন অৱস্থাত আছে আৰু বহুতো বন্ধ হৈ যাব ধৰিছে। দিনকদিনে এই বাগিচাসমূহত কাম কৰা মানুহৰ অৰ্থনৈতিক অৱস্থা নিম্নগামী হ'বলৈ ধৰিছে। বহুতো বাগিচা কিনা-বেচা চলি আছে। চৰকাৰে লোৱা বাগিচাসমূহৰো বন্ধ হোৱাৰ উপক্ৰম হৈছে। এনে অৱস্থাত প্ৰত্যেকজন বনুৱাই ভৱিষ্যতৰ কথা ভাবিবলৈ সময় হৈছে। প্ৰত্যেক বাগিচাৰ মালিক পক্ষই তেওঁলোকৰ বাগিচাসমূহ পুনৰ জীৱন অৰ্থাৎ অধিক উৎপাদনক্ষম কৰিবলৈ মানুহখিনিক নতুন নতুন টেকন'লজীৰে প্ৰশিক্ষণ দি সক্ৰিয় কৰিলেহে এওঁলোকৰ অৰ্থনৈতিক উন্নতি



হোৱাৰ আশা আছে। অন্যথাই এওঁলোকৰ অৰ্থনৈতিক অৱস্থা শোচনীয় হৈ গৈ থাকিব।

ভাৰতবৰ্ষৰ কেন্দ্ৰীয় চৰকাৰে ৰাজ্যসমূহৰ মানৱ বিকাশ প্ৰতিবেদনৰ ভিত্তিত প্ৰকৃত অৰ্থনৈতিক তথা সামাজিক উন্নয়নৰ ছবিখন জানিবলৈ যোৱাটো শতিকাৰ ৮০ দশকৰ পৰা মানৱ বিকাশ প্ৰতিবেদন তৈয়াৰ কৰি আহিছে। এই প্ৰতিবেদনত সন্নিবিষ্ট মানৱ বিকাশ সূচকে (*HID*) মানৱ উন্নয়নৰ মূল্যাংকন কৰে। এই প্ৰতিবেদনৰ জৰিয়তে ৰাজ্যসমূহৰ বিকাশৰ পাৰ্থক্য যে আয়ৰ বৰ্ধিত পাৰ্থক্যতকৈ বেছি তাক নিৰ্ভৰযোগ্য তথ্যৰ সৈতে প্ৰমাণ কৰি আহিছে। ইয়াৰ যোগেদি ৰাজ্য এখনৰ উৎপাদনৰ লগত সংগতি ৰাখি মানুহৰ শিক্ষা, স্বাস্থ্য, বিভিন্ন শ্ৰেণীৰ মাজত থকা অসমতা, আনকি নাৰী-পুৰুষৰ মাজৰ অসমতাৰ ছবিখনো স্পষ্টকৈ জানিব পাৰি।

চলিত শতিকাৰ আৰম্ভণিতে তৈয়াৰী অসম ৰাজ্যৰ নিজা বিকাশ প্ৰতিবেদনত ৰাজ্যখনৰ আৰ্থসামাজিক বহুখিনি তথ্য পোৱা যায়। এই প্ৰতিবেদনত ফুটি উঠা বিভিন্ন দুৰ্বল দিশ প্ৰতিটো জিলাত উন্নয়নৰ সূচক পৰ্যালোচনা অতি প্ৰয়োজনীয়। জিলাভিত্তিক মানৱ বিকাশৰ তথ্য তলত কেইবাটাও শিতানত দেখুওৱা হৈছে।

| জিলা ভিত্তিক মানৱ বিকাশৰ বিৱৰণ | | | | | |
|---|---|---|---|---|---|
| জিলা | মানৱ বিকাশৰ স্থান | সূচকাংকৰ মূল্য | আয়ভিত্তিক স্থান | শিক্ষাভিত্তিক স্থান | স্বাস্থ্যভিত্তিক স্থান |
| কামৰূপ | ২ | .০৭৪ | ১ | ৩ | ৭ |
| মৰিগাঁও | ৫ | .৪৯৪ | ৩ | ১৭ | ১০ |
| নগাঁও | ১৪ | .৩৫৩ | ১১ | ১২ | ১২ |
| দৰং | ২২ | .২৫৯ | ২২ | ২১ | ১৮ |
| শোণিতপুৰ | ১৩ | .৩৫৭ | ২১ | ১৮ | ৭ |
| লখিমপুৰ | ১৭ | .৩৩৭ | ১৩ | ৪ | ২০ |
| ধেমাজি | ২০ | .২৭৭ | ২৩ | ১০ | ২১ |
| গোলাঘাট | ৩ | .৫৪০ | ৫ | ৬ | ৩ |
| যোৰহাট | ১ | .৬৫০ | ২ | ১ | ১ |
| ডিব্ৰুগড় | ৬ | .৪৮৩ | ১২ | ৫ | ২ |
| তিনিচুকীয়া | ১০ | .৩৭৭ | ১৮ | ১৩ | ৪ |
| শিৱসাগৰ | ৭ | .৪৬৯ | ৮ | ২ | ৫ |

| | | | | | | |
|---|---|---|---|---|---|---|
| নলবাৰী | ১৫ | .৩৪৩ | ২০ | | ৮ | ১১ |
| বৰপেটা | ৯ | .৩৯৬ | ৬ | ২০ | ১৫ | |
| বঙাইগাঁও | ২১ | .২৬৩ | ১৬ | | ১৫ | ২২ |
| কোকৰাঝাৰ | ১৫ | .৩৫৪ | ১৪ | | ২২ | ৯ |
| ধুবুৰী | ২৩ | .২১৪ | ১৭ | ২৩ | ২৩ | |
| গোৱালপাৰা | ১৮ | .৩০৮ | ১৫ | ১৮ | ১৬ | |
| কাছাৰ | | ৮ | .৪০২ | ৭ | ৯ | ১২ |
| হাইলাকান্দি | ১১ | .৩৬৩ | ৯ | ১৪ | ১৪ | |
| উত্তৰ কাছাৰ | ১২ | .৩৬৩ | ১০ | ২৬ | ১৭ | |
| কৰিমগঞ্জ | | ১৯ | .৩০১ | ১৯ | ১১ | ১৮ |
| কাৰ্বি আংলং | ৪ | .৪১৪ | ৪ | ১৯ | ৬ | |
| অসম | | ২৯ | .৪০৭ | - | - | - |
| ভাৰত | | ১২৭ | .৫৯০ | - | - | - |

*নেশ্যনেল ছেম্পল ছাৰ্ভেৰ প্ৰতিবেদন, ২০০৬-০৭*

ওপৰৰ তালিকাত অসমৰ সমূহীয়াভাৱে মানৱ বিকাশৰ সূচাংক ০.৪০৭। কিন্তু বিভিন্ন জিলাত মানৱ উন্নয়নৰ বিভিন্ন শিতানত কিছু বৈষম্য দেখা গৈছে। কেৱল সাতখন জিলাৰ সূচাংকহে ৰাজ্যখনৰ সূচাংকতকৈ বেছি। জিলাসমূহৰ মাজত আয়, স্বাস্থ্য, শিক্ষা শিতানত যথেষ্টখিনি বৈষম্য থকা দেখা যায়।

তলত উল্লেখ কৰা তালিকাত জনমূৰি আয়ৰ ক্ষেত্ৰত সৰ্বভাৰতীয় পৰিসংখ্যাৰ নিৰিখৰ তুলনাত অসমৰ আয়ৰ নিৰিখ লাহে লাহে বৃদ্ধি পোৱা দেখা যায়।

**জনমূৰি আয় (টকাত)**

| চন | ভাৰত | অসম |
|---|---|---|
| ১৯৯৪-৯৫ | ৮,৭৪৬.০০ | ৬,১৮০ |
| ১৯৯৭-৯৮ | ১৩,৭৩৩.৮ | ৮,৭২১ |
| ২০০০-০২ | ১৬,৪৮৭.০ | ১০,১৯৮ |

নেশ্যনেল ছেম্পল ছাৰ্ভেৰ প্ৰতিবেদন ২০০১-০২



অসমত নিবনুৱাৰ সংখ্যা সমগ্ৰ ভাৰতৰ নিবনুৱাৰ পৰিসংখ্যাৰ প্ৰায় দুগুণ। ২০০১ চনৰ তথ্য অনুসৰি ৰাষ্ট্ৰীয় নিবনুৱাৰ সংখ্যা ৪০ শতাংশ, কিন্তু কেৱল অসমত ৭৭ শতাংশ। সকলোতকৈ বেছি নিবনুৱা থকা জিলা কেইখন হৈছে কামৰূপ, লখিমপুৰ আৰু কোকৰাঝাৰ। কাৰ্বি আংলং জিলাত আটাইতকৈ কম নিবনুৱা। সেই একে চনৰ তথ্য অনুসৰি ৰাজ্যৰ মুঠ জনসংখ্যাৰ ৩৫.৮৭ শতাংশইহে অৰ্থকৰী কামত প্ৰবৃত্ত হৈ আছে। ইয়াৰ ২২.০৭ শতাংশ হৈছে মহিলা।

২০০১-০২ চনৰ তথ্য অনুসৰি অসমৰ দৰিদ্ৰতাৰ ক্ষেত্ৰত গ্ৰাম নগৰৰ প্ৰভেদ যথাক্ৰমে ৪০.০০ শতাংশ আৰু ৭.৪৭ শতাংশ। প্ৰতিবেদনত প্ৰকাশ পোৱা তথ্য অনুসৰি অসমৰ গাঁও অঞ্চলৰ ৩.৬ শতাংশ লোকে অৰ্ধাহাৰে বা অনাহাৰে কটাব লগাত পৰিছে। অসমৰ দৰিদ্ৰতাৰ সংখ্যা ৰাষ্ট্ৰীয় হাৰতকৈ বহুত বেছি। সৰ্বভাৰতীয় স্তৰত এই সংখ্যা ২৬.০১ শতাংশ। ইয়াৰ বিপৰীতে অসমত ৩৬.০৯ শতাংশ। ই উত্তৰ পূৰ্বাঞ্চলৰ সাতখন ৰাজ্যৰ তুলনাত সকলোতকৈ উচ্চ।

অসমত চৰকাৰে বিভিন্ন কাৰ্যসূচী হাতত লৈছে যদিও শিক্ষাৰ ক্ষেত্ৰত অন্য ৰাজ্যৰ তুলনাত অতি পিছ পৰি আছে। নেশ্যনেল ইউনিভাৰচিটি অৱ এডুকেশ্যন প্লেনিং এণ্ড এডমিনিষ্ট্ৰেচনৰ প্ৰতিবেদন অনুযায়ী ভাৰতৰ ৩৫ খন ৰাজ্যৰ ভিতৰত অসমৰ স্থান ৩১ নম্বৰত। অসমৰ প্ৰাথমিক স্তৰত নামভৰ্তিৰ হাৰ ১০.০৪ শতাংশ। কিন্তু তাৰে ৪০ শতাংশই প্ৰাথমিক স্তৰতেই স্কুল পৰিত্যাগ কৰে। অসমৰ প্ৰাথমিক স্তৰত ছাত্ৰ-শিক্ষকৰ অনুপাত ৩৭ঃ৯; উচ্চ স্তৰত ইয়াৰ অনুপাত ২২ঃ১ আৰু উচ্চতৰ মাধ্যমিক স্তৰত ৩৬ঃ১। শিক্ষাৰ ক্ষেত্ৰখনত ৰাজ্যখনৰ লিংগ বৈষম্য ইমান বেছি যে সমগ্ৰ ভাৰতৰ ৩৫ খন ৰাজ্যৰ ভিতৰত অসমে ৩২ নম্বৰত স্থান পাইছে। ২০০১ চনৰ তথ্যৰ মতে মুঠ ৬৪.২৮ শতাংশ শিক্ষিতৰ ভিতৰত নাৰী শিক্ষিতৰ সংখ্যা কেৱল ৩৫.৮ শতাংশ। ইয়াৰ বিপৰীতে পুৰুষৰ সংখ্যা ৭১.৯৩ শতাংশ। গতিকে স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত ইমান আগবাঢ়িব পৰা নাই।

স্বাস্থ্যৰ শিতানত অসমৰ অৱস্থা অতি দুখলগা। জীয়াই থকাৰ সম্ভাৱনীয়তাৰ ক্ষেত্ৰত ভাৰতৰ ৩৫ খন ৰাজ্যৰ ভিতৰত অসমৰ স্থান ৩৪ নম্বৰত। অসমত জন্মৰ হাৰ ক্ৰমান্বয়ে কমিছে যদিও সংখ্যাৰ দিশত ৰাষ্ট্ৰীয় হাৰতকৈ বেছি হৈয়েই আছে। ইয়াত শিশুৰ মৃত্যুৰ হাৰ ৰাষ্ট্ৰীয় হাৰতকৈ বেছি।

ওপৰত আলোচনা কৰা পৰিসংখ্যাৰ তথ্যই প্ৰমাণ কৰে যে অসমৰ বিভিন্ন অঞ্চলত বিশেষকৈ গ্ৰাম্য অঞ্চলত দেখাত বহুত টকা বিনিয়োগ কৰা হৈছে যদিও মানুহৰ আৰ্থ-সামাজিক তথা মানৱ বিকাশ সঠিকভাৱে হোৱা নাই। এই অসমৰে বিভিন্ন

জিলাত গ্ৰাম্য তথা বাগিচা অঞ্চলতেই চাহ জনগোষ্ঠীৰ মানুহখিনি বাস কৰে। এই বুজন সংখ্যক মানুহখিনিক লৈয়েই উল্লিখিত তথ্যখিনি সংগ্ৰহ কৰি এনে প্ৰতিবেদন তৈয়াৰ কৰা হৈছে। এই প্ৰতিবেদনৰ প্ৰত্যেকটো তথ্য যেনে, আয়, নিয়োগ, শিক্ষা, স্বাস্থ্য ইত্যাদিয়ে কম-বেছি হোৱাত নিশ্চয় সহায় কৰিছে। এই তথ্যসমূহৰ পৰা এটা কথা সঠিককৈ অনুমান কৰিব পাৰি যে অসমৰ যিবোৰ জিলাত চাহ বাগিচাসমূহ বেছিকৈ আছে সেই জিলাসমূহতে জনমূৰি আয়, শিক্ষা আৰু স্বাস্থ্যৰ ক্ষেত্ৰত একেবাৰে পিছ পৰি আছে। অৰ্থাৎ অৰ্থনৈতিক আৰু সামাজিক দিশত উন্নত হোৱা নাই। এই জনগোষ্ঠীৰ লোকসকলে আৰ্থ-সামাজিক দিশত কিমান উন্নত হৈছে তাৰ তথ্য সংগ্ৰহ কৰি প্ৰতিবেদন তৈয়াৰ কৰা অতি প্ৰয়োজনীয়। কিন্তু এইটো ঠিক যে এই জনগোষ্ঠী কিছুমান ক্ষেত্ৰত আগবাঢ়িলেও বেছিভাগ ক্ষেত্ৰতে পিছ পৰি আছে। এই সকলোবোৰৰ মূল কাৰণবোৰ উলিয়াই চৰকাৰী পক্ষই অধিক গুৰুত্ব দি উপযুক্ত কাৰ্যপন্থা লোৱাটো নিতান্তই প্ৰয়োজন।

অসমৰ বিভিন্ন শ্ৰেণীৰ মানুহ যদি সমানে সমানে প্ৰত্যেক ক্ষেত্ৰত আগবাঢ়ে তেতিয়াহে অসমৰ মানৱ বিকাশ সঠিকভাৱে হ'ব, অন্যথা বিভিন্ন শিতানত মানৱ বিকাশৰ স্থান অন্য ৰাজ্যৰ তুলনাত তললৈ যাব। ■



# অসমৰ চাহ জনগোষ্ঠীয় লোকৰ সঞ্চয়ৰ দিশত এক অৱলোকন

ড° শেৱালি কুৰ্মী

চাহ, কয়লা আৰু পেট্ৰ'লিয়াম উৎপাদনৰ যোগেদি অসমে দেশখনৰ জাতীয় আয়লৈ এক উল্লেখযোগ্য বৰঙণি আগবঢ়াই আহিছে। এই উদ্যোগ কেউটাই দেশখনৰ অৰ্থনীতিলৈ বৰঙণি যোগোৱাৰ মূলতে হ'ল ইয়াৰ লগত জড়িত হৈ থকা শ্ৰমিকসকলৰ নিৰৱচ্ছিন্ন পৰিশ্ৰম। অসমৰ চাহ উদ্যোগৰ উন্নতি আৰু বিকাশৰ ক্ষেত্ৰত চাহ শ্ৰমিকসকলৰ ভূমিকা লেখত ল'বলগীয়া। কিন্তু একবিংশ শতিকাৰ বিজ্ঞানৰ উন্নতিৰ শীৰ্ষ অৱস্থাতো চাহ শ্ৰমিকসকলৰ স্বাস্থ্য, শিক্ষা, জীৱন ধাৰণৰ মানদণ্ড আদি মানৱ উন্নয়নৰ বিভিন্ন সূচকসমূহ নিচেই নিম্ন মানদণ্ডৰ। ইয়াৰ মূলতে হৈছে তেওঁলোকৰ মাজত সঞ্চয় প্ৰৱণতাৰ অভাৱ আৰু ঋণগ্ৰস্ততা।

সঞ্চয় বুলি কওঁতে আমি যিকোনো পৰিমাণৰ ধন বা টকা নিৰ্দিষ্ট কেতবোৰ ঠাইত যেনে- বেংক, ডাকঘৰ বা চৰকাৰী পঞ্জীয়নকৃত বিত্তীয় প্ৰতিষ্ঠানত জমা কৰি থোৱাকে বুজো। যি সময়ত চাহ জনগোষ্ঠী সমাজখনত সঞ্চয়ৰ কোনো ব্যৱস্থা নাছিল তেনে সময়তো বহুতে ঘৰৰ বাঁহৰ খুটা বা মাটিৰ কলহ, টেকেলিত খুচুৰা পইচা জমা কৰি ৰাখিছিল। অতি জৰুৰী সময়ত বা দুৰ্গা পূজাৰ সময়ত বা বেমাৰ-আজাৰ হ'লে সেই চুঙা কাটি, কলহ, টেকেলি ভাঙি চিকিৎসা কৰা বা দুই এপদ বস্তু লোৱাৰ প্ৰচলন আছিল। অৱশ্যে আজিৰ এই ব্যৱস্থাৰ সম্পূৰ্ণ বিলুপ্তি হোৱা নাই। ভিতৰুৱা গাঁও বা চাহ বাগিচা অঞ্চলত য'ত ডাকঘৰ বা বেংকিং ব্যৱস্থাই ঢুকি পোৱা নাই বা বেংকিং ব্যৱস্থাৰ প্ৰতি সজাগ নহয় তেনে অঞ্চলত আজিও চুঙা বা কলহত টকা সঞ্চয় কৰা পৰিলক্ষিত হয়। কিন্তু বেংক বা ডাকঘৰ বা অন্যান্য বিত্তীয় প্ৰতিষ্ঠানত জমা কৰা টকা আৰু চুঙা বা কলহ,

টেকেলিত জমা থোৱা- এই দুই ব্যৱস্থাৰ মাজত কিছু পাৰ্থক্য পৰিলক্ষিত হয়। বেংক বা ডাকঘৰত থোৱা জমাকাৰীয়ে জমা টকাৰ লগতে বছৰি কিছু সুত পায়। কিন্তু চুঙা বা কলহ বা টেকেলিত থোৱা জমাকাৰীয়ে কোনো ধৰণৰ সুত নাপায়। তদুপৰি চুঙা বা কলহত থোৱা টকাত কেতিয়াবা উঁই বা পোক-পৰুৱাই নষ্ট কৰা দেখা যায়।

চাহ জনগোষ্ঠীসকল অতি কঠোৰ পৰিশ্ৰম কৰি জীৱন নিৰ্বাহ কৰে। কিন্তু বহু সময়ত দেখা যায় যে তেওঁলোকে কঠোৰ পৰিশ্ৰমেৰে অৰ্জন কৰা ধনৰ সৎ ব্যৱহাৰ নকৰি অবাবতে টকাসমূহ ব্যয় কৰে। যিমানে টকা অৰ্জন কৰে সকলোবিলাক সামগ্ৰী ক্ৰয় তথা মদ্যপান, জুৱা আদি খেলি খৰচ কৰে। ইয়াতেই তেওঁলোক ক্ষান্ত নাথাকি মহাজন, কাবুলিৱালা, স্থানীয় দোকানী আদিৰ ওচৰত ঋণ বিচাৰি শৰণাপন্ন হয়। তদুপৰি দীপাৱলিৰ পৰা আৰম্ভ হৈ ফাকুৱালৈকে চলি থকা কুকুৰা-যুঁজ ব্যৱস্থাই চাহ জনগোষ্ঠী সমাজক ঋণগ্ৰস্ততাৰ গহ্বৰলৈ ঠেলি পঠিয়াইছে। কুকুৰা যুঁজটো কেৱল এক প্ৰতীকি খেলহে; এই খেলখনৰ গইনা লৈ সেই ঠাইডোখৰত বিভিন্ন ধৰণৰ অসামাজিক কাৰ্যকলাপ যেনে- ডাইচ, তাচ, বাজী আদি কাৰ্য তথা মদ-জুৱাৰ আড্ডা সংঘটিত হয়। যিবোৰে চাহ জনগোষ্ঠী সমাজখনক আৰ্থিক দিশটোত অধিক কোঙা কৰি পেলাইছে।

২০০৮ চনত অবিভক্ত ডিব্ৰুগড় জিলা (ডিব্ৰুগড় আৰু তিনিচুকীয়া) চাৰিখন চাহ বাগিচাৰ মুঠ ৩৪৬ পৰিয়াল আৰু ছখন গাঁৱৰ ৩৪৬ প্ৰাক্তন চাহ শ্ৰমিক পৰিয়ালৰ ওপৰত কৰা এটি ক্ষেত্ৰভিত্তিক অধ্যয়নৰ পৰা সংগ্ৰহ কৰা তথ্যমতে ৩৭ শতাংশ চাহ শ্ৰমিক পৰিয়ালে বেংক, জীৱন বীমা, আত্ম সহায়ক গোট আৰু অন্যান্য বিত্তীয় অনুষ্ঠান যেনে চাহাৰা ইণ্ডিয়া পৰিবাৰ, পালচ আদিত টকা সঞ্চয় কৰে। আৰু ৬৩ শতাংশ পৰিয়ালৰ কোনো ধৰণৰ সঞ্চয়ৰ উৎস নাই। গাঁও অঞ্চলত থকা ৪৩ শতাংশ প্ৰাক্তন চাহ শ্ৰমিক পৰিয়ালে বিভিন্ন ধৰণৰ বিত্তীয় প্ৰতিষ্ঠানত টকা সঞ্চয় কৰে আৰু ৫৭ শতাংশ পৰিয়াল কোনো ধৰণৰ সঞ্চয়ৰ লগত জড়িত নহয়।

ঋণৰ ক্ষেত্ৰত দেখা গৈছিল যে ৫৭.৫১ শতাংশ চাহ বাগিচাৰ শ্ৰমিক পৰিয়াল আৰু ৪৬.২৪ শতাংশ গাঁৱৰ প্ৰাক্তন চাহ শ্ৰমিক পৰিয়াল ধাৰত ডুব গৈ থকা পোৱা গৈছিল। তেওঁলোক মূলতঃ খাদ্য সামগ্ৰী তথা দৈনন্দিন জীৱন নিৰ্বাহৰ বাবে প্ৰয়োজন হোৱা সামগ্ৰী ক্ৰয় কৰিবৰ কাৰণে ঋণ লোৱা দেখা



গৈছিল। অৱশ্যে এক সীমিত সংখ্যক লোকে ল'ৰা-ছোৱালীৰ শিক্ষা, বেমাৰৰ চিকিৎসা, উছৱ-পাৰ্বণ, পৰিয়ালৰ কিছুমান সামাজিক অনুষ্ঠান যেনে- বিয়া, শ্ৰাদ্ধ, শুদ্ধি, সৰু-সুৱা ব্যৱসায় আৰু আদালতৰ গোচৰ নিষ্পত্তিৰ বাবেও টকা ধাৰত লোৱা দেখা গৈছিল। প্ৰাক্তন চাহ শ্ৰমিক পৰিয়াল কিছুমানে এনে পৰিস্থিতিত নিজৰ মাটি-বাৰী বিক্ৰী কৰাও পোৱা গৈছিল। চাহ আৰু প্ৰাক্তন চাহ শ্ৰমিকসকলে টকা বিশেষকৈ মহাজন, স্থানীয় দোকানী, কাবুলিৱালা আদিৰ পৰা ধাৰত লয়। চাহ বাগিচাত থকা ৪০ শতাংশ শ্ৰমিক পৰিয়ালে মহাজন-কাবুলিৱালা; ৫৮ শতাংশ স্থানীয় দোকানী; ১ শতাংশ আত্ম সহায়ক গোট আৰু অন্য ১ শতাংশ লোকে নিজৰ সম্বন্ধীয় লোকৰ পৰা ঋণ লোৱা দেখা গৈছিল। গ্ৰামাঞ্চলত থকা ১১ শতাংশ প্ৰাক্তন চাহ শ্ৰমিক পৰিয়ালে মহাজন-কাবুলিৱালাৰ পৰা; ৮৬ শতাংশ পৰিয়ালে স্থানীয় দোকানীৰ পৰা; আৰু ৩ শতাংশ পৰিয়ালে সম্বন্ধীয় লোকৰ পৰা ধাৰ লয়। এইখিনিতে উল্লেখ কৰিব বিচাৰো যে, চাহ জনগোষ্ঠীৰ লোকে মহাজনেই হওক বা কাবুলিৱালাই হওক বছৰি ৪৮০ শতাংশ সুতত টকা ধাৰ লয়। অৰ্থাৎ ১০০ টকাৰ বিনিময়ত এটা পষেকত ২০ টকা; মাহত ৪০ টকা আৰু বছৰেকত ৪৮০ টকা সুত হিচাপে পৰিশোধ কৰিবলগীয়া হয়। ঋণগ্ৰস্ত প্ৰায়ভাগ চাহ জনগোষ্ঠীৰ লোকে ঋণ পৰিশোধ কৰিবলৈ অক্ষম হয় আৰু উপায়হীন হৈ বাগিচাৰ কামৰ পৰা অৱসৰ লৈ পোৱা ধনেৰে ঋণ পৰিশোধ কৰে নতুবা চাকৰিটো বিক্ৰী কৰি দিয়ে। গ্ৰাম্যাঞ্চলত থকা প্ৰাক্তন চাহ শ্ৰমিক পৰিয়ালে নিজৰ মাটি-বাৰী, গছ-গছনি আদি স্থাৱৰ সম্পত্তিসমূহ বিক্ৰী কৰি ঋণ পৰিশোধ কৰে।

উল্লিখিত সমীক্ষাৰ পৰা এইটো দেখা গ'ল যে চাহজনগোষ্ঠীয় লোকৰ সঞ্চয়ৰ অভ্যাসটো একবাৰেই পুতৌজনক। কিন্তু ঋণ লোৱাৰ অভ্যাসটো অত্যধিক। এই জনগোষ্ঠীটোৰ এক সীমিত সংখ্যক লোকেহে ভৱিষ্যতৰ কথা চিন্তা কৰি টকা সঞ্চয় কৰে। এইটো অনস্বীকাৰ্য যে চাহ শ্ৰমিকসকলৰ উপাৰ্জন ক্ষুদ্ৰ। গতিকে ক্ষুদ্ৰ উপাৰ্জনৰে ক্ষুদ্ৰ সঞ্চয় কৰাৰ বাবে তেওঁলোক বদ্ধ পৰিকৰ হ'ব লাগিব। যিদৰে এটোপ এটোপ পানী পৰি ভৰি যায় বহল সাগৰ; ঠিক সেইদৰে এটকা, দুটকা কৰি কৰা ক্ষুদ্ৰ সঞ্চয়ৰ যোগেদিও বহু ধন সৃষ্টি কৰি উক্ত ধনেৰে মানৱ জীৱনৰ অতি গুৰুত্বপূৰ্ণ কামত ব্যৱহাৰ কৰিব পাৰি তথা জীৱন ধাৰণৰ মানদণ্ড উন্নত কৰিবলৈ সক্ষম হ'ব।

অৱশেষত ইয়াকে ক'ব পাৰি যে অনাগত ভৱিষ্যতৰ কথা চিন্তা কৰি

চাহ জনগোষ্ঠী লোকসকল টকা সঞ্চয় কৰাৰ প্ৰৱণতা গঢ়া উচিত। এইক্ষেত্ৰত জনগোষ্ঠীটোৰ ছাত্ৰ সংগঠন, ৰাজনীতিবিদসকলে ক্ষুদ্ৰ সঞ্চয় কৰিবলৈ জনগোষ্ঠীটোক জাগ্ৰত কৰিব লাগে। তেতিয়াহে এই জনগোষ্ঠীটো ঋণৰ বোজাৰ পৰা তথা মহাজনৰ শোষণৰ পৰা মুক্ত হৈ সুস্থভাৱে জীৱন যাপন কৰিবলৈ সক্ষম হ'ব।■



# শিক্ষা

# অসমৰ চাহ্ বাগিচাৰ শিক্ষা নীতি আৰু ইয়াৰ প্ৰসাৰ

পৃথিৱী মাঝি

সামগ্ৰিকভাৱে মানুহৰ অনুসন্ধিৎসু মন আছে, যাৰ কাৰণে জীৱৰ ভিতৰত মানুহক শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰিছে। কৌতূহল হ'ল মানুহৰ মানসিক বিকাশৰ এক প্ৰৱল প্ৰবৃত্তি। অনাদি কালৰপৰাই মানুহৰ জিজ্ঞাসু মনে নৱ নৱ আৱিষ্কাৰত প্ৰবৃত্ত হৈছে আৰু অভ্যাস আৰু চাৰিত্ৰিক গঠনেৰে জীৱন ধাৰাৰ পৰিৱৰ্তন কৰি আহিছে। অসভ্য মানবৰ পৰা সভ্য মানবলৈ পৰিৱৰ্তিত হৈছে। কিবা এটা জনাৰ, শিকাৰ কৌতূহল আৰু প্ৰবৃত্তিয়েই শিক্ষাৰ মূল বিষয়বস্তু। মানৱ সমাজৰ মাজত সিদিনাই শিক্ষাৰ বিপ্লৱ আনি দিছে যিদিনাই আখৰ বা বৰ্ণমালাৰ উদ্ভাৱন হ'ল। মানুহে নিজৰ ভাৱধাৰাক, বক্তব্যখিনিক লিপিবদ্ধ কৰিব পৰা হ'ল। অৱশ্যে হেজাৰ হেজাৰ বছৰ অতীত হোৱাৰ পিছতো সকলো মানুহকে যে শিক্ষাৰ আলোকেৰে আলোকিত কৰিব পাৰিছে এনে নহয়। আজিও পৃথিৱীৰ বহু সংখ্যক লোক শিক্ষাৰ পৰা বহু নিলগত। বিশেষকৈ অনুন্নত আৰু উন্নয়নশীল ৰাষ্ট্ৰ বা দেশত শিক্ষাৰ হাৰ কম।

অৱশ্যে ভাৰতবৰ্ষত শিক্ষাৰ চৰ্চা অতি প্ৰাচীন কালৰপৰাই চলি আহিছিল। পৃথিৱীৰ ভিতৰত প্ৰাচীনতম বিশ্ববিদ্যালয় 'নালন্দা'কেই উল্লেখ কৰিব পাৰি। তাহানিৰ 'গুৰুকুল' শিক্ষাৰ বিষয়ে আমাৰ গ্ৰন্থসমূহত উল্লেখ কৰি আহিছে। ৰাম আৰু ভায়েক তিনিজন (লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন) তথা কৌৰৱ আৰু পাণ্ডৱসকলৰ শিক্ষাও গুৰুৰ গৃহতেই সমাপন হৈছিল। সেই সময়ত বেদ-পুৰাণ আদি শাস্ত্ৰৰ লগতে অস্ত্ৰ-শস্ত্ৰৰ শিক্ষাও গ্ৰহণ কৰিবলগীয়া হৈছিল।

আজিৰ পৰা প্ৰায় দুহেজাৰ তিনিশ বছৰৰ আগতে অৰ্থাৎ ৩৫০-২৭৫ খ্ৰীষ্টপূৰ্বত চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজসভাৰ শিৰোমণি চাণক্য (কৌটিল্য)ই কৈছিল—

*"পঠপুত্ৰ কিমালসাম পঠো ভাৰবাহকঃ*

*পঠন্তু পূজিতো ৰাজা পঠ পুত্ৰ দিনে দিনে।"*

(পুত্ৰ পঢ়া, কিয় এলাহ কৰিছা ? নিৰক্ষৰতা হৈছে এটা বোজা। জ্ঞানীক ৰজায়ো শ্ৰদ্ধা কৰে। সদায় পঢ়া পুত্ৰ।)

আকৌ—

*"পঠ পুত্ৰ সদা নিত্যমঅক্ষৰ; হৃদয়ে কুৰু*

*স্বদেশে পূজিতে ৰাজা বিদ্যা সৰ্বত্ৰ পূজ্যতে।"*

(সদায় পঢ়া পুত্ৰ। যি পঢ়া তাক মনত ৰাখা। ৰজা নিজৰ দেশতে পূজ্য। জ্ঞানী সকলোতে পূজিত।)

তাহানিতে শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰিলেও ই মাথো মুষ্টিমেয় মানুহৰ মাজতে সীমাৱদ্ধ আছিল। সৰ্ব-সাধাৰণ লোকৰ মাজত শিক্ষাই ঢুকি নাপাইছিল।

অৱশ্যে ইয়াত সামগ্ৰিকভাৱে শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰতাৰ বিষয়ে নকৈ অসমৰ চাহ বাগিচাৰ শিক্ষা নীতি আৰু প্ৰসাৰৰ বিষয়ে অৰ্থাৎ চাহ জনগোষ্ঠীৰ মাজত শিক্ষাৰ প্ৰভাৱৰ বিষয়ে উপস্থাপন কৰিলৈ লোৱা হৈছে। শিক্ষাৰ বিষয়ে কোৱাৰ আগতে চাহ জনগোষ্ঠী আৰু চাহ বাগিচাৰ সম্পৰ্কে কিছু কথা ক'ব লাগিব। ১৬০০ চনত ইংৰাজসকল ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত ভাৰতত সোমাইছিল ব্যৱসায় কৰিবলৈ অৰ্থাৎ বণিক শ্ৰেণীৰূপে। সেই সময়ত ভাৰতবৰ্ষ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত বিভক্ত আছিল আৰু এই ৰাজ্যসমূহ অতি দুৰ্বল আছিল। এই দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰি ইংৰাজসকলে বণিক শ্ৰেণীৰ পৰা শাসক শ্ৰেণী হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিছিল আৰু পশ্চিমীয়া শিক্ষা পদ্ধতি ভাৰতবৰ্ষত প্ৰৱৰ্তন কৰিছিল।

ইয়াণ্ডাবু সন্ধিৰ (১৮২৬) পিছত অসমত চাহ গছ আৱিষ্কাৰ হয় আৰু চাহ খেতি কৰিবলৈ আৰম্ভ কৰা হয়। এই চাহ বাগিচাসমূহত শ্ৰমিকৰ প্ৰয়োজন হোৱাত ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অৰ্থাৎ উৰিষ্যা, পশ্চিমবংগ, বৰ্তমানৰ ঝাৰখণ্ড, মধ্যপ্ৰদেশ, অন্ধ্ৰপ্ৰদেশ আদি ঠাইৰ পৰা ইংৰাজ চাহ খেতিয়কসকলে শ্ৰমিক হিচাপে বহুতো লোকক অসমলৈ আনিছিল। এইসকল লোকেই অসমৰ চাহ বাগিচাৰ লোক। ইংৰাজসকলৰ শাসন কালত অৰ্থাৎ ভাৰত স্বাধীন হোৱালৈকে চাহ বাগিচা অঞ্চলত শিক্ষাৰ প্ৰচাৰ হোৱাই নাছিল বুলিব পাৰি। বাগিচা অঞ্চলত চাহ বাগিচাৰ মালিকসকলৰ অনুগ্ৰহত দুই-এখন স্কুল স্থাপিত হৈছিল যদিও এই স্কুলসমূহ নামত থকা যেনহে লাগিছিল।

অৱশ্যে সামাজিক দৃষ্টিকোণৰ পৰা অতীতলৈ দৃষ্টি নিক্ষেপ কৰিব লাগিব তেওঁলোকৰ জীৱন প্ৰণালী সম্পৰ্কে। চাহ বাগিচাত শ্ৰমিক হিচাপে নিয়োজিত



লোকসকলৰ বেছি সংখ্যকেই ভাৰতৰ আদিমবাসী বা আদিবাসী। এই লোকসকলক অনাৰ্য হিচাপে জনা যায়। তেওঁলোকক বেদ আদিত অসুৰ, দৈত্য, সামানাপাল আদি নামেৰে নামকৰণ কৰা হৈছিল। তেওঁলোকে চিকাৰ কৰি ফলমূল আহৰণ আৰু খেতি-বাতি কৰিয়েই জীৱন নিৰ্বাহ কৰিছিল। বেদ, পুৰাণ আদি গ্ৰন্থ অধ্যয়ন কৰাটো দূৰৰ কথা শ্ৰৱণ-দৰ্শন কৰাৰো অধিকাৰ নাছিল প্ৰাচীন ভাৰতৰ সমাজ ব্যৱস্থাত। এইদৰেই যুগৰ পিচত যুগ বাগৰি আহিছিল এই সমাজ ব্যৱস্থাৰ মাজেৰে। বৃটিছ যুগতো অৰ্থাৎ ভাৰতবৰ্ষৰ পৰাধীনতাৰ কালতো এই আদিবাসী লোকসকলে শিক্ষাৰ পোহৰ দেখাত সক্ষম হ'ব পৰা নাছিল। ভাৰতত ইংৰাজসকলৰ আগমনৰ লগে লগে পশ্চিমীয়া শিক্ষা ব্যৱস্থাৰ প্ৰচলন হ'ল। ভাৰতৰ অন্যান্য লোকসকলে এই পশ্চিমীয়া শিক্ষা গ্ৰহণ কৰি সমাজখনক আগবঢ়াই নিয়াত সমল যোগাইছিল। আদিবাসী লোকসকল অত্যন্ত ৰক্ষণশীল হোৱাৰ বাবে পশ্চিমীয়া শিক্ষাৰ মাজত নিজকে খাপ খুৱাব পৰা নাছিল। পিছপৰা শ্ৰেণীৰ লোক বুলি বিদ্যালয়ত প্ৰৱেশ কৰিব পৰা নাছিল। অৱশ্যে, ভাৰতৰ স্বাধীনতাৰ আগত শিক্ষাৰ সচেতনতা যে জাগি উঠা নাছিল তেনে নহয়, কিন্তু সেয়া অতি নগণ্য আছিল।

ওপৰত উনুকিয়াই অহাৰ দৰে এই লোকসকল উৰিষ্যা, পশ্চিমবংগ, বিহাৰ, বৰ্তমানৰ ঝাড়খণ্ড, মধ্যপ্ৰদেশ আদি প্ৰান্তৰ পৰা অসমলৈ আহিছিল শ্ৰমজীৱী হিচাপে। প্ৰথম অৱস্থাতে ইংৰাজ খেতিয়কসকলে বাগিচাত স্কুল স্থাপন কৰাৰ কথা চিন্তাই কৰা নাছিল। তেওঁলোকক বাগিচাত শ্ৰমিক হিচাপে কেনেকৈ খটুৱাই থাকিব পাৰি তাতেই বেছিকৈ মনোনিৱেশ কৰিছিল। গতিকে শিক্ষাৰ প্ৰচলন মুঠেই নাছিল বুলিব পাৰি। কিন্তু ইয়াৰ কিছু পৰিৱৰ্তন হৈছিল বাগিচাবিলাকত শ্ৰম আন্দোলন আৰু শ্ৰমিক সংগঠনৰ উত্থানৰ লগে লগেই বাগিচা অঞ্চলত প্ৰাথমিক বিদ্যালয়সমূহ স্থাপন কৰিবলৈ বাধ্য হৈছিল। ভাৰতৰ স্বাধীনতাৰ পিছৰ পৰ্যায়ত প্ৰায় বাগিচাত স্কুল স্থাপন হৈছিল। এই প্ৰাথমিক স্কুল স্থাপনৰ আঁৰত আছিল চৰকাৰে গ্ৰহণ কৰা আইন। ১৯৫১ চনত গ্ৰহণ কৰা বাগিচা শ্ৰম আইন আৰু ১৯৫৬ চনৰ অসম বিধি। বাগিচাৰ শ্ৰমিকৰ কাৰণে বিভিন্ন ধৰণৰ সুবিধা প্ৰদানৰ ব্যৱস্থা কৰাৰ লগতে শ্ৰমিকসকলৰ ল'ৰা-ছোৱালীৰ বাবে শিক্ষা প্ৰদানৰ ব্যৱস্থাও এই বাগিচা শ্ৰম আইনখনেই কৰিছে। উক্ত আইনৰ ১৪ নং ধাৰা অনুসৰি যিবিলাক বাগিচাত ৬ বছৰৰ পৰা ১২ বছৰ বয়সৰ শ্ৰমিকৰ ল'ৰা-ছোৱালীৰ সংখ্যা ২৫ জনতকৈ অধিক হয় সেই বাগিচাত প্ৰাথমিক শিক্ষাৰ কাৰণে একোখনকৈ স্কুল থাকিব লাগিব আৰু তাক ভালদৰে প্ৰতিপালন কৰিব লাগিব। ইয়াৰোপৰি শ্ৰমিক আইনৰ আধাৰত কৰা অসম বিধি ১৯৫৬ ৰ বিধি ৫২ ত কৈছে— 'কিন্তু যদিহে

চৰকাৰে বা কোনো স্থানীয় কৰ্তৃপক্ষৰ পোনপটীয়া পৰিচালনাত শ্ৰমিকসকলৰ বাসস্থানৰ এক মাইলৰ ভিতৰত বিনামূলীয়াকৈ প্ৰাথমিক আৰু তাৰ উচ্চ পৰ্যায়ৰ শিক্ষা দিবৰ কাৰণে স্কুল আছে আৰু তাত ৬ বছৰ আৰু ১২ বছৰ বয়সৰ ভিতৰৰ শিশুসকলৰ নামভৰ্তি কৰিবৰ কাৰণে যথেষ্ট আসন আছে নতুবা অন্য কোনো আইনৰ অধীনত যদি প্ৰাথমিক শিক্ষাৰ বাবদ কোনো কৰ বা উপকৰ দিব লগা নহয় তেনে ক্ষেত্ৰত নিয়োগকাৰীয়ে স্কুল নিদিয়াকৈ থাকিব পাৰে ঃ

আৰু যদি ৫৩ নং বিধিৰ (১) উপবিধিৰ সাপেক্ষে কেইবাজন নিয়োগকাৰীয়ে ইচ্ছা কৰে, তেনেহ'লে যুটীয়াভাৱে খৰচ বহন কৰি এখনি প্ৰাথমিক স্কুল ৰাখিব আৰু চলাব পাৰে।

বিধি ৫৩ (১) বিধি নং ৫২ ৰ মতে ৰাখিব লগা স্কুলবোৰ মধ্যস্থানত হ'ব লাগিব।

(২) স্কুল ঘৰবিলাক ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগে দিয়া আদৰ্শ আঁচনি অনুসৰি হ'ব লাগিব ঃ

কিন্তু য'ত আদৰ্শ আঁচনি (অৰ্থাৎ আদৰ্শ নক্সা) নাই বা য'ত আদৰ্শ আঁচনিৰ পৰা কোনো সাল সলনি কৰিব খোজা হয়, তেনেহ'লে ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগৰ দ্বাৰা সেই স্কুলঘৰৰ নক্সা অনুমোদিত হ'ব লাগিব।

(৩) যদি যথেষ্ট মুকলি ঠাই থাকে, তেনেহ'লে স্কুলত থকা শিশুসকলে খেলিবৰ কাৰণে খেলাৰ সঁজুলিৰে সৈতে এখনি খেল পথাৰ থাকিব লাগিব।

বিধি ৫৪ ঃ নিয়োগকাৰীৰে ক্ষেত্ৰতে হওক বা নিয়োগকাৰীসকলৰ ক্ষেত্ৰতে হওক বিধি নং ৫৩ মতে চলাব লগা প্ৰত্যেক স্কুলত ৰাজ্যিক শিক্ষা বিভাগে প্ৰয়োজন বুলি বিবেচনা কৰা সকলো শিক্ষা সম্পৰ্কীয় বা অন্যান্য ধৰণৰ সা-সঁজুলি থাকিব লাগিব।

বিধি ৫৫ (১) সংশ্লিষ্ট নিয়োগকাৰীজনে বা নিয়োগকাৰীসকলে প্ৰাথমিক স্কুলত ভৰ্তি হোৱা প্ৰতি ৪০ জন ছাত্ৰ-ছাত্ৰী বা তাৰ অংশ বিশেষৰ কাৰণে একোজনকৈ শিক্ষক বা শিক্ষয়িত্ৰী নিয়োগ কৰিব লাগিব।

(২) ৰাজ্যিক শিক্ষা বিভাগে চৰকাৰী প্ৰাথমিক স্কুলৰ কাৰণে ধাৰ্য কৰা অৰ্হতাখিনি এই স্কুলৰ শিক্ষকসকলৰ ক্ষেত্ৰতো থাকিব লাগিব ঃ

কিন্তু বিধিসমূহ প্ৰৱৰ্তন হোৱাৰ সময়ত যিসকল লোকে স্কুলত শিক্ষকতা কৰি আছিল, তেওঁলোকৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগে কেইটামান চৰ্ত সাপেক্ষে অৰ্হতাৰ কোনো অংশ শিথিল কৰিব পাৰে।



বিধি ৫৬ ঃ স্কুলৰ পাঠ্যক্ৰম, পাঠ্যকাল, মানদণ্ড আৰু পাঠ্যতালিকা ৰাজ্যিক বিভাগৰ দ্বাৰা অনুমোদিত হ'ব লাগিব।

বিধি ৫৭ ঃ প্ৰাথমিক স্কুলত পঢ়াৰ কাৰণে বাগিচা শ্ৰম আইন ১৯৫১ আৰু অসম বিধি ১৯৫৬ ত উপৰোক্ত বিধি বা ব্যৱস্থাৱলী সন্নিৱিষ্ট কৰা আছে।

প্ৰকৃততে কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা বাগিচা শ্ৰম আইন ১৯৫১ প্ৰৱৰ্তন হোৱাৰ পাছত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ কিছু হ'লেও লাভ কৰিছে। বৰ্তমান বাগিচা কৰ্তৃপক্ষৰ দ্বাৰা পৰিচালিত স্কুলৰ সংখ্যা হ'ল ৪৪৯ খন, শিক্ষকৰ সংখ্যা ১,১৩১ জন আৰু মুঠ ছাত্ৰৰ সংখ্যা ৫৯,৩২৯ জন। ইয়াতে উল্লেখ কৰিব পাৰি যে ১৯৬৮-৭৪ ৰ ভিতৰত অবিভক্ত শিৱসাগৰ জিলাৰ (বৰ্তমান শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট) আৰু অবিভক্ত কাছাৰ (বৰ্তমান কাছাৰ, কৰিমগঞ্জ আৰু হাইলাকান্দি) বাগিচাৰ কৰ্তৃপক্ষৰ দ্বাৰা পৰিচালিত ৩০০ খন প্ৰাথমিক বিদ্যালয় অসম চৰকাৰৰ প্ৰাথমিক শিক্ষা ব'ৰ্ড (*Elementary Board*)ৰ অধীনলৈ অনা হয় আৰু অৱশেষত ১৯৭৭ চনত এই ৩০০ খন প্ৰাথমিক বিদ্যালয় প্ৰাদেশিকীকৰণ কৰা হয়। বাকী জিলাৰ স্কুলসমূহ প্ৰাদেশিকীকৰণ কৰা নহ'ল।

ইয়াৰ পিচত চাহ বাগিচা অঞ্চলত শিক্ষা ব্যৱস্থাক আগুৱাই নিবৰ বাবে ১৯৮৪ চনত অসম চৰকাৰৰ মাধ্যমিক শিক্ষা সঞ্চালকালয় আৰু প্ৰাথমিক শিক্ষা সঞ্চালকালয় (*Directorate of Secondary Education and Directorate of Elementary Education*)ৰ অধীনত *Tea Garden Education Cell* (টি.গাৰ্ডেন এডুকেশ্যন চেল) গঠন কৰা হয়। এই *Cell*-ৰ মুখ্য উদ্দেশ্য হৈছে শিক্ষা উন্নয়নৰ ক্ষেত্ৰত সহযোগ (*Co-ordinate*) স্থাপন কৰা।

অৱশ্যে, ২০০১ চনৰ পৰা সৰ্বশিক্ষা অভিযান মিশ্যনৰ যোগেদি অনুসূচিত জাতি, অনুসূচিত জনজাতি আৰু সংখ্যালঘুৰ লগতে চাহ বাগিচা অঞ্চলকো *Special Focus Group (SFG)* হিচাপে লৈ শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ব্যৱস্থা লোৱা হয়। সৰ্বশিক্ষা অভিযান মিশ্যনৰ যোগেদি চাহ বাগিচাসমূহত বহুতো আঁচনি ৰূপায়ন কৰি থকা হৈছে। উদাহৰণস্বৰূপে ক'ব পাৰি যে ২০০৬ চনৰ পিচত চাহ বাগিচা কৰ্তৃপক্ষৰ অধীনত চলা প্ৰাথমিক বিদ্যালয়সমূহকো অতিৰিক্ত শ্ৰেণীকোঠা নিৰ্মাণ আঁচনিত ধৰা হৈছে। অবিভক্ত শিৱসাগৰ আৰু কাছাৰ জিলাৰ চৰকাৰীকৰণ কৰা স্কুলৰ অৱস্থা অত্যন্ত পুতৌজনক অৱস্থাত আছিল যিহেতু স্কুলসমূহ চৰকাৰী হোৱাৰ পাছত বাগিচা কৰ্তৃপক্ষই স্কুল গৃহ নিৰ্মাণত পিঠি দিছিল। সৰ্বশিক্ষা আঁচনিৰ যোগেদি এই স্কুলসমূহৰ অতিৰিক্ত শ্ৰেণীকোঠা নিৰ্মাণৰ কাম হাতত লোৱা হ'ল। অন্যহাতে

চাহ বাগিচা কর্তৃপক্ষৰ দ্বাৰা পৰিচালিত স্কুলসমূহতো অতিৰিক্ত শ্ৰেণীকোঠা নিৰ্মাণৰ ব্যৱস্থা কৰা হ'ল আৰু ইতিমধ্যে অৰ্থাৎ ২০০৪-০৯ বৰ্ষলৈকে চাহ বাগিচা অধীনৰ ২৫৮ খন স্কুলৰ অতিৰিক্ত শ্ৰেণীকোঠা নিৰ্মাণ কৰা হ'ল। তদুপৰি এডুকেশ্যন গ্ৰান্টি স্কিম (*Education Grantee Scheme*), সংযোগী শিক্ষা কেন্দ্ৰ, ৰেচিডেন্সিয়েল ব্ৰিজ কৰ্চ চেন্টাৰ (*Residential Bridge Course Centre*) আদি চাহ বাগিচাসমূহতো ৰূপায়ন কৰা হৈছে।

এইদৰে দেখা যায় যে চাহ বাগিচা অঞ্চলত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ব্যৱস্থা কৰা পৰিলক্ষিত হৈছে। এই জাগৰণ বৰ বেছি দিনৰ নহয়। হয়তো সত্তৰ দশক মানৰ পৰাই শিক্ষাৰ ফালে এই চাহ জনগোষ্ঠীয়ে কিছু পৰিমাণে ঢাপলি মেলিছে। কিন্তু এতিয়াও যেন সুদূৰ পৰাহত। যদি আমি শতকৰা শিক্ষাৰ হাৰ চাওঁ তেন্তে দেখা পাম সৰ্বভাৰতীয় শিক্ষিতৰ হাৰ হ'ল ৬৪.৮০ শতাংশ, অসমৰ ৬৩.২৫ শতাংশ (*Economic Survey, Assam 2009-10*) আৰু চাহ বাগিচাৰ লোকসকলৰ শিক্ষিতৰ হাৰ ২২ শতাংশ বুলি ধৰিব পাৰি। এটা জাতি বা জনগোষ্ঠীৰ উন্নয়নৰ মাপকাঠি হ'ল শিক্ষা। যি জাতি বা দেশৰ শিক্ষিতৰ হাৰ কম সেই জাতি বা দেশক পিচপৰা জাতি বা দেশ বুলি কোৱা হয়। চাহ বাগিচাৰ চাহ জনগোষ্ঠী শিক্ষাৰ ফালৰ পৰা অত্যন্ত পিচপৰা আৰু সেইবাবেই এই জনগোষ্ঠীক পিচপৰা জাতি বা জনগোষ্ঠী বুলি অভিহিত কৰা হয়। অৱশ্যে শিক্ষাৰ ক্ষেত্ৰত পিছ পৰি থকাৰ কাৰণো অনেক। এই কাৰণসমূহ কিছুমান প্ৰভাৱে (*Influence*) সৃষ্টি কৰে। তাৰে কিছুমান প্ৰভাৱৰ বিষয়ে তলত উল্লেখ কৰা হ'ল এনেধৰণে ঃ

<u>জাতিগত প্ৰভাৱ (*Ethical Character*)</u> ঃ আগতে উল্লেখ কৰা হৈছে যে চাহ বাগিচাত কাম কৰা লোকসকলৰ প্ৰায়ভাগেই জনজাতি যিসকল উৰিষ্যা, পশ্চিমবংগ, বিহাৰ, মধ্যপ্ৰদেশ, বৰ্তমানৰ ঝাড়খণ্ড আদি প্ৰান্তৰ পৰা অহা। ৰামায়ণ, মহাভাৰত, বেদ, পুৰাণ আদি কালৰ পৰা বৃটিছ সাম্ৰাজ্যৰ কাললৈকে শিক্ষাৰ প্ৰভাৱে চুই নাপালে আৰু শিক্ষাৰ ক্ষেত্ৰত এক অনীহাই বিদ্যমান কৰি থাকিল বা শিক্ষাৰ মূল্যবোধৰ সৃষ্টি নহ'ল। খেতি বাতি কৰি, চিকাৰ কৰি, অৰণ্যৰ ফলমূল সংগ্ৰহ কৰিয়েই জীৱন-নিৰ্বাহ কৰি থাকিল। গতিকে জাতিগত প্ৰভাৱে যুগৰ পাছত যুগ ধৰি এক সাঁচ বহুৱাই থৈ গ'ল। এই সাঁচ বিমোচন কৰিবলৈ সময়ৰ প্ৰয়োজন হ'ব।

**<u>সামাজিক পৰিৱেশ</u> ঃ** শিক্ষাৰ ক্ষেত্ৰত পৰিৱেশে এক বিশেষ প্ৰভাৱ পেলায়। চাহ বাগিচাৰ লোকসকলক চাহ বাগিচাত নিয়োগ কৰাৰ লগে লগে এনে এক পৰিৱেশৰ মাজত ৰখা হ'ল যে তেওঁলোকে কামৰ বাহিৰে অন্য কোনো চিন্তা কৰিব নোৱাৰে।



খেতিয়কৰ পৰা গৈ শ্ৰমিক সমাজলৈ পৰিৱৰ্তিত হ'ল। ইংৰাজ চৰকাৰৰ দিনত চাহ বাগিচাবিলাক একোখন ঔপনিৱেশৰ দৰে আছিল আৰু ওচৰ চুবুৰীয়া বা প্ৰতিবেশী সমাজৰ লগত কোনো সংস্পৰ্শ নাছিল। আনকি একেখন বাগিচাতে থকা চাহাব, বাবুসকলৰ লগতো সান্নিধ্য ৰাখিবলৈ দিয়া হোৱা নাছিল। সমাজ সচেতনতাৰ ধ্যান-ধাৰণা, সমাজৰ উন্নয়নৰ চিন্তা-চৰ্চা বা সংঘটিত হ'বলৈ মুঠেই দিয়া হোৱা নাছিল। তেওঁলোকে বাগিচাৰ কামৰ বাহিৰে অন্য কোনো চিন্তা কৰিব পৰা নাছিল। ৰাতিপুৱাই কামৰ বাবে বাগিচালৈ ওলাই গৈ সন্ধিয়া জুপুৰি সদৃশ ঘৰখনলৈ উভটিব লগা হৈছিল। এনেদৰেই জীৱন-নিৰ্বাহ কৰিছিল তেওঁলোকে। জ্ঞানৰ পোহৰৰ পৰা তেওঁলাকক বহু নিলগত ৰখা হৈছিল। আমাৰ দেশে স্বাধীনতা লাভ কৰা পৰ্যন্ত এনে পৰিৱেশৰ মাজত থাকিবলগীয়া হৈছিল।

আজি অৱশ্যে কিছু পৰিৱৰ্তন হৈছে আৰু সেয়া সম্ভৱ হৈছে ভাৰত স্বাধীনতাৰ পিচত। কিছুমান সমাজ সচেতন ব্যক্তিয়ে অতি কষ্টৰে তেওঁলোকক সংগঠিত কৰি কিছু পৰিৱৰ্তন সাধিবলৈ সক্ষম হৈছে।

**<u>সামাজিক আৰু পৰিয়ালৰ প্ৰভাৱ</u> ঃ** মানুহ সমাজপ্ৰিয়। সমাজ অবিহনে কেনো মানুহ জীয়াই থাকিব নোৱাৰে। মানুহ যিখন সমাজত থাকে সেই সমাজৰ যি সংস্কৰণ সেই সংস্কৰণে সমাজখনক বা পৰিয়ালক আগবঢ়াই নিয়াত সহায় কৰে। শিক্ষাৰ ক্ষেত্ৰতো সমাজ সংস্কাৰে প্ৰভাৱ পেলাই আগবঢ়াই নিয়াত সহায় কৰে। যিখন সমাজত অন্ধবিশ্বাস, অপ সংস্কৃতি, কু-ৰীতি আদিয়ে বাস কৰে সেইখন সমাজত শিক্ষাৰ পোহৰ পৰাটো অতি কঠিন। যিকোনো প্ৰকাৰে শিক্ষাৰ পোহৰ পৰিব ধৰিলেই কুসংস্কাৰ, কু-ৰীতি আদিৰ অন্ধকূপত থকা সমাজখনক শিক্ষাৰ পোহৰে সংস্কাৰ কৰি লৈ আহে।

চাহ বাগিচাৰ সমাজখনত এনে বিশ্বাস আছিল যেন লিখা-পঢ়া তেওঁলোকৰ বাবে নহয়। ল'ৰাই হালৰ মুঠি ধৰিবই লাগিব বা চাহ বাগিচাত পাত চিঙিবই লাগিব, গতিকে লিখা-পঢ়াৰ প্ৰয়োজন নাই। ঠিক তেনেকৈ ছোৱালীৰ ক্ষেত্ৰত একেই। ছোৱালীয়ে আনৰ ঘৰলৈ যাবই লাগিব, পাত চিঙিবই লাগিব গতিকে তেওঁলোকে ভাৱে ছোৱালীক শিক্ষা দিয়াৰ প্ৰয়োজন নাই।

শিক্ষাৰ ক্ষেত্ৰত এটা পৰিয়ালত মাক দেউতাকৰ ভূমিকাই যথেষ্ট প্ৰভাৱ পেলায়। মাক দেউতাক শিক্ষিত নহ'বও পাৰে কিন্তু শিক্ষাৰ প্ৰতি আগ্ৰহ থকা নিতান্তই প্ৰয়োজন। যিখন পৰিয়ালত মাক দেউতাকে অতি আগ্ৰহেৰে ল'ৰা-ছোৱালীক পঢ়াবলৈ যত্ন কৰিছে সেই পৰিয়ালে শিক্ষাৰ পোঁহৰ দেখা পাইছে।

**অৰ্থনৈতিক প্ৰভাৱ আৰু স্কুল ত্যাগ ঃ** এটা পৰিয়ালৰ অৰ্থনৈতিক অৱস্থায়ো শিক্ষা আহৰণৰ ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ পেলায়। চাহ বাগিচাৰ লোকসকল আৰ্থিকভাৱে অত্যন্ত পিছ পৰা। তদুপৰি, বৰ্তমান উপযুক্ত শিক্ষা আহৰণ কৰাতো ব্যয়বহুল হৈ পৰিছে।

অন্যহাতেদি দেখা যায় চাহ বাগিচাত থকা ছাত্ৰ-ছাত্ৰীসকলৰ আধৰুৱা শিক্ষাপ্ৰাপ্ত (*Drop Out*) কৰাৰ সংখ্যা সৰ্বাধিক। বেছি সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে অষ্টম, নৱম আৰু দশম শ্ৰেণীলৈকে পঢ়াৰ পিছত স্কুল এৰিব লগা হয়। উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ দেওনা বেছি সংখ্যকেই পাৰ হ'ব নোৱাৰাতো চাহ বাগিচাত এক সমস্যা হৈ পৰিছে। এনে অৱস্থা হোৱাৰ কাৰণ বহুতো। আৰ্থিক দৈন্য, অনীহা, আগ্ৰহৰ অভাৱ, অজ্ঞতা আদি। তদুপৰি কম বয়সতে বিয়া কৰাৰ প্ৰৱণতা। অষ্টম-নৱম শ্ৰেণীত পঢ়াৰ লগে লগে কিশোৰ মনে সংযমৰ মাজত থাকিব নিবিচাৰে। অন্যহাতে প্ৰাথমিক বিদ্যালয়ৰ পৰা নিজকে উপযুক্তভাৱে প্ৰস্তুত কৰিব নোৱাৰাৰ কাৰণে উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ দেওনা পাৰ হোৱাত কঠিন হয় আৰু তাতে বৈ যাবলগীয়া হয়। আনকি অষ্টম, নৱম শ্ৰেণীত নিজকে খাপ খুৱাব পৰা নহয় বাবেই সিমানতে শিক্ষা ত্যাগ কৰিবলগীয়া হয়। এই পৰিস্থিতি অন্যান্য সমাজতকৈ চাহ বাগিচাৰ সমাজত অতি বেছি।

**ভাষাৰ প্ৰভাৱ ঃ** চাহ বাগিচাত থকা শিশুসকলৰ ভাষা বা ভাৱৰ বিনিময়ত যথেষ্ট আহুকালৰ সন্মুখীন হোৱা পৰিলক্ষিত হয়। সৰুতে চাহ বাগিচাত সচৰাচৰ চলা চাদ্ৰি বা দোৱানত কথা-বতৰা হয়। চাহ বাগিচাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত নিজস্ব ভাষা বা দোৱান থকাৰ বাবে অসমীয়া ভাষা পলমকৈ শিকিবলগীয়া হয়। তাৰ ফলত শিক্ষা বা জ্ঞান আয়ত্ত কৰাত অসুবিধাৰ সৃষ্টি হয়।

যি কি নহওক ভাৰত চৰকাৰে সাৰ্বজনীনভাৱে শৈক্ষিক বিপ্লৱ অনাৰ মানসেৰে শিশুসকলক শিক্ষাৰ অধিকাৰ দি মুক্ত আৰু বাধ্যতামূলক শিক্ষা আইন ২০০৯ প্ৰণয়ন কৰিছে (*The Right of Children to Free and Compulsory Education Act 2009*) আৰু অচিৰেই ই বলবৎ হ'ব। ৬ বছৰৰ পৰা ১৪ বছৰৰ সকলো শিশুৱে যাতে শিক্ষা গ্ৰহণ কৰিব পাৰে তাৰ ব্যৱস্থা লোৱা হৈছে আৰু অনুসুচিত জাতি, অনুসুচিত জনজাতি; সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক দিশত অনগ্ৰসৰ হৈ থকা সকলো শ্ৰেণীৰ লোককে এই আইনৰ অধীনত সাঙুৰি লোৱা হৈছে।

অসম চৰকাৰেও চাহ বাগিচা আৰু প্ৰাক্তন চাহ বাগিচা লোকবসতি অঞ্চলত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰতাৰ বাবে বহুতো ইতিবাচক পদক্ষেপ লোৱা পৰিলক্ষিত



হৈছে। উল্লেখনীয় যে চাহ বাগিচা আৰু প্ৰাক্তন চাহ বাগিচাৰ লোকসকলৰ অৰ্থনৈতিক দিশ আৰু শৈক্ষিক দিশৰ উন্নয়নৰ প্ৰতি লক্ষ্য ৰাখি ১৯৮৩ চনত চাহ আৰু প্ৰাক্তন চাহ জনজাতি কল্যাণ সঞ্চালকালয় (*Directorate for Welfare of Tea & Extea Tribes*) স্থাপন কৰা হয়। ইয়াৰ পৰৱৰ্তী সময়ত অৰ্থাৎ ২০০৫-০৬ চনত চাহ জনজাতি কল্যাণ বিভাগ (*Tea Tribes Welfare Department*) নামকৰণেৰে এটা পূৰ্ণাঙ্গ বিভাগৰ সৃষ্টি কৰা হয় আৰু ২০০৫-০৬ চনত দহ কোটি টকাৰ পুঁজি আগবঢ়াই বিভিন্ন অৰ্থনৈতিক, সাংস্কৃতিক আৰু শিক্ষা বিষয়ক আঁচনি প্ৰস্তুত কৰি ৰূপায়নৰ পদক্ষেপ লোৱা হয়। উক্ত পুঁজি ক্ৰমান্বয়ে বৃদ্ধি কৰি ২৩ কোটিৰ পৰা ২০০৭-০৮ বৰ্ষত ৩৭ কোটিলৈকে বৃদ্ধি কৰা হয়। ইয়াত চাহ জনজাতি কল্যাণ বিভাগে শিক্ষা বিষয়ত কি কি আঁচনি প্ৰস্তুত কৰি ৰূপায়নৰ প্ৰয়াস কৰিছে তাকে উল্লেখ কৰা হ'ল।

এই বিভাগৰ যোগেদি প্ৰি মেট্ৰিক স্কলাৰশ্বিপ আৰু পোষ্ট মেট্ৰিক স্কলাৰশ্বিপ (*Pre Matric Scholarship and Post Matric Scholarship*) দিয়া হৈছে। চতুৰ্থ শ্ৰেণীৰ (*Class IV*) বছৰি ২৫০ টকাৰ পৰা আৰম্ভ কৰি বিশ্ববিদালয়ৰ ছাত্ৰৰ বাবে ৪০০০ (চাৰি) হেজাৰ টকালৈকে ধাৰ্য কৰা হৈছে। ২০১০-১১ বৰ্ষৰ পৰা ভাৰত চৰকাৰৰ নিয়ম অনুসাৰে সকলো জাতি, ধৰ্মৰ ছাত্ৰ-ছাত্ৰীসকলে সমানুপাতিক হিচাপে জলপানি (*Scholarship*) দিয়াৰ নিয়ম বান্ধি দিয়া হ'ব।

চাহ আৰু প্ৰাক্তন চাহ বাগিচা অঞ্চলত বেচৰকাৰী শিক্ষা অনুষ্ঠানলৈ পঞ্চাশ হেজাৰৰ পৰা এক লাখলৈকে আৰ্থিক অনুদান আগবঢ়াই থকা হৈছে। এই অনুদানৰ যোগেদি শ্ৰেণীকোঠা, ডেস্ক-বেঞ্চ বা তেনে ধৰণৰ সঁজুলি তৈয়াৰ কৰি ল'ব পাৰি।

অৰ্ধশিক্ষা লাভ কৰা (*drop out*) যুৱক-যুৱতীসকলৰ বাবে দক্ষতা বৃদ্ধি কেন্দ্ৰ (*Skill Development Centre*) নিৰ্মাণ কৰা হৈছে। অসমত চাহ আৰু প্ৰাক্তন চাহ অধ্যুষিত অঞ্চলত ইতিমধ্যে ৫০ খন দক্ষতা বৃদ্ধি কেন্দ্ৰ নিৰ্মাণ কৰা হৈছে। এই কেন্দ্ৰসমূহত বিভিন্ন ধৰণৰ প্ৰশিক্ষণ দি দক্ষতা বৃদ্ধি কৰি নিয়োগ আৰু আত্মনিয়োগৰ বাট মুকলি কৰাৰ প্ৰচেষ্টা কৰা হৈছে।

ঠিক তেনেকৈ এন এন এম (*NNM*), জি এন এম (*GNM*), পাৰামেডিকেল ক'ৰ্চ (*Paramedical Course*) পঢ়িবৰ বাবে আৰ্থিক অনুদান আগবঢ়োৱা হৈছে। তদুপৰি মেডিকেল, ইঞ্জিনিয়াৰিং, এম এ, এম কম, এম এচ চি, আইন, বি এচ চি নাৰ্চিং, এম এচ চি নাৰ্চিং, এম বি এ, বায়োটেক আদি পঢ়াৰ উপৰি অসমৰ বাহিৰত পঢ়িবলৈ ইচ্ছা থকা ছাত্ৰ-ছাত্ৰীক আৰ্থিক অনুদান আগবঢ়োৱা হৈছে।

মুঠতে অসম চৰকাৰৰ অধীনৰ চাহ জনজাতি কল্যাণ বিভাগৰ দ্বাৰা লোৱা পদক্ষেপে শিক্ষাৰ ক্ষেত্ৰত বিশেষ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে।

অৱশ্যে চৰকাৰ বা অনুষ্ঠান-প্ৰতিষ্ঠানে যিমানেই আঁচনি নলওক কিয় ইয়াৰ ইতিবাচক সঁহাৰি চাহ বাগিচা আৰু প্ৰাক্তন চাহ বাগিচাৰ লোকসকলৰ পৰা পাব লাগিব। নিজৰ ল'ৰা-ছোৱালীক পঢ়াবৰ বাবে যত্ন ল'ব লাগিব। সমাজত বৰ্তি থকা অনীহা, কু সংস্কাৰ, অন্ধবিশ্বাস আদি দূৰ কৰি সুস্থ-সবল সমাজ গঢ়িবলৈ হ'লে শিক্ষাক সমাজৰ মাজলৈ আদৰি আনিব লাগিব।

শেষত ভাৰতৰ মাননীয় প্ৰধান মন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই ২০০৭ চনত স্বাধীনতা দিৱস উপলক্ষে ভাৰতবাসীৰ প্ৰতি ঐতিহাসিক লালকিল্লাৰ পৰা দিয়া বাণী উল্লেখ কৰা হ'ল—

*"I wish to see a revolution in the field of modern education in the next few years. It is my fervent desire that India becomes a fully educated modern, progressive nation. From this historic redfort, I would like this message to go to every concern of India- that we will make India a nation of educated people of skilled people, of creative people."*

'—আগন্তুক বছৰ বিলাকত আধুনিক শিক্ষাৰ ক্ষেত্ৰত মই এক বিপ্লৱৰ সূচনা হোৱাটো দেখা পাব বিচাৰো। এইটো মোৰ প্ৰবল ইচ্ছা যে ভাৰত সম্পূৰ্ণৰূপে শিক্ষাপ্ৰাপ্ত হওক, আধুনিক প্ৰগতিবাদী ৰাষ্ট্ৰ হওক। ঐতিহাসিক এই লালকিল্লাৰ পৰা মই এই বাণী ভাৰতৰ প্ৰতিটো প্ৰান্তত প্ৰসাৰিত হোৱাটো বিচাৰো, যাতে আমি শিক্ষিত লোকৰে, দক্ষতাপূৰ্ণ লোকৰে আৰু সৃজনী শক্তি থকা লোকেৰে এই ভাৰত নিৰ্মাণ কৰিব পাৰোঁ।'■



# অসমৰ চাহ জনগোষ্ঠী সমাজত শিক্ষাৰ প্ৰসাৰ

মানিকলাল মাহাত্ব

পৰিৱৰ্তনশীল যুগত সকলো সৃষ্টিৰেই পৰিৱৰ্তন ঘটিছে আৰু ঘটিব। মানৱ জাতিও পৰিৱৰ্তনৰ ব্যতিক্ৰম হোৱা নাই। সভ্যতাৰ ক্ৰম বিকাশৰ লগে লগে মানৱ জাতিৰ কৰ্ম অভিজ্ঞতাৰ বিকাশ ঘটি শিক্ষাৰ ৰূপ লৈছিল। আৰম্ভ হৈছিল ধাৰাবাহিক শিক্ষাৰ গতিধাৰা। বৰ্তমান আধুনিক যুগত শিক্ষাৰো ক্ৰমবিকাশ ঘটি প্ৰতিযোগিতামূলক শিক্ষাই স্থান দখল কৰিছে। দেশ, সমাজ, জাতি আৰু ব্যক্তিৰ উন্নতিতো শিক্ষাই মুখ্য ভূমিকা পালন কৰি আহিছে। সেই কাৰণে কোৱা হয়— '*Education is the most important basic tool for all sustainable development of human beings.*' শিক্ষাক বাদ দি কোনো দেশ, জাতি, সমাজ বা ব্যক্তিৰ উন্নয়নৰ কথা কল্পনা কৰিব নোৱাৰি। বৰ্তমানৰ উন্নত দেশ ইউৰোপ, আমেৰিকা, জাৰ্মান, জাপান, অষ্ট্ৰেলিয়া, ৰাছিয়া, চীন, স্কটলেণ্ড, ছুইডেন, নিৰ্কাগোৱা, কিউবা আদিয়ে প্ৰথম শিক্ষাৰ প্ৰসাৰ কৰিছিল। তাৰ পাছতহে দেশ আৰু জাতিৰ উন্নয়নত মনোনিবেশ কৰি সফলতা লাভ কৰিব পাৰিছে।

ভাৰতবৰ্ষত ৰাজ আমোলত শিক্ষাৰ ক্ষেত্ৰত বিশেষভাৱে ৰাজ পৰিয়ালতহে গুৰুত্ব দিয়া হৈছিল। জনসাধাৰণৰ কাৰণে শিক্ষাৰ ব্যৱস্থা নাছিল। ইয়াৰ পাছত ভাৰতবৰ্ষত দুশ বছৰ ঔপনিবেশিক বৃটিছ সাম্ৰাজ্যবাদে শাসন কৰিছিল। বৃটিছ শাসনেও ভাৰতীয় জনগণৰ বাবে শিক্ষাক প্ৰাধান্য দিয়া নাছিল। তথাপি কেৰাণী, মহৰী সৃষ্টি কৰিব পৰা শিক্ষাৰ ব্যৱস্থা ৰাখিছিল। প্ৰায় ডেৰশ বছৰৰ আগতে বৃটিছ চৰকাৰে ভাৰতবৰ্ষত প্ৰচলন কৰা শিক্ষা পদ্ধতিৰ সম্পৰ্কে *Ram*

*Ahunya*-ই উল্লেখ কৰিছে– '*The educational system introduced more than 150 years ago by British to train babus for their burgeoning bureaueracy, can no longer be described as 'Purposeful' today. The education system is inadequate because it does not give due priority to primary education.*' ভাৰতবৰ্ষই বৃটিছৰ পৰা ১৯৪৭ চনত স্বাধীনতা লাভ কৰাৰ পাছত ১৯৫১ চনৰ পিয়ল অনুসৰি ৩৬ কোটিতকৈও অধিক জনসাধাৰণৰ মাজত শিক্ষাৰ হাৰ ১৮.৩৩ শতাংশহে পোৱা গৈছিল।

ঊনৈশ শতিকাত বৃটিছ সাম্ৰাজ্যবাদৰ আমোলতে অসমত চাহ শিল্প গঢ় লৈ উঠিছিল। চাহ শিল্পত কাম কৰিবলৈ অসমৰ বাহিৰৰ পৰা শ্ৰমিক আমদানি কৰি অনা হৈছিল। ১৮৪০ চনৰ পৰা ১৯৩০ চনলৈকে বিহাৰৰ (বৰ্তমান ঝাৰখণ্ড) হাজাৰীবাগ, মধ্যপ্ৰদেশ, ছোটনাগপুৰ, উৰিষ্যা, তেলেঙ্গানা, পশ্চিমবংগৰ পুৰুলিয়া আদি বিভিন্ন ৰাজ্যৰ পৰা গিৰমিটিয়া বা আড়কাঠিয়া চালান বুলি নানান ফাঁকি দি আমদানি কৰা হৈছিল। ১৯৬০ চনলৈকে এইদৰে আমদানি কৰি অনা প্ৰথা এৰা-ধৰাকৈ চলি আছিল। আমদানি কৰি অনা শ্ৰমিকসকল জনজাতি মূলৰ কঠোৰ পৰিশ্ৰমী নিৰক্ষৰ আৰু উৎপীড়িত আছিল। শিক্ষা কি বস্তু উপলব্ধি কৰাই নাছিল। অসমৰ চাহ শিল্পত শ্ৰমিকসকল যে সোমাইছিল আৰু নোলাইছিল। হাড়ভঙা কঠোৰ পৰিশ্ৰমৰ বিনিময়ত গঢ়ি তুলিছিল বৃহৎ বৃহৎ চাহ বাগিচা। দিনত কাম, ৰাতি জিৰণিৰ নামত মদ-পানী খাই শুই থকাই কাম আছিল। কাৰণ ৰাতিপুৱা কলঘৰৰ বিগুল বাজিলে বা চকীদাৰে কামৰ কথা চিএঞৰিলেই সময়মতে কামলৈ যোৱাটো নিয়ম আছিল। ব্যতিক্ৰম হ'লেই শাসনৰ নামত চৰম অত্যাচাৰ আৰু শোষণৰ বলি হৈছিল। তেনে অৱস্থা আৰু পৰিবেশত অসমৰ চাহ বাগিচাসমূহৰ শ্ৰমিকসকলে নিজৰ বা সন্তানৰ শিক্ষাৰ কথা কল্পনাই কৰিব নোৱাৰিছিল। ঊনৈশ শতিকাৰ পৰা কুৰি শতিকাৰ প্ৰাক স্বাধীনতা কাললৈকে অসমৰ চাহ শ্ৰমিকৰ শিক্ষাৰ ক্ষেত্ৰত **'অন্ধকাৰ যুগ'** আছিল।

১৮৬২ চনত মিছনাৰীসকলে ভাৰতবৰ্ষৰ আদিবাসী অঞ্চলত খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰ কৰিছিল। চাওঁতাল পৰগনা আৰু ডুমকা জিলাৰ চাওঁতাল, উৰাং, মুণ্ডা আদিবাসীসকলক খ্ৰীষ্টিয়ান ধৰ্মৰ দীক্ষা দিছিল। ১৮৬২ চনৰ আগলৈকে



অসমলৈ আমদানিকৃত শ্ৰমিকসকল হিন্দু আৰু কিছু সংখ্যক ইছলাম ধৰ্মীয় 'জুলাহ' আছিল। ইয়াৰ পাছত আমদানি কৰাসকলৰ লগত কিছু সংখ্যকহে খ্ৰীষ্টীয় ধৰ্মাৱলম্বী চাওঁতাল, উৰাং, মুণ্ডা আদিবাসীসকল আহিছিল। ১৮৭০ চনত এওঁলোকক বিচাৰি মিছনাৰীসকল অসমৰ শিৱসাগৰলৈ আহে। ১৮৭৮ চনলৈকে অসমৰ চাহ বাগিচাসমূহত ঘূৰি অসমলৈ অহা শ্ৰমিকসকলৰ তথ্য সংগ্ৰহ কৰিছিল। ১৮৭৯ চনত সংগৃহীত তথ্য অনুসৰি মিষ্টাৰ ব্ৰন্সনে ডিব্ৰুগড়ত আৰু মিষ্টাৰ গাৰ্ণিয়ে শিৱসাগৰত আদিবাসী খ্ৰীষ্টিয়ান সকলক মানৱতাবোধ সম্পৰ্কে শিক্ষা দিয়া কাম আৰম্ভ কৰিছিল। ১৮৮৬ চনত মিছনাৰীসকলে গুৱাহাটী, নগাঁও, শিৱসাগৰ আৰু ডিব্ৰুগড়ত খ্ৰীষ্টিয়ান আদিবাসী জনজাতি শ্ৰমিকসকলৰ শিক্ষা, সামাজিক উন্নয়ন আদিৰ চিন্তা কৰি বিদ্যালয় স্থাপনৰ কাম আৰম্ভ কৰে। চাহ বাগিচাৰ পৰিচালকসকলেও বিদ্যালয় নিৰ্মাণত আৰ্থিক সহায় আগবঢ়াইছিল। ১৯০৬ চনত বৃটিছ চৰকাৰে ভাৰতবৰ্ষৰ শ্ৰমিক আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বাবে শিক্ষা বিস্তাৰৰ আইন প্ৰৱৰ্তন কৰে। অসমৰ চাহ বাগিচাৰ শ্ৰমিকসকলৰ কাৰণেও উক্ত আইনখন প্ৰযোজ্য হৈছিল। তেতিয়া বাগিচা পৰিচালকসকলে মিছনাৰীসকলৰ কাষ চাপিছিল। কেথলিক মিছনাৰীসকলেও সুযোগ গ্ৰহণ কৰে। বাগিচাত বিদ্যালয় স্থাপন কৰি কেথলিক খ্ৰীষ্টিয়ান শিক্ষক নিয়োগ কৰিছিল। বিদ্যালয়ত শিক্ষাৰ লগে লগে খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰ চলিব ধৰে। হিন্দু শ্ৰমিকসকলে মিছনাৰীসকলৰ উদ্দেশ্য বুজি ল'ৰা-ছোৱালীসকলক বিদ্যালয়লৈ যোৱা বন্ধ কৰিছিল। ১৯৩২ চনত উত্তৰ অসম তেজপুৰত হিন্দু আৰু ইছলামধৰ্মীয় শ্ৰমিকসকলে চৰকাৰী সাহায্যত এখন বিদ্যালয় আৰম্ভ কৰে। কিন্তু বিদ্যালয়ত খ্ৰীষ্টিয়ান ধৰ্মৰ দৰে বাধ্যবাধকতা নথকাত ল'ৰা-ছোৱালীক বিশেষ আকৰ্ষণ কৰাব পৰা নাছিল।

কুৰি শতিকাৰ ত্ৰিশদশকৰ পৰা চাহ জনগোষ্ঠীৰ শিক্ষাৰ **'পুঁৱতি'** যুগ আৰম্ভ হৈছিল। অসমৰ চাহ বাগিচাৰ চৰ্দাৰ, চকীদাৰ আৰু বাগিচাৰ আশে-পাশে গাঁও পাতি থকা প্ৰাক্তন শ্ৰমিকৰ এজন-দুজন ল'ৰা বিদ্যালয়লৈ যোৱা আৰম্ভ কৰিছিল। সেই সকলেই ঘাত-প্ৰতিঘাতৰ মাজেদি শিক্ষা গ্ৰহণ কৰি পঞ্চাশৰ দশকত শিক্ষিত ব্যক্তি হিচাপে পৰিচয় দিব পাৰিছিল। ষাঠীৰ দশকত তেওঁলোকৰ উপৰি আৰু কিছুমান শ্ৰমিকৰ ল'ৰাই শিক্ষা গ্ৰহণ কৰি শ্ৰমিক নেতা, বিধায়ক, মন্ত্ৰী, প্ৰবক্তা, অধিবক্তা, পৰীক্ষা নিয়ন্ত্ৰক, শিক্ষক, চৰকাৰী চাকৰিয়াল, কৰ্মচাৰী, লেখক-লেখিকা আদি আঙুলিৰ মূৰত লেখিব পৰাকৈ ওলাইছিল। আশীৰ দশকৰ পৰা

চাহজনগোষ্ঠীৰ ল'ৰা-ছোৱালী উভয়ে ধাৰাবাহিকভাবে বিদ্যালয়ৰ উচ্চ শিক্ষা গ্ৰহণত আগবাঢ়ি আহিছিল। তথাপি সামগ্ৰিকভাবে বিশেষ প্ৰভাৱ পৰা নাছিল।

১৯৭৪ চনত অসম চৰকাৰে অবিভক্ত শিৱসাগৰ জিলাৰ (শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট) আৰু অবিভক্ত কাছাৰ জিলাৰ (শিলচৰ, কৰিমগঞ্জ আৰু হাইলাকান্দি) চাহ বাগিচাৰ মালিকৰ অধীনত চলাই থকা প্ৰাথমিক বিদালয়সমূহ প্ৰাদেশিকীকৰণ কৰে। যদিও শিক্ষাৰ মানদণ্ড বিশেষ উন্নতি নহ'ল। ১৯৭৪ চনতে প্ৰাপ্তবয়স্ক শিক্ষাও আৰম্ভ হৈছিল। তথাপি চাহ জনগোষ্ঠীৰ মাজত প্ৰভাৱ পৰা নাছিল। ১৯৯০ চনত উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত প্ৰথম যোৰহাট জিলাত ৰাষ্ট্ৰীয় সাক্ষৰতা অভিযান আৰম্ভ হৈছিল। ইয়াৰ পাছত অসমৰ প্ৰতিখন জিলাই সাক্ষৰতা অভিযান আৰম্ভ কৰি নিৰক্ষৰ অভিভাৱকসকলক পঢ়িবলৈ বাধ্য কৰোৱা হৈছিল। ফলত চাহ জনগোষ্ঠীৰ ৯০ শতাংশ ল'ৰা-ছোৱালী বিদ্যালয়লৈ যাবলৈ আৰম্ভ কৰিছিল। ২০১০ চনতো ধাৰাবাহিকতা বিদ্যমান। কিন্তু চতুৰ্থ শ্ৰেণীৰ পৰা অষ্টম শ্ৰেণীলৈকে বিদ্যালয় এৰা ছাত্ৰ-ছাত্ৰী আছে। অৱশ্যে সৰ্বশিক্ষা মিছনে বিদ্যালয় এৰা ছাত্ৰ-ছাত্ৰীসকলক সামৰিবলৈ আনুষ্ঠানিক বিদ্যালয়ৰ লগত সংযোগ ঘটোৱাৰ ব্যৱস্থা আছে। সফল কিমান হ'ব পাৰিছে সন্দেহৰ থল আছে।

বৰ্তমান অসমত চাহ জনগোষ্ঠীৰ সমাজত শিক্ষাৰ প্ৰসাৰৰ এক গতি আৰম্ভ হৈছে। উচ্চ শিক্ষা আৰু আধুনিক প্ৰতিযোগিতামূলক শিক্ষাৰ প্ৰতি আগ্ৰহ বাঢ়িছে। চাহ জনগোষ্ঠী সমাজত শিক্ষা প্ৰসাৰতাত আত্মচেতনাৰ বাহিৰে চৰকাৰ বা কোনো সমাজৰ ব্যক্তিৰ অনুগ্ৰহ নাই। আত্মচেতনাৰে শ্ৰমিক নেতা, মন্ত্ৰী, সাংসদ, বিধায়ক, প্ৰবক্তা, অধিবক্তা, শিক্ষক, চৰকাৰী বিষয়া, কৰ্মচাৰী, ডাক্তৰ, ইঞ্জিনীয়াৰ, কম্পাউণ্ডাৰ, নাৰ্চ, লেখক-লেখিকা বছৰি বৃদ্ধি হ'ব ধৰিছে। মই নিজে অধ্যয়ন কৰা তথ্য অনুসৰি চাহ জনগোষ্ঠীৰ বিৱৰণ তলত উল্লেখ কৰা হৈছে—

| | |
|---|---|
| বৰ্তমান চাহ জনগোষ্ঠীৰ জনসংখ্যা | ৮০ লাখ |
| শিক্ষিতৰ হাৰ | ২০ শতাংশ (১৬ লাখ) |
| নিৰক্ষৰৰ হাৰ | ৮০ শতাংশ (৬৪ লাখ) |
| ডক্টৰেট | ৮ জন (দুগৰাকী মহিলা) |
| স্নাতকোত্তৰ | ২৩০ জন |
| স্নাতক | ২৬২৩ জন |
| ডাক্তৰ | ৯৭ জন |



| | |
|---|---|
| ইঞ্জিনীয়াৰ | ১৬ জন |
| জুনিয়ৰ ইঞ্জিনীয়াৰ | ৪২ জন |
| কম্পাউণ্ডাৰ | ৩৫ জন |
| নাৰ্চ | ১০৮৯ গৰাকী |
| কৃষি স্নাতক | ১৫ জন |
| পশু চিকিৎসক | ২ জন |
| আইন স্নাতক | ২৮ জন |
| প্ৰাক্ স্নাতক | ৫৭২৬ জন |
| মেট্ৰিক | ১০,৩৮৮ জন |
| এ চি এছ | ২ জন |
| এ পি এছ | ২ জন |
| এম বি এ | ৩ জন |
| চতুৰ্থৰ পৰা দশম শ্ৰেণীৰ ভিতৰত | ১৫,৭৯,৬৯৪ জন |

উল্লিখিত তথ্যৰ পৰা স্পষ্ট ছবি দেখা যায়, অসমৰ চাহ জনগোষ্ঠীৰ সমাজত শিক্ষাৰ প্ৰসাৰ আৰম্ভ হৈছেহে। অসমৰ অন্যান্য জাতি-জনগোষ্ঠীতকৈ বহু পাছপৰি আছে। ইয়াৰ মূল কাৰণ নিৰক্ষৰতা, আৰ্থিক অৱস্থা আৰু পৰিবেশ। চাহ জনগোষ্ঠীৰ বাবে তিনিওটাই গুৰুতৰ সমস্যা। নিৰক্ষৰতাই শিক্ষাৰ পৰিবেশ, থকাৰ পৰিবেশ গঢ়ি তোলাত বাধাৰ সৃষ্টি কৰি ৰাখিছে। লগতে আছে আৰ্থিক সমস্যা। অসমৰ চাহ শ্ৰমিকে ভাৰতবৰ্ষৰ বিভিন্ন উদ্যোগত কাম কৰা সকলো শ্ৰমিকতকৈ কম মজুৰি পায়। ফলত খাদ্য সামগ্ৰীৰ উৰ্ধমুখী মূল্যই চাহ শ্ৰমিকে উপাৰ্জন কৰা মজুৰিৰে পৰিয়াল খৰচ বহন কৰাটো সমস্যা। সেয়ে ল'ৰা-ছোৱালীক সাজ-পোছাক, কিতাপ-পত্ৰ যোগান ধৰিব নোৱাৰে। চৰকাৰে দৰিদ্ৰ শ্ৰেণীৰ উন্নয়নৰ বাবে যিবোৰ আঁচনি ঘোষণা কৰে, নিৰক্ষৰ শ্ৰমিকসকলে মধ্যভোগীৰ দ্বাৰা দুই এজন উপকৃত হ'লেও সৰহভাগেই বঞ্চিত।

অসমীয়া জাতিয়ে চাহ জনগোষ্ঠীৰ শিক্ষাৰ প্ৰসাৰৰ বাবে আজিলৈকে কোনো ধৰণৰ সামূহিক প্ৰচেষ্টা গ্ৰহণ কৰা নাই। বৰ্তমানলৈকে যি শিক্ষা প্ৰসাৰ হৈছে ব্যক্তিগত প্ৰচেষ্টাৰ দ্বাৰাহে হৈছে। এই প্ৰচেষ্টা অব্যাহত ৰখাৰ চিন্তা চৰ্চা চাহ জনগোষ্ঠীৰ বৌদ্ধিক মহলে কৰিব ধৰিছে।

# আধুনিক বিশ্ব আৰু চাহ জনগোষ্ঠীয় ছাত্ৰ-ছাত্ৰী

কামাখ্যা প্ৰসাদ তাছা

আধুনিক বিশ্বত বিজ্ঞান আৰু প্ৰযুক্তিৰ চমকপ্ৰদ উত্থান ঘটাটো আমি সকলোৱে প্ৰত্যক্ষ কৰিছোঁ। পৃথিৱীৰ গুণী-জ্ঞানী ব্যক্তিয়ে পৃথিৱীৰ এক চমকপ্ৰদ উত্থানত অভূতপূৰ্ব বৰঙণি আগবঢ়াই আহিছে। এতিয়া পৃথিৱীখন জ্ঞানে শাসন কৰিছে। শ্ৰমজীৱীসকলে নিজৰ শাৰীৰিক শক্তি ব্যৱহাৰ কৰিলেও জ্ঞানীসকলেহে প্ৰকৃত পৰিৱৰ্তনৰ দাবী কৰি অহাতো আমি লক্ষ্য কৰিছোঁ। সেই বুলি শ্ৰমজীৱীসকলৰ গুৰুত্ব শেষ হৈ গৈছে বুলি ক'লেও ভুল হ'ব। এটা কথা স্বীকাৰ কৰি ল'ব লাগিব যে শ্ৰমজীৱীসকলৰ গুৰুত্ব আধুনিক বিশ্বত একেবাৰে কমি গৈছে। শ্ৰমজীৱীৰ গুৰুত্ব নাথাকিব পাৰে কিন্তু প্ৰয়োজনীয়তা কেতিয়াও শেষ নহয়। ইয়াৰ বহুত কাৰণ হ'ব পাৰে। আমি এতিয়া পৃথিৱীত যি সময়ত বসবাস কৰিছোঁ সেই সময়ত পৃথিৱীখনে অতিজটিল ৰূপ ধাৰণ কৰিছে। পূৰ্বৰ পৰা চলি অহা যোগ্য ভোগ্য বসুন্ধৰাৰ সূত্ৰটোৱে চিৰন্তন সত্যৰূপে আজিও নিজৰ সত্যতা প্ৰমাণিত কৰি আহিছে। অৰ্থাৎ আমি জীয়াই থাকিবলৈ হ'লে যোগ্য হ'ব লাগিব। আমি যদি এই সূত্ৰ চাহ জনগোষ্ঠীয় সমাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰি চাওঁ তেতিয়া দেখিম চাহ জনগোষ্ঠীয় সমাজখনো যিহেতু এই জটিল আৰু পৰিৱৰ্তনমুখী পৃথিৱীৰ অন্তৰ্গত সেয়েহে জীয়াই থাকিবলৈ হ'লে এই জনগোষ্ঠীটোৰ মানুহেও নিজকে যোগ্য কৰিব লাগিব। জীয়াই থকা শব্দটো এটা জটিল শব্দ। পৃথিৱীৰ প্ৰত্যেকজন মানুহে জীয়াই আছে। কোনোবা কোটিপতি হওক অথবা কোনোবা ভিক্ষাৰী হওক। কিন্তু এই জীয়াই থকাৰ মাজত পাৰ্থক্য আছে যিটো আমি



সকলোৱে জানো। সুস্থভাৱে জীয়াই থাকিবলৈহে যোগ্যতা লাগে। এই যোগ্যতা চাহ জনগোষ্ঠীৰ মাজত আছে যিটো আৰু বৃদ্ধি কৰিব লাগিব।

চাহ জনগোষ্ঠীয় লোকসকল আৰ্থিক আৰু সামাজিকভাৱে পিছ পৰা এটা জনগোষ্ঠী। ৰাজনৈতিকভাৱে চৰম শোষণৰ বলি হোৱা এই জনগোষ্ঠীৰ মূল দুৰ্যোগৰ কাৰণ হ'ল শিক্ষা। পূৰ্বতকৈ চাহ জনগোষ্ঠীৰ শিক্ষাৰ ক্ষেত্ৰত আমূল পৰিৱৰ্তন যে ঘটিছে সেয়া অনস্বীকাৰ্য। এই কথা অৱশ্যে আমাৰ পিছ পৰা জনগোষ্ঠীটোৰ অভিভাৱকসকলে পৰিস্থিতি আৰু পৰিৱেশৰ পৰা শিক্ষা ল'লে বুলি ক'ব লাগিব। বৰ্তমান জটিল পৃথিৱীখনত জীয়াই থাকিবলৈ সংগ্ৰাম কৰিব লগা হোৱাৰ কথা উপলব্ধি কৰিব পৰাটোৱেই এই জনগোষ্ঠীটোৰ মাজত কিছু হ'লেও ইতিবাচক পৰিৱৰ্তন আনি দিয়াত সফল হৈছে। ইয়াক ইতিবাচক দৃষ্টিভংগীৰে বিচাৰ কৰি এটা কথা মনত ৰাখিব লাগিব যে আমি যি সময়ত এক প্ৰকাৰ অ-আ-ক-খ শিকিবলৈ আৰম্ভ কৰিছোঁ সেই সময়ত বিশ্বত মেধাৱী লোকৰ পয়োভৰ ঘটিছে। আমি যদি অসমৰ পটভূমিতেই ইয়াৰ বিচাৰ কৰি চাওঁ তেন্তে দেখিম চাহ জনগোষ্ঠীয় শিক্ষিত ব্যক্তি, ছাত্ৰ-ছাত্ৰীসকল অন্যান্য সকলতকৈ বহুত পিছপৰি আছে। আমাৰ মাজত যদি হাজাৰত এজন উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হোৱা ব্যক্তি আছে তেন্তে অন্যান্য সমাজত ঘৰে প্ৰতি আছে। অতিশয় প্ৰতিকূল পৰিস্থিতিৰ মাজত থকাৰ বাবেই আমাৰ এনে হৈছে। চাহ বাগিচা অধ্যুষিত অঞ্চলেই হওক বা প্ৰাক্তন চাহ শ্ৰমিক অধ্যুষিত অঞ্চলেই হওক এই প্ৰতিকূল পৰিস্থিতি সৰ্বত্ৰ বিৰাজমান। এই জনগোষ্ঠীয়ে যিটো পৰিস্থিতিৰ মাজত নিজৰ জীৱনধাৰা পৰিৱৰ্তনৰ দিশে আগবঢ়াইছে সেয়া কল্পনা-পৰিধিৰ বাহিৰত। আটাইতকৈ ডাঙৰ কথা হ'ল বিশ্বই এই প্ৰতিকূল পৰিস্থিতিক গুৰুত্ব নিদিয়ে। আমাৰ সমাজত মুধাফুটা ব্যক্তিসকলেই যেতিয়া ইয়াক গুৰুত্ব নিদিয়ে তেতিয়া হ'লে বাকীসকলে কিয় বা দিব? অসম বিধান সভাত ২০০৯ চনত বহা অধিৱেশনত ২৯ জুন তাৰিখে সদনত অসমৰ শ্ৰম আৰু নিয়োগমন্ত্ৰীয়ে এক দুৰ্ভাগ্যজনক তথ্য সকলোৱে বাবে দাঙি ধৰিছে। অসমীয়া প্ৰতিদিন কাকতৰ ৩০ জুন তাৰিখৰ সংখ্যাত এক প্ৰকাশিত বাতৰিলৈ মন কৰিলেই এই কথা গম পোৱা যাব। তাত কৈছে— '২৫,৭৫২ৰ মাজৰ পৰা ২১ জনক নিযুক্তি— চাহ জনগোষ্ঠীক উপেক্ষা'। ইয়াতকৈ দুৰ্ভাগ্যজনক কথা কি হ'ব পাৰে? আনহাতে কিছুদিন আগতে অসম লোকসেৱা আয়োগৰ দ্বাৰা আয়োজিত পৰীক্ষাত মাত্ৰ চাৰিজনে লিখিত পৰীক্ষাত

উত্তীৰ্ণ হোৱাৰ পিছতো মৌখিক পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰি চাকৰি পোৱাৰ পৰা বঞ্চিত হ'ল। এই সম্পৰ্কত দুই এটা প্ৰতিবাদ হ'ল কিন্তু সেয়াও পিছত তাপ মাৰিলে। অৱশ্যে কেৱল চৰকাৰী চাকৰীয়েই একমাত্ৰ সংস্থাপন হ'ব পাৰে সেই কথাও শুদ্ধ নহয়।

আজি প্ৰতিযোগিতামূলক পৰিৱেশত সেয়েহে চাহ জনগোষ্ঠীয় ছাত্ৰ-ছাত্ৰীয়ে নিজকে কঠোৰ পৰিশ্ৰমৰ মাজেৰে প্ৰস্তুত কৰি তুলিব লাগিব। কঠোৰ পৰিশ্ৰমে সফলতা আনি দিবই। চাহ জনগোষ্ঠীৰ স্নাতক, চাহ জনগোষ্ঠীৰ উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ, চাহ জনগোষ্ঠীৰ স্নাতকোত্তৰ উপাধিধাৰী বুলি প্ৰতিযোগিতামূলক পৰীক্ষাত কোনো কথা নাথাকে। আনহাতে ব্যক্তিগত খণ্ডতো আৰু প্ৰতিযোগিতামূলক। ইয়াত কেৱল যোগ্যতা লাগে। এজন শ্ৰমিক হ'বলৈ হ'লেও শাৰীৰিক যোগ্যতা অপৰিহাৰ্য বুলি ব্যক্তিগত খণ্ডত পতিয়ন নোযোৱালৈকে মকৰল নকৰে। তেনেক্ষেত্ৰত অন্যান্য দিশত কেনেকুৱা হ'ব সেয়া সহজেই অনুমেয়। শ্ৰমিকৰ পৰা বিষয়া হ'বলৈকে যোগ্যতাৰ প্ৰয়োজন। য'ত যোগ্যতা অপৰিহাৰ্য তাত সংগঠনৰ দাবী, নেতাগিৰি আদি একো নচলে। অসমৰ ছাত্ৰ-ছাত্ৰীসকলে যিহেতুকে নিজৰ ভৱিষ্যত সুন্দৰ কৰিবলৈকে পঢ়া-শুনা কৰিছে গতিকে গতানুগতিকভাৱে পঢ়া-শুনা কৰাতকৈ মন দি নিজকে জ্ঞানেৰে সমৃদ্ধ কৰি যোগ্যতা সম্পন্ন কৰি তোলাটো এতিয়া আটাইতকৈ প্ৰয়োজনীয় দিশ হিচাপে বিবেচিত হৈছে।

কলা শাখাই হওক বা বিজ্ঞান শাখাই হওক নিজকে যোগ্যতাসম্পন্ন কৰি গঢ়ি তোলাতো ছাত্ৰ-ছাত্ৰীসকলৰ অন্যতম লক্ষ্য হোৱা উচিত। ইয়াৰ সৈতে সমান্তৰালভাৱে নিজৰ নিজৰ অন্যান্য প্ৰতিভাও বিকাশত মনোযোগ দিয়াত উচিত। খেলা-ধূলা, লেখা-মেলা, হস্তশিল্পকে ধৰি সাংস্কৃতিক দিশত চৰ্চা কৰি নিজৰ প্ৰতিভাক উদ্ভাসিত কৰিবৰ বাবে চেষ্টা কৰা উচিত। ইয়াৰ বাবে কাৰোবাৰ স্বীকৃতিৰ প্ৰয়োজন আছে বুলি ভাবিব নালাগে। নিয়মিত বাতৰি কাকত, আলোচনী, কিতাপ, ইয়াৰ বুক বা অন্যান্য প্ৰতিযোগিতামূলক পৰীক্ষাৰ কিতাপ আদি পঢ়া, টি.ভি.যোগে নিয়মিত বাতৰি আৰু অন্যান্য জ্ঞানবৰ্ধক শিতানসমূহ চোৱা, ইন্টাৰনেট ব্যৱহাৰ কৰাকে ধৰি দৈনন্দিন জীৱনক সময়ৰ সৈতে খাপ খুৱাই চলিব পৰা সকলোখিনি পৰাপক্ষত কৰিব লাগে। এইখিনি কৰি থাকিলে জ্ঞান সমৃদ্ধ ব্যক্তিৰ ওচৰত বা তেনে পৰিস্থিতিৰ ওচৰত নিজকে সহজে খাপ



খুৱাই চলিব পৰা যাব।

যি কি নহওক চাহ জনগোষ্ঠীৰ অধিক সংখ্যাৰ যুৱক-যুৱতী বা ছাত্ৰ-ছাত্ৰীয়ে নিজকে দুখীয়া বুলি গণ্য কৰি নীচাত্মিকা মনোভাৱত আক্ৰান্ত হোৱাতো অতি সহজতে চকুত পৰে। এটা কথা সেইসকলে মনত ৰখা ভাল যে, জ্ঞান অৰ্জন কৰি নিজকে খাপ খুৱাই চলিবলৈ টকা-পইচা থকাটো বৰ জৰুৰী নহয়। এনে হোৱা হ'লে টকা থকাসকলে সকলো সময়ত ৰাজত্ব কৰিলেহেঁতেন। প্ৰকৃতাৰ্থত এনে কিন্তু হোৱা নাই। সেয়ে এই প্ৰতিযোগিতামূলক পৃথিৱীখনত নিজকে খাপ খুৱাই চলিব জানিলে সহজে আধুনিক বিশ্বখনক নিজৰ মতে চলাব পৰা যাব বুলি ভাবিব পাৰি। চাহ জনগোষ্ঠীয় পৰিচয়ৰে সাংস্কৃতিক দিশটোহে প্ৰতিফলিত কৰিব লাগে। ইয়াক যোগ্যতা বুলি ভাৱিলে বিশ্বত বাদেই আমাৰ ৰাজ্যখনতেই প্ৰতিযোগিতামূলক দিশত স্বীকৃতি পাব পৰা নাযাব ■

# বাগিচা অঞ্চলত সাক্ষৰতা আন্দোলন

অশ্বিনী কুমাৰ তাছা

শিক্ষা হ'ল এনে এক প্ৰক্ৰিয়া যিটোৰ দ্বাৰা মানুহে নিজকে উপলব্ধি কৰিব পৰা শক্তি অৰ্জন কৰে, নিজকে বুজিব পৰা ক্ষমতাৰ অধিকাৰী হয়, সমাজত ৰূপান্তৰ ঘটোৱাত সহায়ক ৰূপে কাম কৰাৰ লগতে ইতিহাস আদি সৃষ্টি কৰাতো ইন্ধন যোগায়। এনেবিলাক কথাৰ কাৰণেই সংস্কৃত শাস্ত্ৰৰ পণ্ডিতে কৈ গৈছিল, 'বিদ্যা হ'ল ভোগৰ আহিলা স্বৰূপ, বিদ্যা হৈছে যশ আৰু খ্যাতিৰ আধাৰ আৰু গুৰুজনাৰো গুৰুজন।' তদুপৰি তেওঁলোকে কৈ গৈছে যে এজন ৰজাক নিজৰ ৰাজ্য বা দেশতহে সন্মান বা পূজা কৰে। কিন্তু এজন বিদ্যাৱান বা শিক্ষিত লোকক সমগ্ৰ বিশ্বই শ্ৰদ্ধা আৰু ভক্তি কৰে। সেইকাৰণেই সংস্কৃত পণ্ডিতসকলে বিদ্যাহীন লোকসকলক বা অশিক্ষিত লোকসকলক পশু বা জন্তু বুলি অভিহিত কৰিছে। লেখা-পঢ়া নজনা লোকসকল নেজ-শিংবিহীন পশু। বিদ্যাহীন অৰ্থাৎ লেখা-পঢ়া নজনা লোকসকলক জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীয়েও জাতিৰ কলংক, দেশৰ কলংক, সমাজৰ কলংক বুলি ক'বলৈকো কুণ্ঠাবোধ কৰা নাই। কাৰণ এখন সমাজ, জাতি তথা দেশৰ উন্নতি সাধন কৰিবলৈ হ'লে প্ৰতিজন মানুহেই শিক্ষিত অথবা সাক্ষৰ হোৱাতো অতিকে প্ৰয়োজনীয়। বিদ্যাহীন সমাজ এখন কেতিয়াও উন্নতিৰ জখলাত উধাব নোৱাৰে। কিয়নো বিদ্যাহীন লোকসকলে নিজকে বুজি নাপায়, আনক কেনেকৈ বুজি পাব? নিজৰ বিষয়ে যেতিয়া ভালকৈ উপলব্ধি কৰিব নোৱাৰে সেইজন ব্যক্তিয়ে আনৰ কথা বুজাত বা উপলব্ধি কৰাত অসুবিধা পাব। আৰু তেনে হোৱা হেতুকেই ল'ৰা-ছোৱালীক যে শিক্ষা প্ৰদান কৰাৰ সুবিধা কৰি দিলে নিজৰ সমাজখনকো উন্নতিৰ দিশত আগুৱান হোৱাত সহায়ক ৰূপে কাম কৰিব



পাৰে তাৰ বিষয়ে সম্যক জ্ঞান নথকাৰ কাৰণেই আজিও অসমৰ চাহ বাগিচাৰ চাহ জনগোষ্ঠীয়েই হওক অথবা চাহ বাগিচাৰ আদিবাসীয়েই হওক নিৰক্ষৰতাৰ কৱলত পৰি আন্ধাৰত বাট-পথ বিচাৰি নাপাই খপজপাই ফুৰিব লগাত পৰিছে ভাগ্যমন্দা বুলি।

ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ সোণালী জয়ন্তী বৰ্ষ গৰকাৰ পাছতো চাহ বাগিচাত নিৰক্ষৰতাৰ হাৰ কমক চাৰি বেছিহে হৈছে। ইয়াৰ মূল কাৰণ হ'ল সচেতনতাৰ অভাৱ। শিক্ষাৰ প্ৰতি সচেতন নোহোৱাৰ কাৰণেই চাহ বাগিচাৰ চাহ শ্ৰমিক আধুনিক প্ৰযুক্তিবিদ্যাৰ চৰম উন্নতিৰ সময়তো নিৰক্ষৰতাৰ কবলত পৰি এলাহ্নুকলীয়া ৰীতি-নীতি, আচাৰ-ব্যৱহাৰকে বুকুত সাৱটি ধৰি থকা পৰিদৃশ্যমান হয়। এয়া অপ্ৰিয় হ'লেও সত্য কথা যে বৰ্তমানলৈকে চাহ জনগোষ্ঠীৰ যিমান কেইজন শিক্ষিত ব্যক্তিৰ জন্ম হৈছে সেই কেইজনৰ ভিতৰত সত্তৰ শতাংশই গাঁৱে-ভূঞে বাস কৰা প্ৰাক্তন চাহ শ্ৰমিকৰহে সতি-সন্ততি। চাহ বাগিচাত নিয়োজিত চাহ শ্ৰমিকৰ লাইনৰ মাজৰ পৰা কাচিৎ দুই এজন ল'ৰা উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষা বা উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ দেওনা পাৰ হোৱাৰ বাহিৰে আৰু বেছি উধাব পৰা নাই। কিয়নো চাহ বাগিচাৰ চাহ শ্ৰমিকৰ লাইনৰ ঘৰত বাস কৰা লোকসকলৰ মাজত অৰ্দ্ধেকৰ এতিয়াও শিক্ষাৰ প্ৰতি ধাউতি নাই আৰু সেই ধাউতি লাইনৰ বিভিন্ন কদৰ্য পৰিবেশে ম্লান কৰি পেলোৱা দেখা পোৱা যায়। কিয়নো চাহ বাগিচাৰ লাইনৰ মাজতে শিক্ষাৰ পৰিৱেশ আজিও সৃষ্টি নোহোৱাটো সঁচাকৈয়ে দুখজনক। যদিও চাহ বাগিচা অঞ্চলক সামৰি নিৰক্ষৰতা দূৰীকৰণৰ বা অহোপুৰুষাৰ্থ চেষ্টা কৰি ১৯৭৮ চনৰ ২ অক্টোবৰৰ পৰাই প্ৰাপ্তবয়স্ক শিক্ষা শিক্ষা বিভাগৰ জড়িয়তে চলাই অহা হৈছে। বৰ্তমানো সম্পূৰ্ণ সাক্ষৰতা অভিযানৰ জৰিয়তে নিৰক্ষৰতা দূৰীকৰণৰ বাবে চাহ বাগিচা অঞ্চলত অধিক গুৰুত্ব দিয়াৰ পাছতো চাহ বাগিচা অঞ্চলত সাক্ষৰতাৰ হাৰ বাঢ়ক চাৰি কমিহে গৈছে। ইয়াৰ মূল কাৰণ বিচাৰি চালে দেখিবলৈ পোৱা যায় যে চাহ শ্ৰমিকৰ মহিলা শ্ৰমিকসকলক নিৰক্ষৰতাৰ কৰাল গ্ৰাসৰ পৰা যেতিয়ালৈকে মুক্ত কৰিব নোৱাৰি তেতিয়ালৈকে চাহ শ্ৰমিকৰ মাজত শিক্ষাৰ প্ৰসাৰ নহয়। কিয়নো চাহ বাগিচাৰ মহিলাসকল পুৰুষৰ সমানেই কঠোৰ শ্ৰম কৰিবলগীয়া হোৱাৰ উপৰি ৰন্ধা-বঢ়া আদি কামত ব্যস্ত হৈ তেওঁলোকৰ নিজৰ জীৱন পুৰুষৰ পদানত কৰি তেওঁলোক অধিক চিন্তা-ভাৱনা কৰিবলৈ সময় নাথাকে। পুৱা-গধূলি ৰন্ধা-বঢ়া কাম কৰাৰ উপৰি চাহ

বাগিচাৰ দৰে কঠোৰ শ্ৰম কৰি তেওঁলোক ভাগৰি পৰে আৰু এমুঠি অন্ন নাকে-মুখে গুজি ভাগৰত শুই পৰে। কিয়নো পাছদিনাখন পুৱাতেই কামজাৰিলৈ যাব লাগে আৰু কামজাৰিৰ পৰা আহিয়েই খোৱা-বোৱাৰ ব্যৱস্থা কৰিব লাগে অন্যথা পুৰুষৰ অত্যাচাৰ মূৰ পাতি ল'বলগীয়া হয়। কিয়নো পুৰুষ শ্ৰমিকসকলে বাগিচাৰ কামৰ পৰা আহি ক'ৰবাত তাচ খেলি অথবা চুলাই মদৰ ঘাটিত সময় অতিবাহিত কৰি ঘৰলৈ আহি খাবলৈ নাপালে এক হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি কৰি অপ্ৰীতিকৰ পৰিৱেশৰ সূচনা কৰে। এয়া চাহ বাগিচাৰ লাইনত ঘটি থকা দৈনন্দিন ঘটনা। আনকি চাহ বাগিচাৰ লাইনত সৰ্বশিক্ষা অভিযানে যেনেদৰে সঁহাৰি পাব লাগিছিল তেনেদৰে পোৱা নাই বুলি ক'লেও হয়তো ভুল কোৱা নিশ্চয় নহ'ব। প্ৰথম অৱস্থাত সৰ্বশিক্ষা অভিযানত চাহ বাগিচাৰ চাহ শ্ৰমিকৰ ল'ৰা-ছোৱালীবিলাকে যেনেদৰে যোগদান কৰিছিল তেনেদৰে সময় অতিবাহিত হোৱাৰ লগে লগে সেই উদ্যম তথা উৎসাহ স্তিমিত হৈ পৰে। কিয়নো চাহ শ্ৰমিকৰ লাইনৰ ঘৰত বাস কৰা ল'ৰা-ছোৱালীৰ বাবে লেখা-পঢ়াৰ পৰিৱেশেই বৰ্তমানলৈকে সৃষ্টি নহ'ল। তিনি কোঠালিযুক্ত ঘৰত ফুল ভলিউমত বেটাৰী দ্বাৰা চালিত টি.ভি., ৰেডিঅ', ভিচিডিৰ দ্বাৰা গল্প, চিনেমা চলি থাকিলে কোনো ল'ৰা-ছোৱালীয়েই যে পঢ়া-শুনাত মনোনিৱেশ কৰিব নোৱাৰিব এয়া ধ্ৰুৱসত্য। অন্যহাতেদি মাক-বাপেকসকল শিক্ষাৰ প্ৰতি সচেতন নোহোৱাৰ কাৰণে লগতে দেখি আৰু ঠেকিও নিশিকাৰ কাৰণে চাহ বাগিচা অঞ্চলত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ দিশত উন্নতি নহ'ল। যাৰ ফলত প্ৰয়োজনতকৈ অধিক ল'ৰা-ছোৱালীৰ জন্ম দি অৰ্থনৈতিকভাৱে জুৰুলা হৈ বিদ্যালয়লৈ যাবলগীয়া ল'ৰা-ছোৱালীক আৰ্থিকভাৱে কিছু সকাহ পাবৰ কাৰণে লোকৰ ঘৰত বন কৰা চাকৰ হিচাপে নিয়োগ কৰিবলৈ কুণ্ঠাবোধ নকৰে। এনেবিলাক কাৰণতে চাহ বাগিচা অঞ্চলত সাক্ষৰতা আন্দোলনে গা কৰি উঠিব পৰা নাই।

অন্যহাতেদি চাহ বাগিচাৰ অন্তৰ্গত শ্ৰমিক সংগঠনসমূহেও কেৱল চাহ শ্ৰমিকৰ কল্যাণৰ নামত বোনাচ, মজুৰী বৃদ্ধি আদিতহে বেছি গুৰুত্ব দিয়া দেখা পোৱা যায়। তেওঁলোকৰ শিক্ষা, সংস্কৃতি আদিৰ বিকাশৰ ক্ষেত্ৰত অকণো গুৰুত্ব নিদিয়াৰ কাৰণেই আজিও চাহ শ্ৰমিকসকলৰ মাজত এক শৈক্ষিক বাতাবৰণৰ সৃষ্টি নহ'ল। অথচ শ্ৰমিক সংগঠনসমূহ শ্ৰমিকসকলৰ কল্যাণৰ হকে বহুতো ঘাত-প্ৰতিঘাতৰ মাজেদি ঠন ধৰি উঠিছিল। আমেৰিকা, ইংলেণ্ড, আফ্ৰিকা আদি দেশৰ



শ্ৰমিকসকলে ১ মে'ত শ্ৰমিক দিৱস পালন কৰি আহি শ্ৰমৰ মৰ্যাদা লাভ কৰিছে। অসমৰ চাহ শ্ৰমিকসকলে আজিও শ্ৰমৰ মৰ্যাদা পোৱা নাই। *Dignity of Labour* বা *Work is Workship*, ভাৰতবৰ্ষত বিশেষকৈ অসমত এই আপ্ত বাক্যশাৰীৰ মৰ্মাৰ্থ কোনেও উপলব্ধি কৰিব নোৱাৰে বা কৰিব নোখোজে। চাহ বাগিচাৰ চাহ শ্ৰমিকসকলে সাক্ষৰতাৰ জ্ঞানেৰে আলোকিত হ'লে চাহ বাগিচাৰ মালিক পক্ষ আৰু শ্ৰমত নিয়োজিত শ্ৰমিক শ্ৰেণীৰ মাজত সংঘাতৰ পৰিমাণ নিশ্চয় কম হ'লহেঁতেন। আজি একেই শ্ৰমিক শ্ৰেণীৰ ভিতৰত আমেৰিকা, গ্ৰেট বৃটেইনৰ শ্ৰমিকসকলে নিজৰ শ্ৰমৰ মৰ্যাদা পোৱাৰ লগতে এক সুন্দৰ জীৱন যাপন কৰিব পৰাৰ কাৰণেই আজি পশ্চিমীয়া দেশসমূহত মালিকগোষ্ঠীৰ লগত মজুৰী বৃদ্ধিৰ কাৰণে বা অন্যান্য সা-সুবিধাৰ কাৰণে সংঘাতৰ সৃষ্টি নহয়— হয় কেৱল ভাৰতবৰ্ষৰ কল-কাৰখানাৰ শ্ৰমিক শ্ৰেণীৰ লগত আৰু বিশেষকৈ অসমৰ চাহ বাগিচাৰ শ্ৰমিকৰ মাজত। মালিক পক্ষই কেৱল মুনাফা লুটাৰ বাহিৰে শ্ৰমিকৰ ন্যায্য প্ৰাপ্যৰ প্ৰতি অকণো গুৰুত্ব নিদিয়ে হেতুকেই এনে ধৰণৰ সংঘাত হয়। অন্যহাতেদি নিৰক্ষৰ জনগোষ্ঠীক যিকোনোৱে অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি ভ্ৰাতৃঘাতী সংঘৰ্ষৰ সৃষ্টি কৰি এক কলুষিত বাতাবৰণৰ সৃষ্টি কৰাত ইন্ধন যোগোৱাত সহায়ক ৰূপে কাম কৰে। এনেবিলাক কাৰ্য-কলাপ ৰোধিবৰ বাবেই চাহ বাগিচা অঞ্চলত সাক্ষৰতাৰ আন্দোলন অধিক জোৰদাৰ হোৱাটো বাঞ্ছনীয়। কিয়নো সাক্ষৰতাই মানুহৰ জ্ঞান চকু মুকলি কৰে আৰু লগতে সাক্ষৰ মাতৃৰ সন্তান কেতিয়াও নিৰক্ষৰ নহয়। সাক্ষৰতাই জনসংখ্যা বৃদ্ধি ৰোধ কৰাৰ ক্ষমতা অৰ্জন কৰে। দেশৰ প্ৰগতিত ইন্ধন যোগায়। এনেবিলাক কাৰণতে চাহ বাগিচা অঞ্চলত নাৰী শিক্ষাৰ প্ৰতি অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজন। এই ক্ষেত্ৰত চাহ জনগোষ্ঠী সংগঠনসমূহেও এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰি সাক্ষৰতা আন্দোলনক এক বাস্তৱ ভিত্তিত ৰূপ দিয়াৰ প্ৰচেষ্টা হাতত লোৱাৰ অতিকৈ প্ৰয়োজন।

চাহ শ্ৰমিকৰ সুস্থ সবল মানৱ সম্পদক উপযুক্ত শিক্ষা প্ৰদানৰ ব্যৱস্থা কৰিব নোৱাৰিলে সেই মানৱ সম্পদৰ সৎ ব্যৱহাৰ কেতিয়াও নহয়। এনে ক্ষেত্ৰত স্বাধীন ভাৰতবৰ্ষৰ শিক্ষিত মালিকগোষ্ঠীয়েও সঁহাৰি জনোৱাটো একান্ত প্ৰয়োজন আৰু শ্ৰমিক সংগঠনসমূহেও শ্ৰমিকসকলৰ মাজত শৈক্ষিক বাতাবৰণ সৃষ্টি কৰাৰ কিছুমান অভিলাষী আঁচনি লোৱাৰ সময় আহি পৰিছে। পৰাধীন ভাৰতবৰ্ষত শ্ৰমিক সংগঠন এটা গঠন কৰিবলৈ যাওঁতে যিমানখিনি শক্তি ক্ষয় কৰিব লগাত

পৰিছিল বৰ্তমান তেনে কঠিন কাৰ্য কৰিব লগা নাই। সেয়ে শ্ৰমিক সংগঠনসমূহৰ লগতে ছাত্ৰ সংগঠনসমূহেও চাহ বাগিচা অঞ্চলত নিজাববীয়াকৈ প্ৰাপ্তবয়স্ক শিক্ষাৰ জন্মদাতা পিতৃস্বৰূপ ডেনমাৰ্ক নিবাসী গ্ৰাণ্ট ভিগো নিকোলাই ফেডাৰিকে লোৱা আবাসিক নিশা বিদ্যালয় আদিৰ ব্যৱস্থা কৰি শিক্ষা প্ৰদানত ব্যৱস্থা কৰে তেতিয়া হ'লে অধিক ফল পোৱা যাব বুলি বিশ্বাস হয়। যিহেতুকে প্ৰতিখন চাহ বাগিচাতে একোখনকৈ *Labour Club*-ৰ ঘৰ থাকে। এই *Club*-তে শ্ৰমিক সংগঠনসমূহে নিশা বিদ্যালয় স্থাপন কৰি চাহ শ্ৰমিকৰ পুৰুষ-মহিলাসকলক শিক্ষা প্ৰদানৰ ব্যৱস্থা কৰিলে তেওঁলোকৰ ল'ৰা-ছোৱালীবেলাকেও পঢ়া-শুনাৰ প্ৰতি আকৰ্ষিত হৈ মনোযোগ দিব বুলি আশা কৰিব পাৰি। এনেবিলাক আঁচনি কিছু দীৰ্ঘম্যাদী হোৱাটো বাঞ্ছনীয়। চাহ শ্ৰমিকসকলক কেৱল পঢ়া-শুনাতে আবদ্ধ নাৰাখি খেলা-ধূলা, গান-বাজনাতো দিহা কৰাৰ ব্যৱস্থা কৰিলে অধিক সুফল লাভ কৰিব পৰা যায়। এই বিদ্যালয়সমূহত বিভিন্ন বিভাগৰ চৰকাৰী বিষয়া যেনে স্বাস্থ্য বিষয়া, কৃষি বিষয়া, বেংক আদিৰ বিষয়া, শিক্ষা বিষয়া, পৰিয়াল কল্যাণ আঁচনিৰ বিষয়া, ক্ষুদ্ৰ সঞ্চয়ৰ বিষয়া, পশু পালন, মীন পালন আদি বিষয়াৰ যোগেদি মাজে সময়ে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে তেওঁলোক অধিক লাভৱান হ'ব। অৱশ্যে এই ক্ষেত্ৰত মালিক গোষ্ঠীৰো সহযোগ একান্ত বাঞ্ছনীয়।

এইখিনিতে উল্লেখ কৰিলে ভাল হ'ব যে চাহ শ্ৰমিকসকলৰ শিক্ষা প্ৰদানৰ কাৰণে কেন্দ্ৰীয় শ্ৰমিক শিক্ষা কেন্দ্ৰৰ লগত বিভিন্ন কাৰিকৰী শিক্ষাৰ ব্যৱস্থা আছে যদিও সেই অনুষ্ঠানসমূহ আৰ্থিকভাৱে জুৰুলা হোৱাৰ কাৰণে সক্ৰিয় ভূমিকা পালনত ব্যৰ্থ হৈছে। অন্যহাতেদি অবিভক্ত শিৱসাগৰ জিলা আৰু অবিভক্ত কাছাৰ জিলাৰ চাহ বাগিচাত প্ৰাথমিক বিদ্যালয়সমূহ প্ৰাদেশিকীকৰণ হোৱাৰ বাহিৰে অসমৰ চাহ বাগিচা অঞ্চলৰ অন্যান্য প্ৰাথমিক বিদ্যালয়সমূহ প্ৰাদেশিকীকৰণ নোহোৱাৰ কাৰণে চাহ বাগিচা মালিক পক্ষই নিজৰ খেয়াল-খুচীমতে বিদ্যালয়সমূহ পৰিচালনা কৰা হেতুকে চাহ বাগিচাৰ ল'ৰা-ছোৱালীসকল বিদ্যালয়মুখী হ'ব পৰা নাই। আনকি ডিব্ৰুগড়, তিনিচুকীয়া, নগাঁও, তেজপুৰ আদি ঠাইৰ বিদ্যালয়সমূহত সৰ্বশিক্ষা অভিযানেও যেনে ধৰণৰ সঁহাৰি পাব লাগিছিল তেনে ধৰণৰ পোৱা নাই বুলি জানিবলৈ পোৱা যায়। চৰকাৰে নোলোৱা চাহ বাগিচাৰ বিদ্যালয়ত নিয়োজিত শিক্ষক-শিক্ষয়িত্ৰীসকলে কেৱল ল'ৰা-ছোৱালীৰ পঢ়া-শুনাৰ দায়িত্ব পালন কৰাৰ উপৰি এবেলা চাহ বাগিচা কামতো নিয়োজিত



হ'বলগীয়া হয়। একেজন ব্যক্তিয়েই এবেলা চাহ বাগিচাৰ মহৰীৰ কাম আৰু এবেলা শিক্ষা প্ৰদানৰ কাম কৰিবলগীয়া হ'লে সেইজন ব্যক্তিয়ে কেনেদৰে শিক্ষা প্ৰদানৰ দৰে গুৰু দায়িত্ব পালন কৰিবলৈ সমৰ্থৱান সেয়া সহজেই বোধগম্য হয়।

অন্যহাতেদি ভাৰতবৰ্ষৰ দৰে এখন সংস্কৃতিবান দেশৰ মালিক পক্ষয়ো শ্ৰমিক শ্ৰেণীৰ লোকসকলক সাক্ষৰতাৰ ক্ষেত্ৰত অকণো গুৰুত্ব নিদিয়াটোহে অধিক আচৰিত কথা। শ্ৰমিকসকল শিক্ষিত হ'লেহে তেওঁলোকে নিজৰ দায়িত্ব উপলব্ধি কৰি নিয়াৰিকৈ নিজৰ কাম কৰিব পাৰিব আৰু তেতিয়া মালিক পক্ষৰো সুবিধা হ'ব। কেতিয়া তেওঁলোকে নিজৰ নিজৰ দায়িত্ব উপলব্ধি কৰিব তেতিয়া উভয়ৰে সফলতাৰ হাৰ বৃদ্ধিত সহায় হ'ব। কিন্তু দুখ আৰু পৰিতাপৰ কথা এয়ে যে মালিক পক্ষয়ো সৌ তাহানিৰ পুৰণিকলীয়া ব্যৱস্থাকে বৰ্তমানলৈকে চলাই থকাৰ কাৰণে তথা স্বাধীন ভাৰতৰ ৰাজনৈতিক দলবিলাকেও চাহ শ্ৰমিকসকলক নিৰক্ষৰ কৰি কেৱল ভোটবেংক ৰূপে ৰাখি যোৱাৰ মানসিকতাৰ কাৰণেই আজিও বিশেষকৈ অসমৰ চাহ বাগিচাৰ চাহ শ্ৰমিকৰ মাজত সাক্ষৰতা অভিযানে গা কৰি উঠিব পৰা নাই। তেনেদৰে চাহ শ্ৰমিকৰ কল্যাণকামী অনুষ্ঠানসমূহেও কেৱল বোনাচ, মজুৰি বৃদ্ধি আদিৰ দৰে কামতেই ব্যস্ত থকাৰ কাৰণে শৈক্ষিক দিশত অগ্ৰগতি লাভ কৰিব পৰা যে নাই এয়া অপ্ৰিয় হ'লেও সত্য কথা।

সেয়ে সময় থাকোতেই চাহ শ্ৰমিক সংস্থাসমূহ আৰু ছাত্ৰ সংগঠনসমূহে চাহ জনগোষ্ঠীৰ উঠি অহা নতুন প্ৰজন্মৰ বাবে বাগিচা অঞ্চলত সাক্ষৰতা অভিযানৰ যোগেদি নিৰক্ষৰতা দূৰীকৰণৰ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব পাৰিলেহে তেওঁলোকৰ ভৱিষ্যত উজ্জ্বল হ'ব, অন্যথা মিছা। আনৰ ওপৰত নিৰ্ভৰ নকৰি নিজৰ সমাজখনক জ্ঞানৰ আলোচনাৰে আলোকিত কৰাৰ সময় সমাগত। কিয়নো শ্ৰমিক সংগঠনৰ নিজা পুঁজি আছে আৰু সেই পুঁজিৰেই জন কল্যাণমূলক আঁচনিসমূহ সফল কৰাৰ লগতে চাহ শ্ৰমিকৰ মাজত এটি শৈক্ষিক বাতাবৰণ সৃষ্টি কৰাৰ সময় আহি পৰিছে। এই ক্ষেত্ৰত সকলোৱে অসূয়া-অপ্ৰীতি, ভেদাভেদ পৰিহাৰ কৰি হাতে হাত মিলাই আগুৱাব পাৰিলেহে চাহ বাগিচাৰ সেউজীয়া ৰঙেৰে পুষ্ট চাহ শ্ৰমিকৰ কল্যাণ সাধন হ'ব।■

# চাহ শ্ৰমিক সমাজত শিশুৰ শিক্ষাত মাতৃৰ ভূমিকা

**সুশীলা ৰাজবংশী**

মাতৃ শব্দটো মৰম আকলুৱা, মমতাময়ী শব্দ। মাতৃ হ'ল বাৎসল্য প্ৰেমৰ শুদ্ধ প্ৰতিমূৰ্তি, মাতৃৰ মমতা মহত্ব অসীম অনন্ত। মাতৃয়ে নানা দুখ-কষ্ট, জ্বালা-যান্ত্ৰণা ভুগি সন্তান জন্ম দিয়ে। সন্তানটি পৃথিৱীলৈ অহাৰ লগে লগে মাতৃগৰাকীয়ে সৃষ্টিৰ অনাবিল আনন্দত সকলো দুখ-কষ্ট যান্ত্ৰণাৰ কথা মুহূৰ্ততে পাহৰি যায়।

সন্তান এটি পিতৃ-মাতৃৰ প্ৰাণতকৈও অধিক মৰমৰ হৈ পৰে। সন্তান এটি গৰ্ভত স্থিতি লোৱাৰ পাছৰ পৰাই শিক্ষা লাভ কৰে। পিতৃ-মাতৃয়ে যি কৰ্ম কৰে, সেই সকলোবিলাক দোষ-গুণ, ভাল-বেয়া, সৎ-অসৎ গুণ সন্তানটিৰ গাত ভূমিষ্ঠ হোৱাৰ পাছত পৰ্যায়ক্ৰমে প্ৰতিফলিত হয় বুলি বৈজ্ঞানিকসকলে প্ৰমাণ কৰিছে। গতিকে সন্তান এটি গৰ্ভত স্থিতি লোৱাৰ পৰাই পিতৃ-মাতৃয়ে বহু নীতি-নিয়ম, সৎসঙ্গ, সৎ চৰ্চা, সৎ গুণ, মহৎ কাম কৰিব লাগে যাতে পৃথিৱীলৈ অহা সন্তানটি ভাল, সুনাগৰিক, সমাজকৰ্মী, দূৰদৰ্শী, দহৰ ত্ৰাণকৰ্তা হয়।

চাহ শ্ৰমিক সমাজত এনে সু-সন্তানৰ পিতৃ-মাতৃৰ অধিকাৰী হোৱা খুব কম পৰিলক্ষিত হয়। এই সমাজখনত সাক্ষৰ আৰু শিক্ষিতৰ সংখ্যা অতি নগণ্য। তেওঁলোকৰ জীৱনৰ প্ৰতিচ্ছবিখন সম্পূৰ্ণ বেলেগ। এগৰাকী নাৰীয়ে একাদিক্ৰমে বোৱাৰী, পত্নী, মাতৃ, গৃহিণীৰ দায়িত্বও পালন কৰিব লগা হয়। ঘৰ গৃহস্থালি পৰিচালনা কৰাৰ লগতে সন্তানৰ লালন-পালন কৰিব লগা হয়। এনেবিলাক দায়িত্ব পৰিচালনা কৰোঁতে এগৰাকী নাৰী বহু সংঘাতৰ সন্মুখীন হ'ব লগা হয়।



এই সংঘাতৰ সমস্যাবিলাক সমাধান কৰোঁতে কৰোঁতে শাৰীৰিক আৰু মানসিকভাৱে ভাগি পৰে। পুৱাৰ চাহ-জলপান কৰি পৰিয়াল-পৰিজন, শহুৰ-শাহু, স্বামী, সতি-সন্তানক খুৱাই-বুৱাই নিজেও নাকে-মুখে কিবা দুটামান গুজি চাহ বাগিচাৰ কামলৈ ওলাই যায়। কিছুমান শ্ৰমিক নাৰীয়ে দুপৰীয়াৰ সাজো ৰান্ধি যাব লগা হয়। গোটেই দিনটো হাড়ভগা শ্ৰম কৰি সন্ধিয়া দুখে ভাগৰে আধামৰা, শ্ৰান্ত-ক্লান্ত হৈ ঘৰলৈ উভতি আহে। টুকুৰী-টুপা মূৰত লৈ চোতালত ভৰি দিয়াৰ লগে লগে সতি-সন্তানৰ ওজৰ-আপত্তি। সিহঁতৰ ওজৰ-আপত্তি নিষ্পত্তি কৰি গা-পা ধুই ভগৱানক ধূপ-চাকি দি ৰান্ধনিশালত সোমায়। দোকান-বজাৰ, ৰন্ধা-বঢ়া কৰি সকলোৰে সন্মুখত ভাতমুঠি যোগান দি অৱশিষ্টখিনিৰ নিজে দুটামান গিলি শোৱাপাটীত পৰে। কিছুমান শ্ৰমিক নাৰীয়ে ৰাতি শুবলৈও নাপায়। স্বামী যদি মদপী হয় কথাই নাই গোটেই ৰাতি স্বামীৰ হাড়িয়া ছাখ্নাৰ যোগান দিয়া, আলপৈচান ধৰা এইবিলাক কৰিবলৈ অমান্তি হ'লেই পিঠিত মাধমাৰ পৰে। পুৱা উঠি সেই একেই কৰ্মব্যস্ত একেই দৈনন্দিন কৰ্মৰ প্ৰতিচ্ছবি। চাহ শ্ৰমিক নাৰীসকলৰ এয়ে দৈনন্দিন জীৱনৰ দিনলিপি। সূৰ্য উদয় হোৱাৰ পৰা অস্ত যোৱালৈকে চাহ শ্ৰমিক নাৰীসকলে খুব ব্যস্তভাৱে দিনটো অতিবাহিত কৰে। তেওঁলোকে শিক্ষা-দীক্ষা গ্ৰহণ কৰা, ভাল কথা চিন্তা-চৰ্চা কৰিবলৈ সময়ে নাপায়। সেয়ে চাহ শ্ৰমিক নাৰীসকল শিক্ষাৰ ক্ষেত্ৰত একেবাৰে পিছপৰা।

মাতৃসকল যদি নিজে নিৰক্ষৰ আৰু শিক্ষাৰ মোল নুবুজা হয় তেনেহ'লে নিজ সন্তানক বিদ্যালয়মুখি হ'বলৈ অনুপ্ৰাণিত কৰিব কেনেকৈ? নাৰীশিক্ষাৰ দায়িত্ব সমস্ত সমাজৰ ওপৰত আহি পৰে। প্ৰাচীন ভাৰতৰ মহিলাসকল যদিও শিক্ষাৰ ক্ষেত্ৰত সিমান আগবঢ়া নাছিল তথাপি তেওঁলোকে দৈনন্দিন প্ৰয়োজনীয় বহুতো কথা মৌখিকভাৱে আয়ত্ত কৰি লৈ শিশুক শিক্ষাৰ ক্ষেত্ৰত আগবঢ়াই নিছিল। যিখিনি কথা শিক্ষকে বহুবাৰ চেষ্টা কৰিও শিকাব নোৱাৰে সেই শিক্ষা মাতৃগৰাকীয়ে অকৃত্ৰিম স্নেহৰ সহায়ত সহজে শিকাব পাৰে। সেয়ে জৰ্জ হাৰ্বাৰ্টে কৈছিল— 'এগৰাকী উপযুক্তা মাতৃ এশগৰাকী শিক্ষকৰ সমান।'

শিশু এটিয়ে যদি সহিষ্ণুতাৰ এটা পৰিৱেশ পায় তেতিয়া ধৈৰ্য কেনেকৈ ধৰিব লাগে সহজে শিকে। উৎসাহ উদ্দীপনাৰ পৰিৱেশ পালে সহজেই আত্মবিশ্বাস গঢ়ি তুলিব পাৰে। শিশুক মৰম চেনেহৰ মাতে ডাঙৰ-দীঘল কৰি নিজৰ লগতে ভগৱানকো ভালপোৱাৰ শিক্ষা দিব লাগে। শিশু এটিয়ে যদি বন্ধুত্বসুলভ আৰু

সহজে মিলি যোৱাৰ পৰিৱেশ সদায় নিজৰ ঘৰখনত পায় তেতিয়া সমাজ, দেশ আৰু সমগ্ৰ পৃথিৱীক ভাল পাবলৈ শিকিব।

কিন্তু চাহ শ্ৰমিকৰ শিশুৰ এনেকুৱা সৌভাগ্য নঘটে। তেওঁলোকে পিতৃ-মাতৃ, পৰিয়াল-পৰিজন বা সমাজৰ মানুহৰ সহানুভূতি সহিষ্ণুতাৰ পৰশৰ পৰা বহু আঁতৰত থাকে। সেয়ে চাহ শ্ৰমিক সমাজত ভাল শিশু অতি নগণ্য। চাহ শ্ৰমিকে শিশুক যিদৰে লালন-পালন কৰিব লাগে ঠিক সেইদৰে সুস্থ পৰিৱেশত তুলিব নোৱাৰে। নিৰক্ষৰ অশিক্ষিতা মাতৃসকলে সহিষ্ণুতাৰে সহযোগিতা আগনবঢ়াই কাৰণে শিশুহঁত সৰ্বদিশত পিছ পৰি থাকে। শিশুহঁতক সৰুৰে পৰাই সাজ-পাৰ, থকাঘৰ, খোৱাপানী, আহাৰ আদি সকলো দিশতে শৃংখল, পৰিষ্কাৰ-পৰিচ্ছন্নকৈ থকাৰ জ্ঞান দিব লাগে। বয়স উপযোগীকৈ মাতৃসকলে শিশুক শাৰীৰিক মানসিক বৃদ্ধিৰ খাদ্য খুৱাব লাগে। সন্তানৰ ৰোগ হ'লে উপযুক্ত চিকিৎসা কৰাব লাগে। চাহ শ্ৰমিকসকল নিৰক্ষৰ অশিক্ষিত অজ্ঞ কাৰণে শিশুৰ কিবা ৰোগ হ'লে মাতৃসকলে চিকিৎসকৰ সহায় নলৈ বেজ-বেজালিৰ সহায় লোৱা, জৰা-ফুকা কৰা দেখা যায়। মাতৃসকলে শিশুক বয়স উপযোগীকৈ কাম কৰিবলৈ শিকাব লাগে। শিশুক শাৰীৰিক বিকাশৰ বাবে শৰীৰ বৰ্ধক খাদ্যৰ যোগান ব্যায়াম আদিৰ শিক্ষা দিব লাগে। শাৰীৰিক বিকাশৰ বাবে খেলা-ধূলাও বৰ আৱশ্যক সেয়ে শিশুৰ খেলা-ধূলাৰ প্ৰতিও দৃষ্টি দিব লাগে।

মানসিক উৎকৰ্ষ সাধনৰ বাবে খাদ্যৰ লগত বয়স উপযোগী বাহিৰা কিতাপ-পত্ৰ যোগান ধৰিলে বয়সৰ লগে লগে অধ্যয়নৰ প্ৰতি তেওঁলোকৰ আগ্ৰহ হ'ব। মানসিক উৎকৰ্ষ সাধনৰ বাবে তেওঁলোকক মানসিক পুষ্টি যোগান ধৰা, সাধু, গল্প আদি ক'ব লাগে। ভগৱানৰ প্ৰতি দৃঢ় বিশ্বাস গঢ়ি তুলিব লাগে। ভগৱানৰ প্ৰতি থকা বিশ্বাসে শিশুহঁতক বেয়া কামৰ পৰা আঁতৰাই ৰাখে। মাতৃসকলে শিশুহঁতক সৰু কালৰ পৰাই সময়ৰ সৎ ব্যৱহাৰৰ জ্ঞান দিব লাগে। শিশুহঁতক পাঁচ বছৰ বয়সলৈকে মাকৰ মৰম-স্নেহৰ মাজত ডাঙৰ-দীঘল কৰিব লাগে। পাঁচ বছৰৰ পৰা দহ বছৰলৈ তাড়ন বা শাসন কৰিব লাগে। প্ৰাপ্তবয়স্ক হোৱাৰ লগে লগে বন্ধুৰ দৰে আচৰণ কৰিব লাগে। প্ৰথম স্তৰতে মাতৃগৰাকীয়ে যদি মৰম-স্নেহৰ মাজেৰে নিজ সন্তানটিক মানসিকভাৱে প্ৰস্তুত কৰিব পাৰে তেনেহ'লে কেৱল বিদ্যালয়ৰ প্ৰতি আগ্ৰহী হ'ব তেনে নহয় সন্তানটি এগৰাকী ভাল ছাত্ৰ বা ছাত্ৰীও হ'ব পাৰিব। সন্তানৰ তৰুণ বয়সত মাতৃগৰাকী হ'ল পথ প্ৰদৰ্শক আৰু



উপদেষ্টা। সৎ চৰিত্ৰ গঠনত মাতৃগৰাকীৰ ভূমিকা বৰ গুৰুত্বপূৰ্ণ। বাল্যকাল আৰু কৈশোৰ কালৰ মাজৰ সময়খিনিত ঘৰখনৰ অজ্ঞতাই যাতে সন্তানসকলৰ অনিষ্ট সাধন কৰিব নোৱাৰে, মাতৃসকলে এই সময়চোৱাত চোকা দৃষ্টি দি সাৱধান হোৱা উচিত। শিশু কালৰ পৰাই সন্তানসকলক আত্ম সংযমৰ শিক্ষা দি ইচ্ছাশক্তি জাগ্ৰত, কৰ্মশক্তি দৃঢ় কৰাৰ প্ৰেৰণা মাতৃসকলে যোগাব পাৰিলে তেওঁলোকৰ ভৱিষ্যৎ বিপদমুক্ত বুলি নিশ্চিত হ'ব পাৰিব। কেৱল পুথিগত শিক্ষাৰে শিক্ষিত কৰি গঢ় দিয়া সন্তান পিছৰ জীৱনত বহুতো সমস্যাৰ সন্মুখীন হ'ব লগা হয়। আত্মনিৰ্ভৰশীলতাৰ শিক্ষা শিশুক সৰু কালৰ পৰাই দিবলৈ প্ৰয়াস কৰিব লাগে। আত্মনিৰ্ভৰশীল শিক্ষা মানুহৰ জীৱনৰ অঙ্গৰ ভূষণৰ দৰে। সজ আচৰণ, সজ চৰিত্ৰ গঠনৰ মূল আহিলা। কৰ্তব্যবোধ চৰিত্ৰৰ মুকুট। কৰ্তব্যবোধৰ দ্বাৰা অনুপ্ৰাণিত হ'লে অতি দুৰ্বল শিশুও সবল আৰু সাহসী হয়। মাতৃসকলে সেয়ে সৰুৰ পৰাই শিশুক কৰ্তব্যবোধৰ জ্ঞান দিব লাগে। যৌথ পৰিয়ালত ডাঙৰ হ'লে সিহঁতক বন্ধুত্বপূৰ্ণ ব্যৱহাৰ কৰিব লাগে। সুস্থ পৰিৱেশৰ মাজত ডাঙৰ-দীঘল হ'লে শিশু এটি সৰ্বদিশত আগবাঢ়িব পাৰিব।

চাহ শ্ৰমিক মাতৃসকল উল্লিখিত দিশসমূহৰ প্ৰতি সচেতন নহয়। কিন্তু শিক্ষিতসকলৰ মাজতো এই দিশবিলাক প্ৰতিফলিত হোৱা দেখা নাযায়। বৰ্তমান যুগটো প্ৰতিযোগিতাৰ যুগ। প্ৰত্যেক পিতৃ-মাতৃয়ে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰে। কেৱল নিজৰ কথা আত্মকেন্দ্ৰিকৰ দৰে চিন্তা কৰি নিজৰ শিশুৰ ভালৰ কথা চিন্তা কৰে। প্ৰতিবেশী বা সমাজৰ শিশুৰ কথা চিন্তা নকৰে; আনকি একেটা পৰিয়ালৰ মাজত বহুত পাৰ্থক্য দেখা যায়। নিজৰ সতি-সন্তানক পঢ়াই-লিখাই শিক্ষিত কৰি সৰ্বদিশত আগুৱাই লৈ যায় কিন্তু একেটা পৰিয়ালত ভায়েক বা ককায়েকহঁতৰ সতি-সন্তানকেইটি নিৰক্ষৰ, অজ্ঞ হৈ থাকে। অকণমান সহায়ৰ হাত আগবঢ়ালে, দিহা-পৰামৰ্শ আগবঢ়ালে, অকণমান সহানুভূতি সহিষ্ণুতাৰ দৃষ্টি দিয়া হ'লে ভায়েক-ককায়েকহঁতৰ সতি-সন্তান কেইটিও অলপ শিক্ষাৰ দিশত আগবাঢ়িব পাৰিলেহেঁতেন। মানৱীয়তাৰ অভাৱে সেই কাৰ্য সাধন কৰাত অসুবিধা আনিছে।

মাতৃগৰাকীয়েই সন্তানৰ কাৰণে শিক্ষা আৰু অভিজ্ঞতাৰ ভঁৰাল। সেয়ে মাতৃসকল শিক্ষা-দীক্ষাৰে শিক্ষিত অভিজ্ঞতাপুষ্ট হোৱা খুবেই প্ৰয়োজন। আক্ষৰিক জ্ঞান নথকা নিৰক্ষৰ মাতৃসকলেও অভিজ্ঞ শিক্ষিত মহিলাৰ ওচৰত মৌখিকভাৱে

জ্ঞান আয়ত্ত কৰিব লাগে। নতুন-পুৰণি দুয়োবিধ পদ্ধতিৰ সু-সমন্বয় ঘটাই বৰ্তমানৰ উপযোগীকৈ সন্তানক গঢ়িব পাৰিলেহে চাহ শ্ৰমিক মাতৃসকল শিশু শিক্ষাৰ ক্ষেত্ৰত সফল হ'ব পাৰিব। মানবীয় অৱক্ষয়জনিত সমস্যাবোৰে সমাজখনক বিপন্ন কৰি তুলিছে। মাতৃসকলে ত্যাগ, শ্ৰম, যত্ন, ধৈৰ্য আৰু কষ্টৰ সুসমন্বয়ৰে সন্তানসকলক একোজন পূৰ্ণাঙ্গ মানুহৰূপে গঢ়ি তুলিলেহে সমাজ তথা দেশৰ ভৱিষ্যৎ উজ্জ্বল হ'ব ■

